# প্ৰেমভাবনা আৰু অসমীয়া ৰোমাণ্টিক কবিতা



ড° নীলমোহন ৰায়

নৱজীৱন প্ৰকাশ
দিছপুৰ গুৱাহাটী-৬

**PREMBHAVANA ARU ASAMIYA ROMANTIC KABITA** A critical study on Love and Assamese Romantic Poetry by **Dr Nilmohan Roy** Lecturer Pandu College Guwahati 12 and published by **Navajeevan Prakash** Dispur Guwahati 6

**First Publication** December 2000 **Price** Rs 100/

---

**প্ৰকাশক** : কুমুদ ৰঞ্জন দাস
পবিত্ৰ কুমাৰ দাস
**নৱজীৱন প্ৰকাশ**
দিছপুৰ গুৱাহাটী ৬

**প্ৰথম প্ৰকাশ** ডিচেম্বৰ ২০০০ চন

**অক্ষৰ-বিন্যাস** মৃণাল কান্তি মিশ্ৰ
শান্তিনগৰ কাহিলীপাৰা
গুৱাহাটী ১৯

**বেটুপাত** বেণু মিশ্ৰ

**ছপা** শিল্পী প্ৰিন্টাৰ্ছ
বিহাবাৰী গুৱাহাটী ৮

**মূল্য** ১০০ ০০ টকা
(শোভন সংস্কৰণ ১২৫ ০০ টকা)

●●●

মোৰ পিতৃদেৱ

স্বৰ্গীয় সভাৰাম ৰায়

আৰু মাতৃদেৱী

স্বৰ্গীয়া পূৰ্ণিমা ৰায়ৰ

পুণ্য স্মৃতিৰ উদ্দেশ্যে

এই গ্ৰন্থখনি উৎসৰ্গ কৰিলো।

●●●

# কৃতজ্ঞতা জ্ঞাপন

গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ জ্যেষ্ঠ ৰীডাৰ ড উমেশ ডেকাৰ তত্ত্বাৱধানত আমি পাঁচ বছৰৰ নিৰলস চেষ্টাৰ অন্তত 'অসমীয়া ৰমন্যাসিক কাব্যত প্ৰেমৰ স্বৰূপ পাঁচগৰাকী কবিৰ বিশেষ অধ্যয়ন প্ৰসংগত শীৰ্ষক গৱেষণা-গ্ৰন্থখন প্ৰস্তুত কৰি উলিযাও। উক্ত গৱেষণা-কৰ্মৰ বাবে ১৯৯৬ চনৰ ২০ জানুৱাৰীত গুৱাহাটী বিশ্ববিদ্যালয়ে আমাক পি এইচ ডি ডিগ্ৰী প্ৰদান কৰে। সম্প্ৰতি কিঞ্চিৎ পৰিৱৰ্তনৰ মাজেৰে গৱেষণা গ্ৰন্থখন প্ৰেমভাবনা আৰু অসমীয়া ৰোমাণ্টিক কবিতা নামেৰে গ্ৰন্থাকাৰে প্ৰকাশ কৰা হ'ল।

মোৰ গৱেষণা-কাৰ্য সম্পন্ন কৰি তোলাৰ ক্ষেত্ৰত বহুতো গুণী-জ্ঞানী শুভানুধ্যায়ীৰ শুভাশিস পাথেয হৈ ৰৈছে। এই সন্দভত প্ৰথমেই উল্লেখ কৰিব লাগিব মোৰ গৱেষণা কাৰ্যৰ কৰ্ণধাৰ ড উমেশ ডেকাৰ নাম। প্ৰযোজনানুগ দিহা পৰামৰ্শেৰে তেও গৱেষণাৰ পথত আহি পৰা নানা সমস্যাৰ কুহেলিকা আঁতৰাই দিযাৰ উপৰি পান্থজনৰ সখাৰূপে সহৃদয উপদেশ আৰু প্ৰেৰণাৰে মোক নিৰন্তৰ উৎসাহিত আৰু আনন্দিত কৰিছে। তদুপৰি অতি ব্যস্ততাৰ মাজতো তেও বৰ্তমান গ্ৰন্থখনিৰ এটি উপাদেয ভূমিকা লিখি দিছে। সশ্ৰদ্ধ প্ৰণিপাত নিবেদনৰ বাহিৰে তেওঁলৈ কৃতজ্ঞতা জনোৱাৰ ভাষা মোৰ নাই।

আন এগৰাকী প্ৰাজ্ঞ ব্যক্তি মোৰ শিক্ষাগুৰু ড হৰিনাথ শৰ্মাদলৈ যাৰ আশিস্ নিৰ্মালি লাভ কৰি মই গৱেষণা কৰাৰ সংকল্প গ্ৰহণ কৰিছিলো আৰু এই স কল্পত দৃঢতা আনি দিযা আন এজন গুণীব্যক্তি মোৰ অগ্ৰজপ্ৰতিম প্ৰাক্তন সহকৰ্মী সাপটগ্ৰাম মহাবিদ্যালযৰ বা লা বিভাগৰ বিভাগীয প্ৰধান ড সুভাষ চন্দ্ৰ শাসমল— তেও স শ্লিষ্ট বহু তথ্যপাতি আৰু গ্ৰন্থৰ সন্ধান দিযাৰ উপৰি তেওৰ ব্যক্তিগত সংগ্ৰহৰ এলানি অমূল্য গ্ৰন্থ আগ্ৰহেৰে ব্যৱহাৰ কৰিবলৈ দি মোৰ গৱেষণা-কাৰ্যত প্ৰভূত অৰিহণা যোগাইছিল। লগতে আন এগৰাকী উদাৰ ব্যক্তিৰ সাহচৰ্যত মই ধন্য হৈছোঁ তেও হ'ল— গুৱাহাটী বিশ্ববিদ্যালযৰ বা ংলা বিভাগৰ ৰীডাৰ ড অমলেন্দু চক্ৰৱৰ্তী। মোৰ গৱেষণা-কাৰ্যৰ শ্ৰীবৃদ্ধিত তেও যি সহানুভূতি প্ৰদৰ্শন কৰিছে, সেয়া মোৰ প্ৰতি থকা তেওৰ অকুণ্ঠ স্নেহৰেই চানেকি মাথোন। উক্ত তিনিওগৰাকী পণ্ডিত-ব্যক্তিকে গ্ৰন্থ প্ৰকাশৰ এই শুভক্ষণত স্মৰণ কৰিছোঁ আৰু মোৰ আন্তৰিক শ্ৰদ্ধা নিবেদিছোঁ।

কেতিযাবা বিশেষ প্ৰশ্নৰ সমিধান বিচাৰি যাবলগীয়া হৈছে বিভিন্ন পণ্ডিত-ব্যক্তিৰ সান্নিধ্যলৈ। এই ক্ষেত্ৰত বিশেষভাৱে স্মৰ্তব্য হ'ল— মোৰ শিক্ষাগুৰু তথা গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ জৱাহৰলাল নেহৰু অধ্যাপক ড শৈলেন ভৰালী আৰু সংস্কৃত বিভাগৰ প্ৰাক্তন অধ্যাপক মোৰ শিক্ষাগুৰু ড অপূৰ্ব চন্দ্ৰ বৰঠাকুৰীয়া ছাৰ। এই মুহূৰ্তত সশ্ৰদ্ধ প্ৰণিপাতেৰে তেওঁলোকৰ ঔদাৰ্যক সন্মান জনাবলৈ পাই নিজকে ধন্য মানিছোঁ।

মোৰ প্ৰাক্তন সহকৰ্মী সাপটগ্ৰাম মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ প্ৰধান অধ্যাপক সুমন কুমাৰ পাণিগ্ৰাহী অধ্যাপিকা তপতী সাহা প্ৰাক্তন ছাত্ৰ অশোক ৰায় ছাত্ৰপ্ৰতিম সুকুমাৰ দে আৰু ছাত্ৰী নিৰ্মালি দাসৰ প্ৰতিও মই কৃতজ্ঞ— মোৰ গৱেষণা-কাৰ্যৰ প্ৰতি থকা তেওঁলোকৰ শুভকামনাৰ বাবে। এই ছেগতে মোৰ গৱেষণা-গ্ৰন্থখনি সুন্দৰভাৱে টাইপ কৰি দিয়া অগ্ৰজপ্ৰতিম দেবেন দাসলৈ আৰু গ্ৰন্থখনিৰ নাম নিৰ্ঘণ্ট প্ৰস্তুত কৰি দিয়া বাবে মোৰ প্ৰিয় ছাত্ৰ অজিত আৰু ৰাজুলৈ কৃতজ্ঞতা যাচিলোঁ।

মোৰ গৱেষণা-কৰ্ম সম্পাদনৰ প্ৰতিমুহূৰ্তত যাৰ আন্তঃপ্ৰেৰণা মই অনুভৱ কৰিছো গ্ৰন্থখনি প্ৰকাশৰ বাবে যাৰ আগ্ৰহৰ অৱধি নাই তেও হ'ল মোৰ সহধৰ্মিনী বাবলি ৰায়। তেওৰ সৈতে মোৰ যি সম্পৰ্ক তাত কৃতজ্ঞতা প্ৰকাশৰ অৱকাশ নাই। মোৰ অধ্যয়নৰ প্ৰতি দেখুওৱা অবাক কৌতূহলৰ বাবে মোৰ আত্মজা দেবাৰতি আৰু আত্মজ মঞ্জিলৰ নামো কৃতজ্ঞতাৰ শিতানত ৰাখিলোঁ।

গৱেষণা-গ্ৰন্থখনি সোনকালে প্ৰকাশ কৰিব লাগে বুলি সততে আগ্ৰহ প্ৰকাশ কৰি মোক উৎসাহিত কৰাৰ বাবে মোৰ সহকৰ্মীদ্বয় তথা পাণ্ডু মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰধান অধ্যাপক ড পৰাগ কুমাৰ ভট্টাচাৰ্য আৰু অধ্যাপক ভবানী প্ৰসাদ অধিকাৰীলৈয়ো কৃতজ্ঞতা নিবেদিলোঁ।

মাথোঁ উন্নত মানবিশিষ্ট গ্ৰন্থ প্ৰকাশেই যাৰ লক্ষ্য সেই 'নৱজীৱন প্ৰকাশ'ৰ স্বত্বাধিকাৰীদ্বয় তথা মোৰ বন্ধু শ্ৰীকুমুদ ৰঞ্জন দাস আৰু শ্ৰীপবিত্ৰ কুমাৰ দাসে এনে বৃহৎ কলেবৰবিশিষ্ট গৱেষণাধৰ্মী গ্ৰন্থখন আটকধুনীয়াকৈ প্ৰকাশ কৰি মোৰ স্বপ্নক বাস্তৱায়িত কৰি তোলাৰ বাবে মই পৰম কৃতাৰ্থ হৈছোঁ। মাথোঁ ধন্যবাদ জনাই মোৰ সৈতে থকা তেওঁলোকৰ হৃদ্যতাৰ-বন্ধনক সীমিত কৰিব নিবিচাৰোঁ। এই ছেগতে গ্ৰন্থখনিৰ অক্ষৰ বিন্যাসক শ্ৰীমৃণাল কান্তি মিশ্ৰ আৰু দষ্টিনন্দন প্ৰচ্ছদ আঁকি দিয়া প্ৰসিদ্ধ শিল্পী বেণু মিশ্ৰলৈ মোৰ কৃতজ্ঞতাৰ শৰাই আগবঢালোঁ।

**নীলমোহন ৰায়**

# প্ৰাক্-কথন

ইংৰাজী ৰোমাণ্টিক কাব্য-সাহিত্যৰ নিবিড় পঠন পাঠনে উদ্বুদ্ধ কৰি তোলা অসমীয়া কবিসকলৰ কাপত অসমীয়া ৰোমাণ্টিক কবিতাই আত্মপ্ৰকাশ কৰে ঊনবিংশ শতিকাৰ শেষ দশকত। জীৱন-সম্পৃক্ত বাস্তৱতাৰ ব্যক্তিগত প্ৰকাশ হৈও নৈৰ্ব্যক্তিক ৰূপত পৰিব্যক্ত হোৱা গুণটোৰ বাবেই বিশ্বৰ বিভিন্ন প্ৰান্তত ইংৰাজী ৰোমাণ্টিক কবিতাই বিস্তৃতি লাভ কৰিবলৈ সমৰ্থ হয়। একে কাৰণতে অসমীয়া ৰোমাণ্টিক কবিতাইযো জন্মলগ্নতেই ব্যাপক সমাদৰ আৰু প্ৰসাৰ লাভ কৰিবলৈ সক্ষম হয়। আত্মানুভূতিৰ স্বচ্ছন্দ আৰু সংবেদনশীল প্ৰকাশেৰে পাঠকীয় আবেদনসিদ্ধতা লাভ কৰি অসমীয়া ৰোমাণ্টিক কবিতাই বিংশ শতিকাৰ প্ৰথমাৰ্ধলৈ বিজয়ৰ বৈপুল্যৰে প্ৰভাসিত হৈ থাকে। মানুহৰ অন্তঃস্থলৰ অনুভূতি প্ৰকাশৰ প্ৰাবল্য ইন্দ্ৰিয়জ আকৃতিৰ স্পৰ্শকাতৰ ভাবাশ্লেষ সৃষ্টিৰ মহিমা সামাজিক ঐক্য সৃষ্টিৰ সদাজাগ্ৰত চৈতন্য আৰু সৰ্বোতপৰি সৰ্বকালৰ মানৱীয় আবেদন বহন কৰিব পৰা গুণৰাজিযেই আজিৰ এই সন্দিগ্ধ সামাজিক পৰিবেশতো নিজস্ব ঐতিহ্যৰে ৰোমাণ্টিক কাব্যধাৰা মহীয়ান হৈ থকাৰ মূল কাৰণ। গুণগত দিশত অসমীয়া ৰোমাণ্টিক কবিতাইয়ো এনে পথ পৰিত্ৰমাত মহিমামণ্ডিতৰূপেৰে স্থিতি ল'ব পৰাটো অসমীযা সাহিত্যৰ ইতিহাসৰ বাবেই এক গুৰুত্বপূৰ্ণ ঘটনা।

কিন্তু অসমীয়া ৰোমাণ্টিক কবিতাই অৰ্ধ-শতাব্দী কাল জুৰি যিদৰে বিস্তৃতি লাভ কৰিছে তেনেদৰে সূক্ষ্ম পৰ্যায়ৰ আলোচনাৰে ই সমৃদ্ধ হৈছে বুলি ক'ব নোৱাৰি। বহু ক্ষেত্ৰতেই ৰোমাণ্টিক কবি আৰু কাব্যৰ পৰ্যালোচনা প্ৰথাগত আলোচনাতেই সীমাবদ্ধ হৈ আছে। ৰোমাণ্টিক কবিতাৰ সাৰ্বিক আবেদনক্ষম বিচিত্ৰ অনুভূতিসমূহৰ পুংখানুপুংখ আলোচনা অসমীয়া সাহিত্যত বৰ্তমানেও পৰ্যাপ্ত বুলি ক'ব নোৱাৰি। বিশেষকৈ যি আন্তৰিক অনুভূতিৰ তীব্ৰতাত কবিহৃদয় নিৰ্গত উপলব্ধিৰ বৈচিত্ৰ্য প্ৰকাশ সম্ভৱ হৈছে সেই প্ৰেমভাবনাৰ বিশ্লেষণ আৰু পৰ্যালোচনাৰ যথেষ্ট অৱকাশ আজিও বিদ্যমান হৈ আছে।

ৰোমাণ্টিক কবিতা মুখ্যত প্ৰেমাভিব্যক্তিৰ চিত্ৰ বৈচিত্ৰ্যৰে সমুজ্জ্বল। প্ৰাচ্য প্ৰতীচ্যৰ কবি আৰু কাব্যৰ বিশ্লেষণত এই কথা স্বাভাৱিকতেই প্ৰতীয়মান হৈ পৰে। আবেগ আশ্ৰিত কবিয়ে প্ৰেমৰ বিশালতা আৰু গভীৰতাৰ পৰিমণ্ডলতেই গঢ়ি তুলিছে ৰোমাণ্টিক ভাবাদৰ্শৰ নিত্য-জাগ্ৰত চিন্তা-জগৎ। ব্যক্তিগত আবেগ উদ্বেলিত প্ৰেমৰ পৰিধিতে ৰোমাণ্টিক কবিয়ে সৃষ্টি কৰিছে প্ৰেমৰ অত্যুজ্জ্বল হিৰণ্ময ৰূপ। সেই কাৰণে ৰোমাণ্টিক কবিৰ দ্বাৰা চিত্ৰিত প্ৰেমৰ বিচিত্ৰ বৰ্ণালী অতি সহজেই সংক্ৰমিত হৈছে প্ৰকৃতি স্বদেশ মানুহ ঈশ্বৰ অতিলৌকিক জগৎ, আনকি আপাত তুচ্ছ পৰিবেশলৈও।

অসমীয়া ৰোমাণ্টিক কবিতাই স্পৰ্শ কৰা প্ৰেমৰ এই বৰ্ণাঢ্য ৰূপ প্ৰণালীবদ্ধভাৱে আৰু বৰ সন্তৰ্পণে আলোচনাৰ মাজলৈ আনিছে বৰ্তমান গ্ৰন্থৰ ৰচক ড নীলমোহন ৰায়ে। গুৱাহাটী বিশ্ববিদ্যালয়ত কৰা কষ্টসাধ্য পাঁচ-বছৰীয়া গৱেষণাৰ এক সাৰ্থক ৰূপ এই গ্ৰন্থখন। গ্ৰন্থখনত ড ৰায়ে ৰোমাণ্টিক কবিতাৰ উৎস আৰু সংজ্ঞা অৱয়ব আৰু বিস্তৃতিৰ সামগ্ৰিক উল্লেখেৰে অসমীয়া ৰোমাণ্টিক কবিতাত অভিব্যক্ত প্ৰেমভাবনাৰ যথাসম্ভৱ সকলো দিশকে সামৰি ল'বলৈ যত্ন কৰিছে। অসমীয়' ৰোমাণ্টিক কাব্য জগতৰ পঞ্চপ্ৰদীপস্বৰূপ পাঁচগৰাকী কবিৰ বিশেষ কাব্যালোচনাৰ জৰিয়তে ৰামধনুৰ সাতৰঙী প্ৰেম বৈচিত্ৰ্যক অতি নিবিড় আৰু গভীৰভাৱে প্ৰকাশ কৰাত গৱেষক-গ্ৰন্থকাৰ সফল হৈছে। তেওঁৰ অনুসন্ধিৎসু গৱেষণাত জিলিকি উঠিছে ঐতিহাসিক অৱলোকন আৰু বিশ্লেষণাত্মক তত্ত্ব জিজ্ঞাসা। নি সন্দেহে অসমীয়া সাহিত্যৰ ৰোমাণ্টিক যুগৰ বিশ্লেষণ আৰু প্ৰেমৰ স্বৰূপ নিৰ্ণয়ৰ পৰিপ্ৰেক্ষিতত এই গ্ৰন্থখন এক তাত্ত্বিক তথ্যগধুৰ আৰু আপুৰুগীয়া সম্পদ হিচাপে পৰিগণিত হ'ব। গৌৰৱেৰে উল্লেখনীয় যে আমাৰ তত্ত্বাৱধানত সম্পূৰ্ণ কৰা এই গ্ৰন্থখন পৰীক্ষকসকলৰ দ্বাৰাও উচ্চ প্ৰশ সিত গৱেষণা গ্ৰন্থ হিচাপে বিবেচিত হৈছে। গ্ৰন্থখনৰ এটি ইতিবাচক দিশ হ'ল কঠিন বিষয়বস্তুক সৰলভাৱে উপস্থাপন কৰিব পৰাটো। সাৱলীল প্ৰকাশভংগী আৰু আকৰ্ষণীয় গদ্যশৈলী গ্ৰন্থখনৰ আন এটি প্ৰশংসনীয় দিশ। তদুপৰি পণ্ডিত গৱেষক ছাত্ৰ ছাত্ৰী আৰু সৰ্বসাধাৰণ পাঠকৰ বাবে সমল আহৰণ কৰিব পৰা আৰু সুখপাঠ্য বুলি বিবেচনা কৰিব পৰা এখন প্ৰামাণ্য গ্ৰন্থ হিচাপেও ইয়াৰ মূল্য অবিৰত থাকিব।

পাণ্ডু মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ জ্যেষ্ঠ প্ৰবক্তা ড ৰায়ে গৱেষণা গ্ৰন্থখন প্ৰকাশৰ পোহৰ দেখুৱাবলৈ কৰা সজ প্ৰচেষ্টাক আমি আন্তৰিকতাৰে শলাগ ল'লো। পাঠকীয় সমাদৰে তেওঁৰ এই শ্ৰম আৰু সদিচ্ছাক সঁহাৰি দিয়ক— এয়ে কামনা।

**ড উমেশ ডেকা**

গুৱাহাটী বিশ্ববিদ্যালয়
গোপীনাথ বৰদলৈ নগৰ
গুৱাহাটী ৭৮১০১৪

# অৱতৰণিকা

শিল্পজগতৰ চিৰন্তন কেইটামান বিষয়বস্তুৰ অন্যতম হ'ল প্ৰেম। প্ৰেমৰ অভিব্যক্তি অবিহনে কোনো শিল্পৰূপ অথবা মহৎ সাহিত্য সৃষ্টিৰ অনুভৱ সম্ভৱ নহয়। প্ৰেমানুভূতিত হৃদযাৱেগ পৰিস্ফুট হয় আৰু হৃদয়াৱেগৰ প্ৰকাশ ঘটে কাব্যত। সেইবাবেই আপোন হৃদয-বাৰ্তাৰ স্বৰূপ প্ৰকাশক গীতিকাব্যত প্ৰেম প্ৰবল আন কাব্যতো প্ৰেমৰ উপস্থিতি কম বেছি পৰিমাণে লক্ষণীয়। মানুহৰ ইতিহাসত আজিলৈকে অস,খ্য নৰ-নাৰী প্ৰেমানুভূতিত উদ্বেল হৈছে আৰু কাব্য তথা আন শিল্পত সেই প্ৰেমানুভূতিৰ কলাসুলভ প্ৰকাশ ঘটিছে। কাব্য শিল্পত অভিব্যক্ত সেই প্ৰেমানুভূতিৰ কেতবোৰ মূলৰূপ সহজেই নিৰ্ণয কৰিব পাৰি। প্ৰেম উঁপলব্ধিৰ বিস্ময হৰ্ষ উন্মাদনা ব্যাকুলতা বিৰহ, মিলন সম্ভোগ প্ৰেমিকাৰ অভিমান অভিসাৰ সংকোচ শ,কা আদি সূক্ষ্ম বৈচিত্ৰ্যসমূহ বিভিন্ন ৰূপত সৰ্বদেশৰ সৰ্বকালৰ সাহিত্যতেই প্ৰকাশিত হৈ আহিছে।

প্ৰেমৰ সৌকুমাৰ্যতে সভ্যতাৰ মান পৰিস্ফুট হয়। প্ৰেম দেশ-কালোত্তৰ বিশ্বজনীন। সাৰ্থক প্ৰেমত মানুহৰ মহত্ত্ব লাভ হয় আৰু সেইবাবেই আত্মন্দ্ৰিয প্ৰীতিৰ এষণা যেতিয়া দেশ আৰু কালোত্তৰ চিত্তবৃত্তিত পৰিশোধিত হয তেতিয়াই তাক কোৱা হয অতীন্দ্ৰিযপ্ৰীতি। প্ৰেমৰ এই সূক্ষ্ম স্বৰূপ চিন্তন আৰু আবেগ প্ৰকাশ যিকোনো ভাষাত যিকোনো কালৰ সাহিত্যতে সম্ভৱ। প্ৰেমৰ গূঢ় স্বৰূপ দেশ-কালোত্তৰ বিশ্বজনীন হ'লেও এই কথাও স্মৰণীয় যে প্ৰেম প্ৰেমিক-প্ৰেমিকাৰেই হৃদয-বৃত্তি আৰু প্ৰেমিক-প্ৰেমিকাৰ হৃদযবৃত্তি তথা চৰিত্ৰ তেওলোকৰ সামাজিক পটভূমিৰ সৈতে সম্পৃক্ত। সমাজৰ অনুশাসনৰ সৈতেও তাৰ প্ৰত্যক্ষ সম্পৰ্ক আছে। সেযে প্ৰেমৰ বহিঃপ্ৰকাশত দেশ-কালৰ প্ৰভাৱ অনন্যতা ভিন্নতা আৰু অতুলনীযতা বিদ্যমান।

প্ৰাচীন ভাৰতীয সাহিত্যৰ প্ৰেম বহু পৰিমাণে নৰ-নাৰীৰ দৈহিক সৌন্দৰ্যৰ বৰ্ণনা আৰু ভোগ বিলাসৰ ওপৰত আধাৰিত। এই ক্ষেত্ৰত 'সদুক্তিকৰ্ণামৃত 'অমৰু

শতক 'শৃংগাৰ-শতক 'শৃংগাৰতিলক গাথা সপ্তশতী প্ৰাকৃত পৈংগল আদি কাব্যগ্ৰন্থ বিশেষভাবে উল্লেখযোগ্য। আনহাতে সংস্কৃত সাহিত্যতে গঢ়ি উঠিছে ব্যক্তি তথা সসীমৰ সিপাৰৰ ভূমাৰ বিশালতাত নিবেদিত প্ৰেমৰ আদৰ্শৰূপ— যিটো ভাৰতীয় প্ৰেমভাবনাৰে মূল সুৰ। ভোগ আৰু ত্যাগৰ এই ৰূপচিত্ৰণ সংস্কৃত সাহিত্যৰ আন আন কাব্যত সিঁচৰতি হৈ থাকিলেও কালিদাস ইয়াৰ বিস্ময়কৰ প্ৰবক্তা।

ভাৰতীয় সাহিত্যত প্ৰেমৰ এক বিশাল ক্ষেত্ৰ হ'ল— মধ্যযুগৰ বৈষ্ণৱ সাহিত্যৰ প্ৰেম যি প্ৰেমৰ প্ৰধান আলম্বনেই হ'ল ভগৱান কৃষ্ণ। এই যুগৰ অগণন কবিয়ে ব্যক্তিগত প্ৰেমকাব্য ৰচনাত নিযুক্ত নহৈ আপোন মনৰ প্ৰেমানুভূতি প্ৰকাশৰ বাবে অৱলম্বন কৰিছিল গোপী-কৃষ্ণৰ উপাখ্যান। গোপী-কৃষ্ণৰ এই প্ৰেমৰ ছিটিকনি আহি পৰিছিল লোক সাহিত্যতো। বাঁহী বজোৱা কলীযাৰ ৰূপ গুণ আৰু মোহক বিষয় হিচাপে লৈ গীত ৰচিছিল বহু অজ্ঞাত অখ্যাত কবিয়ে। বৈষ্ণৱ কাব্যৰ ধৰ্মীয় তত্ত্বৰ সমান্তৰালকৈ মানৱিক প্ৰেমলীলাৰ আবেদনৰ প্ৰতিও কবি আৰু পাঠক সমানেই কৌতূহলী আৰু অৱহিত আছিল। সেয়ে গোপী-কৃষ্ণৰ প্ৰেমকাহিনীত সাধাৰণ মানুহ আকৃষ্ট হৈছিল সমধিক। স্ব-নামে স্ব-ৰূপে যি প্ৰেম ব্যক্ত হোৱা নাছিল— তাৰ নিষেধ-শংকাবিহীন প্ৰকাশ ঘটিছিল সৰ্বজনগ্ৰাহ্য গোপী-কৃষ্ণৰ প্ৰেমৰ ধ্ৰুৱৰূপকৰ মাজেৰে। দেৱতাৰ প্ৰেম মানৱ মানৱীৰ প্ৰেমৰূপেই হৈছিল অনুভূত। ৰসশাস্ত্ৰ বেত্তা বিশ্লেষণ পটু মাৰ্জিত বৈষ্ণৱ কবিসকলে নৰ-নাৰীৰ প্ৰেমৰ অলেখ সূক্ষ্ম আৰু সুকুমাৰ ৰূপৰ সন্ধান দিলে গোপী-কৃষ্ণৰ প্ৰেমলীলাৰ মাজেৰে। প্ৰকাশিত হ'ল— প্ৰেমৰ আনন্দ আৰু বেদনাৰ মিলন আৰু বিৰহৰ অভিমান আৰু সমৰ্পণৰ বহুতো মিশ্ৰ অনুভূতি।

তথাপি এই প্ৰেমৰো এটি সীমাবদ্ধতা আছে। বৈষ্ণৱ প্ৰেম-কবিসকলেই সকীয়াই দিলে ক্ষেত্ৰভেদেহে প্ৰেম আচৰণ বিধেয। প্ৰেমাভিব্যক্তিৰ বৃহত্তম আৰু জটিল পৰম্পৰা সৃষ্টি হ'ল এই প্ৰেমভাবনাৰ মাজেৰেই। প্ৰেমকাব্যৰ এনে পৰিমাৰ্জন আৰু নিয়ন্ত্ৰণ কোনো কালৰ কোনো দেশৰ সাহিত্যতেই সচৰাচৰ পৰিদৃষ্ট নহয়। সেয়ে বৈষ্ণৱ কাব্যত যিমানেই প্ৰাকৃত বৰ্ণনা নাথাকক কিয এই প্ৰেমলীলা বৈচিত্ৰ্যক সম্পূৰ্ণ মানৱিক বুলি ক'ব নোৱাৰি। অপ্ৰাকৃত ভাৱ-বৃন্দাবনত গোপী-কৃষ্ণৰ এই নিত্য প্ৰেমলীলা অসীম গোপী-কৃষ্ণৰ প্ৰেমলীলাৰ সসীম ৰূপায়ণ মাত্ৰ বুলিযেই ধৰ্তব্য।

এই দিশত আধুনিক কালৰ ৰোমাণ্টিক প্ৰেম-কবিতাই অধিকতৰ বৈচিত্ৰ্য দাবি কৰাৰ যুক্তিযুক্ততা আছে। ৰোমাণ্টিক কবিতাৰ মুখ্য উপজীব্য প্ৰকৃতি আৰু

মানুহ হ'লেও কবি-মানসক চুই যোৱা যিকোনো বিষয়কে অৱলম্বন কৰি তেওঁলোকে কবিতা ৰচিছিল। তদুপৰি ৰোমাণ্টিক কবিসকলে বিশেষ কোনো গোষ্ঠী বা সমষ্টিৰ নীতি-নিৰ্ধাৰিত ভাবানুষংগক (association of ideas) তাত্ত্বিক দৃষ্টিকোণেৰে দাঙি ধৰিবলৈ প্ৰয়াস কৰা নাই এই দিশত তেওঁলোক আছিল সম্পূৰ্ণৰূপে মুক্ত আৰু ব্যক্তিগত ধাৰণাৰ বশৱৰ্তী। সেয়ে তেওঁলোকৰ কবিতাত সমষ্টিগত ভাবতকৈ ব্যক্তিহৃদয়ৰ আকৃতিয়েই অধিক প্ৰকটিত। প্ৰেমৰ ৰূপায়ণতো তেওঁলোক আছিল প্ৰমুক্ত আত্মসচেতন। সমষ্টিগত আৰু নীতিগত ভাব-বন্ধনৰ পৰা স্বাতন্ত্ৰ্যমণ্ডিত অৱস্থানৰ বাবেই ৰোমাণ্টিক কবিতাত লক্ষণীয় হৈ উঠিছে প্ৰেমৰ বিষয়গত (subject wise) অভিনৱত্ব। প্ৰকৃতিপ্ৰেম নাৰীপ্ৰেম স্বদেশপ্ৰেম ভগৱৎপ্ৰেম আদি বিষয়ক লৈ কাব্য ৰচনা কৰি ৰোমাণ্টিক কবিসকলেই বিশ্বসাহিত্যত প্ৰথমবাৰৰ কাৰণে প্ৰেমক প্ৰতিষ্ঠা কৰিলে বাৰেবৰণীয়া ৰূপেৰে।

সেযে সহস্ৰ বৰ্ণালী বিমণ্ডিত এই কাব্যধাৰাৰ সৈতে আমি এক নিবিড অন্তৰংগতা আৰু একাত্মীযতা অনুভৱ কৰিব পাৰোঁ। আমাৰ সুখ দুখ আশা ভৰসা হাঁহি-কান্দোন বিমিশ্ৰিত জীৱনৰ পৰমাৰ্থ আমাৰ অতীত ঐতিহ্য দৈন্য আৰু প্ৰাচুৰ্য ভীৰুতা আৰু শৌৰ্য সামাজিক প্ৰতাৰণাৰ বলি হোৱা জীৱনৰ কৰুণ অসহায়তা— এই আটাইবোৰেই যেন ৰোমাণ্টিক গীতি কবিতাত মূৰ্ত হৈ উঠিছে। মানৱ হৃদযৰ চিৰন্তন সৌন্দৰ্যবোধ আৰু ৰহস্যানুভূতিৰ ওপৰত প্ৰতিষ্ঠিত হোৱা বাবেই এই শ্ৰেণীৰ কবিতা বিশেষকৈ প্ৰেম কবিতা সকলোৰে বাবেই উপভোগ্য। সেযে অতি সংগতভাৱেই আমাৰ কবিসকলে এই কাব্য-সুৰটিক গ্ৰহণ কৰি তাত আপোন মনৰ মাধুৰী মিহলাই আমাৰ পৰিচিত পৰিবেশৰ লগত মিলি যোৱাকৈ অভিনৱ কাব্যধাৰাৰ সৃষ্টি কৰিছে।

প্ৰেমে মানৱমনক কিদৰে পৰিমাৰ্জিত কৰিব পাৰে অৰ্থ আৰু তথাকথিত প্ৰতিষ্ঠাৰ ক্লান্তিকৰ গ্লানিময়তাৰ পৰা উৰ্ধ্বমুখী কৰিব পাৰে ৰোমাণ্টিক প্ৰেমকবিতাই তাৰ উজ্জ্বল দৃষ্টান্ত। পান্থজনৰ সখা'ত আবু সয়ীদ আইয়ুবে কোৱাৰ দৰে— আধুনিক যুগত উদ্ভাৱিত আৰু পৰিশীলিত পৰম বিস্ময়কৰ এই অনুভূতিত আছে বিধে বিধে ৰং আৰু সুৰভি সূৰ্যস্নাত সোণালী-ৰূপালী উত্তুংগ শিখৰ আছে অন্ধকাৰ গোপন কক্ষ আদিগন্ত বিস্তৃত নীলাকাশ। বৈষ্ণৱ কবিতাত এইবোৰৰ আভাস থাকিলেও ব্যাপকতা নাই শৃংগাৰ আৰু ভক্তিৰ সুন্দৰ সমন্বয়ৰ চিত্ৰ পোৱা গ'লেও মানৱীয় প্ৰেমৰ চূড়ান্ত অভিব্যক্তি তাত নাই। শৰীৰ মন আৰু আত্মাৰ সুসমঞ্জস সাযুজ্য লাভৰ জৰিয়তেহে প্ৰকৃত প্ৰেম পৰিচিহ্নিত হৈ উঠে। পাৰ্থিৱ অপাৰ্থিৱ অনন্ত ৰহস্যেৰে পৰিপূৰ্ণ ৰোমাণ্টিক প্ৰেম এই দিশত সমুজ্জ্বল।

প্ৰেমৰ এনে সূক্ষ্ম বৈচিত্ৰ্যময় প্ৰকাশ ঘটিছে অসমীয়া ৰোমাণ্টিক কবিতাত। সংস্কৃত সাহিত্যৰ প্ৰেমভাবনাক আৰু মধ্যযুগীয় বৈষ্ণৱ কবিসকলৰ ভাগৱতানুসাৰী অব্যভিচাৰী কৃষ্ণৈকমুখী দিব্য-সুৰভিত প্ৰেমক কিছু পৰিমাণে স্বীকাৰ কৰি ল'লেও— পাশ্চাত্য প্ৰেমভাবনাক উন্মুক্ত হৃদযেৰে আঁকোৱালি লৈ তাৰ প্ৰকাশ কলা আৰু ভাবানুষংগৰ অনুৱৰ্তী হৈ নৱ নৱ স্বাতন্ত্ৰ্যদীপ্ত পথৰ অনুসন্ধানী হয় অসমীয়া ৰোমাণ্টিক কবিসকল। সেযে ক'বলৈ গ'লে অসমীয়া ৰোমাণ্টিক প্ৰেম কবিতা হ'ল— প্ৰাচ্য প্ৰতীচ্য প্ৰেমভাবনাৰ মহামিলনৰেই এক অভিনৱ ফচল।

প্ৰেমৰ বিচিত্ৰমুখী ৰূপ আৰু অভিব্যক্তিযে অসমীযা ৰোমাণ্টিক কাব্য ইতিহাসত এক বিস্তৃত স্থান অধিকাৰ কৰি আছে— সময়ৰ জোখাৰে সি প্ৰায় অৰ্ধশতাব্দী কাল। উনবিংশ শতিকাৰ পুৱতি নিশাৰ পৰা কুৰি শতিকাৰ চল্লিশৰ দশকলৈ (১৮৮৯ ১৯৪০) যি প্ৰেম কাব্যৰ পৰিক্ৰমা সেই প্ৰেম কাব্যকেই অসমীযা কবিতাৰ ইতিহাসত আখ্যাযিত কৰা হৈছে অসমীযা ৰোমাণ্টিক প্ৰেম কবিতা হিচাপে। এই ৰোমাণ্টিক প্ৰেম ইংৰাজী সাহিত্যৰ দৰেই অসমীযা সাহিত্যতো বিচিত্ৰ বৈভৱেৰেই প্ৰতিষ্ঠিত হৈছে।

এই প্ৰেম কবিতাৰ এটি প্ৰণালীৱদ্ধ অধ্যযন কৰাৰ মানসেৰেই নিৰ্বাচন কৰি লোৱা হৈছে বিশেষ পাঁচজন কবিক। এই পাঁচগৰাকী হ'ল— অম্বিকাগিৰী ৰাযচৌধুৰী যতীন্দ্ৰনাথ দুৱৰা ৰত্নকান্ত বৰকাকতী গণেশ গগৈ আৰু দেৱকান্ত বৰুৱা। এই আটাইকেইজন কবিযেই প্ৰেম কবিতাৰ ক্ষেত্ৰত বিশেষ আৰু স্বাতন্ত্ৰ্যৰ অধিকাৰী। তদুপৰি উপৰি উক্ত পাঁচগৰাকী কবিৰ প্ৰেম-কবিতাৰ বিশেষ অধ্যযন মূল লক্ষ্য হ'লেও মাথোঁ উক্ত পঞ্চকবিৰ কবি-কৃতিৰ আলোচনাতে আমাৰ বক্তব্য সীমিত কৰি ৰখা নাই। প্ৰেম কবিতাত অভিব্যক্ত প্ৰেমৰ স্বৰূপ প্ৰদৰ্শনত আৰু যুগ মানসক স্পষ্টৰূপে প্ৰতিফলিত কৰাৰ পৰিপ্ৰেক্ষিতত অসমীযা ৰোমাণ্টিক আন আন প্ৰতিনিধি স্থানীয কবিৰ কাব্য-কৃতিৰো বিশ্লেষণাত্মক আলোচনা সামৰি ল'বৰ যত্ন কৰা হৈছে। মাথোঁ আলোচ্য পঞ্চকবিৰ কাব্য-কৃতিৰ বিস্তৃত আলোচনাৰ দ্বাৰা প্ৰেমৰ স্বৰূপ বিষযটোক অধিক স্পষ্ট কৰি তোলা হৈছে। ইযাৰ ফলত অনিবাৰ্যভাৱেই কবিকেইজনৰ সামগ্ৰিক চিন্তাধাৰা আলোচনাৰ পৰিধিভুক্ত হৈছে আৰু তেওলোকৰ ক্ষেত্ৰত কাল পৰ্বৰ প্ৰতিবন্ধকতা শিথিল কৰা হৈছে।

অসমীযা প্ৰেম-কবিতাৰ এই বিশ্লেষণাত্মক আলোচনাত ইত পূৰ্বে অনালোচিত কিছু নতুন তথ্যৰ সন্ধান দিবলৈ যত্ন কৰা হৈছে। এই অধ্যযনত কাব্য সমালোচনাতকৈ প্ৰেমৰ স্বৰূপ পৰিস্ফুট হোৱাকৈ আলোচনাৰ দিশ উপস্থাপন কৰা হৈছে যদিও আৱশ্যক অনুসৰি প্ৰেমকাব্য ধাৰাৰ আলোচনাকো সামৰি ল'বৰ যত্ন কৰা হৈছে।

এই সমীক্ষাত ই‚ৰাজী আৰু বাংলা সাহিত্যৰ প্ৰেম-কবিতাৰ লগত অসমীয়া কাব্যৰ তুলনামূলক আলোচনাকো ঠাই বিশেষে সামৰি লোৱাৰ প্ৰয়াস কৰা হৈছে, যাতে তাৎকালিক প্ৰেম-কবিতাৰ সাধাৰণ লক্ষণ আৰু স্বৰূপ সম্পৰ্কে এক সম্যক ধাৰণা কৰিব পৰা যায় আৰু ই‚ৰাজী অসমীয়া-বাংলা প্ৰেম কবিতাৰ সাদৃশ্য বৈসাদৃশ্য আৰু মাত্ৰা সম্পৰ্কে এটি সংক্ষিপ্ত আভাস পাব পৰা যায়। প্ৰসংগক্ৰমে আমাৰ বক্তব্য উপস্থাপিত আৰু প্ৰতিষ্ঠাপিত কৰাৰ ক্ষেত্ৰত যিদৰে সংস্কৃত প্ৰাকৃত ইংৰাজী— ঠাই বিশেষে আন বিদেশী ভাষা-সাহিত্যৰ বিভিন্ন গ্ৰন্থৰ সহায় লোৱা হৈছে, সেইদৰে বা লা সাহিত্যৰ বিশেষকৈ 'সকল কালেৰ সকল কবিৰ গীতি ফুটি উঠা কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ বাৰেৰহণীয়া কাব্য-সাহিত্যৰ উদ্ধৃতি আৰু সহায় ল'বৰো যত্ন কৰা হৈছে। পাদটীকা আৰু গ্ৰন্থপঞ্জীত সেইবোৰৰ উল্লেখেৰে গ্ৰন্থ ঋণ স্বীকাৰ কৰা হৈছে।

বাহুল্যৰ আশংকাত গ্ৰন্থখনিত উল্লিখিত ইংৰাজী আৰু বাংলা উদ্ধৃতিৰ অসমীয়া ভাঙনি কৰা হোৱা নাই। অৱশ্যে স‚স্কৃতৰ বহুচৰ্চিত শ্লোকসমূহৰ বাহিৰে বাকীখিনিৰ অসমীয়া ভাবাৰ্থ দিয়া হেছে। গ্ৰন্থপঞ্জীত উল্লেখ কৰা কাৰণেই পাদটীকাত ৰচনাৱলীসমূহৰ উল্লেখ প্ৰস‚গত সম্পাদকৰ নাম উল্লেখ কৰা হোৱা নাই। একে কাৰণতে কোনো পাদটীকাতেই প্ৰকাশন প্ৰতিষ্ঠান আৰু সংস্কৰণৰ উল্লেখ কৰা হোৱা নাই। কবিতাৰ উদ্ধৃতিৰ ক্ষেত্ৰত যথাক্ৰমে— কবি / স‚কলক / সম্পাদক স কলন পুথি / কাব্যগ্ৰন্থ আৰু শেষত স‚শ্লিষ্ট কবিতা / প্ৰবন্ধৰ আৰু শেষত পৃষ্ঠা স খ্যাৰ উল্লেখ কৰা হৈছে। ই ৰাজী কবিতাৰ ক্ষেত্ৰত শাৰীৰ স খ্যাও দিয়া হৈছে।

পৰিশেষত সবিনয়ে এই কথা স্বীকাৰ কৰোঁ যে আমাৰ এই প্ৰণালীবদ্ধ আলোচনাত প্ৰতিষ্ঠা কৰা চিন্তা ভাবনা আৰু সিদ্ধান্তসমূহ অসমীয়া ৰোমাণ্টিক প্ৰেম কবিতা সম্পৰ্কীয় শেষ সিদ্ধান্ত নহয়। মাথোঁ এই অধ্যয়নে ভাবীকালৰ অনুসন্ধিৎসু পাঠক গৱেষকক অসমীয়া প্ৰেম কবিতাৰ বিভিন্ন দিশত গভীৰভাৱে মনোনিবেশ কৰিবলৈ অনুপ্ৰাণিত কৰিব বুলি আৰু গৱেষণাৰ ছঁয়ামযা দুৰ্গম পথ অতিক্ৰম কৰাত বিভিন্ন সূত্ৰ স‚কেত আৰু তথ্য পাতিৰে তেওলোকৰ চিন্তা চৰ্চাৰ পথ কিছু পৰিমাণে হ'লেও প্ৰশস্ত কৰিব পাৰিব বুলি আশা কৰা হৈছে।

গ্ৰন্থকাৰ

# সূচীপত্ৰ

## প্ৰথম অধ্যায়

# প্ৰেমভাবনা আৰু ৰোমাণ্টিক কবিতা

### প্ৰেমৰ স্বৰূপ আৰু বিস্তৃতি

প্ৰবৰ্তমান বিশ্বৰ চিৰন্তন মানৱীয় অনুভূতিৰ এক সাৰ্থক অভিব্যক্তি হ'ল প্ৰেমভাবনা। ৰূপৰ আনন্দমেলাত নৰ-নাৰীৰ মনৰ গহন-বনত দেহ যমুনাৰ অতলতলিত যুগে যুগে প্ৰেমৰ শাশ্বত স্থিতিৰ উপলব্ধি হৈ আহিছে। মানৱীয় ইতিহাসত সহস্ৰ নৰ-নাৰীৰ হৃদয় মন উদ্বেলিত হৈছে প্ৰেমৰ তৰংগ হিল্লোলত আৰু প্ৰেমৰ সীমাহীন স্বৰূপ প্ৰতিফলিত হৈছে শিল্প-সাহিত্য তথা সমাজজীৱনত। যিহেতু কাব্য শিল্পৰ কলাত্মক অভিব্যক্তিত হৃদয়াবেগৰ স্বাভাৱিক প্ৰকাশে গুৰুত্বপূৰ্ণ ভূমিকা লয় সেয়ে সাহিত্যকৰ্মত মানৱহৃদয় অভিষিক্ত প্ৰেমৰ নিৰ্যাস বিস্তৃত ৰূপতেই পোৱা যায়। বিভিন্ন যুগৰ ঘাত-প্ৰতিঘাত উত্থান পতন আৰু বিবৰ্তনৰ ফলত প্ৰেমৰ বহিৰংগ আৰু প্ৰকাশ কলাত বিভিন্ন পৰিবৰ্তন আহিলেও প্ৰেমৰ আবেগ-অনুভূতিৰ মূল সুঁতিটো বৰ্তমানেও একেদৰেই, অপৰিবৰ্তিত ৰূপতেই বৈ আছে।

প্ৰেমৰ সূক্ষ্মাতিসূক্ষ্ম স্বৰূপ চিন্তন আৰু আবেগ প্ৰকাশ যিকোনো ভাষাত যিকোনো কালৰ সাহিত্যতে সম্ভৱ। মানৱ জীৱনৰ লগত অবিচ্ছেদ্যভাৱে সম্পৃক্ত অথচ শাশ্বত এই প্ৰেমৰ অনিৰুদ্ধ গতি ভাৰতীয় সমাজ জীৱন আৰু সাহিত্যত বৈদিক যুগৰ পৰাই লক্ষ্য কৰা যায়। বেদ উপনিষদ পুৰাণ সংহিতা আদিত প্ৰেমভাবনাৰ প্ৰচুৰ উপাদান সিঁচৰতি হৈ আছে। ঋগ্বেদতে বিজড়িত হৈ আছে প্ৰেমৰ অলেখ উপাখ্যান। উৰ্বশী পুৰুৰবাৰ আখ্যান আৰু যম-যমী আখ্যানৰ কেন্দ্ৰবিন্দুই হ'ল প্ৰেম। অথৰ্ববেদতো নাৰী পুৰুষৰ সম্পৰ্কক লৈ উজ্জ্বল উষ্ণ বহুতো সূক্ত পোৱা যায়।[১] বিশ্বজগতৰ সৃষ্টি আৰু প্ৰাণীজগতৰ বিস্তৃতিৰ মূলতো

---

১। সূক্ত (অথৰ্ববেদ) ৮ ৯ ১২৯ ১৩০ ১৩১ ১৩২, ১৯২ প্ৰভৃতি

যে প্ৰেমানন্দ— সেই কথা বৃহদাৰণ্যক তৈত্তিৰীয় ছান্দোগ্য আদি উপনিষদত বিস্তৃত ৰূপতেই পোৱা যায়।

তৈত্তিৰীয উপনিষদত পৰমসত্তা (ব্ৰহ্ম)ক ৰসস্বৰূপ বুলি কোৱা হৈছে। জীৱকুল এই ৰসকেই লাভ কৰি আনন্দিত হয়।[২] আদিতে ব্ৰহ্ম এক আৰু অদ্বিতীয ৰূপতেই আছিল।[৩] ৰসস্বৰূপ ব্ৰহ্মাই অকলে থাকি ভাল নাপালে। অকলে অকলে ৰস উপলব্ধি নহয়। দুজনৰ গোপন কথা দুজনৰ মিলন বিহ্বলতাৰ মাজেৰেই ৰস পৰিস্ফুট হয়। দ্বৈতবিহীন সত্তাৰ মাজত কেতিয়াও ৰস প্ৰবাহিত নহয় আনন্দ উপলব্ধিৰ অৱকাশেই তাত ছিন্ন। সেয়ে পাৰস্পৰিক মিলন মধুৰতাৰ বাবেই পুৰুষ আৰু প্ৰকৃতিৰ সৃষ্টি।[৪] ছান্দোগ্য উপনিষদতো অনুৰূপ ভাবৰেই প্ৰতিধ্বনি শুনা যায়— তেওঁ (ব্ৰহ্ম) সংকল্প কৰিলে 'মই বহু হ'ম মই জন্মগ্ৰহণ কৰিম।'[৫] কালিদাসৰ 'কুমাৰসম্ভৱ'ত কবিয়ে এই কথা সুন্দৰকৈ কৈছে— 'সৃষ্টিৰ অভিলাষেৰে তুমি নিজমূৰ্তিক স্ত্ৰী আৰু পুৰুষৰূপে দুভাগত ভাগ কৰিছা সেই বিভক্ত অংশ দুটাই এই সৃষ্টিৰ মাতা আৰু পিতা।'[৬] মহাজ্ঞানী মনুৰ মতো অনুৰূপ। তেওঁ কয়— সৰ্বশক্তিমান ব্ৰহ্মাই নিজৰ দেহা দুই অংশত ভাগ কৰি এক অংশৰ দ্বাৰা পুৰুষ আন অংশৰ দ্বাৰা নাৰী সৃষ্টি কৰিলে আৰু এই নাৰীয়েই বিৰাট পুৰুষৰ সৃষ্টি কৰিলে।[৭] ইযাতকৈযো স্পষ্ট এটি শ্লোকত উপনিষদৰ ঋষিয়ে নৰ-নাৰীৰ সৃষ্টি বাসনাৰ কথা বৰ্ণনা কৰিছে 'সৃষ্টিকৰ্তাই চিন্তা কৰিলে মই এই মানৱ বীজৰ বাবে আধাৰ (পাত্ৰ) সৃষ্টি কৰোঁ। তেতিয়া তেওঁ নাৰীক সৃষ্টি কৰিলে। ৰমণীক সৃষ্টি কৰি তেওঁক তলত ৰাখি তেওঁ (মিথুন কৰ্মৰূপ) উপাসনা কৰিলে। সেয়ে এতিয়াও নাৰীক তলত ৰাখিযেই উপাসনা কৰা হয়। সৃষ্টিকৰ্তাই নিজৰ স্পন্দনশীল শিলৰ দৰে কঠিন পুৰুষাংগটোক (স্ত্ৰী অংগত) প্ৰৱিষ্ট কৰিছিল। এইদৰেই তেওঁ স্ত্ৰীৰ লগত সংসৰ্গ কৰিছিল।'[৮]

---

২। ৰসো বৈ স ঃ। ৰসং হ্যেবায়ং লবধ্বানন্দী ভৱতি। (তৈত্তি উ ২ ৭ ২)

৩। ব্ৰহ্ম বা ইদমগ্ৰে আসীদেকমবদ্বিতীয়াম্ (বৃহ' উ ১ ৪ ১১)

৪। স বৈ নৈব ৰেমে তস্মাদেকাকী নৰমতে স দ্বিতীয়মৈচ্ছৎ।
স্ত্ৰীয়াপূৰ্বত এবতাং সমভৱত্ততো মনুষ্যা অজয়ান্ত।। (বৃহ' উ' ১ ৪ ৩)

৫। তদৈক্ষত বহুস্যাং প্ৰজায়েতি (ছান্দো' উপ ৬ ২ ৩)

৬। স্ত্ৰী পুংসাবাত্মভাগৌ তে ভিন্নমূৰ্তে সিসৃক্ষয়া।
প্ৰসূতিভাজ' সৰ্গস্য তাৱেৱ পিতৰৌ স্মৃতৌ।। কুমাৰসম্ভৱ ২ ৭)

৭। দ্বিধা কৃত্বাত্মনো দেহমৰ্ধেন পুৰুষোহভৱৎ।
অৰ্ধেন নাৰী তস্যাং স বিৰাজম সৃজৎ প্ৰভু'।। (মনুসংহিতা ১ ৩২)

৮। স হ প্ৰজাপতিৰীক্ষাচক্ৰে হন্তাস্মৈ প্ৰতিষ্ঠাং কল্পয়ানীতি স স্ত্ৰিয়ং
সসৃজে তাং সৃষ্টাহধ উপাস্ত তস্মাৎ স্ত্ৰিয়মধ উপাসীত স এতং
প্ৰাঞ্চং প্ৰাৱাণমাত্মন এব সমুদপাৰয়ত্তেনৈনামভ্যসৃজৎ।। (বৃহ' উ' ৬ ৪ ২)

ব্ৰহ্মাৰ স্বকীয় তৃপ্তি আৰু সৃষ্টি স্পৃহাৰ বাবেই এনেদৰে নিজক দুই কৰাৰ ফলত এই ৰূপ-ৰস-গন্ধ স্পৰ্শ প্ৰেমেৰে ভৰা বিচিত্ৰ পৃথিৱীৰ সৃষ্টি সম্ভৱ হ'ল। ব্ৰহ্মাৰ এই আনন্দৰূপক স্বাগত জনাই প্ৰাণৰ আৱেগত উপনিষদৰ ঋষিয়ে কম্বুকণ্ঠেৰে ঘোষণা কৰিলে— এই পৃথিৱী সকলো জীৱৰ বাবে মধুস্বৰূপ সকলো জীৱ এই পৃথিৱীৰ বাবে মধুস্বৰূপ।[৯] ঋষি অৰবিন্দৰ লীলাস্বীকৃতি বিষয়ক এটি উক্তিত কোৱা হৈছে— আত্মাৰামৰ এই আনন্দ ... তেৱেঁই ক্ৰীড়া তেৱেঁই ক্ৰীড়নক আৰু তেৱেঁই ক্ৰীড়াভূমি বা ধাম।

> We may regard describe and realise it as Lila the play the child s joy the poet s joy the actor s joy the mechanician s joy of the soul of things eternally young perpetually inexhaustible creating and re-creating Himself in Himself for the sheer bliss of that self creation of that self representation – Himself the play Himself the player Himself the playground [১০]

ৰবীন্দ্ৰনাথৰ 'আমি'[১১] আৰু অন্যান্য বহু কবিতাতেই মানুহৰ সৃষ্টি আৰু বিলোপৰ কথা মানৱহীন পৃথিৱীত স্ৰষ্টাৰ সুখানুভূতি অন্তৰ্হিত হোৱাৰ কথা আৰু মানুহৰ লগত পৰম সম্পৰ্ক স্থাপনৰ উদ্দেশ্য লৈয়েই যে বিশ্ব বিধাতাই জগৎ সৃষ্টি কৰিছে তাৰ কথা নানাভাৱে কোৱা হৈছে।[১২] বৈষ্ণৱ কবিসকলৰ মতেও বহুকান্তা নহ'লে কান্তাপ্ৰেমৰ ৰস বৈচিত্ৰ্য সম্যকৰূপে আস্বাদিত নহয়। সেইবাবেই ৰাধা-কৃষ্ণ

---

৯। ইয়ং পৃথিবী সৰ্বেষাং ভূতানাং মধু।
অস্যৈ পৃথিব্যৈ সৰ্বাণি ভূতানি মধু। (বৃহ° উ ২ ৫ ১)

১০। Sri Aurobindo Sri Aurobindo Birth Centenary Library Vol 18

১১। 'আমি' কবিতাৰ মূল বক্তব্য হ'ল— প্ৰাকৃতিক নিয়মত এদিন পৃথিৱীখন ধ্বংস হৈ গ'লে জনমানৱহীন পৃথিৱীত বিশ্ব-বিধাতাৰ অন্তৰৰ পৰা আনন্দ অন্তৰ্হিত হ'ব। একেই স্ৰোতত ক্লান্ত হৈ বিধাতাই আকৌ মানৱ সৃষ্টি পৰ্ব সম্পন্ন কৰিব লাগিব ৰসবোধহীন মানৱলুপ্ত পৃথিৱী বিধাতাৰ বাবে একেবাৰেই অৰ্থহীন।

১২। (ক) আমায় নিয়ে মেলেছ এই মেলা
আমাৰ হিয়ায় চলছে ৰসেৰ খেলা
মোৰ জীৱনে বিচিত্ৰ ৰূপ ধৰে
তোমাৰ ইচ্ছা তৰংগিছে।
(গীতাঞ্জলি ১২১ নং গান)

প্ৰেম-কল্পলতাৰ পুষ্পপল্লৱৰূপিণী গোপীসকল আবিৰ্ভূতা হৈ ৰাধা-কৃষ্ণৰ প্ৰেমলীলাক মাধুৰ্যমণ্ডিত কৰি তুলিছিল।[১৩]

বিধাতাই সেইবাবেই নিজৰ প্ৰয়োজনত এই বিচিত্ৰ বিশ্ব-সংসাৰৰ কামনা কৰিছে। এই যি কামনা একৰ পৰা দুই[১৪] হোৱা আৰু সেই দুইৰ অসীম মিলন আকাংক্ষা উন্মুখ অধীৰ প্ৰতীক্ষা নৱ নৱ আকৰ্ষণৰ টনা আজোৰা সিয়েই প্ৰেম।

প্ৰেম শব্দৰ আভিধানিক অৰ্থ হ'ল নাৰী পুৰুষৰ ভালপোৱা গভীৰ অনুৰাগ। সংস্কৃত প্ৰেমন্ (প্ৰেম=প্ৰেম+ইমন্) শব্দৰ পৰা নিষ্পন্ন এই শব্দ। প্ৰেমৰ সংজ্ঞা দিবলৈ গৈ প্ৰাচীন ভাৰতৰ কবি ৰাজশেখৰে কৈছে 'মদনৰ আদেশক্ৰমে পৰস্পৰ মিলিত যুৱক যুৱতী (নৰ-নাৰী)ৰ মাজত যি প্ৰণয়গ্ৰন্থি নিৱদ্ধ হয় পণ্ডিতসকলে তাকেই প্ৰেম বোলে। [১৫] প্ৰেমৰ এটি অনুপম আৰু যথাযথ সংজ্ঞা পোৱা যায় শ্ৰীৰূপগোস্বামীৰ 'উজ্জ্বলনীলমণি'ত— 'নায়ক-নাযিকাৰ যি ভাববন্ধন কোনো

---

১২। (খ) তোমাৰ আলোয় নাইতো ছায়া
আমাৰ মাঝে পায় সে কায়া—
হয় সে আমাৰ অশ্ৰুজলে
সুন্দৰ বিধুৰ।
আমাৰ মধ্যে তোমাৰ শোভা
এমন সুমধুৰ।।
(গীতাঞ্জলি ১২০ ন গান)

১২। (গ) যেদিন তুমি আপনি ছিলে একা
আপনাকেতো হয়নি তোমাৰ দেখা
আমি এলেম ভাঙল তোমাৰ ঘুম
শূন্যে শূন্যে ফুটলো আলোৰ আনন্দ কুসুম।
(বলাকা ২৯ নং কবিতা)

১৩। বহুকান্তা বিনা নহে ৰসেৰ উল্লাস।
লীলাৰ সহায় লাগি বহুত প্ৰকাশ।।
(চৈতন্যচৰিতামৃত আদিলীলা ৪ৰ্থ পৰিচ্ছেদ)

১৪। যেভাবে ৰমণীৰূপে আপন মাধুৰী
আপনি বিশ্বেৰ নাথ কৰিছেন চুৰি
যেভাবে পৰম এক আনন্দে উৎসুক
আপনাৰে দুই কৰি লভিছেন সুখ।
(ঠাকুৰ ৰবীন্দ্ৰনাথ সঞ্চয়িতা ৰমণী)

১৫। আণ্ণোন্ন মিলিদস্স মিথুনস্স মঅৰদ্ধ অসাসণেণ পৰূঢ়ং
পণঅ-গন্ঠিং পেম্মংতি ছইল্লা ভণংতি।
(কৰ্পূৰমঞ্জৰী তৃতীয় জৱনিকা
(Suru, N G (Ed) Karpurmanjari by Kavirajsekhar)

অৱস্থাতেই ধ্বংস নহয় ধ্বংসৰ কাৰণ থকা সত্বেও যি সদায় অটুট থাকে তাকেই প্ৰেম বোলে।[16]

আনহাতে প্ৰেম প্ৰণয় ৰতি আদি প্ৰায় সমাৰ্থক শব্দ যেন লাগিলেও সূক্ষ্ম বিচাৰত ইবোৰৰ মাজত ভেদ দেখা যায়। এই সম্পৰ্কে কৃষ্ণদাস কবিৰাজ গোস্বামীয়ে কৈছে ৰতি বৰ্ধিত হৈ ক্ৰমে প্ৰেম স্নেহ মান প্ৰণয় অনুৰাগ ভাব আৰু মহাভাবত পৰিণত হয়

সাধন ভক্তি হইতে হয় ৰতিৰ উদয়।
ৰতি গাঢ় হৈলে তাৰ প্ৰেম নাম কয়।।
প্ৰেম বৃদ্ধি ক্ৰমে স্নেহ মান ও প্ৰণয়।
ৰাগ অনুৰাগ ভাব মহাভাব হয়।। [17]

প্ৰেমৰ লক্ষণেই হ'ল গাঢ় তৃষ্ণা। বিৰহৰ অগ্নিদাহত অথবা মিলনৰ মধু উত্তাপত দুখনি হিয়া দ্ৰবীভূত হৈ একীভূত হয়। বিচ্ছেদ আৰু মিলনৰ ভেদা ভেদ আঁতৰি যায। চণ্ডীদাসে এই প্ৰেমৰ স্বৰূপ দাঙি ধৰিছে এনেদৰে

এমন পীৰিতি কভু নাহি দেখি শুনি।
পৰাণে পৰাণ বান্ধা আপনা আপনি।।
দুহুঁ কোৰে দুহুঁ কাঁদে বিচ্ছেদ ভাবিয়া।
তিল আধেক নাদেখিলে যায যে মৰিযা।। [18]

প্ৰকৃত প্ৰেমে কেতিয়াও প্ৰতিদান নিবিচাৰে দান কৰিয়েই পায় পৰম শান্তি। অকল সেযে নহয প্ৰকৃত প্ৰেমৰ কেতিযাও ধ্বংস নাই ক্ষয় নাই। ভৱভূতিয়ে 'উত্তৰৰামচৰিত'ত সীতা বিৰহত কাতৰ ৰামৰ মুখেৰে এই কথা ঘোষণা কৰিছে 'সু মানুহৰ প্ৰেম সুখ-দুখত একেই ৰূপ এই প্ৰেম সকলো অৱস্থাতেই অনুকূল এই প্ৰেমে তপ্ত হৃদয়ক শান্তি প্ৰদান কৰে বযসে ইযাৰ সৰসতা কমাব নোৱাৰে। কালৰ প্ৰভাৱত ওপৰৰ আচ্ছাদন মাথোঁ ক্ষয় হয় তেতিয়া এই প্ৰেম অন্তৰত

---

১৬। সৰ্বথা ধ্বংস ৰহিতং সত্যাপি ধ্বংস কাৰণে।
যদ্ভাববন্ধনং যুনো স প্ৰেমা পৰিকীৰ্ত্তিত।।
(উজ্জ্বল নীলমণি স্থায়িভেদ প্ৰকৰণম্ ১৪ ৬৩)

১৭। চৈতন্যচৰিতামৃত মধ্যলীলা উনবিংশ পৰিচ্ছেদ

১৮। বৈষ্ণব পদ সংকলন চণ্ডীদাসৰ পদ

চেনেহৰ সাৰ অংশৰূপে অৱস্থিত থাকে। এই কল্যাণকৰ অদ্ভুত প্ৰেম কদাচিতহে কাৰোবাৰ ভাগ্যত উদয় হয়। [১৯]

প্ৰেমৰ এই নিবিড় বিশ্লেষণৰ দ্বাৰা এই কথা প্ৰতীয়মান হয় যে কামনাৰ লগত শ্ৰদ্ধা ৰূপমুগ্ধতাৰ লগত গুণমুগ্ধতা শৰীৰৰ মূল্যবোধৰ লগত ব্যক্তি স্বৰূপৰ মূল্যবোধে যেতিয়া অবিশ্লেষ্য সাযুজ্য লাভ কৰি এক অমূল্য ৰসানুভূতি উদ্ৰেক কৰে তেতিয়া সেই অভিব্যক্তিয়েই প্ৰেম নামেৰে আখ্যায়িত হ'ব পাৰে। নিতে নৱ ৰূপ লোৱা মধুৰ অতৃপ্তিদায়ক অথৰা এই প্ৰেম একান্তভাৱেই অনুভৱৰ বস্তু। ইয়াক সম্পূৰ্ণৰূপে কোনেও বুজিব নোৱাৰে বুজাব নোৱাৰে।[২০] চিৰ ৰহস্যেৰে ই ৰহস্যময়ী। সুখ দুখ আনন্দ বেদনাৰ ই এক আদি-অন্তহীন অভিনৱ সংমিশ্ৰণ। ৰবীন্দ্ৰনাথৰ ভাষাত

এ যে সখী হৃদয়ের প্ৰেম
সুখ দুখ বেদনাৰ
আদি অন্ত নাহি যাৰ
চিৰ দৈন্য চিৰ পূৰ্ণ হেম। [২১]

প্ৰেমিক প্ৰেমিকা মাত্ৰেই জানে যে প্ৰেমৰ আনন্দৰ মাজত নিহিত আছে দুৰ্বিসহ জ্বালা। তথাপি সেই জ্বালাকেই মালা হিচাপে ডিঙিত পিন্ধিবলৈ তেওলোক হয় বদ্ধপৰিকৰ।

প্ৰেমৰ মাহাত্ম্য অপাৰ। মানৱ অন্তৰৰ এই প্ৰেমে ব্যক্তিৰ সৌন্দৰ্যৰ মাজেৰে নিখিল বিশ্বমানৱৰ অন্তৰকেই প্ৰকাশিত কৰে। প্ৰেমৰ সৌকুমাৰ্যতে সভ্যতাৰ মান নিৰূপিত হয়। প্ৰেম দেশ-কালোত্তৰ বিশ্বজনীন। প্ৰেমেই মানৱ জাতিক সম্প্ৰদায়ক পৰিয়ালক আৰু সমাজক একতাৰ এনাজৰিৰে বান্ধি ৰাখিছে। প্ৰেমৰ এই মাহাত্ম্য

---

১৯। অদ্বৈতং সুখ দু খয়োৰনুগুণং সৰ্বাস্বৱস্থাসু যৎ
বিশ্ৰামো হৃদয়স্য যত্ৰ জৰসা যস্মিন্নহাৰ্য্যো ৰস:।
কালেনাবৰণাত্যয়াৎ পৰিণতে যৎ স্নেহসাৰে স্থিতং
ভদ্ৰং তস্য সুমানুষস্য কথমপ্যেকং হি তৎ প্ৰাপ্যতে।।
(উত্তৰৰামচৰিত ১ ৩৯)

২০। প্ৰেমৰ অনুৰাগ কেনেকুৱা বস্তু— কৌতূহলী সখীৰ এই প্ৰশ্নৰ উত্তৰত ৰাধাই কৈছে
সখী কি পুছসি অনুভৱ মোয়
সোই পীৰিতি অনুৰাগ বাখানিতে
তিলেতিলে নতুন হোয়।
(জয়দেৱ-বিদ্যাপতি চণ্ডিদাস পদাবলী সমগ্ৰ বিদ্যাপতিৰ পদ পৃ ৩৪৬)

২১। ঠাকুৰ ৰবীন্দ্ৰনাথ সোনাৰতৰী দুৰ্বোধ

সম্পৰ্কে এৰিক ফ্ৰমৰ 'দ্য আৰ্ট অব লাভিং' গ্ৰন্থৰ জীতেন্দ্ৰ মজুমদাৰ কৃত বাংলা অনুবাদত কোৱা হৈছে

> মানুষেৰ মধ্যে প্ৰেম একটি সক্ৰিয় বা ক্ৰিয়াশীল শক্তি একজন মানুষ বা অন্যান্য সহবাসী মানুষেৰ মধ্যে যে প্ৰাচীৰগুলি তাহাদিগকে পৃথক কৰিয়া ৰাখে প্ৰেম সেই প্ৰাচীৰগুলি ভাঙিয়া ফেলিয়া তাহাকে অপৰ ব্যক্তিগণেৰ সহিত আবদ্ধ কৰে তাহাৰ নিঃসংগতা ও বিচ্ছিন্নতাবোধ দূৰীভূত কৰিয়া তাহাকে আপনি থাকিতে দেয় তাহাৰ স্বকীয়তা ৰক্ষা কৰিয়া তাহাকে বাঁচিতে দেয়। [২২]

—এয়ে যাৰ ভূমিকা সেই প্ৰেম মহান অপৰিহাৰ্য।

## কাম

প্ৰেমৰ লগত বিজড়িত হৈ থকা আন এটি বিষয় হ'ল কাম। বিপৰীত দুটি তড়িতৰ মাজত স্বাভাৱিকতে যেনে এটি আকৰ্ষণ দেখা যায় নাৰী আৰু পুৰুষৰ সান্নিধ্যৰ ফলতো পাৰস্পৰিক এটা সহজাত আকৰ্ষণ প্ৰতিনিয়ত দেখা যায়। বাইবেলৰ আদম ইভ ছলোমন সংগীত বেদৰ যম-যমী উপাখ্যান আৰু গীতাৰ শ্ৰীকৃষ্ণৰ মুখ নিঃসৃত বাণীৰ পৰা আৰম্ভ কৰি অতি আধুনিক কালৰ কাব্য-সাহিত্যৰ মাজতো এই প্ৰৱণতা বিদ্যমান আৰু স্বীকৃত।

বিপৰীত লিংগৰ প্ৰতি সহজাত আকৰ্ষণৰ ফলত ঘটে দৈহিক মিলন আৰু এই মিলনৰ ফলতেই হয় নৱ-জীৱনৰ উন্মেষ। গীতাত ভগৱান শ্ৰীকৃষ্ণই কৈছে প্ৰজাসৃষ্টিৰ বাবেই মই কন্দৰ্প। [২৩] তেওঁ আৰু কৈছে প্ৰকৃতি মোৰ যোনি মই তাত চিদ্‌বীৰ্য নিক্ষেপ কৰিলে তাৰ পৰা সকলো ভূতৰ উৎপত্তি হয়। [২৪] সৃষ্টি ৰক্ষাৰ উপৰি য'ত প্ৰবৃত্তিৰ দাবদাহ সৌন্দৰ্য তৃষ্ণা দেহজ প্ৰেমৰ প্ৰতি উন্মত্ত আসক্তি আৰু সম্ভোগ লিপ্সা নিহিত থাকে তাকেই কাম বুলি অভিহিত কৰিব পাৰি। অষ্টাদশ শতিকাৰ শ্ৰেষ্ঠ মনীষী Edmund Burke-য়ে সৌন্দৰ্য সম্পৰ্কে আলোচনা কৰিবলৈ গৈ কৈছে

---

২২। মজুমদাৰ জীতেন্দ্ৰ চন্দ্ৰ (অনু°) প্ৰেম দাৰ্শনিক বিচাৰ

২৩। প্ৰজনশ্চাস্মি কন্দৰ্প : (শ্ৰীমদ্‌ভগবত গীতা ৪ ২৮)

২৪। মমযোনিৰ্মহদ ব্ৰহ্ম তস্মিন গৰ্ভং দধাম্যহম্।
সম্ভৱ° সৰ্বভূতানাং ততোভৱতি ভাৰত।।
(পূৰ্বোক্ত গ্ৰন্থ ৪ ৩)

> By beauty I mean that quality or those qualities in body by which they cause love or some passion similar to it Beauty in this sense must be distinguished from the many figurative uses of the word and to be limited to the merely sensible quality of things Love that is excited by beauty is a subjective satisfaction arising in the mind upon contemplating anything beautiful and is different from desire or lust which is an energy of the mind that hurries us on to the possession of certain objects not because they are beautiful but for other reasons [২৫]

অৰ্থাৎ আত্মৰক্ষা আৰু সন্ততিৰক্ষা— এই দুইক কেন্দ্ৰ কৰি আমাৰ মাজত বহুতো ভাবাবেগ উৎপন্ন হয়। তাৰ মাজত স্ত্ৰীজাতিক লক্ষ্য কৰি যি ভাবাবেগ উপস্থিত হয় তাকেই কাম বোলে। এই কাম সৰ্বপ্ৰাণী সাধাৰণ। কিন্তু তথাপি মানুহৰ মনত বিশেষ বিশেষ ধৰ্মক লক্ষ্য কৰি কাম উদ্ৰিক্ত হয। বিশেষকৈ কোনো স্ত্ৰীলোকৰ শৰীৰত যিবোৰ গুণ দেখিলে তেওৰ প্ৰতি আমাৰ চিত্ত আকৃষ্ট হয় সেয়েই সৌন্দৰ্য। এই সৌন্দৰ্য দেখি মনত যি আকৰ্ষণ অনুভৱ কৰা হয তাকে কোৱা হয় প্ৰেম আৰু তাক পাবলৈ যি প্ৰচেষ্টা তাকে কোৱা হয় কাম।

কাম সৃজনৰ সহচৰ। সমস্ত প্ৰকৃতিক ধাৰণ কৰি আছে কামে। ইযাৰেই অন্ধ অনুশাসনত জীৱ-জগত চলিছে মৃত্যুৰ ছেদক অস্বীকাৰ কৰি। অবিৰাম গতিত যুগৰ পৰা যুগান্তৰলৈ। ইয়াৰ এটাই মাথোঁ কৰ্ম— বীজক ৰক্ষা কৰা। প্ৰকৃতি ৰাজ্যত প্ৰেম নাই আছে মাথোঁ প্ৰবৃত্তি (instinct)। প্ৰেম হ'ল মানব মনৰ সৃজন উল্লাস। প্ৰকৃতিগত প্ৰবৃত্তিৰ উৰ্ধ্বত উঠাৰ বাবে মানুহৰ মহাপ্ৰযাসৰ ফলেই হ'ল প্ৰেম। সেযে প্ৰেম মানুহৰ মনৰ ৰচনা।[২৬] মানুহে এই প্ৰেমক নিজৰ মনৰ ৰামধনুৰ ৰঙেৰে হাজাৰ কথা আৰু ব্যথাৰে হাজাৰ কান্দোন আৰু লোতকেৰে বিচিত্ৰ কৰি তোলে।

কামৰ নিৰ্দয প্ৰভুত্ব আৰু ক্লান্তিকৰ পুনৰাবৃত্তিৰ পৰা নিজকে উদ্ধাৰ কৰাৰ বাবে মানুহে দ্বিতীয স্বৰ্গলোকৰ দৰে প্ৰেমক আৱিষ্কাৰ কৰিছে। সেযে কাম মানুহৰ

---

২৫। Burke Edmund — Philosophical Enquiry in to the Origin of Ideas of the Sublime and Beautiful Chapt I Part III

২৬। তুমি সন্ধ্যাৰ মেঘ শান্ত সুদুৰ। আমাৰ সাধেৰ সাধনা
আমি আপন মনেৰ মাধুৰী মিশায়ে। তোমাৰে কৰেছি ৰচনা।
(ঠাকুৰ ৰবীন্দ্ৰনাথ কল্পনা মানস প্ৰতিমা)

সহজাত প্ৰেম মানুহৰ তপস্যা। নিজৰ সৃষ্ট এই প্ৰেমৰ দুৰ্লভতাৰ ওচৰত বাৰে বাৰে পৰাভূত হৈয়ো মানুহে পায় জয়ৰ আনন্দ। প্ৰেমাস্পদক নাপালেও প্ৰেমে দিয়ে তেওঁক এক বিচিত্ৰ মাধুৰী— নৱস্বৰ্গ ৰচনাৰ মাধুৰী। প্ৰেমত বিচ্ছেদ আছে কিন্তু ৰিক্ততা নাই আনন্দ আছে কিন্তু পৰিতৃপ্তি নাই আঘাত আছে, কিন্তু অৱসাদ নাই আধা কল্পনা আৰু আধা বাস্তৱতা থকাৰ বাবেই ইয়াৰ প্ৰতি মানুহৰ কৌতূহল দুৰ্বাৰ। সেইবাবেই প্ৰেমৰ দুৱাৰ উন্মোচন কৰাৰ বাবে দিনে-ৰাতিয়ে মানুহৰ থাকে ঐকান্তিক প্ৰচেষ্টা। প্ৰকৃতি-প্ৰদত্ত যৌনতাক মানুহে প্ৰেমলৈ ৰূপান্তৰিত কৰাৰ চেষ্টা মানৱ সমাজত এতিয়াও অব্যাহত আছে। এই কাৰ্যৰ সফলতাতেই সৃষ্টি হৈছে মেঘদূত 'শকুন্তলা 'ডিভাইন কমেডি আদি অমৰ কাব্যসমূহ।

প্ৰেমভাবনা আৰু কাম ভাবনাৰ মাজত এটি অংগাংগী সম্পৰ্ক আছে। প্ৰাচ্য প্ৰতীচ্য উভয় দেশৰ শিল্প সাহিত্যতে এই দুই ভাবনাৰ সমন্বয় স্বীকৃত হৈ আহিছে। ভাৰতীয় আদৰ্শত প্ৰেম বিদেহ নহয় কিন্তু দেহসৰ্বস্বও নহয় আৰু পূৰ্ণতম বিকাশৰ স্তৰত কল্যাণৰ লগত তাৰ অত্যধিক বিৰোধ নাই। দেহৰ মাজৰ পৰাই এটি উৰ্ধ্বমুখী শিখাযুক্ত বন্তি হৈ সি জ্বলিব পাৰে।[২৭] প্ৰাচীন সংস্কৃত সাহিত্যত যদিও কাম আৰু প্ৰেমৰ স্পষ্ট পাৰ্থক্য ৰেখা টনা নহৈছিল যদিও বাস্তৱ দেহৰেই স্বাভাবিক ক্ষুধাৰূপে কামক উপলব্ধি কৰি প্ৰাচীন কবিসকলে কামৰ প্ৰতিটো বৈচিত্ৰ্য প্ৰতিটো সূক্ষ্মস্তৰক নি সংকোচে বিশ্লেষণ কৰিছিল তথাপি কবিসকলে দেহৰ মাজত কামৰ যি অংকুৰ উদ্‌গম— তাৰ লগত এটা আদৰ্শবাদকো মিশ্ৰিত কৰি লৈছিল। কিয়নো তেওঁলোকে এই কথা ভালদৰেই জানিছিল যে খাটি দেহ-বাস্তৱতা কাব্য সৃষ্টিৰ প্ৰতিকূল। এই সন্দৰ্ভত সুশীল কুমাৰ দে'ই লিখিছে

> It would be absurd indeed to suppose that these Sanskrit love poems do not possess any touch of that idealism with out which no poetry is poetry they have enough of idealism, but they do not live upon air It (Sanskrit love poem) does not talk about ideals and gates of heaven but walks on the earth and speaks of the insatiable hunger of the body and the exquisite intoxication of the senses For these poets must have felt, as many true passionate poets feel that passion in

২৭। এই কাৰণেই ৰবীন্দ্ৰনাথে মহাভাৰতক একে সময়তে কৰ্ম আৰু বৈৰাগ্যৰ কাব্য আৰু কালিদাসক একে সময়তে সৌন্দৰ্য ভোগৰ আৰু ভোগবিৰতিৰ কবি বুলি উল্লেখ কৰিছে। (প্ৰাচীন সাহিত্য কুমাৰ সম্ভৱ ও শকুন্তলা)

its essence is not idealism which looks beyond the real but idolatary which finds the ideal in the real [২৮]

সংস্কৃত সাহিত্যই ধৰ্ম অৰ্থ কাম মোক্ষ— এই চতুৰ্বৰ্গ পুৰুষাৰ্থক স্বীকাৰ কৰি লৈছে। সকলো মানুহ মুমুক্ষু নহয় সেয়ে সাধাৰণৰ বাবে পুৰুষাৰ্থ ত্ৰিবৰ্গ— ধৰ্ম অৰ্থ কাম। মানুহৰ জীৱন এই ত্ৰিবৰ্গৰ সু-সামঞ্জস্যপূৰ্ণ অনুশীলনৰ দ্বাৰাই পৰিপূৰ্ণ হৈ উঠে।[২৯] সেইবুলি দেহনিষ্ঠ ভোগ বাসনাক ভাৰতীয় মনীষীসকলে কেতিয়াও একক প্ৰাধান্য দিয়া নাই। কামৰ পংকিল আৱৰ্তৰ পৰা কামনাৰ উৰ্ধায়নতেই প্ৰেমৰ পৰিপূৰ্ণতা। বোকাত জন্মা পদুমে কৰ্দমাক্ত জলৰাশিৰ ওপৰলৈ ওলাই আহি অমলিন পবিত্ৰ পাহিবোৰ সূৰ্যৰ পিনে যেতিয়া মেলি ধৰে তেতিয়া সি হয় পূজাৰ উপাচাৰ। কাম আৰু প্ৰেমৰ এই পাৰ্থক্য ভাৰতীয মনীষীসকলে কেতিয়াও পাহৰি যোৱা নাছিল। কামৰ আলোচনা কৰিলেও সেই কামক তেওলোকে প্ৰেমলৈ ৰূপান্তৰিত কৰিছে। কামেৰে আৰম্ভ নকৰিলে প্ৰেমৰ স্তৰলৈ উন্নীত হোৱা নাযায়। আকৌ ত্যাগ তিতিক্ষা ধৈৰ্য সংযম আৰু বৈৰাগ্যৰ শীতল পানীৰে বিধৌত নহ'লে কাম মূল প্ৰেমবৃক্ষত পৰিণত নহয়। ভাষা সলাই ক'বলৈ হ'লে— কামনা-বাসনা বা ইন্দ্ৰিয়জ-প্ৰেমৰ ভস্মস্তূপৰ পৰাই হয় বিশুদ্ধ প্ৰেমৰ জন্ম।

বৈষ্ণৱ দৰ্শন মতেও প্ৰেম যেতিয়া একান্তই আত্মকেন্দ্ৰিক হয় তেতিয়া সি কাম নামেৰে বিবেচিত হয আনহাতে আত্ম-ইন্দ্ৰিয় প্ৰীতিৰ এষণা যেতিয়া দেহ আৰু কালোত্তৰ চিত্তবৃত্তিত পৰিশোধিত মহত্ব লাভ কৰিবলৈ সক্ষম হয় তেতিয়া তাক কোৱা হয় কৃষ্ণেন্দ্ৰিয় প্ৰীতি। চৈতন্য চৰিতামৃতত কোৱা হৈছে

আত্মেন্দ্ৰিয় প্ৰীতি বাঞ্ছা তাৰে বলি কাম।
কৃষ্ণেন্দ্ৰিয প্ৰীতি ইচ্ছা ধৰে প্ৰেম নাম।। [৩০]

পাশ্চাত্য ধাৰণাতো কাম আৰু প্ৰেমৰ সম্পৰ্ক নিবিড। লেনিনৰ মতে কাম আৰু কৃষ্টিৰ যুগ্ম অবস্থানেই (Biology plus culture) হ'ল প্ৰেম। যৌন বিজ্ঞানী বয়াৰৰ মতেও দেহ আৰু মনৰ যিবিলাক অনুভূতিৰ তীব্ৰ প্ৰেৰণাত নৰ-নাৰীয়ে ইজনে সিজনক একেবাৰে ওচৰত পাব বিচাৰে তাৰ সমন্বয়ৰ নামেই প্ৰেম। বিখ্যাত

---

২৮। De Sushil Kumar — Treatment of Love in Sanskrit Literature (1st Edition)

২৯। ধৰ্মাৰ্থাবুচ্যতে শ্ৰেয়ঃ কামাৰ্থৌ ধৰ্ম এব চ।
অৰ্থ এবেহ বা শ্ৰেয়স্ত্ৰিবৰ্গ ইতি তু স্থিতিঃ।।
(মনু সংহিতা ২ ২২৪)

৩০। চৈতন্যচৰিতামৃত — আদিলীলা ৪ৰ্থ পৰিচ্ছেদ

মনোবিজ্ঞানী এৰিক ফ্ৰমে (Erich Fromm) তেওঁৰ 'দি আৰ্ট অৱ লাভিং গ্ৰন্থৰ দ্বিতীয় অধ্যায়ত প্ৰেম আৰু কামৰ সম্পৰ্কৰ কথা ক'বলৈ গৈ কৈছে— অপ্ৰেম ৰতিকৰ্মৰ দ্বাৰা নৰ-নাৰীৰ ব্যৱধান মাথোন ক্ষণিকৰ বাবেহে দূৰীভূত হয়।[৩১] বিতৰ্কিত লেখক লৰেন্সৰ প্ৰেমৰ ধাৰণা সম্পৰ্কে আলোচনা প্ৰসংগত সমালোচক হীৰেন গোহাঁয়ে লিখিছে প্ৰেম কেৱল যৌন চেতনাৰ বস্তু নহয় যদিও তাৰ মৰ্মত যৌন চেতনাৰ স্থান— কেৱল ভাববাদী মনৰ সৃষ্টি নহয়— কেৱল আধ্যাত্মিক ধৰ্ফৰণি নহয়। ই নাৰী পুৰুষৰ পূৰ্ণ সত্তাৰ এক প্ৰশস্ত আৰু বহুমুখী বিকাশ। ই যেন ধাৰ্মিকৰ ধৰ্মবিশ্বাস। এই বিশ্বাস যান্ত্ৰিক হ'লে কামত নাহে। এই বিশ্বাসৰ পবিত্ৰতা আৰু অনুপ্ৰেৰণা জীৱন্ত কৰি ৰাখিবলৈ হ'লে বিনাচৰ্তে ধাৰ্মিকে তেওৰ মন সততে উপাস্যৰ অভিমুখে নিবিষ্ট ৰাখিব লাগিব সাধনাৰ যোগেদি।[৩২] কবি-কথাশিল্পী বুদ্ধদেব বসুৰ মতে কামনা বস্তুটোৰেই মাথোন শাৰীৰিক নহয়। তাৰ পিছফালে মন আছেই। ভালপোৱা মনৰ বস্তু তাৰ পৰাই শৰীৰৰ কামনা।[৩৩] প্ৰখ্যাত সমালোচক অবুসয়ীদ আইয়ুবে কৈছে যে প্ৰেম দৈহিক মিলন থেকে আধ্যাত্মিক সাধনাৰ মিলন পৰ্যন্ত বিস্তৃত সেই প্ৰেমইতো প্ৰেমেৰ পৰাকাষ্ঠা পৰমাগতি।[৩৪] পণ্ডিত বিমান ভট্টাচাৰ্যৰ অভিমতো অনুৰূপ তেও লিখিছে— দেহনিষ্ঠ ভোগবাসনাকে নিছক ৰক্ত মাংসেৰ লোলুপতাৰ সীমা ছাড়াইযা তদূৰ্ধ্বে প্ৰতিষ্ঠিত কৰিয়া কাম্যেৰ সহিত কামনাকাৰীৰ তাদাত্ম্যবোধ যখন ধৰ্মেৰ নাভি পথে আবৰ্তিত হয় তখনই তাহাৰ নাম হয় প্ৰেম।'[৩৫]

বস্তুত যৌনক্ৰিয়াৰ আতিশয্যই যিদৰে মানুহৰ জৈৱ প্ৰাণশক্তিৰ বহুখিনি হৰণ কৰি নিয়ে মনুষ্যত্বৰ মূল ভিত্তিভূমিৰ পৰা মনক কেন্দ্ৰচ্যুত কৰে তেনেদৰে প্ৰযোজনীয আৰু নিযমিত যৌন তৃপ্তিৰ অভাৱে মানুহৰ মনৰ ভাৰসাম্যক বহুপৰিমাণে বিনষ্ট কৰে। মন আৰু আত্মাৰ সকলো লীলা বৈচিত্ৰ্যই দেহৰ আধাৰতে অনুষ্ঠিত হয়। সুস্থ স্বাভাৱিক যৌনতৃপ্তি লাভেই যিহেতু এই দেহৰ অন্যতম দাবি গতিকে এই দাবি দমাই ৰাখি মাথোঁ মনৰ স্বাস্থ্যক সম্বল কৰি আত্মিক কৃতিত্বৰ ধ্বজা উৰুৱাই থাকিলে জীৱন-ধৰ্মৰ পৰা স্বাভাৱিকতেই বিচ্যুত হোৱাৰ সম্ভাৱনা থাকে

---

৩১। মজুমদাৰ জীতেন্দ্ৰচন্দ্ৰ (অনু) প্ৰেম দাৰ্শনিক বিচাৰ

৩২। বৰগোহাঞি হোমেন(সম্পা) বিংশ শতাব্দীৰ অসমীয়া সাহিত্য (হীৰেন গোহাঁইৰ প্ৰবন্ধ 'ডি এইচ লৰেন্স আৰু আধুনিক মানৱতা)

৩৩। ঘোষ সাগৰময় (সম্পা) দেশ (চিত্ৰা দেৱৰ প্ৰবন্ধ প্ৰেম) ১৬ জানুৱাৰী ১৯৮৮

৩৪। আইয়ুব আবুসয়ীদ ব্যক্তিগত ও নৈৰ্ব্যক্তিক

৩৫। ভট্টাচাৰ্য বিমান সংস্কৃত সাহিত্যেৰ ৰূপৰেখা

আৰু পূৰ্ণ মনুষ্যত্ব আৰু অখণ্ড ব্যক্তিত্ব লাভ কৰা কেতিয়াও সম্ভৱ নহ'ব পাৰে। সেয়ে দেহহীন মনৰ মিলন যিদৰে এক অলীক অৰ্থহীন ভাবসৰ্বস্বতা সেইদৰে মনহীন দেহ মিলনো এক অন্ধ জৈৱিকতাৰ বাহিৰে আন একোৱেই নহয়।

গতিকে এই কথা অনস্বীকাৰ্য যে দেহক বাদ দি প্ৰেম গঢ়ি উঠিব নোৱাৰে। প ংকৰ পৰাই প ংকজৰ জন্ম হোৱাৰ দৰে দেহজ প্ৰেমৰ পৰাই হয় দেহাতীত-প্ৰেমৰ জন্ম। সেযে ক'বলৈ গ'লে সকলো প্ৰেমেই একেলগে দেহানুগ আৰু দেহাতীত। ইয়াৰ মাজত স্পষ্ট ভেদৰেখা টনা নাযায বৰং এটা আনটোৰ সৈতে নিবিড়ভাৱে সম্পৰ্কযুক্তহে।

## বিৰহ

প্ৰেমৰ সৈতে বিজড়িত আন এটি বিষয হ'ল বিৰহ। প্ৰেমৰ ক্ষেত্ৰত যদিও মিলনেই মুখ্য তথাপি মিলনৰ আগৰ আৰু পিছৰ পৰ্যাযবোৰ স্বাভাৱিকতেই উপেক্ষণীয নহয। পূৰ্বৰাগ মান অভিসাৰ প্ৰেম বৈচিত্ত্য প্ৰবাস মিলন আদি যিদৰে প্ৰেমৰ অপৰিহাৰ্য অ ংগ সেইদৰে বিৰহও প্ৰেমৰ অতি ঘনিষ্ঠ অ ংশ। অন্ধকাৰ আছে বাবেই যিদৰে পোহৰৰ ইমান মূল্য সেইদৰে বিৰহ বা বিচ্ছেদ আছে বাবেই প্ৰেম ইমান মধুৰ মিলন ইমান উপাদেয। বিৰহৰ আভিধানিক অৰ্থ হ'ল— প্ৰিযজনৰ পৰা আঁতৰত থাকিবলগীযা হোৱাৰ বাবে মনলৈ অহা সন্তাপ যি মানসিক সন্তাপ শেষত গৈ নাযক-নাযিকাৰ সমস্ত অস্তিত্ব জুৰি বিযপি পৰে যাৰ ফলত বিৰহী বা বিৰহিণীৰ দুখৰ অন্ত নাইকিয়া হয।

বিচ্ছেদে বিৰহ আনে সঁচা কিন্তু হৃদযত মিলনৰ চিৰ আকুলতা জগায সীমাৰ বাধা আঁতৰাই বিশ্বময বিযপাই দিযে মিলনৰ পূৰ্ণতা। বিৰহৰ এই ব্যাপ্তি সম্পৰ্কে ৰবীন্দ্ৰনাথে লিখিছে

মিলনে আছিলে বাঁধা
শুধু এক ঠাঁই বিৰহে টুটিযা বাধা
আজি বিশ্বময ব্যাপ্ত হযে গেছ প্ৰিযে
তোমাৰে দেখিতে পাই সৰ্বত্ৰ চাহিযে।
ধূপ দগ্ধ হযে গেছে, গন্ধবাষ্প তাৰ।
পূৰ্ণ কৰি ফেলিয়াছে আজি চাৰি ধাৰ। [৩৬]

৩৬। ঠাকুৰ ৰবীন্দ্ৰনাথ সোনাৰতৰী মানসসুন্দৰী

সেইবাবেই ধৰ্মকীৰ্তিৰ এটি শ্লোকত মিলনতকৈ বিৰহকেই শ্ৰেষ্ঠ বুলি দেখুওৱা হৈছে।[৩৭] একে কাৰণতেই জগতৰ শ্ৰেষ্ঠ কাব্যসমূহ বিৰহক লৈযে ৰচিত হৈছে। প্ৰাচ্য-সাহিত্যত বিযোগান্ত পৰিসমাপ্তি নিষিদ্ধ হ'লেও বিৰহৰ প্ৰাধান্য কেতিয়াও অস্বীকৃত হোৱা নাই। ৰামাযণ মহাভাৰত কালিদাসৰ শকুন্তলা মেঘদূত ভৱভূতিৰ উত্তৰৰামচৰিত— এই আটাইবোৰতেই বিৰহৰ জয়গান সূচিত হৈছে। প্ৰতীচ্য সাহিত্যত ট্ৰেজেডিৰ শ্ৰেষ্ঠত্ব অনস্বীকাৰ্য আৰু এই ট্ৰেজেডিবোৰতো যথেষ্ট পৰিমাণে নিহিত আছে বিৰহৰ উপাদান। বৈষ্ণৱ পদাৱলীৰ শ্ৰেষ্ঠ সম্পদেই হ'ল বিৰহ।

'ৰামায়ণ'ত ৰামৰ বিৰহ 'উত্তৰৰামচৰিত'ত সীতা বিৰহত ৰামৰ সন্তাপ 'বিক্ৰমোৰ্বশীযম'ত পুৰুৰবাৰ বিৰহ আৰু 'কুমাৰসম্ভৱ'ত ৰতিৰ বিলাপৰ কথা বাদ দিলেও একমাত্ৰ মেঘদূত'ৰ যক্ষ-বিৰহৰ অৱস্থাটো অনুধাৱন কৰিলেই বুজা যায় যে প্ৰেমৰ লগত বিৰহৰ সম্পৰ্ক কিমান সুগভীৰ আৰু সাহিত্য বিচাৰতো তাৰ স্থান কিমান ওপৰত। নৰ-নাৰীৰ প্ৰেম বিৰহক লৈ ৰচিত কালিদাসৰ মেঘদূত এখন অনুপম কাব্য ই যক্ষৰ বিৰহ গান বৰ্ষাৰ প্ৰেম সংগীত। ইয়াতেই প্ৰতিবিম্বিত হৈছে নৰ-নাৰীৰ বিৰহবোধৰ চিৰন্তন প্ৰতিচ্ছবি। কবিৰ নিপুণ তুলিকাস্পৰ্শত যক্ষৰ ব্যক্তিগত অৱদমিতবাসনা বেদনালৈ ৰূপান্তৰিত হৈ সৰ্বজনীন সৰ্বকালিক হৈ পৰিছে।[৩৮]

ভাৰতীয সাহিত্যত বিৰহৰ স্থান অতি উচ্চত বিশেষকৈ বৈষ্ণৱ সাহিত্যত। বৈষ্ণৱ কবিসকলৰ হাতত বিৰহে এক বিশেষ ৰূপ লাভ কৰিছে। শ্ৰীকৃষ্ণৰ মথুৰাগমন আৰু দীৰ্ঘকালৰ বাবে তেওঁৰ অদৰ্শনে কৃষ্ণপ্ৰাণ শ্ৰীমতী ৰাধিকা আৰু গোপীসকলৰ অন্তৰত যি সন্তাপ জ্বালা সৃষ্টি কৰিছে তাকেই বৈষ্ণৱ কবিসকলে নানাভাৱে প্ৰকাশ কৰিছে আৰু মাথুৰ (বিৰহ) পৰ্যাযত সেইবোৰক স্থান দিছে। এই পৰ্যাযত একমাত্ৰ ৰস হ'ল কৰুণ বা বিৰহ। বৈষ্ণৱ কবিসকলে বিৰহৰ দহটা অৱস্থা থকা বুলি কৈছে।[৩৯]

---

৩৭। স গম বিৰহ বিকল্পে বৰমিহবিৰহো ন সংগমস্তস্যা"
স গমে সৈব তথৈবা ত্ৰিভুবনমপি তন্ময়ং বিৰহে।।
(সদুক্তি কৰ্ণামৃত ২ ৯১ ৪)

৩৮। মেঘমন্দ্ৰ শ্লোক
বিশ্বেৰ বিৰহী যত সকলেৰ শোক
ৰাখিয়াছে আপন আঁধাৰ স্তৰে স্তৰে
সঘন স গীত মাঝে পুঞ্জীভূত ক'ৰে।।
(ঠাকুৰ ৰবীন্দ্ৰনাথ সঞ্চয়িতা মানসী মেঘদূত)

৩৯। চিন্তাচজাগৰোদ্বেগৌ তানবং মলিনাংগতা।
প্ৰলাপো ব্যাধিৰুন্মাদো মোহৰ্মৃত্যুৰ্দশা দশ।।
(উজ্জ্বল নীলমণি শৃংগাৰভেদ প্ৰকৰণম্ ১৫ ১৬৭)

বৈষ্ণৱ পদাৱলীত বিৰহৰ সুৰ অতি মৰ্মান্তিকভাৱে বাজি উঠিছে ৰাধা চৰিত্ৰৰ মাজেৰে। প্ৰিয় মিলনৰ বাবে ৰাধাৰ দেহ মন অধীৰ অথচ প্ৰিয়জন তেওঁৰ ওচৰত নাই তেওঁৰ গৃহ শূন্য।[৪] সুতীব্ৰ বিৰহ যন্ত্ৰণাত ৰাধাৰ হৃদয়ৰ হাহাকাৰ যেন বাহিৰৰ প্ৰাকৃতিক পৰিবেশৰ লগত একাকাৰ হৈ গৈছে। আৰ্তকণ্ঠে তেওঁ সখীক কৈছে

এ সখি হামাৰি দুখেৰ নাহি ওৰ।
এ ভৰা বাদৰ মাহ ভাদৰ
শূন্য মন্দিৰ মোৰ।। [৪১]

চিৰ বিৰহৰ দহনজ্বালা সহ্য কৰি অনন্ত অতৃপ্তি অনন্ত তৃষ্ণা আৰু হাহাকাৰ বুকুত লৈ শ্ৰীকৃষ্ণৰ আগমনৰ প্ৰতীক্ষাত সময় অতিবাহিত কৰিছে বিৰহিণী ৰাধাই যি বিৰহ অন্তহীন এক পথ পৰিক্ৰমাৰ বাহিৰে আন একো নহয়। কাৰণ ৰাধা সমন্বিতে সকলো গোপ-ৰমণীৰ কৰুণ কান্দোন আৰু অশ্ৰুসজল চকুৰ কৰুণ মিনতি সত্ত্বেও শ্ৰীকৃষ্ণ কোনো দিনেই আৰু গোকুললৈ উভতি অহা নাই। অৰ্থাৎ বৈষ্ণৱ কবিয়ে ৰাধা-কৃষ্ণৰ মিলনৰ মাজেৰে বৈষ্ণৱ পদাৱলীৰ সমাপ্তি ঘটোৱা নাই। যেতিয়া নায়ক-নায়িকাৰ পাৰস্পৰিক সম্পৰ্ক সৰ্বাধিক ঘনিষ্ঠ হৈ উঠিছে, তেতিয়াই মাথুৰ বা বিৰহৰ সৃষ্টি কৰি জীৱাত্মাৰ পৰমাত্মাভিমুখী সাধনাক চিৰন্তন কৰি ৰখাৰ প্ৰয়াস কৰিছে।

দৰাচলতে প্ৰেম কাম আৰু বিৰহৰ মাজত বিস্তৰ ভেদ থাকিলেও সময়ত এই ভেদৰেখা নোহোৱা হৈ যায়। তেতিয়া এটাই আনটোৰ পৰিপূৰক হিচাপেহে কাম কৰে। প্ৰেমৰ এই ত্ৰয়ী অৱস্থা একেটা টবত ফুলা তিনিবিধ সুগন্ধি কুসুম।

## ৰোমাণ্টিক প্ৰেমৰ প্ৰকাৰ

মূলত ইংৰাজী-সাহিত্যৰ যোগেদি বিশ্বসাহিত্যত ব্যাপক প্ৰভাৱ বিস্তাৰকাৰী ৰোমাণ্টিচিজম বা ৰমন্যাসবাদ আছিল এটি প্ৰসাৰিত ভাবধাৰা যাৰ মাজত আছিল ধ্ৰুপদী সাহিত্যৰ কঠিন বন্ধনৰ পৰা কবিতাৰ আৰু কবি মানসৰ মুক্তিলাভৰ ঐকান্তিক প্ৰৱণতা। ক্ষুদ্ৰৰ পৰা বৃহত্তৰলৈ অন্তৰ্দৃষ্টি মেলি ধৰা কবিসকলে দৃশ্যমান জগতৰ

---

৪০। শূন ভেল মন্দিৰ শূন ভেল নগৰী।
শূন ভেল দশোদিশ শূন ভেল সগৰি।।
ভট্টাচাৰ্য পৰেশ (সম্পা) পদাৱলী সংকলন বিদ্যাপতিৰ পদ

৪১। পূৰ্বোক্ত গ্ৰন্থ

সৌন্দৰ্যৰ মাজতো উপলব্ধি কৰিছিল এক পৰম বিস্ময়বোধ আৰু অতীন্দ্ৰিয় অনুভূতি। প্ৰেমৰ ক্ষেত্ৰতো তেওলোকৰ দৃষ্টিভংগী আছিল মুক্ত উদাৰ। সৌন্দৰ্যই যিহেতু প্ৰেমৰ উৎস সেয়ে ৰোমাণ্টিক কবিসকলে নাৰী নিসৰ্গ আৰু ঈশ্বৰৰ মাজত প্ৰেমৰ উপাদান আৱিষ্কাৰ কৰি লৈছিল। তদুপৰি তেওলোকে শিশু মানুহ আৰু পাৰ্থিৱ অপাৰ্থিৱ সকলো বস্তুৰাজিৰ মাজতেই সৌন্দৰ্যৰ পযোভৰ লক্ষ্য কৰিছিল সেইবোৰৰ মাজত স্থিত প্ৰেমৰ সুমহান সত্তাক বিচাৰি পাইছিল। অৰ্থাৎ প্ৰেম সম্পৰ্কে ৰোমাণ্টিক কবিসকলৰ ধাৰণা কেতিযাও খণ্ডিত আৰু সংকীৰ্ণ নাছিল। ব্যাপকতৰ ৰূপত প্ৰেমক প্ৰতিষ্ঠা কৰাই আছিল ৰোমাণ্টিক প্ৰেমভাবনাৰ অন্যতম বৈশিষ্ট্য।

ইংলণ্ডত হোৱা এই ৰোমাণ্টিক কাব্য আন্দোলনৰ সময়সীমা ধৰা হয় ১৭৯৮ খ্ৰী ৰ পৰা ১৮৩২ খ্ৰী লৈ।[৪২] এই সময়ছোৱাত মুখ্যত পাঁচগৰাকী কবিযেই ইতিহাস প্ৰসিদ্ধ হৈ আছে।[৪৩] এই পাঁচগৰাকী কবি যথাক্ৰমে ৱৰ্ডচৱৰ্থ (W Wordsworth 1770 1850) ক'লৰীজ (S T Coleridge 1772 1834) বাযৰণ (G G Byron 1788 1824) শ্যেলী (P B Shelley 1792 1822) আৰু কীটছ (J Keats 1795 1821)। এওলোক আটাইৰে কবিতাত ৰোমাণ্টিক কবিতাৰ বিভিন্ন দিশ উন্মোচিত হৈছে। ৱৰ্ডচৱৰ্থৰ কবিতাত প্ৰকৃতিপ্ৰেম (Naturalism) ক'লৰীজৰ কবিতাত অতি লৌকিকতা তথা ভৌতিকবাদ (Supernaturalism) বায়ৰণৰ কবিতাত মুক্তিৰ আকাংক্ষা (Love of Liberty) শ্যেলীৰ কবিতাত আদৰ্শবাদ (Idealism) আৰু কীটছৰ কবিতাত সৌন্দৰ্য উপাসনা (Worship of Beauty) বিশেষভাৱে মূৰ্ত হৈ উঠিছে। এই আটাইকেইজন কবিযেই প্ৰেমৰ ৰহস্যৰ অপাৰ জলধিতীৰত বহি প্ৰেমৰ বৰ্ণাঢ্য বিচিত্ৰৰূপৰ বৰ্ণনা কৰিছে। ইংৰাজ ৰোমাণ্টিক কবিৰ এই প্ৰেম ভাবনাক প্ৰকৃতিপ্ৰেম নাৰীপ্ৰেম স্বদেশপ্ৰেম অধ্যাত্মপ্ৰেম আদি বিভিন্ন দৃষ্টিকোণৰ পৰা চাব পাৰি।

---

৪২। ১৭৯৮ চনৰ আগৰ অৰ্থাৎ প্ৰাক ৰোমাণ্টিক কালৰ কবি হিচাপে টমছন (J Thomson 1700-1748) কুপাৰ (W Cowper 1731 1800) গ্ৰে (T Gray 1716 1771) কলিন্স (W Collins 1721 1759) বাৰ্ণচ (R Burns 1759 1796) ব্লেক (W Blake 1757 1827) প্ৰমুখ্যে কবিসকলৰ কবিতাতো ৰোমাণ্টিক কবিতাৰ অংকুৰ উদ্‌গমৰ লক্ষণ আৰু বিস্তৃত উপাদান সিঁচৰতি হৈ আছিল। কিন্তু ৱৰ্ডচৱৰ্থ আৰু ক'লৰীজৰ Lyrical Ballads প্ৰকাশৰ সময়ৰ পৰাহে প্ৰকৃত ৰোমাণ্টিক কবিতাৰ বিস্তাৰ কাল আৰম্ভ হয়।

৪৩। এই সময়ছোৱাৰ ভিতৰৰ আন দুজন আপাতঃ অপ্ৰধান কবি সাদে (R Southey 1774-1843) আৰু ঔপন্যাসিক স্কট (W Scott 1771 1832)-য়েও ৰোমাণ্টিক কবিতাৰ বিভিন্ন দিশত বহণ চৰাইছে।

## প্ৰকৃতিপ্ৰেম ঃ

ৰোমাণ্টিক কবিতাত প্ৰকৃতিক অতি উচ্চ আসনত স্থান দিয়া হৈছে। প্ৰকৃতিৰ আলোচনা অবিহনে ৰোমাণ্টিক কবিৰ কাব্যালোচনা অসম্ভৱ। ৱৰ্ডচৱৰ্থৰ ক্ষেত্ৰত এই কথা সম্পূৰ্ণ প্ৰযোজ্য। ৱৰ্ডচৱৰ্থে লিখা প্ৰকৃতি কবিতা আধ্যাত্মিক ধ্যান-ধাৰণা পুষ্ট গহীন আৰু মন্দিৰৰ পবিত্ৰ দীপশিখাৰ দৰে উজ্জ্বল। প্ৰকৃতিৰ বাহ্যিক ৰূপৰ বৰ্ণনা দিয়েই মাথোঁ তেওঁ ক্ষান্ত হোৱা নাই তেওঁ প্ৰকৃতিৰ গভীৰতম প্ৰদেশত প্ৰবেশ কৰি তন্ন তন্নকৈ প্ৰকৃতিৰ ৰহস্যময়তা উপলব্ধি কৰিছে। সৰ্বেশ্বৰবাদী কবিয়ে প্ৰকৃতি জগতৰ সকলোতে ঈশ্বৰৰ অস্তিত্ব অনুভৱ কৰিছে। ৱৰ্ডচৱৰ্থৰ প্ৰকৃতি চেতনাৰ স্বৰূপ সম্পৰ্কে সমালোচকে লিখিছে

> His dominant conception however is that nature is a body possessed of a soul There is a spiritual presence in things a conscious spiritual life which animates all objects It pulsates in the clod it inhabits the stars it rolls in all things and is the soul of all [৪৪]

মানুহৰ পৃথিৱী আৰু বাহ্য প্ৰকৃতিখনক পৰিচালিত কৰা এক শক্তিশালী আৰু ক্ৰিয়াশীল সত্তাৰ দৃঢ় ধাৰণা ব্যক্ত হৈছে— Tintern Abbey -ৰ তলত উল্লেখ কৰা শাৰীকেইটাত

> And I have felt
> A presence that disturbs me with joy
> Of elevated thoughts a sense sublime
> of something for more deeply interfused
> whoose dwelling is the light of setting suns
> And the rould ocean and the living air
> And the blue sky and in the mind of man
> A motion and a spirit that impels
> All thinking things all objects of all thought
> And rolls through all things [৪৫]

---

৪৪। Mukhopadhyaya Purnachandra Journey of the Upanisada to the West

৪৫। Batey Charles (Ed) : Eight Poets Tintern Abbey Lines 93 102

ইযাত ৱৰ্ডচৱৰ্থে এজন সত্যদ্ৰষ্টা ৰহস্যবাদী দাৰ্শনিকৰ দৰে পৰমসত্তাৰ বিশ্লেষণ কৰিছে। সন্ধিয়াৰ মাৰ যোৱা বেলিৰ হেঙুলি ৰহণ আদিগন্ত বিস্তৃত নীলাকাশ তৰংগায়িত সমুদ্ৰৰ বিশালতা সতেজ সমীৰণৰ উতলা স্পন্দন— এই আটাইবোৰৰে অন্তৰালত চলি আছে এক অসীম চেতনাৰ সীমাহীন লীলা খেলা এক অনিৰ্বাচ্য অন্তহীন গতিৰ চঞ্চল উন্মত্ততা। ৱৰ্ডচৱৰ্থৰ মতে এই গতিশীল চেতনাৰ নামেই পৰম সত্য। প্ৰকৃতিৰ মাজত জীৱন্ত আত্মাৰ অনুভৱৰ ফলতেই কবিয়ে সেই আত্মাৰ লগত পৰিপূৰ্ণভাৱে বিলীন হ'ব বিচাৰিছে। ৱৰ্ডচৱৰ্থৰ এই অভিব্যক্তিয়ে প্ৰকৃতিৰ প্ৰতি থকা তেওঁৰ গভীৰ ভালপোৱা যিদৰে প্ৰকাশ কৰিছে, সেইদৰে উদ্‌ঘাটন কৰিছে জীৱন-ৰহস্যৰ স্বৰূপ আৰু মূৰ্ত কৰি তুলিছে সত্য-শিৱ-সুন্দৰৰ ছবি। এই সম্পৰ্কে সমালোচকৰ উক্তি প্ৰণিধানযোগ্য

> Wordsworth thus speaks of a Universal spirit as a knitting together is a splendid harmony all things of the world This awareness or vision of a Universal soul enables him to perceive the underlying unity is all things [৪৬]

প্ৰকৃতিৰ মাজেৰে অতীন্দ্ৰিয়লোকৰ অনুভৱ ভাবগম্ভীৰ তন্ময়তা অবিনশ্বৰ আত্মাৰ চিৰাযত ৰূপ আদিৰ প্ৰকাশ ঘটিছে কবিৰ Tintern Abbey Intimations of Immortality The Prelude আদি কবিতা আৰু কাব্যত।

ক'লৰীজেও প্ৰকৃতিৰ সকলোতে ঈশ্বৰৰ প্ৰসন্ন হাঁহি দেখা পাইছিল। তেও বিশ্বাস কৰিছিল যে প্ৰকৃতিৰো জীৱন আছে, আত্মা আছে, আনন্দ আছে, বিষাদ আছে। মানুহ প্ৰকৃতি আৰু ভগৱান— এই তিনিও প্ৰেমৰ ডোলেৰে বান্ধ খাই আছে। প্ৰকৃতি হ'ল ক'লৰীজৰ মতে ঐশীশক্তিৰ প্ৰকাশ

> On the wide landscape gaze till all doth seem
> Less grass than bodily and of such hues
> As veil the Almighty spirit [৪৭]

ক'লৰীজৰ কেবাটাও কবিতাত প্ৰকৃতিৰ লগত মানৱাত্মাৰ আৰু বিশ্বৰ কাৰণ সত্তাৰ এক ঘনিষ্ঠ সম্বন্ধৰ কথা কোৱা হৈছে। The Aeolian Harp ত তেও কৈছে

৪৬। Mukhopadhyaya, Purnachandra Journey of the Upanisada to the West

৪৭। Coleridge E H (Ed) Coleridge Poetical Works This Lime tree Bower My Prison, Lines 40-42

" O! the one life within us and abroad
Which meets all motion and becomes its soul
A height in sound a sound like power in light
Rhythm in all thought and joyance everywhere [৪৮]

প্ৰকৃতিৰ প্ৰতি গভীৰ অনুৰাগী আৰু আত্মহাৰা শ্যেলীয়ে প্ৰকৃতিৰ প্ৰতিটো বস্তুকেই চিন্ময়ৰূপে অংকন কৰিছে। তেওঁৰ কবিতাতো প্ৰকৃতিৰ জীৱন্ত সত্তা বিৰিঙি উঠিছে। কবিয়ে প্ৰকৃতিক ভাল পাইছিল যদিও মাটিৰ পৃথিৱীতকৈ তেও অধিক ভাল পাইছিল আকাশ মেঘমালা আৰু পৰ্বতক। অৰ্থাৎ ধূলি মলিন পৃথিৱীৰ উৰ্ধ্বত তেও থাকিব বিচাৰিছিল। তদুপৰি তেও শুচি যাব বিচাৰিছিল মানুহৰ বসবাস নোহোৱা সেই অৰণ্যলোকলৈ য'ত মানৱ সমাজৰ কঠিন বাধা নিষেধ নাই আছে মাথোঁ মুক্তিৰ অনন্ত নিৰ্যাস।

প্ৰকৃতি সম্বন্ধীয় শ্যেলীৰ অনবদ্য কবিতাটো হ'ল Ode to the West Wind । জীৱন-মৃত্যুৰ দ্বন্দ্বমুখৰ এই কবিতাটোত কবিয়ে বহি আকাশৰ ৰূপলোকৰ লগত নিজৰ অন্তৰ আকাশৰ ৰসলোক ৰিজাই চাইছে। কবিতাটোত বিশ্ব প্ৰকৃতি আৰু তেওৰ সত্তা যেন একীভূত হৈ পৰিছে। কবিয়ে অনাগত অন্ধকাৰময় ভবিষ্যৎ ভেদ কৰি মধুৰ প্ৰতিশ্ৰুতিৰে পূৰ্ণ সতেজ আৰু উজ্জ্বল দিনৰ আগমনীবাৰ্তা ঘোষণা কৰিছে এইদৰে If winter comes can spring be far behind? [৪৯] কম্পটন ৰিকেটৰ ভাষাত

Then from the individual the poem possess to the universal The old world must go a new world must come with the Spring laden with fresh sweet promises for suffering humanity [৫০]

চৰাই আৰু ফুল সম্পৰ্কেও শ্যেলীয়ে বহুতো অনবদ্য কবিতা লিখিছে। Sensitive Plants নামৰ কবিতাত নানাবিধ ফুলৰ বিচিত্ৰ ৰঙৰ সমাবেশ লক্ষণীয় হৈ উঠিছে। শ্যেলীৰ বাবে ফুল যিদৰে মানুহৰ দৰেই জীৱন্ত অনুভূতিশীল আৰু সূক্ষ্ম সেইদৰে বিশ্বব্যাপী উজলি থকা সৌন্দৰ্যমালাৰ লগত ই অবিচ্ছেদ্যভাৱে সম্পৰ্কান্বিত। চৰাই সম্পৰ্কে লিখা To the Skylark কবিতাটোৰ চৰাইজনীয়ে মাটিৰ সকলো সম্পৰ্ক অস্বীকাৰ কৰি মহাকাশত বিচৰণ কৰিছে।

---

৪৮। পূৰ্বোক্ত গ্ৰন্থ The Aeolian Harp Lines 26-29

৪৯। Palgrave's The Golden Treasury Ode to the West Wind, Line 70

৫০। Rickett, A C : History of English Literature

লৰ্ড বায়ৰণৰ প্ৰকৃতি-বিষয়ক কবিতাত অধ্যাত্ম-চেতনাৰ অন্বেষণ নাই। তেওঁৰ Childe Harold আৰু Manfred নামৰ কবিতা দুটিত প্ৰকৃতিৰ সুন্দৰ বৰ্ণনা আৰু কল্পনাশক্তিৰ অনন্যতা স্বীকাৰ্য। প্ৰকৃতিৰ প্ৰতি ভালপোৱা আৰু আন্তৰিকতাৰ এক অন্তৰংগ স্বীকাৰ-উক্তি পোৱা যায় Childe Harold'ত

Are not the mountains waves and skies a part
Of me and of my soul as I of them? [৫১]

তথাপি ৱৰ্ডচৱৰ্থৰ দৰে বায়ৰণ প্ৰকৃতি পূজাৰী নাছিল। তেও ভাল পাইছিল প্ৰকৃতিৰ উদ্দামৰূপ। বায়ৰণৰ প্ৰকৃতি বৰ্ণনা সম্পৰ্কে কাজামিয়াঁই লিখিছে

It is here that Byron is most original without forgetting himself he paints admirable pictures of the elements, in their calm and above all in their fury [৫২]

প্ৰকৃতিৰ ভয়াল আৰু ৰুদ্ৰৰূপে বায়ৰণক উন্মত্ত কৰিছিল সন্দেহ নাই এই ৰুদ্ৰৰূপ আছিল তেওঁৰ অন্তৰ্মুহাৰেই বহিৰ্প্ৰকাশ।

ৰোমাণ্টিক কবিসকলৰ ভিতৰত কীটছ্ আছিল সবাতোকৈ অধিক কল্পনাপ্ৰৱণ আৰু ইন্দ্ৰিয়সচেতন। বিপ্লৱী ভাৱধাৰা তেওঁৰ কবিতাত যিদৰে অনুপস্থিত সেইদৰে অনুপস্থিত ঐশীশক্তিৰ ওচৰত আত্মসান্ত্বনা লাভৰ কাতৰতা। তেও আত্মবিমুখ সৌন্দৰ্যপিয়াসী কবি। তেওঁৰ সৌন্দৰ্য বিশুদ্ধ সৌন্দৰ্য। তেওঁৰ বাবে প্ৰকৃতি হ'ল সৌন্দৰ্যৰ লীলানিকেতন। প্ৰকৃতিৰ প্ৰতিটো বস্তুৰ সৌন্দৰ্যই তেওঁলৈ কঢ়িয়াই আনে আনন্দৰ অনন্ত নিৰ্যাস A thing of Beauty is a joy forever [৫৩] এই সৌন্দৰ্য উপভোগ কৰিবলৈযো প্ৰযোজন কল্পনাশক্তিৰ। যি সৌন্দৰ্যক কবিয়ে ধ্যান নিমীলিত নয়নেৰে উপভোগ কৰিছে, সেই সৌন্দৰ্য চিৰন্তন মৃত্যুহীন। কল্পনাৰ ৰঙেৰে ৰঞ্জিত এই সত্যই সুন্দৰ আৰু সুন্দৰেই সত্য Beauty is truth Truth Beauty [৫৪] কীটছ্ৰ কবিতাৰ প্ৰকৃতি সম্পৰ্কে ভি আৰ কানাডেযে লিখিছে

---

| | | |
|---|---|---|
| ৫১। | Arnold, Mathew (Ed) | Poetry of Byron Childe Harold Canto iii Stanza 75 |
| ৫২। | Legouis & Cazamian | History of English Literature |
| ৫৩। | Lee Y H D (Ed) | The Winchester Book of Verse Endymion Book I Line 1 |
| ৫৪। | Eight Poets | Ode on a Grecian Urn, Lines 49 50 |

> It is still Nature to which he retires for solace His imagination in association which his highly sensual nature distils to sounds colours and fragrance of the world of Nature is to beauty and he retires is to the temple of beauty as her ardent devotee [৫৫]

কীটছৰ Ode to Autumn ঋতু বৰ্ণনাৰ উজ্জ্বল নিদৰ্শন। কবিতাটোত ঋতু বৰ্ণনাৰ মাজেৰে মানৱৰ মানস চেতনাৰ সৈতে প্ৰকৃতিৰ গভীৰ শান্তিপূৰ্ণ স্থিতি আৰু ৰসাল ফল মূলৰ মাজত একাত্মতা স্থাপনৰ সম্পৰ্ক দাঙি ধৰা হৈছে। ৰোমাণ্টিক কবিতাৰ এটি স্বত সিদ্ধগতি বিষাদৰ পিনে। কীটছৰ এই কবিতাটোতো বিষণ্ণতাৰ সুৰ বাজি উঠিছে। শৰতৰ শান্ত সমাহিত পৰিপূৰ্ণ সৌন্দৰ্যৰ মাজতো বিষণ্ণতা বিৰিঙি উঠিছে। এই বিষণ্ণতা সৌন্দৰ্যৰ ক্ষণস্থায়িত্বৰ অনুভূতি নশ্বৰতাৰ উপলব্ধি আৰু মানব নিয়তিৰ অনিবাৰ্য পৰিণতি নিষ্ফলতাবোধৰ পৰা উৎপন্ন। কীটছৰ Ode to the Nightingale কবিতাটিতো প্ৰচ্ছন্ন হৈ আছে এটি বিষাদৰ সুৰ।

এইদৰে ইংৰাজ ৰোমাণ্টিক কবিসকলে ভিন ভিন দৃষ্টিভ গী লৈ প্ৰকৃতিপ্ৰেমত আত্মহাৰা হৈছিল। বিশেষকৈ ৱৰ্ডচৱৰ্থ আৰু শ্যেলীয়ে প্ৰকৃতিৰ মাজত অপাৰ্থিব জগতৰ মাজত এক নতুন দৰ্শন বিচাৰি পাইছিল আৰু তাৰ মাজতে নিজকে নিমগ্ন ৰাখিছিল। এই ক্ষেত্ৰত ডব্লিউ জে লঙৰ এষাৰ উক্তি অতিশয় প্ৰণিধানযোগ্য

> Wordsworth found and Shelley lost himself in Nature [৫৬]

আনহাতে শ্যেলী আৰু ৱৰ্ডচৱৰ্থৰ প্ৰকৃতিপ্ৰেমৰ লগত কীটছৰ প্ৰকৃতি অনুৰাগৰ স্বকীয়তা সম্পৰ্কে কম্পটন ৰিকেটে চমুকথাত এইদৰে দাঙি ধৰিছে

> Where Wordsworth spiritualises and Shelley intellectual ises Nature Keats is content to express her through the senses the colour the scent the touch the pulsing music these are the things that stir him to his depths there is not a mood of Earth he doesnot love not a season that will cheer and inspire him [৫৭]

---

৫৫। Kadadey V R — Nature in Modern Poetry
৫৬। Long W J — English Literature
৫৭। Rickett A C — A History of English Literature

## নাৰীপ্ৰেম ঃ

ৰোমাণ্টিক কবিতাৰ অন্যতম প্ৰধান বৈশিষ্ট্যৰূপে বিবেচিত ৰোমাণ্টিক প্ৰেমৰ প্ৰধান বিশেষত্বই হ'ল ইয়াৰ ৰহস্যময়তা। প্ৰেম হ'ল জীৱন আৰু মৃত্যুৰ দৰেই সুগভীৰ ৰহস্যেৰে আবৃত। অনায়াস সান্নিধ্যই নৰ-নাৰীৰ মনত প্ৰেমৰ উদ্দীপনা জগাই তুলিব নোৱাৰে প্ৰেমক দীৰ্ঘস্থায়ী কৰিব নোৱাৰে। কাৰণ যি মুক্ত যি অনাবৃত তাৰ প্ৰতি কৌতূহলৰ অভাৱ থকাটোৱেই স্বাভাৱিক। য'ত অৱগুণ্ঠন নাই য'ত লাজৰ শালীনতা নাই আত্ম-সংবৃত্তিৰ মাজত য'ত আত্ম মৰ্যাদাবোধ নাই য'ত জয় কৰাৰ কোনো মানসিক প্ৰতিবন্ধকতাই নাই সেই প্ৰেমৰ স্বীকৃত গৌৰৱো সম্ভৱ নহয়। ভালপোৱাৰ স্থায়িত্ব আনে আৱৰণে— ৰোমাণ্টিক কবিসকলে এই কথা গভীৰভাৱে বিশ্বাস কৰিছিল। এই প্ৰসংগত ৰোমাণ্টিক কবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ এষাৰ কথা উদ্ধৃত কৰিব পাৰি— মেয়েদেৰ কাজ হৃদয়েৰ কাজ। তাহাদিগকে হৃদয় দিতে হয় ও হৃদয় আকৰ্ষণ কৰিতে হয় এই জন্য তাহাদিগকে নিতান্ত সোজাসুজি সাধাসিধা ছাঁটাছোঁটা হইলে চলে না। মেয়েদেৰ ব্যৱহাৰে অনেক আবৰণ আভাস ইংগিত থাকা চাই।[৫৮]

ৰোমাণ্টিক কবিয়ে ৰহস্যৰ আৱৰণেৰে ঢাক খোৱা অৰ্ধবিকশিত বস্তুৰ সৌন্দৰ্য পূৰ্ণ বিকশিত বস্তুৰ সৌন্দৰ্যতকৈ অধিক আকৰ্ষণীয় বুলি গণ্য কৰিছিল। কল্পনাৰ অৱকাশ থকাৰ বাবেই এনে সৌন্দৰ্যৰ গুৰুত্ব অপৰিসীম। ৰবীন্দ্ৰনাথৰ ভাষাত

পড়েছে তোমাৰ পৰে প্ৰদীপ্ত বাসনা—
অৰ্ধেক মানবী তুমি অধেক কল্পনা।[৫৯]

এনে দৃষ্টিভংগীৰ বাবেই ৱৰ্ডচৱৰ্থে ডোঙৰ নিৰ্ঝৰিণীৰ ওচৰত প্ৰকৃতিৰ নিজান ঠাইত ফুলি থকা এপাহি বনৰীয়া ফুলৰ দৰে সততে চকুত নপৰা শেলুৰৈ ধৰা শিলত গজা এপাহি ভায়োলেটৰ দৰে আৰু সমগ্ৰ আকাশ উজলাই জ্বলি থকা অকলশৰীয়া এটি তৰাৰ দৰে নিসংগ লুচীক অনন্যৰূপে অনুভৱ কৰিছিল কবিৰ ভাষাত

A Violet by a mossy stone
Half hidden from the eye!
Fair as a star when only one
Is shining in the sky[৬]

---

৫৮। ঠাকুৰ ৰবীন্দ্ৰনাথ সাহিত্য সাহিত্যেৰ তাৎপৰ্য

৫৯। ঠাকুৰ ৰবীন্দ্ৰনাথ সঞ্চয়িতা চৈতালী মানসী

৬। Palgraves 'The Golden Treasury The Lost Lo e Lines 5 8

ৰোমাণ্টিক কবিসকলৰ ভূমণ্ডল প্ৰেমত ঘূৰি থাকিলেও বিবাহ, দাম্পত্য জীৱন আৰু যৌন মিলনৰ প্ৰতি তেওলোক বিশেষ আগ্ৰহী নাছিল। বিবাহৰ বিৰুদ্ধে তেওলোকৰ আটাইতকৈ ডাঙৰ অভিযোগ আছিল এয়ে যে বৈবাহিক সামাজিক প্ৰথাই আৰু বিধি-নিষেধৰ বন্ধনে প্ৰেমৰ অপমৃত্যু ঘটায় অথচ প্ৰেম মৰি গ'লে জীৱনৰ অৰ্থই নাথাকে- জীৱনত ইমানেই প্ৰেমৰ গুৰুত্ব। এই গুৰুত্ব মৰ্মে মৰ্মে উপলব্ধি কৰিব পাৰিছিল কাৰণেই কঠিন ক্ষয়ৰোগত আক্ৰান্ত কবি কীটছে মৃত্যুৰ মুখামুখি হৈ প্ৰেয়সী ফেণী ব্ৰাউনক এৰি যোৱাটোক মৃত্যুতকৈ দুঃসহ বুলি কৈ উঠিছিল। এই সম্পৰ্কে ক্ৰম্পটন ৰিকেটে লিখিছে

> He (Keats) realised he would never return, and in a letter home said piteously I can bear to die I cannot bear to leave her [৬১]

প্ৰেমৰ গুৰুত্ব শ্যেলীয়েও উপলব্ধি কৰিছিল আৰু নিজৰ জীৱনত একাধিক ৰমণীৰ লগত সম্পৰ্ক স্থাপন কৰি বিয়াৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছিল। বিবাহৰ পূৰ্বৰে পৰা কুমাৰী আৰু বিবাহিতা বহু নাৰীৰ সংস্পৰ্শলৈ অহা কবি বায়ৰণেও তেওৰ বৈমাত্ৰেয় ভনীয়েক অগষ্টাৰ লগত অবৈধ প্ৰেমত লিপ্ত হৈছিল। ফলত ইত পূৰ্বে জীৱন-সংগিনী কৰি লোৱা ইচাবেলৰ প্ৰতি তেওৰ আকৰ্ষণ কমি যায় আৰু সময়ত বিবাহ বিচ্ছেদ ঘটে। অগষ্টাৰ লগত কবিৰ প্ৰণয় আৰু তাৰ পৰিণতি সম্পৰ্কে চি এম বৌৰাই লিখিছে

> Perhaps the strongest affection which he knew was for his half sister Augusta and for that he had to pay his scandal and calumny with the result that he came to believe that the noblest devotions are doomed to come to a violent or an inoble end [৬২]

আনকি বাস্তৱবাদী নাট্যকাৰ বাৰ্ণাৰ্ড শ্ব'যেও তেওৰ বিখ্যাত নাটক Man and Superman ত মধ্যযুগৰ প্ৰেমিকপ্ৰবৰ ডনজুৱানৰ মুখেৰে বিবাহৰ বিভীষিকাক অতি স্পষ্ট ভাষাত ৰূপায়িত কৰি বিয়াৰ বিৰুদ্ধেই বিষোদ্‌গাৰ কৰিছে। ডনজুৱানে (Don Juan) কৈছে

---

৬১। Rickett A C — A History of English Literature
৬২। Bowra C M — The Romantic Imagination

The Lıfe force respects marriage only because marriage ıs a contrıvance of ıts own to secure the greatest number of chıldren and the closet care of them For honour chastıty and all the rest of your moral figments ıt cares not a rap Marriage ıs the most lıcentıous of human ınstıtutıons a woman seekıng a husband ıs the most unscrupulous of all the beasts of prey The confusıon of marriage wıth moralıty has done more to destroy the conscıence of the human race than any other sıngle error Marriage ıs a mantrap baıted wıth sımulated accomplıshment and delusıve ıdealızatıons [৬৩]

ৰোমাণ্টিক কবিসকলে নাৰী পুৰুষৰ মিলনৰ মাজত শাস্ত্ৰৰ কথা বাদ দি হৃদযৰ কথা আৰোপ কৰে। তেওলোকৰ মতে প্ৰেম কল্যাণময় মংগলময় সুন্দৰময়। হৃদযৰ একাগ্ৰতাত এই প্ৰেম হৈ উঠে অনন্যসাধাৰণ। প্ৰেমৰ মজতে নিহিত হৈ আছে মানুহৰ অসীম শক্তি। প্ৰেমে মানুহক মহৎ কৰে সুন্দৰ কৰে মনুয্যত্বৰ অমৰত্ব দান কৰে। সেযে প্ৰেমক জীৱনৰ ভোটাতৰা বুলি ভবা ক'লৰীজে কৈছে

All thoughts all passıons all delıghts
Whatever stırs thıs mortal frame
All are but mınısters of Love
And feed hıs sacred flame [৬৪]

বৈবাহিক বন্ধনে মানুহৰ অন্তৰ্নিহিত দিব্য অনুৰাগ (শ্যেলীয়ে যাৰ নাম দিছে Grand passıon) নষ্ট কৰি পেলায শাস্ত্ৰীয বিবাহৰ দ্বাৰা মাথোঁ সন্তান উৎপাদনেই সম্ভৱ হয কিন্তু জীৱনত এই দিব্য অনুৰাগৰ স্পন্দন বিকাশে সকলো ধৰণৰ মহৎ সৃষ্টিকেই সম্ভৱ কৰি তোলে। তদুপৰি বিবাহৰ বন্ধনত ভিতৰে ভিতৰে ক্ষত বিক্ষত আৰু ক্লান্ত হৈ লোকাচাৰৰ ভযত স্বামী আৰু স্ত্ৰী উভযে মাথোঁ পৰস্পৰক বঞ্চিত কৰিযেই গৈ থাকে। কাৰণ বেছিভাগ ক্ষেত্ৰতেই স্বামী স্ত্ৰীৰ মনৰ মিল নহয় ৰবীন্দ্ৰনাথৰ ভাষাত— 'দুই যন্ত্ৰ দুই সুৰে বাঁধা এক সংগে আলাপ চলা বড়ো কঠিন। [৬৫] ৰোমাণ্টিক কবি হিচাপে ৰবীন্দ্ৰনাথেও বিশ্বাস কৰিছিল যে প্ৰেমক

---

৬৩। Shaw Bernard Man and Superman, Act III

৬৪। Palgrave s "The Golden Treasury The Lost Love Lines 1-4

৬৫। ৰবীন্দ্ৰ ৰচনাৱলী (সপ্তম খণ্ড) গল্পগুচ্ছ শেষেৰ ৰাত্ৰি

চিৰন্তন কৰি ৰাখিবলৈ হ'লে বৈবাহিক বন্ধনৰ পৰা নায়ক আৰু নায়িকাক দূৰৈত ৰাখিব লাগিব।[৬৬] কাৰণ বিবাহিতপ্ৰেমে সন্তানৰ বাহিৰে অইন বিশেষ একো সৃষ্টি নকৰে কিন্তু ৰোমাণ্টিক প্ৰেমে সৃষ্টি কৰিছে যুগে যুগে মানৱ-ইতিহাসৰ বাবে বিৰাট সাহিত্য শিল্প-সংগীত।

ৰোমাণ্টিক পুৰুষে পত্নীৰ সৈতে সংসাৰ কৰিলেও মনে মনে বিচাৰে প্ৰেয়সীক। সেয়ে পুৰুষমনৰ সৰ্বোত্তম অৱচেতন কামনাই হ'ল পত্নী প্ৰেয়সী হোৱাটো। নাৰীৰ সৰ্বোত্তম কামনা হ'ল এক দেহতে স্বামী আৰু প্ৰেমিকক পোৱাটো। মানৱজীৱনৰ চৰম ট্ৰেজেডি— পত্নী হ'বলৈ গৈ নাৰীয়ে প্ৰেয়সী হ'বলৈ পাহৰি যোৱাটো সেয়ে পতি হৈ পুৰুষে প্ৰেয়সীক মাথোঁ পত্নী হিচাপেই ব্যৱহাৰ কৰে। ফলত কৰ্তব্যপৰায়ণা সুন্দৰী পত্নীকো আওকাণ কৰি ৰোমাণ্টিক পুৰুষে প্ৰেয়সীৰ সান্নিধ্য কামনা কৰে। ধনীৰ দুহিতা সুন্দৰী পত্নী হ্যাৰিয়েট ওৱেষ্টব্ৰুকক পৰিত্যাগ কৰি শ্যেলীয়ে গুৰু-কন্যা অবিবাহিতা মেৰী গডউইনক লৈ ইংলণ্ড এৰি নিৰুদ্দেশ হোৱাৰ বাবে এই কাৰণেই দ্বিধাবোধ কৰা নাছিল।

ৰোমাণ্টিক কবিসকলে এই কথাও উপলব্ধি কৰিছিল যে প্ৰেমৰ আকুলতা তেতিয়ালৈকে অটুট থাকে যেতিয়ালৈকে নায়ক-নায়িকাৰ প্ৰেম দেহ মিলনলৈ পৰ্যবসিত নহয়। বিবাহে প্ৰেমৰ আকুলতা ধ্বংস কৰাৰ প্ৰধান কাৰণ এয়েই। বিবাহিত জীৱনৰ ক্লান্তিকৰ আৰু যন্ত্ৰবৎ প্ৰেম পৰিক্ৰমাত অতিষ্ঠ হৈ বিবাহিত নাৰী পুৰুষে সেইবাবেই এৰি অহা বিবাহপূৰ্ব অতীত-জীৱনলৈ কেতিয়াবা উভতি চায়। বিবাহিত জীৱনৰ এই অপ্ৰকাশ্য বেদনাৰ কথা প্ৰাচীন ভাৰতীয় কবি শীলাভট্টাৰিকাৰ এটি শ্লোকতো অতি সুন্দৰভাৱে বিধৃত হৈছে। প্ৰেমিকাৰ মুখেৰে ব্যক্ত কৰা সেই হৃদয়স্পৰ্শী কথাখিনি এনে ধৰণৰ

> আজি যিজন মোৰ স্বামী তেৱেঁই আছিল মোৰ কুমাৰী জীৱনৰ কুমাৰীত্ব হৰণকাৰী প্ৰেমিক। সেইদিনাৰ সেই বাধাযুক্ত মিলনত যি আনন্দ আছিল সেয়া আজি জীৱনৰ পৰা হেৰাই গৈছে। অথচ আজিও সেই চৈতী মাহৰ মধুময়ী ৰাতিবোৰ ঘূৰি ফিৰি আহে। মালতী ফুলৰ সৌৰভ কঢ়িয়াই অনা কদমবনৰ উদ্দাম বায়ু আজিও বৈ যায়। মই নিজেও সেই একেই নাৰী।

৬৬। শেষেৰ কবিতা উপন্যাসত অমিত ৰায় আৰু লাবণ্যৰ প্ৰেম গভীৰ হোৱা সত্ত্বেও প্ৰেমক চিৰন্তন কৰি ৰখাৰ বাবেই ৰবীন্দ্ৰনাথে পৰিণয় দেখুওৱা নাই। পৰিণয় দেখুৱাইছে কেতকী আৰু অমিতৰ লাবণ্য আৰু শোভনলালৰ মাজতহে।
ৰবীন্দ্ৰনাথৰ বিবাহ সম্পৰ্কীয় দৃষ্টিভংগীৰ বাবে 'ভাৰতবৰ্ষীয় বিবাহ প্ৰবন্ধটি (পশ্চিমবংগ চৰকাৰ প্ৰকাশিত— ৰবীন্দ্ৰ ৰচনাৱলী ত্ৰয়োদশ খণ্ড) দ্ৰষ্টব্য

তথাপি সেই যে ৰেবানদীৰ তীৰত বেতসলতা কুঞ্জত প্ৰিয় মিলনৰ বাবে অভিসাৰিকাৰ বেশেৰে সাজি-কাচি যোৱা দিনবোৰ— তাৰ বাবে আজিও মোৰ প্ৰাণ মন উৎকণ্ঠিত হৈ উঠে। [৬৭]

ৰোমাণ্টিক কবিসকলে প্ৰেমক চিৰন্তন কৰি তুলিবলৈ বহুভাবে চেষ্টা কৰিছে। প্ৰেমক শাশ্বত ৰূপ দিবলৈ যত্ন কৰা কীটছৰ এটি কবিতা হ'ল— The Eve of St Agnes। কবিতাটিত নায়ক (Porphyro) আৰু নায়িকাই (Madeline) তেওলোকৰ প্ৰেমক চিৰায়ত কৰি তুলিবলৈ মিলনকুঞ্জ ৰচনা কৰিব বিচাৰিছে এই পৃথিৱীৰ কোনো সুগম্য সুপৰিচিত ঠাইত নহয় নিচিনা-নজনা কোনো দুৰ্ভেদ্য দুৰ্গম ঠাইত। নায়ক পৰফিৰ'ৰ ভষাত সেই ঠাই হ'ল

For o er the southern moors I have a home for thee [৬৮]

ৰোমাণ্টিক প্ৰেমৰ এটি লক্ষণ হ'ল বিষাদপ্ৰৱণতা। প্ৰেমৰ অসম্পূৰ্ণতা আৰু জীৱনৰ ক্ষণভংগুৰতাৰ বেদনাই কবিমানসক বিষাদগ্ৰস্ত কৰি তোলে। প্ৰেমিক কবিয়ে সন্ধান কৰে তেওৰ প্ৰেয়সীৰ মাজত এনে এক পৰিপূৰ্ণ সৌন্দৰ্য যি তেওঁৰ মানসিক সত্তাক আৱৰিত কৰি বহুদূৰলৈকে প্ৰসাৰিত দেশ-কালৰ সীমা অতিক্ৰম্য। প্ৰেমিকে বিচাৰে এটি মূৰ্ত ব্যক্তি স্বৰূপৰ অন্তৰালত বিমূৰ্ত অখণ্ড অনন্ত সুন্দৰৰ এক প্ৰদীপ্ত ৰূপ। অথচ এই আকাংক্ষাৰ কোনো প্ৰাপ্তি নাই এই অন্বেষণৰ কোনো অন্ত নাই। সমাধানহীন এই অতৃপ্তিবোধৰ পৰাই ৰোমাণ্টিক প্ৰেমত বিষণ্ণতাৰ সুৰ অনুৰণিত হয়। ঘৰৰ প্ৰিয়াক এৰি নিৰুদ্দেশৰ বাবে চঞ্চল-ব্যাকুল তৰংগ বিক্ষুব্ধ নদীৰ নিচিনাকৈ অলক্ষ্য বিৰাটৰ বাবে অশান্ত হৃদয়েৰে কবি ধাবিত হয়। ইংৰাজী ৰোমাণ্টিক কবিতাৰ ভিতৰত শ্যেলীৰ প্ৰেম-কবিতাতেই সম্ভৱত এই গীতিক্ৰন্দন (Lyric cry) আৰু বিষাদবোধৰ ধ্বনি অধিক তীব্ৰৰূপে বাজি উঠিছে। শ্যেলীৰ প্ৰেম-কবিতাৰ ছন্দে ছন্দে বাজি উঠা এই তীব্ৰ-ব্যাকুল বেদনাধ্বনিয়ে পাঠকৰ অন্তৰকো আলোড়িত কৰে।[৬৯] কীটছৰো বহু কবিতা বিশেষকৈ তেওৰ

---

৬৭। য কৌমাৰহৰ স এৱহি বৰস্তা এব চৈত্ৰক্ষপা—
স্তেচোম্মীলিত মালতী সুৰভয় প্ৰৌঢ়া কাদম্বানিলা
সা চৈবাস্মি তথাপি তত্ৰ সুৰতব্যাপাৰ লীলাবিধৌ—
ৰেবাৰোধসি বেতসী তৰুতলে চেত সমুৎকণ্ঠতে।।
(চৈতন্যচৰিতামৃত মধ্যলীলা প্ৰথম পৰিচ্ছেদ)

৬৮। Eight poets The Eve of St Agnes Line 351

৬৯। Oh lift me from the grass'
I die' I faint I fail'
(Palgrave s The Golden Treasury Lines to an Indian Air Lines 17 18)

জীৱন অভিজ্ঞতাৰেই বাণীৰূপ— Ode to the Nightingale'ত শক্তিহীন প্রেমৰ নীৰৱ হাহাকাৰ ধ্বনিত হৈছে

Beauty cannot keep her lustrous eyes
Or new Love pine at them beyond tomorrow [৭]

এনেকুৱা বিষাদ আৰু নৈৰাশ্যৰ পৰা মুক্তি পাবলৈ ৰোমাণ্টিক কবিসকলে বিচৰণ কৰে কবিতাৰ স্বপ্নৰাজ্যত। এটি স্বপ্নময়তাৰ সৃষ্টি কৰি এক ধৰণৰ বিষাদ বেদনাৰ অনুভৱ তন্দ্রাচ্ছন্ন অৰ্ধজাগ্ৰত মোহাৱেশত অপূৰ্ব সুন্দৰৰ সান্নিধ্য মননজাত বাস্তৱ সপোনৰ মাজত কোনো মধুৰতম অশ্ৰুত সংগীতৰ আস্বাদন গ্ৰহণ— এই জাতীয় দিবাস্বপ্ন (Reverie) কবিতাৰ বৈশিষ্ট্য। এই জাতীয় কবিতা লিখি উঠাৰ পিছতেই যেন কীটছে ক'বলগীয়া হৈছে Do I wake or sleep? [৭১] ইয়াকেই শ্যেলীয়ে কৈছে, The poetic dream বুলি।

Dreaming like a love adept
In the sound his breathing kept [৭২]

সেই বাবেই সপোন ৰোমাণ্টিক কবিসকলৰ বৰ প্ৰিয়। বাস্তৱ ৰূঢ় বাস্তৱ প্ৰৱঞ্চক ব্যৰ্থতাৰ গ্লানিৰে ভৰা। কিন্তু কল্পনাৰ জগত মধুৰতৰ ই বঞ্চনা নকৰে। ই চিৰমিলনৰ আশ্বাস দিযে চিৰ সৌন্দৰ্যৰ আভাস দিযে চিৰ যৌৱনৰ সম্ভাৱনা জগায চিৰ-জনমৰ প্ৰতীক্ষাৰ অৱসান ঘটায। সেযে কীটছে কৈছে

Fancy cannot cheat so well [৭৩]

সেযে কিছু সমযৰ বাবে হ'লেও ৰোমাণ্টিক কবিযে Fancy-ৰ ওচৰত আত্মসমৰ্পণ কৰে সৃষ্টি কৰি লয স্বপ্নৰ দ্বিতীয ভুৱন।[৭৪]

মুঠতে বাস্তৱ জগতৰ চৌদিশে বিস্তৃত সৌন্দৰ্যৰ মাজতো ৰোমাণ্টিক কবিযে কোনো গভীৰ হৃদয় ক্ষতৰ কথা পাহৰিব নোৱাৰে জীৱনৰ এই দু খ দৈন্য হতাশা

---

৭ । পূৰ্বোক্ত গ্ৰন্থ Ode to a Nightingale Lines 29 30
৭১। পূৰ্বোক্ত গ্ৰন্থ Ode to a Nightingale Lines 80
৭২। পূৰ্বোক্ত গ্ৰন্থ The Poet s Dream Lines 2 3
৭৩। পূৰ্বোক্ত গ্ৰন্থ Ode to a Nightingale Lines 73
৭৪। But from these create he can
Forms more real than living Man
Nurslings of Immortality
(পূৰ্বোক্ত গ্ৰন্থ : Shelleys The Poets Dream Lines 11 13)

নিৰ্বেদৰ পৰাই জন্ম লয় কবিৰ অন্তৰত বিষাদ আৰু সেই বিষাদৰ হাহাকাৰেই প্ৰতিফলিত হয় তেওঁলোকৰ প্ৰেম-কবিতাত।

ৰোমাণ্টিক প্ৰেম-কবিতাৰ এটি লক্ষণ হ'ল প্ৰেমৰ বাবে প্ৰেমিক-প্ৰেমিকাৰ দুঃসাহসিক অভিযান। প্ৰেমৰ ক্ষেত্ৰত বাধা যিমান কঠোৰ সেই বাধা অতিক্ৰম কৰি লক্ষ্যত উপনীত হোৱাৰ প্ৰৱণতা সিমানেই বেছি। এফালে কেঁচা আদিম প্ৰবৃত্তিৰ সহজ আবেগ আনফালে সামাজিক আৰু ধৰ্মীয় অনুশাসনৰ সুপ্ৰতিষ্ঠিত আদৰ্শৰ অনমনীয় শক্তিৰ প্ৰচণ্ড প্ৰভাৱ— এই দুই বিৰোধী শক্তিৰ সংঘৰ্ষৰ মাজতে জন্ম লয় প্ৰেমৰ দুৰ্বাৰ ৰোমাণ্টিক আবেদন স্বৰ্গ মৰ্ত্য কঁপাই দিয়া আবেগৰ আকুলতা। পাশ্চাত্য জগতত এই প্ৰেমে লৈ আহে শিভালৰি (Chivalry)ৰ গৌৰব য'ত নাৰীৰ এটি মাথোঁ মুখৰ কথাত দুৰ্দ্ধৰ্ষ নাইটসকলে অস্ত্ৰ মুখত লৈ দেহ বিসৰ্জন দিব পাৰে। এই প্ৰেমেই সৃষ্টি কৰিব পাৰে ৰোমিও-জুলিয়েটক মৃত্যু ভয় তুচ্ছ কৰি শত্ৰু শিবিৰত সোমাই কাঢ়ি আনিব পাৰে প্ৰেমিকে প্ৰেমিকাক। প্ৰাচ্যজগতত এই প্ৰেমে সৃষ্টি কৰিছে লায়লা মজনু আনাৰকলি চেলিম আৰু কুল মান ভয়-লাজ ত্যাগিনী ৰাধা আৰু কৃষ্ণক।[৭৫]

মৃত্যু ভয় তুচ্ছকাৰী এই প্ৰেমৰ গৰ্বত গৰ্বিত প্ৰেমিকে প্ৰেমিকাৰ সেন্দূৰীয়া নিমজ গালৰ ক'লা তিল বিন্দুটিৰ বাবেই অকাতৰে বিলাই দিব পাৰে চমৰখণ্ড আৰু বোখাৰাৰ সাম্ৰাজ্য।[৭৬] এই প্ৰেমে অতি ভীৰু লোকৰ অন্তৰতো আনি দিয়ে বিস্ময়কৰ দু সাহসিকতা। নি ছিদ্ৰ অন্ধকাৰ ধুমুহা ৰাতিত গলিত শৱদেহক আশ্ৰয় কৰি ব্ৰাহ্মণ সন্তান বিল্বম‚গলে তৰ‚গ-স‚কুল নদী পাৰ হৈ যায বাৰা‚গনা চিন্তামণিৰ ওচৰলৈ। কণ্টকাকীৰ্ণ বাটত শ্ৰীমতী ৰাধা ওলাই যায় তিমিৰাভিসাৰত।[৭৭] প্ৰচণ্ড বিদ্যুতৰ

---

৭৫। ৰাধা-কৃষ্ণৰ প্ৰেমৰ মাজত ৰোমাণ্টিক প্ৰেমৰ উপাদান সহজেই চকুত পৰে। এই সম্পৰ্কে বুদ্ধদেৱ বসুই লিখিছে ৰোমাণ্টিক প্ৰেম অৰ্থ হলো কোনো বিশেষ একজন ব্যক্তিৰ প্ৰতি ধ্ৰুব অবিচল অবস্থানিৰ্বিশেষ এবং প্ৰায় উন্মাদ হাৰ্দ্য আসক্তি— যাৰ প্ৰতীক পাশ্চাত্য সাহিত্যে ট্ৰিষ্টান এবং আমাদেৰ সাহিত্যে ৰাধা।
(বসু, বুদ্ধদেৱ তপস্বী ও তৰঙ্গিণী)

৭৬। 'আগৰ আ তুৰ্কী শিৰাজী বদস্ত আৰাদ্ দেল-এ মাৰা
বখালে হিন্দুৱাশ বকশম সমৰখণ্ড ৱো বোখাৰাৰা।।
(পাৰস্য কবি হাফিজৰ উদ্ধৃত গজলটি গ্ৰহণ কৰা হৈছে পাৰ্বতীচৰণ ভট্টাচাৰ্যৰ পাৰস্য সাহিত্য পৰিক্ৰমা গ্ৰন্থৰ পৰা)

৭৭। মন্দিৰ তেজিযব পদচাৰ আওলুঁ
নিশিহেৰি কম্পিত অঙ্গ।
তিমিৰ দুৰন্ত পথ হেৰই না পাৰিয়ে
পদ যুগে বেঢল ভুজঙ্গ।।
(বৈষ্ণৱ পদাৱলী সংকলন গোবিন্দদাসৰ পদ)

চিকমিকনি মেঘৰ গৰ্জন বজ্ৰপাত দিকদিগন্ত অন্ধকাৰ কৰি নামি অহা ধাৰাসাৰ বৰষুণকো গ্ৰাহ্য নকৰি বসন্তসেনাই বাটত ভৰি দিয়ে প্ৰিয় মিলনৰ উদ্দেশ্যে।[৭৮]

যি প্ৰেমে সৰ্বতুচ্ছকাৰী আনন্দ আনি দিয়ে সেই প্ৰেমেই শত-সহস্ৰ অপৰিচয়ৰ অন্ধকাৰৰ পৰা উদ্ধাৰ কৰি অকাস্মাৎ প্ৰেমিক প্ৰেমিকাৰ মূৰত পিন্ধাই দিয়ে দুৰ্লভ ৰাজমুকুট। প্ৰেমৰ আলোকত হঠাতেই তেওঁ আৱিষ্কাৰ কৰে নিজকে সম্ৰাটৰূপে। এজনৰ প্ৰেম নিবেদনৰ ফলত এই বিশাল পৃথিৱীত তেওঁ বিচাৰি পায় তেওঁৰ অস্তিত্বৰ সাৰ্থকতা। মুগ্ধ ৰজনীত প্ৰেয়সীৰ মুখত তেওঁ যেতিয়া শুনে— তোমাছাড়া কাৰে নাহি চাই [৭৯] তেতিয়া তেওঁ নিজকে ভাবে এজন সম্ৰাটৰূপে

তুমি মোৰে কৰেছ সম্ৰাট। তুমি মোৰে
পৰায়েছ গৌৰৱ মুকুট তবৰাজটিকা
দীপিছে ললাট মাঝে মহিমাৰ শিখা
অহৰ্নিশে। আমাৰ সকল দৈন্য লাজ
আমাৰ ক্ষুদ্ৰতা যত ঢাকিয়াছ আজ
ৰাজ আস্তৰণে হাত ধৰে মোৰে তুমি
লয়ে গেছ সৌন্দৰ্যেৰ সে নন্দন ভূমি
অমৃত আলয়ে। সেথা আমি জ্যোতিষ্মান
অক্ষয় যৌবনময় দেবতা সমান। [৮০]

এনে সন্ধিক্ষণতে বাটৰ ভিক্ষাৰীৰ মনতো প্ৰেমে আনি দিয়ে আত্মগৰিমাৰ এই দুৰ্লভ উপলব্ধি। প্ৰেমিকৰ অন্তৰত জগাই তোলে দুৰ্মদ যৌৱন।

ক'লৰীজ দু সাহসী প্ৰেম-কাব্যৰ ৰূপকাৰ। ক'লৰীজৰ Love কবিতাত মধ্যযুগীয় নাইট এজনৰ প্ৰেমৰ বাবে জীৱন পণ কৰাৰ দু সাহসিকতাই পাঠকক ৰোমাঞ্চিত কৰে আৰু কৰুণ উপলব্ধিৰে মন সেমেকাই দিয়ে।[৮১] সেইদৰে কবি

---

৭৮। মেঘা বৰ্ষন্তু গৰ্জন্তু মুঞ্চ নত্বশনিমেৱ বা।
গণয়তি ন শীতোষ্ণ ৰমণাভিমুখা স্ত্ৰিয় ।। (মৃচ্ছকটিক ৫ ১৬)

৭৯। ঠাকুৰ ৰবীন্দ্ৰনাথ মানসী নববঙ্গদম্পতিৰ প্ৰেমালাপ

৮ । ঠাকুৰ ৰবীন্দ্ৰনাথ চিত্ৰা প্ৰেমেৰ অভিষেক

৮১। And that unknowing what he did
He leap d amid a murderous band
And saved from outrage worse than death
The Lady of the Land
(Palgra e s The Golden Treasury Love Lines 53 56)

কীটছ্‌ৰ কামনা-বাসনা প্ৰকাশ পোৱা মধ্যযুগীয় আখ্যান এটিক লৈ ৰচনা কৰা— The Eve of St Agnes এটি দু সাহসিক প্ৰেমৰ কবিতা। নায়ক-নায়িকাৰ মিলন আকাংক্ষাৰ সূক্ষ্ম অথচ তীব্ৰৰূপ নাযিকাৰ লগত মিলনৰ উদ্দেশ্যে নায়কৰ দু সাহসিক অভিযান— অৱশেষত ধুমুহাৰ মাজত উভয়ৰ বিলীয়মান দৃশ্যৰাজিয়ে ৰোমাণ্টিক দুৰ্বাৰ প্ৰেমৰ এক জ্বলন্ত দৃষ্টান্ত দাঙি ধৰিছে। এনে ৰক্তাক্ত দু সাহসী ৰোমাণ্টিক প্ৰেমৰ আগমনী গান গাই প্ৰতীক্ষাত কাল কটায় আধুনিক যুগৰ কবিযেও

ভালোবাসা তুমি কেবলই কি গাঢ দু খ?
কেবলই কি নীল জমাট ৰক্ত ললাটে
ভালোবাসা তুমি শিৰ-কাটা স্ৰোত উষ্ণ
এসো ভালোবাসা তবুও দাঁড়াও কবাটে।
তবুও তোমাৰি জন্যে আগল মুক্ত
তবুও তোমাৰি জন্যে সাজানো শয্যা
এসো ভালোবাসা কুকৰি চালাও শিৰাতে
কৃপনেৰ মতো কী হবে জমিযে লজ্জা?
ঝৰে যাক কিছু উষ্ণতা বড়ো ৰাস্তায
নৰ্দমাক্ত কৰ্দমাক্ত ৰক্তে
লেগে থাক কিছু প্ৰামাণ্য শেষ চিহ্ন
তোমাৰি ত্ৰস্ত অবিশ্বস্ত ভক্তেৰ। [৮২]

মৃত্যু-নীল অসহ্য জ্বালাময় এই প্ৰেমৰ বাবেই পৃথিৱীত সৰিছে বহুতো চকুলো বহুতো তেজ। অথচ ইমান কান্দোন ইমান অশ্ৰু ইমান ৰামায়ণ ইমান ট্ৰয ধ্বংসৰ পিছতো মানুহৰ প্ৰতিটো সিৰাই সিৰাই তেজৰ প্ৰতিটো অণু পৰমাণুত মিহলি হৈ আছে প্ৰেম। অমৃতেই হওক নাইবা বিষেই হওক— সেই প্ৰেমৰ অকণমান পৰশ পোৱাৰ বাবে মানৱ মন এতিয়াও আকুল সেই প্ৰেমক জয় কৰাৰ বাবে মন এতিযাও গভীৰভাৱে প্ৰস্তুত।

---

৮২। ঘোষ সাগৰময় (সম্পা ) দেশ জানুৱাৰী ১৯৮৮ (নৱনীতা দেব সেনৰ এ শুধু মেঘেৰ খেলা')

## স্বদেশপ্ৰেম ঃ

ৰোমাণ্টিক কবিতাৰ আন এটি দিশ হ'ল 'স্বদেশানুৰাগ তথা 'মানৱপ্ৰেম। সমকালীন সমাজৰ ৰীতি-নীতি শাসকৰ শোষণ-বঞ্চনা পৰাধীনতাৰ নাগপাশৰ পৰা দেশবাসীক মুক্ত কৰাৰ ঐকান্তিকতা সমাজৰ দুৰ্বলশ্ৰেণীৰ প্ৰতি অনুকম্পা আদি বিষয়সমূহো ৰোমাণ্টিক কবিতাৰ মাজেৰে মূৰ্ত হৈ উঠিছে। প্ৰচলিত সামাজিক-ৰাজনৈতিক অন্ধ অনুশাসন আৰু ধ্যান-ধাৰণাৰ বিৰুদ্ধে ৰোমাণ্টিক কবিসকলে প্ৰতিবাদ কৰিছিল। ফৰাচী বিপ্লৱৰ প্ৰভাৱে ৰোমাণ্টিক কবিসকলক মুক্তিকামী কৰি তুলিছিল। অৱশ্যে শ্যেলীৰ কবিতাত এই বন্ধনমুক্তিৰ প্ৰয়াস যিমান মূৰ্ত অথবা বায়ৰণৰ কাব্যত তাৰ উদ্দামতা যিমান প্ৰকট আন কবিসকলৰ ক্ষেত্ৰত সিমানখিনি বিদ্ৰোহৰ সুৰ অনুৰণিত হোৱা নাই। শ্যেলী আৰু বায়ৰণৰ তেজাল উত্তেজনাৰ পৰিৱৰ্তে ৱৰ্ডচৱৰ্থৰ কবিতাত এক গভীৰ দাৰ্শনিকতা আৰু মানুহৰ প্ৰতি সমাহিত ভালপোৱাহে প্ৰকট হৈ উঠা দেখা যায়।

কবি ৱৰ্ডচৱৰ্থে মানুহৰ আশা আকাংক্ষাক অতি উচ্চ স্থান দিছিল মানুহৰ আত্মাক অতি গভীৰ বুলি ভাবিছিল। এই গভীৰতৰ আত্মাৰ অধিকাৰী মানুহৰ কবি বুলিয়েই তেওঁ নিজৰ পৰিচয় দিয়াৰ পক্ষপাতী আছিল

My theme
No other than the very heart of man [৮৩]

মানুহেই কেন্দ্ৰীয় স্থান লাভ কৰি থকা ৱৰ্ডচৱৰ্থৰ কবিতাবোৰ হ'ল The Idiot Boy The Old Cumberland Beggar The Ruined Cottage The Reaper Simon Lee The Old Huntman আদি। The Reaper ত সমগ্ৰ উপত্যকা মুখৰিত কৰি গীত গোৱা অকলশৰীয়া দাৱনীজনীৰ সুললিত অথচ কৰুণ সুৰৰ গানে কবিৰ হৃদয় আৰ্দ্ৰ কৰি তোলাৰ কথা বৰ্ণিত হৈছে

Alone she cuts and binds the grain
And sings a melancholy strain
*** *** *** *** *** *** ***
Some natural sorrow loss or pain
That has been and may be again [৮৪]

৮৩। The Prelude Book No XII Lines 240 241

৮৪। Palgrave s The Golden Treasury The Reaper Lines 5-6 23 24

সেইদৰে যৌৱন বয়সত পাহাৰ বগাই ফুৰা চিকাৰলৈ ভয় নকৰা বৃদ্ধ চাইমনলীয়ে বৃদ্ধ বয়সত পুৰণি গছৰমূৰা এডালো উভালিব নোৱাৰে। চাইমনৰ এই অসহায় অৱস্থাৰ প্ৰতি কবিৰ সহানুভূতিৰ হাত দুখনি আগুৱাই যায়। তেওঁ মূৰাটো উঘালি দিয়ে। কবিতাটোত কবিৰ বেদনাৰ্ত হৃদয়ৰ নিৰ্ঝৰিণী ৰব শুনা যায়। The Ruined Cottage কবিতাটিত স্বামী পৰিত্যক্তা এগৰাকী নিছলা তিৰোতাৰ দুখেৰে ভৰা জীৱনৰ বৰ্ণনা কবি অন্তৰৰ সহানুভূতিৰ চিয়াহীৰে উজলি উঠিছে।

আনহাতে বিপথগামী মানুহ আৰু ঘূণে ধৰা সমাজ-ব্যৱস্থাৰ প্ৰতি ধিক্কাৰ বাণী উচ্চাৰিত হৈছে বৰ্ডচৱৰ্থৰ London 1802 The same আদি ছনেটবোৰত। সমাজৰ পৰা মহত্ত্ব আৰু আদৰ্শ ক্ৰমে নোহোৱা হৈ যোৱাত কবিয়ে গভীৰ উদ্বেগ প্ৰকাশ কৰিছে

Plain living and high thinking are no more
The homely beauty of the good old cause
Is gone our peace our fearful innocence
And pure religion breathing house hold laws [৮৫]

এসময়ত ফৰাচী বিপ্লৱত যোগদান কৰি বৰ্ডচৱৰ্থে প্ৰত্যক্ষ কৰিছিল সমাজৰ হীনতা-নীচতা কপটতা অমানুষিকতা আৰু শোষণ-বঞ্চনা। সেই তিক্ত অভিজ্ঞতাৰ কথা কবিয়ে কোনোকালেই পাহৰিব পৰা নাছিল। সেয়ে তেও পঁচা দুৰ্গন্ধময সমাজৰ পৰিবৰ্তে এখন শোষণহীন আদৰ্শ-সমাজ ব্যৱস্থাৰ কামনা কৰিছিল আৰু সেই সমাজ প্ৰতিষ্ঠাৰ বাবে এক যোগ্য নেতৃত্বৰ প্ৰয়োজন অনুভৱ কৰিছিল। সেয়ে আৱেগদীপ্ত কণ্ঠে তেও মিল্টনক উদ্দেশ্যি চিঞৰি কৈছে

Milton! thou shouldst be living at this hour
England hath need of thee she is a fen
Of Stagnant waters We are selfish men
O! raise us up return to us again
And give us manners virtue freedom power [৮৬]

সমসাময়িক কবিসকলৰ ভিতৰত বায়ৰণেই আছিল মানৱ-জীৱন আৰু দেশ কাল সম্পৰ্কে সৰ্বাধিক সচেতন। সকলো পৰাই তেও আছিল সাহসী আৰু মুক্তিকামী।

---

৮৫। পূৰ্বোক্ত গ্ৰন্থ London 1802 Lines 11 14

৮৬। পূৰ্বোক্ত গ্ৰন্থ The same Lines 1 8

তেওঁ কোনো ধৰণৰ বন্ধনকেই মানি ল'ব পৰা নাছিল। ফৰাচী বিপ্লৱৰ দ্বাৰা অনুপ্ৰাণিত কবিৰ জীৱনত প্ৰথমেই বিদ্ৰোহৰ সুৰ বাজি উঠে Childe Harold কাব্যত। এই কাব্যৰ আৰম্ভণিতে ধ্বনিত হৈছে দেশবাসীক জাগ্ৰত কৰিবলৈ জনোৱা উদাত্ত আহ্বান— জাগা জাগি উঠা স্পেনৰ পুত্ৰসকল অগ্ৰসৰ হোৱা! স্বাধীনতাক মুক্ত হৃদয়ৰ চিৰন্তন সত্য বুলি অভিহিত কৰিছে কবিয়ে তেওঁৰ On the Castle of Chillon কবিতাত

Eternal Spirit of the chainless Mind!
Brightest in dungeons Liberty! thou art–
For there thy habitation is the heart–
The heart which love of Thee alone can bind [৮৭]

বায়ৰণৰ 'ডন জুৱান (Don Juan) কাব্যত স্বাধীনতাকামী দেশপ্ৰেমিক নায়কে পৰাধীন গ্ৰীচৰ মাটিত থিয় হৈও নিজকে স্বাধীন বুলি ভাবিছে, কেতিয়াও নিজকে দাস (Slave) বুলি ভবা নাই

The isles of Greece the isles of Greece
Where burning sappho Love and sung
*** *** *** *** *** *** ***
I dream d that Greece might still be free
For standing on the Persian s grave
I could not deem myself a slave [৮৮]

স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে বায়ৰণ আছিল জ্বলন্ত অগ্নিস্ফুলিংগ। তদুপৰি ধৰ্মৰ ভণ্ডামিকো তেওঁ সহ্য কৰিব নোৱাৰিছিল। Manfred আৰু Cain কাব্যত তেওঁ এনেকি ঈশ্বৰৰ বিৰুদ্ধেই বিদ্ৰোহ ঘোষণা কৰিছে। সমাজৰ প্ৰচলিত ধাৰণাৰ লগত কোনোপধ্যেই আপোচ নকৰা বিদ্ৰোহী কবি বায়ৰণ সম্পৰ্কে চি এম বৌৰাই লিখিছে

> Byron was representative of his generation in his belief in individual liberty and his hatred of tyranny and constraint

---

৮৭। পূৰ্বোক্ত গ্ৰন্থ On the castle of Chillon Lines 1-4

৮৮। Page Fredrick (Ed) Byron Poetical Works Don Juan Can to-III IXXXVI No 1 3

> whether excercised by individuals or by societies He wished at all costs to realize his powers to be truly and fully himself not to compromise with convention or to hide behind cant [৮৯]

ৰুচোৰ সাম্য মৈত্ৰী আৰু স্বাধীনতাৰ বাণীৰ দ্বাৰা প্ৰবলভাৱে আলোড়িত শ্যেলী আছিল আজন্ম বিপ্লৱী। তেওঁৰ বিপ্লৱী ভাবধাৰাৰ কাব্য আৰু কবিতাসমূহ হ'ল Queen Mab The Revolt of Islam Hellas Ode to Liberty Ode to Naples Ode to the West Wind আৰু কাব্য নাট্য Prometheus Unbound । এইবোৰকাব্য আৰু কবিতাৰ মাজেৰে শ্যেলীয়ে ধৰ্মীয় গোড়ামি আৰু পুৰোহিততন্ত্ৰৰ বিৰুদ্ধে প্ৰেমহীন বৈবাহিক বন্ধনৰ বিৰুদ্ধে ৰাষ্ট্ৰীয় স্বৈৰাচাৰৰ বিৰুদ্ধে আৰু সৰ্বোপৰি সকলো প্ৰকাৰ বন্ধনৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। এই বিদ্ৰোহৰ লক্ষ্য হ'ল ভৱিষ্যতৰ মুক্ত মানুহ আৰু মানৱাত্মাৰ জয়ধ্বনিৰে মুখৰিত সমাজ ব্যৱস্থাৰ পত্তন। বিদ্ৰোহৰ এনেকুৱা এক আন্তঃ প্ৰেৰণা লৈয়েই শ্যেলীয়ে দেশ বিদেশৰ মুক্তি বিচাৰিছিল। ইটালী গ্ৰীচ স্পেন আদি দেশৰ স্বাধীনতা বিচৰাৰ উপৰি আয়াৰলেণ্ড আৰু ভাৰতবৰ্ষৰ দৰে ঔপনিবেশিক ৰাষ্ট্ৰসমূহৰ স্বাতন্ত্ৰ্যও কামনা কৰিছিল।

হেলাচ (Hellas) নামৰ নাটকীয় আৰ্হিত ৰচনা কৰা সুদীৰ্ঘ কবিতাটিত তুৰস্কৰ বিৰুদ্ধে গ্ৰীকসকলে মুক্তিযুদ্ধত অৱতীৰ্ণ হোৱাৰ প্ৰতি সঁহাৰি জনোৱা হৈছে। শ্যেলীৰ স্বাধীনতা-স্পৃহা আৰু মুক্তি-স্পৃহাৰ তাৎপৰ্য অনুধাৱন কৰি এজন সমালোচকে লিখিছে

> Shelley regarded the victory of the Greeks over the Turks as a prologue to universal freedom it was a herald of liberty in all the slave countries of the world. Shelley great revolutionary as he was never lost faith in the final victory of the people s struggles against despotic rulers As the revolutionary fervour spread among the people of different countries of the world Shelley's hopes rose higher and he felt that the dawn of liberty for all mankind was not far off [৯০]

বিশ্বজুৰি ভৱিষ্যতৰ সোণালী দিনৰ আগমনী প্ৰত্যাশা শ্যেলীৰ কবিতাত এইদৰে উজলি উঠিছে

---

৮৯। Bowra, C M. | The Romantic Imagination

৯০। Das, Sisir (Ed.) Nineteenth Century Studies (Shelley and the Colonial Question– by R.C Sarma)

'The world s great age begins anew
The golden years return
The earth doth like a snake renew
Her winter weeds outworn '[১১]

১৮২০ চনত বিপ্লৱৰ মাজেৰে স্পেনসকলে স্বেচ্ছাচাৰী শাসনৰ অৱসান ঘটাই হৃত স্বাধীনতা ঘূৰাই পাইছিল। এই ঘটনাৰ দ্বাৰা শ্যেলী অতিশয় অনুপ্ৰাণিত হৈছিল। Ode to Liberty কবিতাত স্পেনৰ স্বাধীনতা স্পৃহাৰ প্ৰতি থকা তেওঁৰ অকুণ্ঠ সহানুভূতি এইদৰে প্ৰকাশ কৰিছে

A glorious people vibrated again
The lighting of the nations Liberty
From heart to heart from tower to tower O ver Spain
Scattering contagious fire in to the sky '[১২]

এইদৰে ৰোমাণ্টিক কবিসকলৰ কণ্ঠত দেশ আৰু দেশৰ মানুহৰ বাবে স্বাধীনতাৰ বাণী মুক্তিৰ বাণী ধ্বনিত হৈছিল।

## অধ্যাত্মপ্ৰেম

ৰোমাণ্টিক প্ৰেম কবিতাৰ আন এটি উল্লেখযোগ্য দিশ হ'ল— দেহ বন্দনাৰ মাজেৰে অতীন্দ্ৰিয়তাৰ সন্ধান। শৰীৰক বাদ দিলে প্ৰেম স্বধৰ্মচ্যুত হয় সেই কাৰণেই ৰোমাণ্টিক কবিসকলে সৌন্দৰ্যময়ী এই দেহক প্ৰেমৰ মন্দিৰ হিচাপেই কল্পনা কৰি মন্দিৰৰ প্ৰতিমাৰ ৰূপ-ঐশ্বৰ্যৰ আৰাধনাত ব্ৰতী হৈছিল। শ্যেলীৰ নিষ্পাপ হৃদয়ানুৰাগৰ দ্বাৰা প্ৰেয়সী কিদৰে পূজিতা হৈছিল সেই কথা পোৱা যায় কবিৰ নিম্নলিখিত কবিতা পংক্তিত

I fear thy mien thy tones thy motion
Thou needest not fear mine
Innocent is the heart s devotion
With which I worship thine '[১৩]

১১। H llas Li ies 1060-1060 quoted from Charles Batey s Eight Poets
১২। Hut hinson Thomas (Ed ) Shelley Poetical Works Ode to Liberty Lines 1-4
১৩। Palgra e s The Golden Treasuty I fear thy kisses gentle Maiden Lines 5-8

সৌন্দৰ্যৰ প্ৰতি ৰোমাণ্টিক কবিসকলৰ আছিল অপাৰসীম গুৰুত্ব এনেকি তেওঁলোকে সৌন্দৰ্যকে সত্য বুলি মানি লৈছিল।[১৪] সৰ্ববিজয়িনী সৌন্দৰ্যৰ প্ৰতিকল্পৰূপে ৰোমাণ্টিক কবিয়ে প্ৰথমে নাৰী দেহকেই আধাৰ হিচাপে গ্ৰহণ কৰিছিল। প্ৰেমে এই সৌন্দৰ্যবোধ সৃষ্টি কৰাত সত্য আৰু সুন্দৰৰ ধাৰণা আনি দিয়াত সহায় কৰে। যাৰ বাবে প্ৰেমিকৰ দৃষ্টিত প্ৰেমিকা আৰু প্ৰেমিকাৰ দৃষ্টিত প্ৰেমিক ইমান ধুনীয়া হৈ উঠে। প্ৰেমৰ সম্মোহিনী বলেৰে প্ৰেমিক-প্ৰেমিকাই ইজনে সিজনক নিজৰ মনৰ জোখাৰে সজাই তোলে। 'মানসসুন্দৰী' নামৰ কবিতাটোত ৰবীন্দ্ৰনাথে এই কথা ধুনীয়াকৈ ব্যক্ত কৰিছে

আমাৰ নয়ন হতে লইয়া আলোক
আমাৰ অন্তৰ হতে লইয়া বাসনা
আমাৰ গোপন প্ৰেম কৰেছে ৰচনা
এই মুখখানি। [১৫]

এই দৃষ্টিভংগীৰে চোৱাৰ বাবেই প্ৰেমিকৰ চকুত প্ৰেয়সীৰ দেহ মাথোঁ দেহ নহয় তৰপে তৰপে সজোৱা ফুলেৰে ভৰা লতাহে। প্ৰিয়াৰ বাহুও বাহু নহয় প্ৰণয়ৰ দোল। এনে ক্ষেত্ৰত প্ৰিয়াৰ ৰূপমাধুৰ্যতকৈয়ো প্ৰেমিকৰ মুগ্ধ দৃষ্টিহে মন কৰিবলগীয়া কথা। প্ৰেমৰ মায়া-কাজলসনা চকুৰে চালে প্ৰিয়াৰ দেহ পুষ্পভূষিত লতালৈ ৰূপান্তৰিত হয় প্ৰেমিকৰ এই দৃষ্টিভংগীয়েই শিল্পীৰ দৃষ্টিভংগী। কণ্বৰ আশ্ৰমত আশ্ৰম তৰু-লতাৰ আবডালত নিযুক্তা শকুন্তলা দুষ্মন্তৰ চকুৰ আগত ঠিক এনে ৰূপতেই আবিভূতা হৈছিল

অধৰং কিশলয়ৰাগ কোমলবিটপানু কাৰিণৌ বাহু।
কুসুমমিব লোভনীয়ং যৌবনমঙ্গেষু সংনদ্ধম।। [১৬]

তথাপি ৰোমাণ্টিক প্ৰেমিকে অতুলনীয়া সুন্দৰীৰ তেজ মঙহৰ দ্বাৰা গঢ়ি উঠা দেহ মন্দিৰৰ একান্ত পূজাৰী হৈ চিৰদিনৰ বাবে থাকিব নোখোজে। কোমল বিটপৰ দৰে বাহু হ'লেও সেই বাহু-দোলৰ বন্ধন সময়ত অসহনীয় হৈ উঠে। চুম্বনত মদিৰা থাকিলেও তাৰ প্ৰতি যিদৰে বিতৃষ্ণা জন্মে সেইদৰে অংগে অংগে কুসুমৰ বিকাশ ঘটিলেও দেহখনি কাৰাগাৰৰ দৰেই অনুভূত হয়। সেই বাবেই এই

---

১৪। Beauty is truth, truth Beauty (Eight Poets Ode on A Grecian Urn (Keats) Lines 49)

১৫। ঠাকুৰ ৰবীন্দ্ৰনাথ সোনাৰ তৰী মানসসুন্দৰী

১৬। অভিজ্ঞান শকুন্তলম্ : ১ ৫৬

পাৰ্থিৱ সৌন্দৰ্য আৰু প্ৰেমৰ প্ৰতি ক্ৰমে জাগি উঠে অনীহা। পাৰ্থিৱপ্ৰেমৰ সীমাবদ্ধতাই হৃদয়ক কিদৰে অৱসন্ন কৰি তোলে তাৰ এটি মনোৰম চিত্ৰ পোৱা যায় ৰবীন্দ্ৰনাথৰ কবিতাত

নাই নাই কিছু নাই শুধু অন্বেষণ
নীলিমা লইতে চাই আকাশ ছাঁকিয়া।
কাছে গেলে ৰূপ কোথা কৰে পলায়ন
দেহ শুধু হাতে আসে শ্ৰান্ত কৰে হিয়া।। [৯৭]

এনে পৰিস্থিতিতেই পুৰুষে নাৰীক উদ্দেশ্যি কয়

কেন তুমি মূৰ্তি হয়ে এলে
ৰহিলে না ধ্যান ধাৰণাৰ।। [৯৮]

পাৰ্থিৱ প্ৰেমৰ এই অস্থায়িত্ব আৰু অপূৰ্ণতাৰ বাবেই মানৱী ক্ৰমে পৰিণত হয় মানসীত। এক অপাৰ্থিৱ অনন্ত ৰহস্যেৰে প্ৰেম হয় আবৃত। কবিমন হয় উন্মনা প্ৰকৃত সুন্দৰক ধৰিবলৈ চলে অন্বেষণ।[৯৯] কবিয়ে উপলব্ধি কৰে এই বিশ্বজগতৰ সকলো সৌন্দৰ্যৰ আধাৰস্বৰূপ চিৰসুন্দৰৰ অস্তিত্ব।[১০০] তেওঁৰ পৰশ পোৱাৰ বাবেই ৰোমাণ্টিক কবিমন হয় আকুল

তোমাৰ অমৃত স্পৰ্শে শীতলাই তনুমন প্ৰাণ
নিদিবানে শেষবাৰ মোক দু খ তাপ সন্তাপ পাহৰা
শান্তিময় চৰণত স্থান? [১০১]

প্ৰতীচ্যৰ কবি শ্যেলীৰ প্ৰথম জীৱনৰ উদ্‌ভ্ৰান্ত উদ্দাম নাৰীপ্ৰেমো শেষলৈ অতীন্দ্ৰিয় প্ৰেমৰেই অভিব্যক্তিৰূপে প্ৰকাশ পাইছে। এই সম্পৰ্কে অধ্যাপক হৰেন্দ্ৰনাথ দত্তই যথাৰ্থ মন্তব্যকে কৰিছে

---

৯৭। ঠাকুৰ ৰবীন্দ্ৰনাথ মানসী হৃদয়ৰ ধন
৯৮। ঠাকুৰ ৰবীন্দ্ৰনাথ সঞ্চয়িতা মানসী পুৰুষেৰ উক্তি
৯৯। ধ্বনিয়া উঠিছে শূন্য নিখিলেৰ পাখাৰ এ গানে—
হেথা নয় অন্য কোথা অন্য কোন্ খানে।
(ঠাকুৰ ৰবীন্দ্ৰনাথ বলাকা ৩৬ নং কবিতা)
১০০। সীমাৰ মাঝে অসীম তুমি বাজাও আপন সুৰ।
আমাৰ মধ্যে তোমাৰ প্ৰকাশ তাই এত মধুৰ।।
(গীতাঞ্জলি ১২০ নং গান)
১০১। ৰবদলৈ নিৰ্মলপ্ৰভা (সম্পা॰) কবিতামঞ্জৰী নলিনী দেৱীৰ 'অনাহূত

শ্যেলীৰ প্ৰেমৰ কবিতাত এফালে ব্যক্তিনিষ্ঠ প্ৰেমৰ আৱেগ মানৱপ্ৰেমৰ সাগৰ সংগমলৈ গতি কৰিছে আৰু আনহাতেদি প্লেটনিক প্ৰভাৱে ইন্দ্ৰিয় জগতৰ পৰা প্ৰেমক উত্তৰিত কৰি সনাতন পৰম সত্তাৰ অস্তিত্বক অনুধাৱন কৰাইছে। [১২]

আধ্যাত্মিক ভাবধাৰা সিক্ত শ্যেলীৰ প্ৰেম সম্পৰ্কে চি এম বৌৰাই লিখিছে

For Shelley love is a union of souls foreordained in some celestial scheme of predestination and guided by the powers which move the universe [১৩]

শ্যেলীয়ে বিচাৰে তেওঁৰ আত্মাৰ সৈতে প্ৰেয়সীৰ আত্মাৰ দেহাতীত মিলন

We shall become the same we shall be one
Spirit within two frames oh! wherefore two?
One passion in twin heart [১৪]

শ্যেলীৰ Alastor The Rovolt of Islam Prometheus Unbound Epipsychidion আদি কাব্যত অতীন্দ্ৰিয় প্ৰেমৰ অভিব্যক্তি ঘটিছে। শেষৰখন কাব্যগ্ৰন্থত ইয়াৰ চৰম প্ৰকাশ লক্ষ্য কৰা যায়। এই কাব্যৰ নায়িকা অনন্ত সৌন্দৰ্যৰ প্ৰতিমা। শ্যেলীৰ জীৱনবোধ এই সৌন্দৰ্য প্ৰতিমাৰ অধ্যাত্মদীপ্তিত ভাস্বৰ তেওঁ এই জ্যোতিৰ্ময় সৌন্দৰ্যৰ প্ৰেম আৰাধনাত বিভোৰ। ৰবীন্দ্ৰনাথৰ কাব্যতো এই ঐশী তথা বিশ্বব্যাপী অধ্যাত্ম সৌন্দৰ্যমণ্ডিত প্ৰেম মহাসমাৰোহেৰে অধিষ্ঠিত। তেৰো কৰিছে ৰূপৰ মাজেৰে অৰূপ সন্ধান

ৰূপসাগৰে ডুব দিয়েছি
অৰূপ ৰতন আশা কৰি।[১৫]

প্ৰাচ্য প্ৰতীচ্যৰ প্ৰায় সকলো কবিয়ে মানৱীয় হৃদয় অনুষিক্ত আৱেগ অনুভূতিৰে পৰিপূৰ্ণ ৰূপত ৰোমাণ্টিক কাব্যৰ পৰিধি সমৃদ্ধ কৰিছে আৰু ইয়াৰ স্পৰ্শ অনুভূতিৰ অনুৰণনে অসমীয়া ৰোমাণ্টিক কাব্যৰ পৰিসৰো বিস্তৃত আৰু সঞ্জীৱিত কৰি ৰাখিছে।

---

১০২। দত্ত হৰেন্দ্ৰনাথ — ৰোমাণ্টিচিজম আৰু গীতি মানস
১০৩। Bowra C M — The Romantic Imagination
১০৪। Hutchinson T (Ed) — Shelley Poetical Works Epipsychidion Lines 573 575
১০৫। গীতাঞ্জলি — ৪৭ নং গান

## দ্বিতীয় অধ্যায়

# অসমীয়া ৰোমাণ্টিক কাব্যৰ পটভূমি

### ঐতিহাসিক প্ৰেক্ষাপট ঃ

সাহিত্যৰ ইতিহাসত কোনো এটি নতুন যুগ সৃষ্টি হয় এটি দীঘলীয়া প্ৰক্ৰিয়াৰ জৰিয়তেহে। অৰ্থাৎ এটি নতুন যুগ আৰম্ভ হোৱাৰ বহু আগৰে পৰা সেই যুগৰ বিভিন্ন লক্ষণ পূৰ্ববৰ্তী কবি সাহিত্যিকৰ ৰচনাত পৰিদৃষ্ট হয়। ইতিহাসৰ আবৰ্তনৰ মাজেৰে সাহিত্যৰ পৰিৱৰ্তিত আংগিক আৰু কলা কৌশলৰ স্পষ্ট লক্ষণ যেতিয়া পাঠকৰ দৃষ্টিত উদ্ভাসিত হয় তেতিয়া সাহিত্যৰো এটি নতুন যুগ চিহ্নিত কৰিব পৰা যায়। ই ৰাজী ৰোমাণ্টিক যুগৰ ইতিহাস বিশ্লেষণ কৰিলেই এই ধাৰণা প্ৰকট হৈ পৰে। একেদৰে অসমীয়া ৰোমাণ্টিক যুগৰ ক্ষেত্ৰতো এই কথা সমানেই প্ৰযোজ্য।

১৮২৬ চনত ব্ৰহ্মদেশৰ ৰজা আৰু ইষ্ট ইণ্ডিয়া কোম্পানীৰ মাজত হোৱা ইয়াণ্ডাবু সন্ধিৰ জৰিযতে অসম ইংৰাজসকলৰ অধীনলৈ আহে। ইংৰাজসকলে শাসনকাৰ্য সুচাৰুৰূপে পৰিচালনা কৰাৰ অজুহাত দেখুৱাই অসমৰ আদালত আৰু পঢাশালিত ১৮৩৬ চনৰ পৰা অসমীয়া ভাষাৰ পৰিৱৰ্তে বাংলা ভাষা প্ৰৱৰ্তন কৰে। ১৮৩৬ চনৰ পৰা ১৮৭২ চনলৈ অসমত বাংলা ভাষা চৰকাৰী ভাষা হিচাপে প্ৰৱৰ্তিত হৈ থাকে। এই সুদীৰ্ঘ সময়ছোৱা প্ৰকৃততে অসমীয়া ভাষা-সাহিত্যৰ নিৰ্বাসনৰ কাল। ইংৰাজ প্ৰশাসনৰ এই অন্যায় সিদ্ধান্তৰ বিৰুদ্ধে অসমীয়া জনসাধাৰণৰ মাজত সেই সময়ত বিশেষ কোনো সবল আৰু সংঘবদ্ধ প্ৰতিবাদ গঢ়ি উঠা নাছিল। পৰাধীনতাৰ ফলস্বৰূপে ৰাজনৈতিকভাৱে অসমীয়াই বৃটিছৰ বশ্যতা স্বীকাৰ কৰাৰ লগে লগে সাংস্কৃতিকভাৱেও অসমীয়াই নিজস্ব হেৰুৱাবলৈ আৰম্ভ কৰিছিল। [১]

---

১। বৰগোহাঞি হোমেন (সম্পা) বিংশ শতাব্দীৰ অসমীয়া সাহিত্য (চৈয়দ আব্দুল মালিক ৰচিত 'কবিতা' ৰোমাণ্টিক পটভূমি')

যি সময়ৰ পৰা অসমৰ আদালত আৰু পঢাশালিত অসমীয়া ভাষা সাহিত্যক নিৰ্বাসিত কৰা হৈছিল ঠিক সেই সময়তে (১৮৩৬) অসমত ভৰি দিছিল অসমীয়া ভাষা-সাহিত্যৰ ত্ৰাণকৰ্তাস্বৰূপ আমেৰিকাৰ খ্ৰীষ্টান মিছনেৰীসকল। খ্ৰীষ্টানধৰ্ম প্ৰচাৰ কৰিবলৈ অহা মিছনেৰীসকলে এই কথা ভালদৰে বুজি পাইছিল যে অসমত খ্ৰীষ্টধৰ্ম প্ৰচাৰ কৰিবলৈ হ'লে স্থানীয অসমীযা ভাষাৰ জৰিযতেহে সম্ভৱপৰ। সেয়ে বাংলা ভাষাৰ প্ৰৱৰ্তনৰ বিৰুদ্ধে পোনতে তেওলোকেই প্ৰতিবাদ সাব্যস্ত কৰিলে। [2] লগতে অসমীযা ভাষা-সাহিত্যক পুন প্ৰতিষ্ঠা কৰাৰ বাবে আৰু ইয়াৰ সৰ্বাংগীন উন্নতিৰ বাবে সকলো ধৰণৰ প্ৰচেষ্টা হাতত ল'লে। এই উদ্দেশ্যৰে তেওলোকে শিৱসাগৰৰ ব্যাপ্টিষ্ট মিছন প্ৰেছৰ পৰা 'অৰুনোদই নামেৰে এখন আলোচনী প্ৰকাশ কৰিলে ১৮৪৬ চনত। এইখনেই অসমীয়া ভাষাৰ প্ৰথম আলোচনী। স্বাভাৱিকতেই কাকতখনে অসমীয়া জনমানসত ব্যাপক আশা আৰু উদ্দীপনাৰ সঞ্চাৰ কৰিবলৈ সমৰ্থ হয। 'অৰুনোদই'ক কেন্দ্ৰ কৰিযেই তৎকালীন এচাম অসমীযা লেখকৰো সৃষ্টি হৈছিল। পৰৱৰ্তী কালত অসমীযা ৰোমাণ্টিক যুগৰ বাট মুকলি কৰি দিছিল 'অৰুনোদই আৰু 'অৰুনোদই গোষ্ঠী'যে। ঐতিহাসিকভাৱে স্বীকৃত এই কথা স্মৰণ কৰি নন্দ তালুকদাৰে লিখিছে

> অৰুনোদই আধুনিক অসমীযা সাহিত্যৰ বাৰ্তাবাহী তোৰণ। জোনাকী কাকতৰ জৰিযতে নবন্যাস অৰ্থাৎ ৰোমাণ্টিক সাহিত্যৰ সোঁত প্ৰবাহিত হোৱা বুলি কোৱা হয যদিও জোনাকী যুগ নবন্যাস আন্দোলনৰ পযোভৰৰ যুগহে। জোনাকী যুগত নবন্যাস আন্দোলনে বিকাশ আৰু পৰিপূৰ্ণতা লাভ কৰিছিল। প্ৰকৃতপক্ষে নবন্যাস আদোলন তথা আধুনিক সাহিত্যৰ পথ প্ৰদৰ্শন হৈছিল 'অৰুনোদই'ৰ মাধ্যমেৰে। [3]

'অৰুনোদই'ত অসমীযা লেখকসকলৰ লেখনিৰ উপৰি প্ৰকাশিত হৈছিল পাদৰীচাহাব আৰু মেমচাহাবসকলৰ দ্বাৰা ৰচিত নানা ধৰণৰ অসমীযা পুথি বিশেষকৈ অনূদিত পুথি। তদুপৰি অৰুনোদই গোষ্ঠীৰ অসমীয়া আৰু মিছনেৰীসকলৰ চেষ্টাত

---

২। কোনো এজন অসমীয়াই এযাৰ প্ৰতিবাদ কৰাৰ পূৰ্বেই আমেৰিকান মিছনেৰীসকলে ১৮৩৮ চনতে নতুনকৈ আৰম্ভ কৰা গাঁৱলীয়া স্কুলত বঙালী ভাষাৰ মাধ্যমত শিক্ষা দিয়াৰ বিৰুদ্ধে পোনপ্ৰথমে সকীয়াই দিছিল।
(বৰপূজাৰী হেৰম্বকান্ত আমেৰিকান মিছনেৰীসকল আৰু উনবিংশ শতিকাৰ অসম)

৩। তালুকদাৰ নন্দ সম্বাদপত্ৰৰ ৰ'দ কাঁচলিত অসমীয়া সাহিত্য

খ্ৰীষ্টীয় সাহিত্য পঢাশালীয় পুথি শিশু সাহিত্য ধৰ্মীয় সাহিত্য নীতি-কথা হিতোপদেশ ব্যাকৰণ অভিধান প্ৰবাদ মালা শব্দ কোষ আদি ৰচিত আৰু প্ৰকাশিত হৈছিল। এই পুথিসমূহৰ প্ৰকাশে অসমীয়া ভাষাক যিদৰে ক্ৰমে ক্ৰমে স্বাৱলম্বী কৰি তুলিছিল সেইদৰে ঠিক পৰৱৰ্তী কালত ৰোমাণ্টিক যুগৰ সৃষ্টিতো প্ৰেৰণা যোগাইছিল।

'অৰুনোদই' গোষ্ঠীৰ অন্তৰ্ভুক্ত অসমীয়া লেখকসকল আছিল— আনন্দৰাম ঢেকিয়াল ফুকন যাদুৰাম ডেকাবৰুৱা গুণাভিৰাম বৰুৱা হেমচন্দ্ৰ বৰুৱা প্ৰমুখ্যে বিশিষ্ট মনীষীসকল। এওলোকে মিছনেৰীসকলৰ সৈতে একেলগ হৈ অসমীয়া ভাষা সাহিত্যৰ পুন প্ৰতিষ্ঠাৰ বাবে চৰকাৰৰ ওচৰত দাবি জনায়। ১৮৫৫ চনত প্ৰকাশ কৰা ঢেকিয়াল ফুকনৰ A Few Remarks on the Assamese Language and on Vernacular Education in Assam নামৰ পুস্তিকাৰ মাজেৰে অসমীয়া ভাষাৰ স্বাতন্ত্ৰ্য দেখুওৱা হয় আৰু অসমত বাংলা ভাষা জাপি দিয়াৰ ফলত উদ্ভৱ হোৱা বিষময় অৱস্থাৰ কথা বৰ্ণনা কৰি চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰা হয়।

অৱশেষত বহুতো বাক বিতণ্ডা আৰু সংঘাতৰ অন্তত চৰকাৰে ১৮৭৩ চনত অসমত পুন অসমীয়া ভাষাৰ প্ৰৱৰ্তন কৰে। অসমীয়া ভাষাৰ এই পুন প্ৰতিষ্ঠাৰ সংগ্ৰামত মিছনেৰীসকলৰ অৱদান আছিল সৰ্বাধিক এই সম্পৰ্কে হেৰম্বকান্ত বৰপূজাৰীয়ে লিখিছে

> তেওলোকে অসমীয়া ভাষাক যথোচিত স্থানলৈ আনিযে এৰা নাছিল। পাশ্চাত্যৰ দ্বাৰ মুকলি কৰি তেওলোকে অসমীয়া সাহিত্যৰ নৱজাগৰণৰ পথ প্ৰশস্ত কৰে। তেতিযাৰ পৰা ইউৰোপীয় সাহিত্য ধাৰা প্ৰৱৰ্তিত হ'ল প্ৰকাশিকা শক্তি সম্পন্ন গদ্যৰ বিকাশ ঘটিল নাটক উপন্যাস চুটিগল্প জীৱনী সাহিত্যৰ সৃষ্টি হ'ল সৰ্বোপৰি সাংবাদিকতাৰ আৰম্ভ হ'ল। পাশ্চাত্যৰ প্ৰভাৱে বিচাৰক্ষম দৃষ্টিভংগী গঢ়ি তুলিলে তেতিযাৰ ঐতিহ্য আচাৰ ৰীতি বিশ্বাসৰ নতুন বিচাৰ আৰম্ভ হ'ল আৰু তাৰ দ্বাৰা উনৈশ শতিকাৰ শেষ ভাগত অসমীয়া জাতিৰ নতুন চেতনা জাগ্ৰত হৈ পৰিল। [৪]

'অৰুনোদই' গোষ্ঠীয়ে অসমীয়া ভাষা-সাহিত্যৰ যি বাট কাটি দিছিল সেই বাটেৰেই আগবাঢ়ি অসমীয়া ভাষা-সাহিত্যক সুদৃঢ়কৈ স্থাপন কৰে গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাই। হেমচন্দ্ৰ বৰুৱাই পাঠ্যপুথি অসমীয়া ব্যাকৰণ অভিধান

---

৪। বৰপূজাৰী হেৰম্বকান্ত আমেৰিকান মিছনেৰীসকল আৰু উনবিংশ শতিকাৰ অসম

আদি ৰচনা কৰি অসমীয়া সাহিত্যৰ প্ৰয়োজনীয় দিশসমূহ পূৰণ কৰে লগতে সমাজ সংস্কাৰৰ কাৰণে ৰচনা কৰে 'কানীয়াৰ কীৰ্তন (প্ৰহসন) আৰু 'বাহিৰে ৰংচং ভিতৰে কোৱাভাতুৰি (উপন্যাসধৰ্মী ৰচনা)। গুণাভিৰাম বৰুৱাই নাটক জীৱনী ভ্ৰমণ বৃত্তান্ত আদি ৰচনা কৰি আৰু আলোচনী সম্পাদনা কৰি আধুনিক অসমীয়া সাহিত্যক দৃঢ ৰূপে প্ৰতিষ্ঠিত কৰে। গুণাভিৰাম বৰুৱাৰ দ্বাৰা ৰচিত 'ৰামনৱমী (১৮৫৭) নাটকখনেই প্ৰথম অসমীযা সামাজিক নাটক। এই নাটকখনতেই প্ৰথম ৰোমাণ্টিকধৰ্মী আধুনিক অসমীযা সাহিত্যৰ নূপুৰ বাজি উঠে। নাটকখনৰ নায়ক নাযিকা ৰাম আৰু নৱমীৰ গোপন প্ৰণয আৰু তাৰ বিচ্ছেদবিধুৰ পৰিণতি তৎকালীন অসমৰ সামাজিক পটভূমিত আছিল এক অভিনৱ বস্তু।

গুণাভিৰাম বৰুৱা সম্পাদিত 'আসামবন্ধু নামৰ মাহেকীযা আলোচনীৰ নিয়মিত লেখক আছিল ৰত্নেশ্বৰ মহন্ত সত্যনাথ বৰা ভোলানাথ দাস লম্বোদৰ বৰা লক্ষ্মীনাথ বেজবৰুৱা হেমচন্দ্ৰ গোস্বামী কনকলাল বৰুৱা কমলাকান্ত ভট্টাচাৰ্য পদ্মাৱতী দেৱী ফুকননী প্ৰভৃতি অসমীযা সাহিত্যৰ নৱোন্মেষ কালৰ লেখক লেখিকাসকল। জোনাকী যুগৰ বহুকেইজন মহাৰথীৰ প্ৰথম ৰচনা প্ৰকাশিত হৈছিল 'আসাম বন্ধু মাহেকীযা আলোচনীত। সেযে অসমীযা সাহিত্যত ৰোমাণ্টিক ভাবধাৰা স্থাপন কৰাৰ ভিত্তিভূমি প্ৰস্তুত কৰি দিযাৰ ক্ষেত্ৰত এইখন আলোচনীৰ অৱদান বিশেষভাৱে স্মৰণীয়। এই কাকতৰ বুকুত উজলি উঠা বহুতো কবিতাই ৰোমাণ্টিক কবিতাৰ পূৰ্বাভাস দাঙি ধৰিছিল। প্ৰকৃতি উচ্ছ্বাস অতীত পৰ্যালোচনা সাধাৰণ বস্তুত অসাধাৰণত্ব আৰোপ নজনাত বিস্ময বিমূঢতা আৰু জনাত আশ্চৰ্য প্ৰকাশ আদি ৰোমাণ্টিক কবিতাৰ ভালেখিনি লক্ষণ 'আসাম বন্ধু'ৰ কবিতাত বিদ্যমান। [৫] জোনাকী যুগৰ লেখকসকলে 'আসাম বন্ধু কাকতৰ যোগেদিযেই ৰোমাণ্টিক যুগত উপনীত হৈছিল। এই সম্পৰ্কে হেম বৰাই লিখিছে

> আসাম বন্ধুত প্ৰকাশিত দুকুৰি সাতোটা বিভিন্ন বিষয়ৰ কবিতাৰ মাজত প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত ভোলানাথ দাসৰ 'আসামবাসী আৰু সত্যনাথ বৰাৰ গোলাপ কবিতাত একাধিক ৰোমাণ্টিক লক্ষণ বিদ্যমান। এই বছৰতে (১৮৮৫ খ্ৰীষ্টাব্দ) প্ৰকাশিত ৰত্নেশ্বৰ মহন্তৰ 'স্তুতি 'দুপৰ নিশা কমলাকান্ত ভট্টাচাৰ্যৰ 'মনৰ ভাব হেমচন্দ্ৰ গোস্বামীৰ 'জাহাজ 'সংসাৰত সুখ নাই আদি কবিতাৰ নাম ল'ব পাৰি। দ্বিতীয় বছৰৰ 'আসাম বন্ধু'ত (১৮৮৬ খ্ৰী°) প্ৰকাশিত হেমচন্দ্ৰ গোস্বামীৰ 'বিজুলী

৫। তালুকদাৰ অম্ম সম্বাদপত্ৰৰ ৰ'দ কাঁচলিত অসমীয়া সাহিত্য

আৰু ‘প্ৰকৃতি  ভোলানাথ দাসৰ ‘ৰজনী আৰু মেঘ  লক্ষ্মীনাথ বেজবৰুৱাৰ ‘সন্ধ্যা  ৰোমাণ্টিক লক্ষণৰ ফালৰ পৰা উন্নত। [৬]

প্ৰাক জোনাকী কালৰ কবি-নাট্যকাৰ ৰমাকান্ত চৌধুৰীৰ ৰচনাৰ মাজেৰেও নবন্যাসধৰ্মিতা ফুটি উঠে। তেওঁৰ প্ৰধান কীৰ্তি হ'ল মাইকেল মধুসূদন প্ৰৱৰ্তিত অমিত্ৰাক্ষৰ ছন্দ-ধাৰা অসমলৈ কঢ়িয়াই অনাত। মহেশ্বৰ নেওগৰ ভাষাত

> এই নব্য প্ৰযোগে অসমীযা কাব্য ভাৰতীৰ চৰণৰ জিঞ্জিৰি ছিঙিবৰ এটি উপায় নিৰ্দেশ কৰিলে আৰু সেই উপায় অৱলম্বনৰ এটি ভাল আৰ্হিও দাঙি ধৰিলে। [৭]

প্ৰাক-ৰোমাণ্টিক কালত যিগৰাকী কবিৰ হাতত আটাইতকৈ বেছি ৰোমাণ্টিকতা ফুটি উঠিছিল তেওঁ হ'ল ভোলানাথ দাস। তেওঁৰ হাতত ৰোমাণ্টিক কবিতাৰ একাধিক লক্ষণ ফুটি উঠে— গীতিধৰ্মিতা  প্ৰকৃতি প্ৰেম  ব্যক্তিগত দু খ বেদনাৰ আকুলতা  ভগৱৎ প্ৰেম  পুৰণি ঐতিহ্যৰ প্ৰতি শ্ৰদ্ধা আৰু তাৰ পুনৰাবৃত্তি। দাসে পুৰণি ঐতিহ্যৰ গতানুগতিকতাৰ পৰা ফালৰি কাটি আহি পোনপ্ৰথমে অসমীযা কবিতাত নতুন সোঁত বোৱাই দিযে। তেওঁ অসমীযা কবিতাৰ ছন্দ গঠন আৰু আন আন দিশত নতুনত্ব দিবৰ বাবে যি পৰীক্ষা নিৰীক্ষা আৰম্ভ কৰে তাৰ ফলত পৰৱৰ্তী যুগৰ কবিতাৰ লগত অতি সহজেই এটি যোগসূত্ৰ স্থাপিত হয। এই সম্পৰ্কে যথাৰ্থ মন্তব্যকে কৰিছে নন্দ তালুকদাৰে   তেওঁৰ (ভোলানাথ দাস) কবিতাৰাজি প্ৰাচীন আৰু নৱন্যাসধৰ্মী আধুনিক কবিতাৰ মাজত যোগসূত্ৰ ৰক্ষা কৰা সাঁকো স্বৰূপ। [৮]

খণ্ড-কবিতাৰ ক্ষেত্ৰত ভোলানাথ দাসৰ ‘চিন্তা তৰংগ'ৰ অন্তৰ্গত  মেঘ  নামৰ কবিতাটোৱেই প্ৰথম অসমীযা ৰোমাণ্টিকধৰ্মী কবিতা। এই সম্পৰ্কে অতুল চন্দ্ৰ বৰুৱাই লিখিছে

> এই কবিতাটোক বুটিছ আমোলৰ ৰোমাণ্টিক যুগৰ ব্যক্তিনিষ্ঠ কবিতাৰ প্ৰথম শ্ৰেষ্ঠ নিদৰ্শন বোলা যায। ছন্দ প্ৰবাহৰ গতিত সি যেন  ধীৰে ধীৰে ভাহি যোৱা মেঘৰ গজেন্দ্ৰ গমন  এক কোনে দৰশন দিযা  ধৱল তুলাৰাশি শুভ্ৰ বৰফ খণ্ড অথবা সুশ্বেতৰাগৰ উজ্জ্বল প্ৰভা। [৯]

---

| | |
|---|---|
| ৬। ৰবা হেম | ৰমন্যাসবাদ  অসমীয়া কবিতা আৰু জনদিয়েক প্ৰধান কবি |
| ৭। নেওগ মহেশ্বৰ | ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা |
| ৮। তালুকদাৰ নন্দ | জীৱন স্মৰণ |
| ৯। ভোলানাথ দাস ৰচনাৱলী | পাতনি |

অগ্নি কবি কমলাকান্ত ভট্টাচাৰ্যৰ কবিতাতো ৰোমাণ্টিক কবিতাৰ অলেখ উপাদান সিঁচৰতি হৈ আছে। স্বদেশপ্ৰেমেৰে উদ্বেল ভট্টাচাৰ্যৰ কবিতা ভাবৰ ফালৰ পৰা জাতীয় চৈতন্য উদ্দীপক আৰু গঠনৰ ফালৰ পৰা গীতিধৰ্মিতাৰ বাহক। ভাৰতীয় অধ্যাত্ম ধ্যান-ধাৰণাৰে পুষ্ট কবিৰ স্বদেশপ্ৰেম বিশ্বপ্ৰেমৰে সৈতে সম্পৃক্ত। ধৰ্মৰ মাজতো কমলাকান্তই স্বদেশপ্ৰেমৰ প্ৰাসংগিকতাক প্ৰাধান্য দিছে। এই সন্দৰ্ভত তিলোত্তমা মিশ্ৰই লিখিছে

> Kamala Kanta believed that religion meant nothing but love of the universe that included love for ones own country [১]

ভট্টাচাৰ্যৰ কবিতাত প্ৰকৃতিপ্ৰেম আৰু সৌন্দৰ্যবোধৰ ধাৰণা থকা দুই চাৰিটা কবিতাও লক্ষ্য কৰা যায়। এই ক্ষেত্ৰত 'বহাগ বিহু (১৮৮৭) আৰু 'বাসন্তীৰ বিয়া (১৮৮৯) কবিতা দুটি বিশেষ উল্লেখযোগ্য। আনহাতে 'চিন্তানল কাব্যপুথিৰ অন্তৰ্গত 'জাতীয় গৌৰব পূৰ্ণিমাৰ ৰাতিলৈ চাই এইনো আসাম নহয়নে শ্মশান আদি কবিতা জাতীয় চৈতন্যবোধ জাগ্ৰত কৰাত আবাহনী মন্ত্ৰ স্বৰূপ।

অসমীযা সাহিত্যত প্ৰকৃত ৰোমাণ্টিক যুগৰ আৰম্ভণি হয় ১৮৮৯ চনৰ পৰা অৰ্থাৎ জোনাকী কাকত ওলোৱা শুভ লগনটিৰ পৰা। পাশ্চাত্য সাহিত্যৰ ৰোমাণ্টিক ভাবধাৰাৰ সহস্ৰ বৰ্ণালী প্ৰতিবিম্বিত হয জোনাকী কাকতত আৰু জোনাকী দোলাত উঠি সাল্‌কৃতা ৰমন্যাস-কুঁৱৰী প্ৰবেশ কৰে অসমীয়া কাব্য-সাহিত্যৰ ৰভাথলীত। এই কথা অনস্বীকাৰ্য যে অসমীযা সাহিত্যৰ ৰোমাণ্টিচিজম্ ইংলণ্ডৰ ৰোমাণ্টিক আন্দোলনৰ প্ৰভাৱৰেই ফল।

অষ্টাদশ শতিকাৰ অন্তিম দশকত আৰু ঊনবিংশ শতিকাৰ আদি ভাগত পূৰ্ববৰ্তী কৃত্ৰিম ধ্ৰুপদী (Pseudo classical) ৰীতিৰ আত্মম্ভৰিতা আৰু কঠোৰ অনুশাসনৰ বিৰুদ্ধে ই‌ংলণ্ডত যি সাহিত্যিক আন্দোলন গঢ়ি উঠিছিল সেই আন্দোলনেই ৰোমাণ্টিক আন্দোলন নামেৰে ইংৰাজী সাহিত্যৰ বুৰঞ্জীত অভিহিত হৈছে। ১৭৯৮ চনত কবি ৱৰ্ডচৱৰ্থ আৰু তেওঁৰ বন্ধু ক'লৰীজে যুগ্মভাৱে প্ৰকাশ কৰা Lyrical Ballads নামৰ কবিতা পুথিখনৰ প্ৰকাশৰ সময়ৰ পৰাই ইংৰাজী ৰোমাণ্টিক সাহিত্যত প্ৰকৃত ৰোমাণ্টিক যুগ আৰম্ভ হয় বুলি ধৰা হয়। অৱশ্যে ইয়াৰ বহু পূৰ্বৰে পৰাই বিশেষকৈ কবি টমচন কুপাৰ গ্ৰে কলিন্স বাৰ্ণচ ব্ৰেক প্ৰভৃতিৰ হাতত ৰোমাণ্টিক কবিতাৰ একাধিক লক্ষণ পৰিস্ফুট হৈ আহিছিল। অৱশেষত

---

১০। Misra Tilottama Literature and Society in Assam

নৱ-নৱ বৈচিত্ৰ্যৰে মণ্ডিত হৈ Lyrical Ballads'ৰ মাজেৰে ৰোমাণ্টিক কবিতা কাব্যাকাশত জিলিকি উঠিল।

## ৰোমাণ্টিচিজমৰ সংজ্ঞা :

বিশ্ব সাহিত্যত সুদূৰপ্ৰসাৰী প্ৰভাৱ বিস্তাৰ কৰিবলৈ সক্ষম হোৱা এই ৰোমাণ্টিচিজমৰ সংজ্ঞা স্বৰূপ উৎস আৰু প্ৰকৃতি নিৰ্ধাৰণ সম্পৰ্কে অন্তহীন বিতৰ্ক বৰ্তমানেও বিদ্যমান। এই সম্পৰ্কে অধ্যাপক অপূৰ্ব কুমাৰ সান্যালে The Romantic Tradition নামৰ গ্ৰন্থখনৰ সমালোচনা (review) প্ৰসংগত A O Lovejoy ৰ ৰচনাত উল্লিখিত এষাৰ আমোদজনক ঘটনাৰ উল্লেখ কৰিছে। লাভজয়ে হেনো লিখিছে, ১৮২৪ খৃ ত Dupuis আৰু Contonet নামৰ দুজন ফৰাচী গৱেষকে মাথোঁ ৰোমাণ্টিচিজমৰ সংজ্ঞাসমূহ সংগ্ৰহ কৰিছিল ১২ বছৰ ধৰি আৰু after twelve years of suffering তেওঁলোকে সেই কাম এৰি দিবলৈ বাধ্য হৈছিল।[১১]

আনহাতে অধ্যাপক বিশ্বনাথ চট্টোপাধ্যায়ে উল্লেখ কৰিছে— প্ৰায় পঞ্চাশ বছৰ আগতে লুকাছে ৰোমাণ্টিচিজমৰ বিষয়ে গৱেষণা গ্ৰন্থৰ সংখ্যা গণনা কৰি উলিয়াইছিল ১১ ৩৯৬ খন (In 1936 F L Lucas counted 11 396 books on Romanticism a number that must have more than doubled)[১২]

অধ্যাপক হৰেন্দ্ৰনাথ দত্তই ৰোমাণ্টিচিজম আৰু গীতি মানস গ্ৰন্থত ৰোমাণ্টিকতাৰ সংজ্ঞাৰ আলোচনা প্ৰসংগত কৈছে— বৰ্তমানলৈকে যিবোৰ সংজ্ঞাৰ অৱতাৰণা ঘটিছে, সকলোবোৰেই এক প্ৰকাৰ অন্ধৰ হস্তী দৰ্শনৰ দৰেই হৈ পৰিছে। তেও ১৯৪১ চনত সমালোচক ই এম বাৰগাম্ (E M Bergum)ৰ ৰোমাণ্টিচজম্‌ৰ সংজ্ঞা সম্পৰ্কে কোৱা এষাৰ কথাৰ উল্লেখ কৰিছে। সমালোচকগৰাকীয়ে Kenyon Review'ত প্ৰকাশিত এটি প্ৰবন্ধত কৈছিল— যিসকলে ৰোমাণ্টিচিজমক সংজ্ঞাৰে বুজাবলৈ গৈছে তেওঁলোকে আচলতে বিপদসংকুল পথত ভৰি দিছে, ইতিমধ্যে যথেষ্ট লোক এই বিপদৰ চিকাৰ হৈছে (He who seeks to define Romanticism is entering a hazardous occupation which has claimed many victims )।[১৩]

---

১১। বসু, অৰুণ কুমাৰ (সম্পা ) ৰবীন্দ্ৰ ভাৰতী পত্ৰিকা ২৪ শ বৰ্ষ ১৯৮৬ অখণ্ড সংখ্যা

১২। Chatterjee Vishvanath (ed ) The Romantic Tradition (The name and Nature of Romanticism- by V Chatterjee)

১৩। দত্ত হৰেন্দ্ৰনাথ ৰোমাণ্টিচিজম্ আৰু গীতি মানস

এইবোৰৰ পৰা এটা কথা স্পষ্ট হৈ উঠে যে আজিকোপতি ৰোমাণ্টিচিজমৰ প্ৰকৃত পৰিচযজ্ঞাপক কোনো এটা নিৰ্দিষ্ট আৰু সৰ্বজনগ্ৰাহ্য সংজ্ঞা আৱিষ্কৃত হোৱা নাই। তথাপি বিভিন্নজনে আগবঢোৱা স জ্ঞাৰ পৰাই ৰোমাণ্টিচিজম সম্পৰ্কে এটি ধাৰণা লোৱাত অসুবিধা নহয। অধ্যাপক বিশ্বনাথ চট্টোপাধ্যাযে ৰোমাণ্টিচিজম সম্পৰ্কে প্ৰচলিত বিশ্ববিশ্ৰুত স‌ংজ্ঞা আৰু ধাৰণাসমূহ The Romantic Tradition নামৰ গ্ৰন্থৰ অন্তৰ্গত The name and Nature of Romanticism নামৰ প্ৰবন্ধত (পৃ ১৪৬-৪৭) উল্লেখ কৰিছে। সেইবোৰৰ পৰা কেইটামান তলত উল্লেখ কৰা হ'ল

| | |
|---|---|
| ১। Goethe | The classical is the healthy the romantic the morbid (ধ্ৰুপদী হ'ল সুস্থ ৰোমাণ্টিক হ'ল অসুস্থ।) |
| ২। Heine | Classic art portrays the finite romantic art also suggests the infinite (ধ্ৰ পদী কলাই সসীমক চিত্ৰিত কৰে ৰোমাণ্টিক কলাই অসীমকো ব্যঞ্জিত কৰে।) |
| ৩। Schelling | The classic temper studies tha past the Romantic neglects it (ধ্ৰুপদী মেজাজটোৱে অতীতক অধ্যয়ন কৰে ৰোমাণ্টিক মেজাজে তাক অৱহেলা কৰে।) |
| ৪। Hugo | Liberalism in literature Mingling the grotesque with tragic or sublime the complete truth of life (ৰোমাণ্টিচিজম হ'ল সাহিত্যত উদাৰতাবাদ আদিম ধাৰাৰ লগত কাৰুণ্য অথবা মহত্বৰ সমন্বয় (ই হ'ল সমগ্ৰ জীৱনৰ পূৰ্ণ সত্য।) |
| ৫। Stendhal | Romanticism is at any time the art of the day Classicism the art of day before (ৰোমাণ্টিচিজম হ'ল— যিকোনো সময়ৰে কলা ধ্ৰুববাদ হ'ল বিগত দিনৰ কলা।) |

| | |
|---|---|
| ৬। George Sand | Emotion rather than reason the heart opposed to the head (ৰোমাণ্টিচিজমত যুক্তিতকৈ আবেগৰ গুৰুত্ব অধিক ইয়াত হৃদয়ে মস্তিষ্কৰ বিৰোধিতা কৰে।) |
| ৭। Pater | The addition of strangeness to beauty (ৰোমাণ্টিচিজম হ'ল সৌন্দৰ্যৰ লগত অপৰিচিতৰ সংযোগ।) |
| ৮। Babbitt | In general a thing is romantic when as Aristotle would say it is wonderful rather than probable in other words when it violates the normal sequence of cause and effect in favour of adventure (এৰিষ্টটলৰ ভাষাৰে ক'বলৈ গ'লে যিটো বিষয়ে সম্ভাৱনাৰ সীমা চেৰাই বিস্ময়জনক ৰূপ পৰিগ্ৰহণ কৰে অথবা ই যেতিয়া কেৱল দু সাহসিকতাৰ বাবেই কাৰ্যকৰণৰ স্বাভাৱিক সম্পৰ্ক চিঙি পেলায তেতিয়াই ৰোমাণ্টিক বুলি কোৱা হয।) |
| ৯। Abercrombie | The opposite not of classicism but the realism– a withdrawal from outer experience to concentrate upon inner (ৰোমাণ্টিচিজম ধ্ৰুববাদৰ নহয বাস্তৱবাদৰহে বিপৰীত— ই বহিৰ্জগতৰ অভিজ্ঞতাৰ পৰা আতৰি গৈ অন্তৰ্জগতৰ অভিজ্ঞতাত মনোনিবেশ কৰে।) |
| ১০। Grierson | It is shot through and through with new and strange beauties of thought and vision of phrase and rhythm (ই সম্পূৰ্ণ ৰূপে শব্দ ছন্দ আৰু মনন দৃষ্টিৰ সৈতে নতুন আৰু বিমূঢ় সৌন্দৰ্যৰ সংযোজন।) |

| | |
|---|---|
| ১১। Herford | Extraordinary development of imaginative sensibiliy (কল্পনা প্ৰৱণতাৰ অসাধাৰণ বিকাশেই হ'ল ৰোমাণ্টিচিজম্।) |
| ১২। F L Lucas | It is intoxicated dreaming (ই এক মজলীয়া স্বপ্নৰ মোহ।) |
| ১৩। Watts Dunton | The renascence of wonder (বিস্ময়ভাবৰ পুনৰ্জাগৰণ।) |
| ১৪। Ker | The fairy way of writing (আৱেশময় লেখনি।) |
| ১৫। V Chatterjee | An imaginative blending of passion and aspiration (ইন্দ্ৰিয়বিলাস আৰু কামনাৰ এক কাল্পনিক সমাহাৰ।) |

ইংৰাজী সাহিত্যৰ প্ৰসিদ্ধ বুৰঞ্জী লেখক কমটন ৰিকেটে ৰোমাণ্টিচিজম্‌ৰ তিনিটা মুখ্য লক্ষণ নিৰ্দেশ কৰিছে।[১৪] এই লক্ষণ তিনিটা হ'ল— ৰহস্যঘন ভাবানুভূতি (Sense of mystry) বৌদ্ধিক কৌতূহলৰ আতিশয্য (Exuberant intellectual curiosity) আৰু জীৱনৰ সহজাত সৰলতাৰ প্ৰতি অনুৰাগ (Instinct for the elemental simplicities of life )।

উইলিয়াম জে লঙৰ English Literature গ্ৰন্থত ৰোমাণ্টিচিজম্‌ৰ ছয়টা বিশেষ লক্ষণৰ উল্লেখ কৰা হৈছে।[১৫] এই ছয়টা লক্ষণ হ'ল—

১। প্ৰচলিত ৰীতি-নীতিৰ বিৰুদ্ধে প্ৰতিবাদ

২। প্ৰকৃতিৰ বুকু আৰু মানৱ হৃদয়লৈ প্ৰত্যাবৰ্তন

৩। প্ৰাচীন সাধু আৰু মধ্যযুগীয় বীৰত্বপূৰ্ণ কাহিনীৰ প্ৰতি মনোনিবেশ

---

১৪। Rickett A C — A History of English Literature

১৫। this six-the protest against to bondage of rules the return to nature and the human heart, the interest in old sagas and mediaval romances as suggestive of a heroic age the sympathy for the toilers of the world the emphasis upon individual genious and the rerurn to Milton and the Elizabethans instead of to Pope and Dryden.

(Long W J English Literature)

৪। কৰ্মক্লান্ত সৰ্বসাধাৰণৰ প্ৰতি সহানুভূতি

৫। ব্যক্তি প্ৰতিভাৰ ওপৰত গুৰুত্ব আৰোপ

৬। সাহিত্যৰ আদৰ্শ আহৰিৰ বাবে পোপ ড্ৰাইডেনৰ পৰিবৰ্তে মিল্‌টন আৰু এৰিজাবেথীয় লেখকসকলৰ প্ৰতি দৃষ্টিপাত।

ওপৰত উল্লেখ কৰা সূত্ৰসমূহৰ কোনো এটাই এককভাৱে সকলো দিশ সামৰি ৰোমাণ্টিচিজমৰ সংজ্ঞা এটি দাঙি ধৰিব পৰা নাই। তথাপি উদ্ধৃত সূত্ৰবোৰ চালি-জাৰি চালে ৰোমাণ্টিচিজম্ সম্পৰ্কে সুনিৰ্দিষ্ট কিছুমান বৈশিষ্ট্য চকুত নপৰাকৈ নাথাকে। বিভিন্নজনৰ মন্তব্যৰ পৰা ৰোমাণ্টিচিজম্ সম্পৰ্কে যিবোৰ মূল বৈশিষ্ট্য পোৱা যায় সেইবোৰ হ'ল ব্যক্তিসত্তাৰ প্ৰাধান্য বা মন্ময় ধৰ্মিতা কল্পনা প্ৰৱণতা প্ৰকৃতিৰ প্ৰতি গভীৰ অনুৰাগ জাগতিক সৌন্দৰ্যৰ প্ৰতি বিস্ময় বিমুগ্ধ দৃষ্টি অতীত প্ৰেম তথা মধ্যযুগীয় আদৰ্শৰ প্ৰতি আকৰ্ষণ সাধাৰণ প্ৰাণী বা পদাৰ্থৰ প্ৰতি উদাৰ মনোভাব সৌন্দৰ্যানুৰাগ প্ৰেমানুৰাগ অতীন্দ্ৰিয় প্ৰেম কাৰুণ্য তথা বিষাদ প্ৰৱণতা স্বদেশানুৰাগ আৰু আংগিকৰ ক্ষেত্ৰত আডম্বৰপূৰ্ণ গহীন ভাষা আৰু ছন্দৰ পৰিৱৰ্তে দৈনন্দিন জীৱনৰ ঘৰুৱা ভাষা আৰু নতুন ছন্দৰ প্ৰয়োগ।

অষ্টাদশ শতিকাৰ পুৱতি নিশা আৰু ঊনবিংশ শতিকাৰ দোকমোকালিতে ইংলণ্ডত ৰোমাণ্টিচিজম্‌ৰ উপৰি উল্লিখিত বৈশিষ্ট্য-সম্বলিত যি অভিনৱ কাব্যধাৰাৰ জোৱাৰ উঠিছিল সেই কাব্যধাৰা বিশ্বৰ বিভিন্ন ভাষালৈ প্ৰবাহিত হ'ল। ভাৰতবৰ্ষত আৰম্ভ হোৱা নৱজাগৰণৰ দ্বাৰা প্ৰভাৱিত কবি-সাহিত্যিকসকলে এই নতুন কাব্যধাৰাক আঁকোৱালি লৈছিল আৰু সেই ভাবধাৰাৰ লগত একাত্মতাও অনুভৱ কৰিছিল। ৰোমাণ্টিক কবিতাৰ সৰ্বাত্মক আবেদন সম্পৰ্কে শ্ৰীকুমাৰ বন্দ্যোপাধ্যায়ে লিখিছে

> আমাদেৰ আশা আকাংক্ষা আমাদেৰ জীৱনেৰ চৰম সাধনা ও পৰম আদৰ্শ যেন এই যুগেৰ কবিতাতেই প্ৰতিধ্বনিত হইযাছে। ওযাৰ্ডস্‌ওযাৰ্থ যেন আমাদেৰই সনাতন ঋষিৰ মত প্ৰকৃতিৰ মধ্যে ভগবানেৰ জ্যোতিময় আবিৰ্ভাব প্ৰত্যক্ষ কৰিয়া তাহাৰ শান্তিমন্ত্ৰ উচ্চাৰণ কৰিযাছেন। শেলী যেন উপনিষদেৰ স্ৰষ্টাৰ ন্যায বিশ্বেৰ অণু পৰমাণুতে 'অণোৰণীযান মহতো মহীযান ঐশী লীলাৰ মহিমা ঘোষণা কৰিযাছেন। আমৰা যেন অনুভৱ কৰি যে 'আনন্দাদ্ধেৱ খল্বিমানি ভূতানি জাযন্তে' অথৱা 'সত্যম্ শিবম সুন্দৰম্ — এই বোধ শুধু ভাৰতীয মনেৰ একচেটিয়া সম্পত্তি নহে ইহা বিশ্ব মানবেৰ মননশীল প্ৰকৃতিৰ জন্মগত অধিকাৰ। মানব হৃদযেৰ

সনাতন সৌন্দৰ্যবোধ ও ৰহস্যানুভূতিৰ উপৰ প্ৰতিষ্ঠিত বলিযাই এই ৰোমাণ্টিক যুগেৰ কবিতা সমগ্ৰ বিশ্ব মানবেৰ সাধাৰণ উপভোগেৰ বিষয়।"[১৬]

## নৱজাগৰণৰ প্ৰভাৱ ঃ

ঊনবিংশ শতিকাৰ শেষাৰ্দ্ধত অসমীয়া সাহিত্যলৈ ৰোমাণ্টিক ঢল প্ৰবাহিত হৈছিল দুটি পথেৰে— ইংৰাজী আৰু বাংলা সাহিত্যৰ যোগেদি। সেই সময়ত কলিকতাৰ কলেজত পঢ়ি থকা অসমীয়া ছাত্ৰসকলে পাশ্চাত্য কবি ৱৰ্ডচৱৰ্থ ক'লৰীজ শ্যেলী কীটছ, বায়ৰণ স্কট আদিৰ কবিতা অতি আগ্ৰহ আৰু গুৰুত্বৰে সৈতে পঢ়িছিল আৰু তেনে ধৰণৰ কবিতা অসমীয়া সাহিত্যতো ৰচনা কৰিবলৈ যত্নপৰ হৈছিল। তেওলোকৰ এই আত্মিক প্ৰৱণতা আছিল অকৃত্ৰিম আৰু যুগোপযোগী।

আনহাতে ঊনবিংশ শতিকাৰ নৱজাগৰণৰ সৈতে ৰোমাণ্টিচিজম্ যুক্ত হোৱাত বাংলা সাহিত্যই যি নতুন ভাব আৰু ভাষা ৰূপ লাভ কৰিছিল তাৰ দ্বাৰাও অসমীয়া কবি-সাহিত্যিকসকল বাৰুকৈয়ে উদ্বুদ্ধ হৈছিল। ক'বলৈ গ'লে বংগীয় নৱজাগৰণৰ প্ৰভাৱেই অসমীয়া সাহিত্যত ৰোমাণ্টিক প্ৰভাৱ ত্বৰান্বিত কৰি তোলে। এই সম্পৰ্কে তিলোত্তমা মিশ্ৰই লিখিছে

> With Lakshminath Bezbarua one encounters a new generation of Assamese writers which was directly exposed to the literary and political influences of post 1857 Bengal The new generation was the product of western education and it found itself in a peculiar position with regards to the intellectual world of Calcutta [১৭]

গতিকে দেখা যায অসমীয়া ৰোমাণ্টিক কাব্যান্দোলনৰ সৈতে তাৎকালিক বংগদেশৰ সমাজ তথা নৱজাগৰণৰ এক ঘনিষ্ঠ সম্পৰ্ক বিদ্যমান। যি সময়ত অসমৰ ছাত্ৰসকল কলিকতাত পাঠৰত হৈ আছিল সেই সময়ত কলিকতাৰ বৌদ্ধিক সমাজ ইংৰাজী শিক্ষাৰ মাজেৰে ইউৰোপৰ ৰেণেছাঁ আৰু আধুনিকতাৰ লগত

---

১৬। বন্দ্যোপাধ্যায় শ্ৰীকুমাৰ ইংৰাজী সাহিত্যেৰ ইতিহাস

১৭। Misra Tilottama Literature and Society in Assam

পৰিচিত হৈছিল। ইউৰোপীয় শিল্প-সাহিত্যই বংগদেশৰ সমাজ ধৰ্ম চেতনা আৰু সাহিত্যৰ ওপৰত এক প্ৰবল জোকাৰণি দিছিল। বাংলা সাহিত্যৰ বিষয়বস্তু আৰু ভাব চেতনাক অভিনবত্ব দান কৰিছিল। তৎকালীন ভাৰতবৰ্ষৰ অগ্নিবৰ্ষী ইতিহাসেও সমাজ-সচেতন কবি মানসক আলোড়িত কৰি তুলিছিল। ভাৰতবৰ্ষৰ প্ৰথম স্বাধীনতা যুদ্ধৰূপে খ্যাত চিপাহী বিদ্ৰোহ (১৮৫৭) নীল বিদ্ৰোহ (১৮৫৭ ৫৯) চাওতাল বিদ্ৰোহ (১৮৫৫ ৫৬) আদি ৰক্তক্ষয়ী ঘটনাই আনকি ধৰ্মত্যাগী কবি মধুসূদন দত্তকো সচকিত কৰি তুলিছিল। যুগৰ ভাষাক কাব্যৰ ভাষালৈ ৰূপান্তৰিত কৰিলে কবি ৰংগলাল বন্দ্যোপাধ্যায মধুসূদন দত্ত হেমচন্দ্ৰ বন্দ্যোপাধ্যায আৰু নবীনচন্দ্ৰ সেনে। কবি ৰংগলালৰ পদ্মিনী উপাখ্যান'ৰ ৰাণা ভীম সিংহৰ কণ্ঠত নিনাদিত হ'ল পৰাধীনতাৰ বেদনা আৰু অন্তৰ্ক্ষোভ। তেওঁৰ অগ্নিবৰ্ষা লিখনিয়ে বঙালীসকলক স্বদেশপ্ৰেম আৰু আত্মত্যাগেৰে বলীযান কৰি তুলিলে। পদ্মিনী উপাখ্যান'ৰ 'ক্ষত্ৰিয়দেৰ প্ৰতি ৰাজাৰ উৎসাহ অংশত ৰংগলালে লিখিছে—

স্বাধীনতা হীনতায কে বাচিতে চাযহে
কে বাঁচিতে চায?
দাসত্ব শৃংখল বল কে পৰিবে পাযহে
কে পৰিবে পায?
কোটিকল্প দাস থাকা নৰকেৰ প্ৰাযহে
নৰকেৰ প্ৰায।
দিনেকেৰ স্বাধীনতা স্বৰ্গসুখ তাযহে
স্বৰ্গসুখ তায়। [১৮]

দাসত্বৰ বন্ধনৰ পৰা মুক্ত হোৱাৰ মানসিকতাত উদ্বুদ্ধ হৈ মাইকেলে ৰচনা কৰিলে মেঘনাদ বধ কাব্য। হেমচন্দ্ৰ বন্দ্যোপাধ্যাযৰ 'ভাৰত সঙ্গীত'ৰ মাজত কবিয়ে অবহেলিত আৰু বিপৰ্যস্ত ভাৰতৰ চিত্ৰ অংকনৰ যোগেদি দেশবাসী'ৰ মনত স্বদেশ চেতনা জগাই তুলিছিল। তদুপৰি পৌৰাণিক কাহিনীৰ ৰূপকত আধুনিক ভাৰতবৰ্ষৰ বিদেশী প্ৰভাৱমুক্ত স্বাধীন জীৱনৰ স্বপ্ন চেতনা জগাই তুলিছিল 'বৃত্ৰসংহাৰ কাব্যৰ জৰিয়তে। [১৯] সেইদৰে 'ত্ৰয়ী (ৰৈবতক-কুৰুক্ষেত্ৰ-প্ৰভাস) কাব্যৰ মাজেৰে নবীনচন্দ্ৰ সেনে হিন্দু পুৰাণক নৱযুগৰ দৃষ্টিৰে নতুনভাৱে বিশ্লেষণ কৰি দেখুৱালে। ফলত কবিতা দেশ-বন্দনাৰ উপৰি যুগৰ বাণীবাহক হৈ উঠিল। দীনবন্ধু মিত্ৰই 'নীলদৰ্পণ নাটকৰ জৰিযতে সাধাৰণ মানুহৰ দুখ-দুৰ্গতি আৰু বগা চাহাবৰ বৰ্বৰ অত্যাচাৰৰ

১৮। ৰংগলাল গ্ৰন্থাৱলী (বসুমতী সং) পদ্মিনী উপাখ্যান
১৯। গুপ্ত, ক্ষেত্ৰ আধুনিক বাংলা সাহিত্যেৰ ইতিহাস

কাহিনী এনেভাৱে ফুটাই তুলিলে যে এই নাটক আৰু তাৰ অভিনয়ে সমগ্ৰ বংগদেশক ইংৰাজ-বিৰোধিতাৰে উত্তাল কৰি তুলিলে।[২] ক'বলৈ গ'লে এই নাটকৰ পৰাই বংগদেশত জ্বলন্ত দেশপ্ৰেমৰ আৰু ৰাজনৈতিক আন্দোলনৰ সূচনা হয়।

ইতংমধ্যে দেশ-চেতনাৰ প্ৰথম প্ৰেৰণাদাতা সমাজ-সংস্কাৰক আৰু পাশ্চাত্য শিক্ষাৰ প্ৰসাৰত আগৰণুৱা ৰাজা ৰামমোহন ৰায় প্ৰিন্স দ্বাৰকানাথ ঠাকুৰ ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ প্ৰভৃতি মনীষীসকলৰ সমাজ-সংস্কাৰী ভূমিকাই নৱচেতনাৰ দুৱাৰ মুকলি কৰি দি দিশে দিশে মানুহক আলোড়িত কৰি তুলিছিল। এই সম্পৰ্কে সুনীতি কুমাৰ চট্টোপাধ্যায়ে লিখিছে

> They were all great men in different walks of life– not only in education but also in social reform and progress as well as in nationalistic feeling and patriotic fervour [২১]

একে সময়তে বন্দী মাতৃভূমিৰ বন্ধন মুক্তিৰ মন্ত্ৰ দান কৰি 'বন্দে মাতৰম্ কবিতাৰ দ্বাৰা বংকিমচন্দ্ৰই সমগ্ৰ ভাৰততে ঋষিত্বৰ মৰ্যাদা লাভ কৰিলে। তাৎকালিক হিন্দু কলেজৰ দিকপাল ছাত্ৰসকলে ইউৰোপৰ জ্ঞান বিজ্ঞান সাহিত্য সমাজ গঠন আৰু ৰাষ্ট্ৰনীতিৰ ওপৰত ভিত্তি কৰি নতুন ভাৰত গঢ়াৰ কামত উঠি-পৰি লাগিছিল। হিন্দু কলেজৰ অহিন্দু তৰুণ অধ্যাপক ডিৰোজিওৰ নেতৃত্বত ছাত্ৰসকলে পুৰণি ধৰ্ম বিশ্বাস আৰু ৰক্ষণশীলতাৰ ওপৰত প্ৰচণ্ড আঘাত হানিছিল। ইয়ং বেংগল নামে পৰিচিত এই তৰুণ দলৰ অৱদানো ভাৰতীয় নৱজাগৰণৰ ক্ষেত্ৰত আছিল বিশেষ গুৰুত্বপূৰ্ণ।

মুঠতে সংস্কাৰক হিচাপে ৰামমোহন ঈশ্বৰচন্দ্ৰ কাব্যত মধুসূদন বিহাৰীলাল হেমচন্দ্ৰ-নবীনচন্দ্ৰ গদ্যত ভূদেৱ মুখোপাধ্যায় উপন্যাসত বংকিমচন্দ্ৰ নাটকত গিৰিশচন্দ্ৰ-দীনবন্ধু আদিৰ আবিৰ্ভাৱ আৰু আন্দোলনে অকল বংগদেশ নহয় ভাৰতৰ বিভিন্ন প্ৰান্ততে নৱজাগৰণৰ সূত্ৰপাত কৰিছিল।

---

২০। In 1860 he soared to great heights in his Neel Darpan which as a drama of social protest and exposure at the peak of the indigo crisis in still unsurpassed in Bengal
(Sarkar Susobhan On the Bengal Renaissances)

২১। (Neog, Maheswar (ed) Lakshminath Bezbaroa, The Sahityarathi of Assam (The Nineteenth century Renaissance in India and Lakshminath Bezbaruwa of Assam– by Suniti Kumar Chatterjee)

যিটো সময়ত কলিকতাক কেন্দ্ৰ কৰি বংগদেশত সমাজ-সাহিত্য-সংস্কৃতিত নৱজাগৰণৰ এই প্ৰবল জোৱাৰে পূৰ্ণতা লভিছিল সেই সময়ত লক্ষ্মীনাথ বেজবৰুৱা সমন্বিতে অসমৰ এচাম যুৱক উচ্চ শিক্ষাৰ বাবে কলিকতাত প্ৰবাসী হৈ আছিল। এই সম্পৰ্কে সুনীতি কুমাৰ চট্টোপাধ্যায়ে কোৱা কথাষাৰ প্ৰণিধানযোগ্য। তেওঁ কৈছে

> More than any place in Assam Calcutta became the real centre of progressive literary and cultural movement for the Assamese people and the real modernisation of the mind of Assam began with Lakshminath Bezbaruwa and his group This group included most of the promising Assamese students who had come to Calcutta for education [২২]

সেই সময়ত ইংৰাজী ৰোমাণ্টিক কাব্য সাহিত্যৰ প্ৰভাৱ বাংলা তথা ভাৰতবৰ্ষৰ আন আন প্ৰাদেশিক সাহিত্যত পৰিছিল আৰু প্ৰান্তীয় ভাষা সাহিত্যসমূহে ৰোমাণ্টিক চিন্তাৰে নতুন গতি লাভ কৰিবলৈ সক্ষম হৈছিল। কলিকতা প্ৰবাসী ভাষা-সাহিত্যৰ অনুৰাগী এই ছাত্ৰসকলে ইংৰাজী আৰু ভাৰতীয় প্ৰাদেশিক বিশেষকৈ বাংলা সাহিত্যৰ পঠন পাঠনৰ জৰিয়তে অসমীয়া সাহিত্যতো অনুৰূপভাৱে ৰোমাণ্টিক সাহিত্যৰ স্ৰোত প্ৰবাহিত কৰিবলৈ সংকল্পবদ্ধ হৈছিল।

এনে মহৎ উদ্দেশ্য আগত ৰাখিযেই ১৮৭২ চনত প্ৰতিষ্ঠাপিত 'অসমীয়া সাহিত্য সভা বা 'অসমীয়া ছাত্ৰৰ সাহিত্য সভা নামৰ অনুষ্ঠানটো [২৩] কলিকতাস্থ এইচাম ছাত্ৰই ১৮৮৮ চনৰ ২৫ আগষ্টত শ্ৰীকৃষ্ণৰ জন্মাষ্টমী তিথিত নতুন নামকৰণ কৰি পুনৰ্গঠন কৰে। পুন গঠিত এই অনুষ্ঠানটোৰ নাম ৰখা হয 'অসমীয়া ভাষা উন্নতি সাধিনী সভা সংক্ষেপতে অ ভা উ সা। এই সভাখন গঠন কৰা হৈছিল ৬৭ নং মিৰ্জাপুৰ ষ্ট্ৰীটত থকা অসমীয়া ছাত্ৰসকলৰ মেছত। [২৪]

এই নৱগঠিত সভাৰ সভ্যসকলৰ ভিতৰত চন্দ্ৰকুমাৰ আগৰৱালা হেমচন্দ্ৰ গোস্বামী লক্ষ্মীনাথ বেজবৰুৱা সত্যনাথ বৰা ৰত্নেশ্বৰ মহন্ত কৃষ্ণপ্ৰসাদ দুৱৰা প্ৰভৃতি আছিল আগৰণুৱা। এই সভা গঠন হোৱাৰ প্ৰায পাঁচ মাহ পিছত ১৮৮৯ চনৰ জানুৱাৰীৰ শেষ বা ফেব্ৰুৱাৰীৰ আগভাগত সভাৰ মুখপত্ৰ স্বৰূপে প্ৰকাশ

---

২২। পূৰ্বোক্ত গ্ৰন্থ
২৩। এই অনুষ্ঠানৰ গুৰি ধৰোঁতা আছিল গুণগোবিন্দ ফুকন
(বৰপূজাৰী হেৰম্বকান্ত অসমৰ নৱজাগৰণ অনা অসমীয়াৰ ভূমিকা)
২৪। তালুকদাৰ নন্দ সম্বাদপত্ৰৰ ৰ'দ কাঁচলিত অসমীয়া সাহিত্য

পালে জোনাকী নামৰ মাহেকীয়া কাকতখন। এই কাকতখন কলিকতাৰ পৰা আঠ বছৰ কাল প্ৰবৰ্তিত হৈ ১৮৯৮ চনত বন্ধ হয় অৱশ্যে ১৯০১ ৰ পৰা ১৯০৪ লৈ আকৌ তিনি বছৰ গুৱাহাটীৰ পৰা কাকতখন পুনৰ প্ৰকাশ পায়।[২৫] এই জোনাকী কাকতেই অসমীয়া ৰোমাণ্টিক চিন্তা চৰ্চা প্ৰবাহিত কৰাত বিশেষ ভূমিকা লয়। এই কাকতৰ প্ৰথম সম্পাদক আৰু স্বত্বাধিকাৰী আছিল চন্দ্ৰকুমাৰ আগৰৱালা।

প্ৰথম সংখ্যা জোনাকী'ত প্ৰকাশিত চন্দ্ৰকুমাৰৰ 'বনকুঁৱৰী কবিতাটোত পাশ্চাত্যৰ ৰোমাণ্টিক কাব্য-বৈশিষ্ট্যৰ প্ৰায় সকলোবোৰ লক্ষণ বিৰিঙি উঠাৰ লগে লগেই অসমীয়া কাব্য-সাহিত্যত ৰোমাণ্টিচিজমৰ মংগল-শংখ বাজি উঠে আৰু এটি ঐতিহাসিক যুগৰ সূত্ৰপাত ঘটে। কবিতাটো পাঠক সমাজৰ দ্বাৰা বিপুলভাৱে সমাদৃত হয় আৰু অসমীয়া ভাষাৰ মাধ্যমেৰে সুললিত কবিতা ৰচিব নোৱাৰি বুলি থকা বদ্ধমূল ধাৰণাৰো সলনি হয়। এই সম্পৰ্কে জ্যোতিপ্ৰসাদ আগৰৱালাই লিখিছে

> আধুনিক অসমীয়া কবিতা জগতত সেইদৰেই চন্দ্ৰকুমাৰৰ কবিতাই আলোড়ন সৃষ্টি কৰি অসমীয়া কবিতাৰ চানেকি দাঙি ধৰিলে। চন্দ্ৰকুমাৰৰ 'বনকুঁৱৰী কবিতাই অসমীয়া ৰোমাণ্টিক কবিতাৰ প্ৰথম ফুল পাহি। এই কবিতাটিৰ কেশাৰীমানৰ সৈতে তাৰ আগৰ কবিতা কিছুমান ৰিজাই চালে বুজিব পাৰি যে চন্দ্ৰকুমাৰৰ কবিতাই অসমীয়া কবিতাক কোন শাৰীলৈ তুলি আনিলে।[২৬]

লগে লগে জোনাকী গোষ্ঠীৰ আন দুই পুৰুষপ্ৰধান হেমচন্দ্ৰ গোস্বামী আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ কবিতাযো ৰোমাণ্টিক বৈশিষ্ট্য বুকুত লৈ জোনাকী'ৰ পোহৰত জিলমিলাই উঠে। এই ত্ৰয়ী কবিৰ কাব্য ভাবনাৰ শ্ৰেষ্ঠ ফচলসমূহ হ'ল— চন্দ্ৰকুমাৰৰ 'বনকুঁৱৰী 'নিযৰ 'মাধুৰী প্ৰকৃতি 'মানৱ বন্দনা 'বীণ বৰাগী আৰু তেজীমলা বেজবৰুৱাৰ 'ভ্ৰম 'মালতী 'প্ৰিযতমা 'প্ৰিযতমাৰ সৌন্দৰ্য 'বীণ বৰাগী ধনবৰ আৰু ৰতনী আৰু 'অসম সংগীত হেমচন্দ্ৰ গোস্বামীৰ পুৱা আৰু 'প্ৰিযতমাৰ চিঠি। ইযাৰ ভিতৰত ধনবৰ আৰু ৰতনী অসমীয়া কাব্যাকাশৰ কৃত্ৰিম মালিতাৰ পুৱতি তৰা আৰু প্ৰিয়তমাৰ চিঠি অসমীয়া কাব্য-কুঁৱৰীৰ কপালত ছনেটৰ প্ৰথম সেন্দুৰীয়া ফোঁট।

---

২৫। জোনাকীৰ জন্ম আৰু মৃত্যু সম্পৰ্কে তথ্যনিৰ্ভৰ আলোচনা কৰিছে ড° নগেন শইকীয়াই তেখেতৰ জোনাকীৰ জন্ম আৰু মৃত্যু প্ৰবন্ধত। দ্ৰ গৰীয়সী প্ৰথম বছৰ পঞ্চম সংখ্যা ১৯৯৪।

২৬। আগৰৱালা জ্যোতিপ্ৰসাদ চন্দ্ৰকুমাৰ আগৰৱালা জ্যোতিপ্ৰসাদ সোঁৱৰণী সন্থা তেজপুৰ ১৯৬৭

অসমীয়া সাহিত্যত ৰোমাণ্টিক ভাবধাৰা পৰিপুষ্ট কৰাত কলিকতাৰ পৰা প্ৰকাশিত 'বিজুলী' নামৰ আনখন মাহেকীয়া আলোচনীৰ অৰিহণাও যথেষ্ট। অ ভা উ সা সভাৰ সদস্যসকলৰ মাজত মনোমালিন্য[২৭] হোৱাত একাংশ ছাত্ৰ জোনাকী গোষ্ঠীৰ ঘাই মিলন কেন্দ্ৰ ৬৭ নং মিৰ্জাপুৰ ষ্ট্ৰীট ত্যাগ কৰি ১৪ নং প্ৰতাপ চন্দ্ৰ চ্যাটাৰ্জী লেনলৈ উঠি যায় আৰু তাতেই Assamese Literary Club (অসমীয়া সাহিত্য সভা) নামেৰে আন এখন সভা গঠন কৰে। সেই সভাৰ মুখপত্ৰ স্বৰূপে তেওলোকে মাহেকীযা আলোচনী 'বিজুলী'ৰ জন্ম দিযে। কৃষ্ণপ্ৰসাদ দুৱৰা আছিল এই কাকতৰ প্ৰথম বছৰৰ (১৮৯১) সম্পাদক দ্বিতীয বছৰত ইযাৰ সম্পাদনাৰ দাযিত্ব লয পদ্মনাথ গোহাঞিবৰুৱাই। গোহাঞিবৰুৱাই গদ্য আৰু পদ্য উভযতে সৃজনী প্ৰতিভা থকা বাবে বিজুলী'ৰ মাজেৰে তেও অসমীযা সাহিত্যলৈ ৰোমাণ্টিক ভাবধাৰা প্ৰবলভাৱে প্ৰবাহিত কৰিবলৈ সক্ষম হৈছিল। 'বিজুলী'ৰ আন আন নিযমিত লেখক আছিল বেণুধৰ ৰাজখোৱা ৰত্নেশ্বৰ মহন্ত আনন্দ চন্দ্ৰ আগৰৱালা লম্বোদৰ বৰা গুণাভিৰাম বৰুৱা প্ৰভৃতি কৃতী লেখকসকল।

কলিকতাত প্ৰবাসী হৈ থকা এচাম কলেজীযা ছাত্ৰই ভাষা-সাহিত্যৰ শ্ৰীবৃদ্ধিৰ বাবে জন্ম দিযা জোনাকী আৰু বিজুলী নামৰ আলোচনী দুখনৰ আয়ুস কাল দীঘলীযা নাছিল যদিও আলোচনী দুখনে গঢ়ি তুলিছিল প্ৰথিতযশা এনে এদল লোক— যিসকলৰ দ্বাৰাই অসমীযা সাহিত্যত ৰচিত হৈছিল ৰোমাণ্টিচিজমৰ প্ৰথম তৰ গৰ সোণোৱালী ইতিহাস।

আধুনিক অসমীযা সাহিত্যই ঊনবিংশ শতিকাৰ শেষ দশকলৈকে আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামত ব্ৰতী থাকিবলগীযা হোৱাত আধুনিক সাহিত্যৰ লেখকসকলে ঠিক যেন আপোন সুৰটোক বিচাৰি পোৱা নাছিল— যদিও তেওলোক সন্ধানৰত হৈ আছিল নিৰলস সাধকৰ দৰেই। একে কাৰণতে তেওলোকে দেশীয ঐতিহ্য আৰু বাৰে বৰণীযা বৈচিত্ৰ্যময অসমৰ প্ৰাকৃতিক পটভূমিত স্বত প্ৰণোদিত হৈ কবিতা ৰচনা কৰিবলৈ হাতত কাপ তুলি ল'ব পৰা নাছিল। যিসকলে এই দিশত অগ্ৰসৰ হৈছিল সেইসকলে আদৰ্শ হিচাপে বাছি লৈছিল সন্মুখত পোৱা বংগীয় কবি সাহিত্যিকসকলক।

কালক্ৰমত অসমীযা ভাষা-সাহিত্যৰ কৰ্ণধাৰসকলে যথেষ্ট আত্মবিশ্বাসেৰে আপোন মনৰ মাধুৰী সানি স্বত প্ৰবৃত্ত হৈ সাহিত্য-কৰ্মত আত্মনিয়োগ কৰে আৰু

২৭। এই মনোমালিন্য সম্পৰ্কে কিছু বিস্তৃত আলোচনা পোৱা যায় পণ্ডিত বেণুধৰ শৰ্মাৰ 'অৰ্ঘ্যাৱলী (নৱন্যাস যুগৰ সাৰথিসকল)'-ত।

উনবিংশ শতিকাৰ শেষ পৰ্যাযৰ এই সময়ছোৱাতেই অসমীয়া কাব্য-বীণতো কবিসকলৰ ৰোমাণ্টিক লক্ষণাক্ৰান্ত আপোন সুৰটি বাজি উঠে।

এইদৰেই অসমীয়া সাহিত্যৰ বুৰঞ্জীলৈ ৰোমাণ্টিচিজম্‌ৰ যি মহাপ্লাৱন নামি আহিছিল তাৰ সাঙ্গুৰা পলসত ঠন ধৰি উঠিছিল সাহিত্যৰ বিভিন্ন দিশ — কবিতা মালিতা গল্প প্ৰবন্ধ নাটক উপন্যাস ৰম্যৰচনা আদি। ১৮৮৯ চনৰ পৰা ১৯৪০ চনলৈ— এই অৰ্ধশতাব্দীত অসমীয়া সাহিত্য ভাণ্ডাৰ এইবোৰ মণি মুকুতাৰ সমৃদ্ধিৰে ভৰি পৰিল। মহেশ্বৰ নেওগৰ উক্তিৰে ক'বলৈ হ'লে এনেকৈয়ে উনবিংশ শতিকাৰ সো মাজৰে পৰা 'অৰুনোদই' থূলে পাতিবলৈ লোৱা অসমীয়া আধুনিক সাহিত্যৰ ভেটি উনবিংশ শতিকাৰ পুৱতি নিশা 'জোনাকী'ৰ থূলে নিকপ্‌কপীয়াকৈ বান্ধি মণিকূট তৰিলে।[২৮]

এই মহান কৰ্মযজ্ঞত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ আহুতিয়েই আছিল আটাইতকৈ বেছি, তেওঁৰ ওপৰতে নিভাজ অসমীয়া সমাজ আৰু সংস্কৃতিৰ প্ৰভাৱ আছিল অপৰিসীম। অসমৰ জাতীয় জীৱনৰ সুৰটোৰ লগত মিলি যোৱাকৈ ইংৰাজী ৰোমাণ্টিক সাহিত্যৰ সুৰটোক নতুন ৰূপত সজাই পৰাই তোলাৰ প্ৰায় এককভাৱেই নেতৃত্ব বহন কৰিছিল বেজবৰুৱাই। সেয়ে সমালোচকসকলে অসমীয়া সাহিত্যৰ বুৰঞ্জীত ৰোমাণ্টিক চিন্তা বিধৌত সোণালী যুগটোক বেজবৰুৱাৰ যুগ নামেৰে অভিহিত কৰিবলৈ কুণ্ঠাবোধ কৰা নাই।

---

২৮। বৰগোহাঞি হোমেন (সম্পা) বিংশ শতাব্দীৰ অসমীয়া সাহিত্য (মহেশ্বৰ নেওগ ৰচিত— পটভূমি উনবিংশ শতিকাৰ)

## তৃতীয় অধ্যায়

# অসমীয়া ৰোমাণ্টিক কাব্যত প্ৰেমাভিব্যক্তিৰ বৈচিত্ৰ্য

সকলো ধৰণৰ প্ৰথাগত নিয়ম আৰু ৰীতিৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰি নব্য-ধ্ৰুপদী কাব্য পৰম্পৰাৰ সুকঠিন সংহতিৰ পৰা কাব্য ভাবনাক মুক্তি দিয়াৰ প্ৰয়াসতে ইংলণ্ডত অষ্টাদশ শতিকাত যি এক নতুন কাব্যধাৰাৰ বিজয় যাত্ৰা আৰম্ভ হৈছিল, সিয়ে ৰোমাণ্টিক কাব্য আন্দোলন নামে পৰিচিত।[১] কাব্যৰ বন্ধন মুক্তিৰ বাৰ্তা কঢ়িয়াই অনা সুবিস্তৃত সেই ৰোমাণ্টিক ভাব তৰংগমালা নাৰী নিসৰ্গ আৰু মানুহক লৈ চিৰঅভ্যস্ত প্ৰাচীন পথৰ অনুবৰ্তী নহৈ নতুন আংগিক আৰু নতুন শৈলীত প্ৰকাশিত হৈছিল। এই নব্য-কাব্যান্দোলনৰ সৈতে এনে কিছুমান গুৰুত্বপূৰ্ণ দিশ যেনে সকলো ধৰণৰ বন্ধনৰ পৰা মুক্তিৰ প্ৰয়াস আদি জড়িত থকাৰ বাবেই পৃথিৱীৰ বিভিন্ন দেশৰ শিল্প-সাহিত্যই তাক আন্তৰিকভাৱে গ্ৰহণ কৰিছিল। ভাৰতবৰ্ষৰ বিভিন্ন প্ৰাদেশিক সাহিত্যও এই নৱাগত সুৰৰ পৰশ লাগি বিচিত্ৰ বৈভৱত জিলিকি উঠিছিল। অসমীয়া কাব্য-বীণাৰ তাৰতো সেই সুৰ বাজি উঠিছিল বিচিত্ৰ ধ্বনিত। দেশ-কালৰ ব্যৱধান সত্ত্বেও বিভিন্ন ভাষাত প্ৰতিধ্বনিত হোৱা ৰোমাণ্টিক সুৰৰ মাজত কোনো দুৰ্লংঘ্য ব্যৱধান নাই। অষ্টাদশ শতিকাৰ শেষ দশকৰ পৰা মূৰ্ত হৈ উঠা ইংলণ্ডৰ কবিসকলৰ কবিতাত যিবোৰ সুৰ বাজি উঠিছিল ঊনবিংশ শতিকাৰ পুৱতি নিশাত অসমীয়া কবিসকলৰ কবিতাতো ধ্বনিত হৈছিল সেই একেই মূৰ্চ্ছনা। ইংলণ্ডৰ কবিসকলৰ দৰেই এই যুগৰ অসমীয়া কবিসকলেও প্ৰেমৰ বিচিত্ৰ অভিব্যক্তি

---

১। এই ৰোমাণ্টিক কাব্য আন্দোলনৰ উদ্ভৱ সম্পৰ্কে হৰেন্দ্ৰনাথ দত্তই লিখিছে 'মূলতে যুক্তি (reason) বুদ্ধি (intellect) শৃংখলা (orderliness) আদিৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰি সৃষ্টিধৰ্মী কলা-কৰ্মৰ ওপৰত কোঢ়া মুঠিয়া অনুশাসন চলোৱা নব্য-ধ্ৰুপদী ধাৰাটোৰ (Neo-classical system) বিৰুদ্ধে হোৱা প্ৰতিক্ৰিয়াৰ ফলশ্ৰুতিয়েই আছিল এই ৰোমাণ্টিক কলা আন্দোলনটো।

(দত্ত হৰেন্দ্ৰনাথ ৰোমাণ্টিচিজম্ আৰু গীতি মানস)

ফুটাই তুলিছে তেওলোকৰ গীত আৰু কবিতাত। অসমীয়া ৰোমাণ্টিক কবিতাত প্ৰেমৰ এই অভিব্যক্তি মূলত চাৰিটা বিষয়ক আধাৰ কৰি বিস্তাৰিত হৈছে। এই চাৰিটা বিষয় হ'ল— (১) প্ৰকৃতি (২) নাৰী (৩) স্বদেশ আৰু (৪) ঈশ্বৰ।

ৰোমাণ্টিক কবিতা লিখি অসমীয়া ৰোমাণ্টিক যুগটোক সমৃদ্ধ কৰা প্ৰসিদ্ধ কবিৰ সংখ্যা অতি কমেও ত্ৰিশজন। এইসকল কবিৰ ভিতৰত কোনো এজন বিশেষ কবিৰ কবিতাতেই হয়তো ৰোমাণ্টিক প্ৰেম-কবিতাৰ আটাইবোৰ বৈশিষ্ট্য প্ৰতিফলিত হোৱা নাই তথাপি প্ৰতিজন কবিয়েই ৰোমাণ্টিক কাব্য আন্দোলনৰ বিভিন্ন দিশৰ প্ৰতিনিধিত্ব কৰিছে আৰু সামগ্ৰিকভাৱে ৰূপ আৰু গুণৰ সমন্বয়েৰে তেওলোকে অসমীয়া সাহিত্যৰ ৰোমাণ্টিক অধ্যায়টোক এক সোণালী কিৰণেৰে আলোকিত কৰিছে।

## ১। প্ৰকৃতিপ্ৰেম

নিৰবধি কালজুৰি শিল্পী-সাহিত্যিকৰ অনুসন্ধিৎসু দৃষ্টিৰ সন্মুখত প্ৰকৃতিয়ে নৱ নৱ সৌন্দৰ্য সম্ভাৰেৰে উদ্ভাসিত হৈছে। শিল্পী-সাহিত্যিকৰ দৃষ্টিত এই প্ৰকৃতি ৰহস্যময়ী বিস্ময় আৰু আনন্দ সঞ্চাৰিণী। যুগ যুগ ধৰি বিস্মিত কবিসকলে বিমুগ্ধ অন্তৰেৰে প্ৰকৃতিৰ বন্দনা কৰিছে। বাল্মীকি ব্যাসদেৱ কালিদাস মাধৱ কন্দলী শংকৰদেৱ প্ৰভৃতি মহতী কবিসকলে ঋতুভেদে প্ৰকৃতিৰ নানা ৰূপ লক্ষ্য কৰিছে। বৰ্ষা শৰৎ, বসন্তত প্ৰকৃতিৰ অপৰূপতাত তেওলোক আনন্দিত হৈছে।

অৱশ্যে এই কথা মন কৰিবলগীয়া যে বৈষ্ণৱ কাব্যত প্ৰকৃতি গোপী-কৃষ্ণৰ প্ৰেমৰ পটভূমিৰূপেহে চিত্ৰিত হৈছে। এই প্ৰকৃতিৰ সুকীয়া সত্তা নাই ই গোপী কৃষ্ণৰ প্ৰেমৰ উদ্দীপন বিভাব মাত্ৰ। অধ্যাত্ম অনুভূতিসম্পন্ন কবি মানসত প্ৰকৃতিয়ে প্ৰাধান্য লাভ কৰাৰ কোনো অৱকাশ নাছিল সেয়ে বৈষ্ণৱ কবিতাত প্ৰকৃতি ৰূপকাত্মক নিসৰ্গ চিত্ৰৰূপেই মাথোঁ প্ৰতিভাত হৈছিল। বৈষ্ণৱ কবিৰ গোষ্ঠী চেতনা সাৰ্থক প্ৰকৃতি কবিতা ৰচনাৰ অন্তৰায় হিচাপে দেখা দিছিল। অন্তৰৰ অনুভূতিৰ লগত সম্পৰ্কবিহীন এই বহিৰংগমূলক প্ৰকৃতি বৰ্ণনাতকৈ কালিদাস প্ৰমুখ্যে সংস্কৃত কবিসকলৰ প্ৰকৃতি বৰ্ণনাত বহু পৰিমাণে আত্মিক সম্পৰ্ক আৰোপিত হৈছিল। তথাপি গোপী-কৃষ্ণৰ প্ৰেমলীলাক উপলক্ষ্য কৰিয়েই বৈষ্ণৱ কবিসকলৰ অন্তৰতো প্ৰকৃতিৰ সৌন্দৰ্যৰ প্ৰতি একধৰণৰ মোহ জন্মিছিল।

এই ক্ষেত্ৰত ৰোমাণ্টিক কবিসকলৰ প্ৰকৃতি সম্পৰ্কে থকা দৃষ্টিভংগীয়ে স্বকীয়তাৰ দাবি কৰাৰ থল আছে। অনন্ত সম্ভাৱনাপূৰ্ণ প্ৰকৃতিৰ মাজত ৰহস্য-

সন্ধানৰ নিৰন্তৰ প্ৰয়াস অচিনাকিৰ ৰহস্য মিলাই প্ৰকৃতি ৰমণীৰ সৌন্দৰ্য উপভোগৰ ব্যাকুলতা মানৱ আৰু প্ৰকৃতিৰ মাজত দূৰত্বৰ আৱিষ্কাৰ আৰু তাক উত্তীৰ্ণ হোৱাৰ প্ৰয়াস ৰোমাণ্টিক অস্পষ্টতাৰ মাজেৰে প্ৰকৃতিৰ প্ৰতি দৃষ্টিপাত আৰু অৱগুণ্ঠণ উন্মোচন কৰি প্ৰকৃতিসুন্দৰীৰ লগত পৰিচয় স্থাপন আৰু প্ৰেম-সাধন— এইবোৰেই আছিল ৰোমাণ্টিক কবিসকলৰ প্ৰকৃতি সম্পৰ্কে দৃষ্টিভংগী। মুঠতে ৰোমাণ্টিক কবিসকলৰ দৃষ্টিত প্ৰকৃতি মাথোঁ সৌন্দৰ্যৰ উৎস আৰু কাব্যৰ আনুষংগিক পটভূমিয়েই নহয় প্ৰাণসম্পদেৰে পৰিপূৰ্ণ জীৱন্ত সত্তা স্বৰূপ।

সেয়ে ৰোমাণ্টিক কবিতাত প্ৰকৃতিৰ স্থান অতি গুৰুত্বপূৰ্ণ। প্ৰকৃতিৰ লগত মানুহৰ গভীৰ একাত্মতাৰ অনুভূতি অনৰ্বিচনীয় সৌন্দৰ্য সুষমা আৰু অপৰূপ মাধুৰ্যই অসমীযা ৰোমাণ্টিক কবিতাক মহিমমণ্ডিত কৰি তুলিছে। এই এটি বিষয় যাৰ ওপৰত ৰোমাণ্টিক যুগৰ প্ৰতিজন কবিয়েই আলোকপাত কৰি গৈছে। অৱশ্যে এই ক্ষেত্ৰত সকলো কবিৰেই দৃষ্টিভংগী একে নাছিল বিভিন্ন দিশৰ পৰা বিভিন্নজনে প্ৰকৃতিক অৱলোকন কৰিছিল। প্ৰকৃতি সম্পৰ্কে কবিসকলে যিবোৰ কবিতা লিখিছে সেইবোৰত প্ৰতিফলিত হোৱা দৃষ্টিকোণক (aspect) চাৰিটা ৰূপত চাব পাৰি

(ক) প্ৰকৃতিৰ মানৱায়ন
(খ) প্ৰকৃতিৰ ৰূপ মুগ্ধতা
(গ) প্ৰকৃতিলৈ প্ৰত্যাৱৰ্তনৰ অভীপ্সা
(ঘ) প্ৰকৃতিৰ গতিশীলতা।

## (ক) প্ৰকৃতিৰ মানৱায়ন

ভাৰতীয় বৈদিক ঋষিসকলে নদী পৰ্বত অৰণ্য ঊষা নিশা দিন অগ্নি আদিৰ কিদৰে দেৱায়ন আৰু মানৱায়ন ঘটাইছিল তাৰ দৃষ্টান্ত বেদসমূহত বিশেষকৈ ঋকবেদৰ অসংখ্য সূক্তিত বিবৃত হৈছে।[২] বৈদিক উত্তৰ যুগত উপনিষদ আৰু আন আন সংস্কৃত কাব্যতো প্ৰকৃতিক স্তৱ কৰা উপাসনা কৰা আদি বহুতো দৃষ্টান্ত পোৱা যায়। কালিদাসৰ শকুন্তলা নাটকত শকুন্তলাক বিদায় দিবলৈ যাওতে কণ্বমুনিয়ে আশ্ৰম তৰুবোৰৰ পৰা অনুমতি বিচৰা কথাৰ পৰাই প্ৰকৃতিৰ মানৱীকৰণ ৰূপ স্পষ্ট হৈ উঠা দেখা যায়।[৩] 'উত্তৰৰামচৰিত'ৰ তৃতীয় অংকত তমসা আৰু মূৰলা নামৰ দুই নদীৰ কথোপকথন আৰু আচাৰ আচৰণ সম্পূৰ্ণৰূপে মানৱীয।

---

২। ঋগ্বেদ — ৫ ৮০ ৫। ১ ১২৪ ৪। ৩ ৩১ ৪। ৩ ৩৩ ৯। ৩ ৩৩ ১ আদি

৩। অভিজ্ঞান শকুন্তলম — ৪ ৮৯

অসমীয়া ৰোমাণ্টিক কবিতাতো প্ৰকৃতিক ব্যক্তিৰূপে কল্পনা কৰাৰ নিদৰ্শন আছে। এইবোৰ দিশত অসমীয়া ৰোমাণ্টিক কবি মানসত পাশ্চাত্যতকৈ প্ৰাচ্য তথা ভাৰতীয় ঐতিহ্য-আশ্ৰিত ভাবধাৰাই অধিক সক্ৰিয়। সেইবাবেই চৰাই ফুল নদী পূৰ্ণিমা পাহাৰ পৰ্বত প্ৰভৃতিৰ ৰূপ চিত্ৰণত অসমীযা কবিৰ কবিতাত ভাৰতীয় পৰম্পৰাগত দৃষ্টিভংগীযেই পৰিস্ফুট হৈছে। বেজবৰুৱাৰ 'কদমকলি'ৰ অন্তৰ্ভুক্ত প্ৰকৃতি বিষযক কবিতাবোৰৰ ভিতৰত 'মইনা 'কুলি 'চন্দ্ৰ 'তৰা আদি কেইটামান গীত আৰু কবিতাত প্ৰকৃতিৰ মানবীয়ৰূপ দেখা যায়। 'মইনা কবিতাত কবিযে মইনা চৰাইৰ ৰূপ-কল্পনাৰে নিজৰ প্ৰেমিকাৰ ৰূপেই অংকন কৰিছে। অসমীযা শ্ৰেষ্ঠ প্ৰকৃতিকবি ৰঘুনাথ চৌধাৰীৰ সামগ্ৰিক কাব্য ভাবনাৰ ওপৰতে ভাৰতীয় ধৰ্ম দৰ্শন আৰু সাহিত্যৰ প্ৰভাৱ প্ৰতীচ্যতকৈ অধিক। চৌধাৰীৰ কবিতাত প্ৰকৃতি জীৱন্ত প্ৰাণসম্পদেৰে পৰিপূৰ্ণ। লক্ষণীয যে প্ৰকৃতিক মানৱ হিচাপে কল্পনা কৰাৰ যি প্ৰৱণতা আৰু প্ৰযাস তাৰ ভিতৰত প্ৰকৃতিক মানবী তথা প্ৰেযসীৰূপে কল্পনা কৰি ৰূপ আৰাধনা (worship of beauty) কৰাৰ প্ৰৱণতাই প্ৰবল। অসমীযা ৰোমাণ্টিক কবিৰ এই কাল্পনিক নাৰীমূৰ্তি তথা মানসীভাবনাৰ আলম্বনেই হ'ল বহু ক্ষেত্ৰত প্ৰকৃতি। চৌধাৰীৰ গোলাপ 'গিৰিমল্লিকা 'মৰমৰ পখী আদি এই ভাবনাৰ কবিতা। গিৰিমল্লিকা কবিতাটোত গিৰিমল্লিকাৰ অন্তৰালত ৰোমাণ্টিক কবিযে উদ্ভিন্নযৌৱনা এগৰাকী নাৰীৰ ৰূপ কল্পনা কৰিছে

যেতিযা পিছলি পৰে মৃদু হিল্লোলত
বুকুৰ আচল। লাজতেই কুচিমুচি
তলমূৰ কৰি কোন ঋষি তনযক
যাচিছিলা যৌৱনৰ সৌন্দৰ্য মাধুৰী। [৪]

সেইদৰে 'মৰমৰ পখী কবিতাটিৰ পখীজনীৰ অন্তৰালত থকা আজলি কিশোৰীৰ ৰূপ সৌন্দৰ্যময় অৱয়বেই পাঠকৰ সন্মুখত প্ৰতিভাত হৈ উঠে। চৌধাৰীৰ পুঁৱতি তৰা 'বহাগীৰ বিযা আদি কবিতাতো প্ৰকৃতিৰ মানৱায়ন ঘটিছে। 'বহাগীৰ বিয়া'ত ঋতুৰাজ বসন্তৰ লগত বহাগীৰ বিয়াৰ অনুষ্ঠান কৰা হৈছে। এই বিয়াত প্ৰকৃতিৰ সকলোৱেই অংশগ্ৰহণ কৰিছে। বধূৰূপী বহাগীক উত্তমৰূপে সজাই পৰাই তোলা হৈছে

---

৪। নেওগ মহেশ্বৰ (সম্পা ) সঞ্চয়ন গিৰিমল্লিকা

'সাজি কাচি যেন আছে পাটৰাণী
গোলাপী শয্যাত বহি
কিবা অপৰূপ ৰূপ লাৱণ্যত
পেলালে জগত মুহি। [৫]

কবিতাটোৰ আদ্যন্ত অসমীয়া সমাজৰ এখন বিবাহ অনুষ্ঠানৰ দৰেই বাস্তৱ আৰু হৃদয়গ্ৰাহী।

পদ্মনাথ গোহাঞিবৰুৱাৰ কবিতাতো প্ৰকৃতিৰ মানবায়ন ঘটিছে। মেঘদূত কবিতাত কালিদাসৰ মেঘৰ দৰেই গোহাঞি বৰুৱাৰ মেঘ প্ৰাণ-প্ৰাচুৰ্যৰে ভৰা জীৱন্ত সত্তাৰূপেই প্ৰতিভাত হৈছে। কবিৰ বৰপুত্ৰ সমতুল জোঁৱাযেকৰ মৃত্যুত শোকাতুৰ কবিয়ে মেঘকেই কটকীৰূপে স্বৰ্গধামলৈ গৈ স্বৰ্গীয় জোৱাযেকৰ বাতৰি আনিবলৈ অনুৰোধ কৰিছে। কবিতাটিত মেঘ শোকসন্তপ্ত পৰিয়ালৰ এজন বিশ্বাসী স্বজন বান্ধৱৰূপেই চিত্ৰিত হৈছে। কবিৰ 'ব্ৰহ্মপুত্ৰ নামৰ কবিতাটিতো অনন্তপ্ৰবাহী ব্ৰহ্মপুত্ৰক মানস পুত্ৰ মানৱৰূপেই অংকন কৰা হৈছে। সেইদৰে কবি নলিনীবালা দেৱীৰ পূৰ্ণিমা কবিৰ বৰ্ণনাত প্ৰাণ পাই উঠিছে। পূৰ্ণিমা যেন কবিৰ ল'ৰালিৰ যৌৱনৰ আৰু চিৰদিনৰ লগৰীহে যাৰ মোহনৰূপ দেখি কবি আপোন পাহৰা হয় যাৰ স্নেহ পাশত থাকি কবিৰ হৃদয় জুৰাই যায়। প্ৰিয় মৰমীৰ দৰে পূৰ্ণিমাৰ লগত কথা পাতি তেও বহুতো বিনিদ্ৰৰজনী কটাই দিছিল। এতিয়া জীৱনৰ এই বিয়লি বেলাত কবিয়ে উপলব্ধি কৰিছে পূৰ্ণিমা তেওৰ পৰা বহু নিলগত। তথাপি ল'ৰালিৰ সখীক দেখিলেই পূৰ্বস্মৃতি জাগি উঠাৰ দৰেই কবিৰ অন্তৰতো পূৰ্ণিমা দৰ্শন মাত্ৰেই পূৰ্বস্মৃতি জাগি উঠে

তোমাৰ শুৱনি মুখ দেখিলে হিয়াত
জাগি উঠে পাহৰণ বেথা। [৬]

সকলোৰে পৰিৱৰ্তন আৰু ৰূপান্তৰ হ'লেও অনন্তযৌৱনা উৰ্বশীৰ দৰেই পূৰ্ণিমা চিৰযৌৱনা। কবিতাটোত যৌৱন আৰু সৌন্দৰ্যৰ মূৰ্ত প্ৰতীক ৰূপে পূৰ্ণিমা জিলিকি উঠিছে।

'নিজৰা'ৰ কবি শৈলধৰ ৰাজখোৱাৰ পাষাণ প্ৰতিমা কবিতাত প্ৰকৃতিয়ে মানৱীৰূপ লৈছে। গোৱালপাৰাৰ ওচৰত ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰত হাদিৰাচকী নামৰ ঠাইত আহোম আৰু মানৰ শেষ ৰণৰ পটভূমিত ৰচিত হৈছে কবিতাটো। এই

৫। চৌধাৰী ৰঘুনাথ সাদৰী বহাগীৰ বিয়া
৬। শৰ্মা যজ্ঞেশ্বৰ (সম্পা°) শতপত্ৰ পূৰ্ণিমা

ঠাইতে ফুলৰা আৰু চতলা নামৰ দুখন সৰু টিলা আছে। এই টিলা দুখনৰ পৰা প্ৰায় দহ কিলোমিটাৰ পূৰ্বদিশত আছে বাঘবৰ পাহাৰ। কবিয়ে ফুলৰা-চতলাক বাই-ভনী আৰু দেৱবালাৰূপে চিত্ৰিত কৰিছে। বাঘবৰ পাহাৰক ধ্যানত মগ্ন যোগীৰূপে অংকন কৰিছে, ফুলৰা-চতলা দুই ৰূপহী কুমাৰীক দেখি যিয়ে ধ্যানত মন বহুৱাব পৰা নাই। সেই কাৰণে বাঘবৰক কবিয়ে ভণ্ড যোগী বুলি আখ্যা দিছে। অসমৰ শেষ স্বাধীনতা সংগ্ৰামত শিখ সেনা চৈতন্য সিঙে আৰু কামৰূপী বীৰ কৃষ্ণৰামে হাদিৰাচকীত আহোমৰ হৈ মানৰ বিৰুদ্ধে আপ্ৰাণ যুদ্ধ কৰি শ্বহীদ হৈছিল। কবি-কল্পনাত বীৰ চৈতন্য হ'ল ফুলৰাৰ প্ৰেমিক আৰু কৃষ্ণৰাম হ'ল চতলাৰ প্ৰিয়তম। যথাসময়ত দুই বীৰ সেনাপতিয়ে মৃত্যু যুঁজলৈ আগবাঢ়ি যোৱাত ফুলৰা-চতলাই পৰম আশ্বাসেৰে অনুমতি দিছে

'বুলিলে ফুলৰা বুলিলে চতলা
তোমাক অপেক্ষি থাকিম স্বামী। [৭]

মৃত্যুমুখী দুই সৈনিকক স্বামী সম্বোধন কৰাত চৈতন্য সিং আৰু কৃষ্ণৰাম উভয়ে চমকি উঠিছে। তাৰ প্ৰতিক্ৰিয়াত ফুলৰা-চতলাই উত্তৰ দিছে

বোলে দেৱবালা বীৰ স্বামী মোৰ
বীৰ বিনে আনে ৰমণী মোল
নোৱাৰে বুজিব বৰিলো তোমাক
কৰা নাই প্ৰিয় অকনো ভুল। [৮]

এইদৰে কবিয়ে গছ-লতা মাটি আৰু শিলেৰে পূৰ্ণ দুখন সৰু পাহাৰক তেজ মঙহেৰে পূৰ্ণ দুগৰাকী স্বদেশপ্ৰেমী বীৰৰ উপযুক্ত গুণৰ মৰ্যাদা দিব পৰা সুন্দৰী নাৰীৰূপে কল্পনা কৰি প্ৰাণৱন্ত কৰি তুলিছে। একেগৰাকী কবিৰেই 'অমানিশা কবিতাটিত অমানিশা এগৰাকী পিশাচিনী কুলক্ষণী নাৰীৰূপে বৰ্ণিত হৈছে। অমানিশাৰ ঘোৰ এন্ধাৰৰ আঁৰত পৃথিৱীৰ সকলো অপায় অমংগল সংঘটিত হয় বুলি কবিয়ে অমানিশাৰূপী এই ভয়ংকৰ নাৰীগৰাকীক দোষাৰোপ কৰিছে, কবিৰ সন্মুখৰ পৰা আঁতৰি যাবলৈ কৈছে। অমানিশাৰ মানৱীৰূপ কবিয়ে ধুনীয়াকৈ ফুটাই তুলিছে— তাইৰ খোপাত তৰাফুল মুখত বিজুলীৰ হাঁহি ৰিহা-আঁচলত জোনাকী মুকুতা

---

৭। নেওগ মহেশ্বৰ (সম্পা) সঞ্চয়ন পাষাণ প্ৰতিমা
৮। পূৰ্বোক্ত গ্ৰন্থ

খোপাত পিন্ধিলি তৰা ফুল তই মুখত বিজুলি হাঁহি
ৰিহা আঁচলত জোনাকী মুকুতা আকৌ ওলালি আহি। [৯]

এইদৰেই ৰোমাণ্টিক কবিতাত প্ৰকৃতিয়ে বিশেষ তাৎপৰ্যৰে উপস্থিত হৈছিল মানৱীয় গুণ প্ৰকৃতিৰ মাজতে পৰিস্ফুট হৈ উঠিছিল। এই সম্পৰ্কে অধ্যাপক হৰেন্দ্ৰনাথ দত্তই লিখিছে 'নব্য ধ্ৰুপদী কাব্য পৰম্পৰাৰ দৰে প্ৰকৃতি কবিতাত উপৰুবা অলংকাৰ হৈ নাথাকিল কবি আত্মাৰ লগত সহানুভূতিক সংগতি স্থাপন কৰি নতুন তাৎপৰ্য লাভ কৰিলে। এই প্ৰকৃতি অষ্টাদশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ মেকানিকেল জড় প্ৰকৃতি নহয় মানৱীয় আৱেগ অনুভূতি আশা-কল্পনাৰ লগত একাকাৰ হৈ পৰা চিন্ময় অথবা humanised প্ৰকৃতি। [১]

## (খ) প্ৰকৃতিৰ ৰূপ-মুগ্ধতা

'বিশ্ব প্ৰকৃতিৰ ৰূপৰ অন্ত নাই। প্ৰকৃতিয়েই হ'ল জাগতিক সৌন্দৰ্যৰ উৎস ভূমি। সীমাহীন নীলাকাশৰ নীলিমাই যিদৰে মানুহক মুগ্ধ কৰে ফেনিল বিস্তীৰ্ণ নীল সাগৰৰ সৌন্দৰ্যযো সেইদৰে ৰসিকজনৰ মন আন্দোলিত কৰে। শাৰী শাৰী পৰ্বত-পাহাৰ আৰু বিস্তীৰ্ণ সেউজীয়া পথাৰৰ চকু জুৰোৱা দৃশ্যই সকলোকে পুলকিত কৰে। বিধে-বিধে ফুলি থকা নানা ৰঙৰ ফুল তাতে পৰা মধুলাপী ভোমৰাৰ গুঞ্জন সেউজীযা বনস্পতি আৰু গহীন বনৰ মাজত বিবিধ বিহংগৰ কল-কাকলিয়ে চিৰদিনেই মানুহৰ কাণত ঢালি আহিছে অমিযধাৰা। তল সৰা শেৱালি শৰতৰ শুভ্ৰ মেঘমালা ডাৱৰৰ কাষে কাষে ডেউকা কোবাই দূৰ দিগন্তলৈ উৰি যোৱা বলাকাৰ ক্লান্তিহীন যাত্ৰাই মানুহক এক অবুজ ব্যঞ্জনাৰ অনুভূতি আনি দিয়ে। নদী নিজৰাৰ কলতান দেহা জুৰাই যোৱা দখিনা সমীৰণৰ স্নিগ্ধ বাওছাটি আৰু জোনাক-ধোৱা চোতাল সকলোৰে আনন্দৰ কাৰণস্বৰূপ। আনহাতে এই প্ৰকৃতিৰেই ভযংকৰ ভযাল তাণ্ডৱতাই মানুহক ৰুদ্ৰ দেৱতাৰ কথা স্মৰণ কৰাই দিয়ে। এইদৰে প্ৰকৃতিৰ মাজত দেখা যায দ্বৈত ৰূপৰ লীলা-বিলাস। যি মৃদু মলয সমীৰণে ফুল ফুলায় সেই সমীৰণেই আকৌ প্ৰচণ্ড ধুমুহাত পৰিণত হৈ বিধ্বংসী-লীলাত মত্ত হৈ উঠে। যি নব বৰষাৰ আগমনে ৰূপালী মাছ সমন্বিতে বিশ্বচৰাচৰৰ সকলো প্ৰাণীৰ মনলৈ কঢ়িয়াই আনে আনন্দৰ কলৰোল সেই বৰষাই আকৌ প্ৰলয়ংকৰী বানত পৰিণত হৈ জগতৰ প্ৰাণীৰ দুখৰ কাৰণ হয়।

---

৯। পূৰ্বোক্ত গ্ৰন্থ — অমানিশা
১০। দত্ত হৰেন্দ্ৰনাথ — ৰোমাণ্টিচিজম্ আৰু গীতি মানস

তথাপি ৰূপ যিয়েই নহওক কিয় প্ৰকৃত কবিৰ হাতত শান্ত সমাহিত প্ৰকৃতিয়ো যিদৰে সুন্দৰ শিল্প ধুমুহাৰ প্ৰচণ্ড গতিবেগত দিক দিগন্ত ধূলি ধূসৰিত হৈ উঠা ভয়াল ৰুদ্ৰ প্ৰকৃতিয়ো সেইদৰে সুন্দৰ শিল্প। প্ৰকৃতিৰ উভয় ৰূপেই প্ৰকৃত শিল্পীৰ তুলিকাত অভিনৱ শিল্পৰূপেই প্ৰতিভাত হৈ উঠে। প্ৰকৃতিৰ ভয়াল আৰু ৰুদ্ৰৰূপৰ বৰ্ণনা অপূৰ্ব কলাত পৰিণত হৈছে বায়ৰণৰ কবিতাত

> Sky mountains river winds lake lightnings! ye!
> With night and clouds and thunder and a soul
> To make these felt and feeling well may be
> Things that have made me watchful [১১]

অন্তহীনৰূপ বিমণ্ডিত প্ৰকৃতিৰ এই দ্বৈতৰূপ ভাৰতীয় আৰু পাশ্চাত্যৰ কবি-সাহিত্যিকৰ ৰচনাত প্ৰতিফলিত হোৱাৰ দৰেই অসমীয়া কবিতাতো প্ৰতিভাত হৈ উঠিছে।

পাহাৰ পৰ্বত নদী নিজৰাৰে পূৰ্ণ অসমৰ প্ৰাকৃতিক অনুপম সৌন্দৰ্যই কবিসকলক মুগ্ধ কৰিছিল। অসমীয়া ৰোমাণ্টিক কবিসকলে বিস্ময় বিমুগ্ধ দৃষ্টিৰে এই নিসৰ্গৰ ৰূপ প্ৰত্যক্ষ কৰি প্ৰকৃতিমূলক কবিতাসমূহ ৰচনা কৰিছে। সৌন্দৰ্যৰ বৰ্ণনা প্ৰসংগত কোৱা হয়— সত্যম শিৱম সুন্দৰম অৰ্থাৎ যিটো সত্য সেইটোৱেই শিৱ আৰু সিয়েই সুন্দৰ। সুন্দৰৰ পূজাৰীয়ে সৌন্দৰ্যৰ মাজেৰেই সেই সুন্দৰৰ দেৱতাক (শিৱ) দেখা পায় যিজন সকলো বস্তুৰ মাজতেই খণ্ড খণ্ডৰূপে বিৰাজমান। অসমীয়া ৰোমাণ্টিক কলাকাৰসকলেও প্ৰকৃতিৰ অফুৰন্ত সৌন্দৰ্যৰ মাজত সেই সত্য শিৱ-সুন্দৰক দেখা পাইছিল। প্ৰতীচ্যৰ ৰোমাণ্টিক কবিসকলৰ ভিতৰত ৱৰ্ডচৱৰ্থ শ্যেলী কীটছ্ প্ৰভৃতিয়ে যিদৰে ফুল আৰু চৰাইক লৈ যুগোত্তীৰ্ণ কবিতা লিখিছে, সেইদৰে এই দুই বিষয়ক আধাৰ হিচাপে লৈয়েই অসমীয়া সাহিত্যতো সৃষ্টি হৈছে বহুতো কালজয়ী কবিতা।

অসমীয়া ৰোমাণ্টিক যুগৰ অন্যতম প্ৰৱৰ্তক চন্দ্ৰকুমাৰ আগৰৱালাৰ 'নিয়ৰ কবিতাটি অনুপম সৌন্দৰ্যৰ টুকুৰা। কবিয়ে বিস্ময়ভৰা দৃষ্টিৰে ৰাতিপুৱাৰ এটোপাল নিয়ৰৰ সৌন্দৰ্য দেখি মুগ্ধ হৈছে। 'নিয়ৰ'ৰ সৌন্দৰ্যই কবিমনৰ কল্পনাৰ দুৱাৰ উন্মোচন কৰিছে। কবি লয়লাস গতিত ওপঙি ফুৰিছে সৌন্দৰ্য তৰংগত। কবিতাটি সম্পৰ্কে মহেন্দ্ৰ বৰাই কৰা উক্তিটো যথাৰ্থ

---

১১। Arnold, Mathew (ed.) Poetry of Byron Childe Harold Canto iii Stanza 96

নৈসৰ্গিক বিষয়ৰ কবিতা হিচাপে তেওঁৰ 'নিয়ৰ সকলো কালৰ এটি শ্ৰেষ্ঠ অসমীয়া কবিতা। [১২]

হেমচন্দ্ৰ গোস্বামীৰ পুৱা কবিতাত প্ৰকৃতিৰ সৌন্দৰ্য মনোৰম চিত্ৰকল্প হৈ দেখা দিছে

'জিলিঙনি এটি আহি পদুম বনত
স্বৰগৰ ৰহণ ঢালিছে,
অকলশৰীয়া দুটি পদুম কলিয়ে
চুমা খাই হালিছে জালিছে। [১৩]

পদ্মনাথ গোহাঞিবৰুৱাৰ কেবাটাও কবিতাত প্ৰকৃতিৰ প্ৰতি থকা অনুৰাগ প্ৰকাশ পাইছে। এনে কেইটামান কবিতা হ'ল— ৰূপ প্ৰকৃতি মেঘাই ঢোপাকলি বিজুলী চন্দনগিৰি গুহা প্ৰভৃতি। প্ৰকৃতিৰ দ্বৈতৰূপ ফুটি উঠা গোহাঞিবৰুৱাৰ এটি কবিতা হ'ল— প্ৰকৃতি।

শান্তিৰ মলযা বলি প্ৰাণ জুৰ কৰে
শীতল বৰণে তাৰ জগত সামৰে।
*** *** *** *** *** ***
ক্ষণে জুৰ ক্ষণে ঘোৰ ক্ষন্তেকে প্ৰলয
নোপোৱা বিমুগ্ধ নৰে প্ৰকৃতি আশই। [১৪]

'চন্দনগিৰি কবিতাটিত চন্দনগিৰিক সৌন্দৰ্যৰ নিকেতন ৰূপেই কবিয়ে বৰ্ণনা কৰিছে। চন্দনগিৰিক কবিয়ে 'স্বৰ্গৰ জখলা এই পুণ্য গিৰিবৰ বুলি অভিহিত কৰিছে। চন্দনগিৰিৰ সৌন্দৰ্যত সকলোৱে মোহিত। কবিমানসত সৌন্দৰ্যানুভূতি সৰ্বসাধাৰণতকৈ অধিক পৰিমাণে ব্যঞ্জিত হোৱাৰ বাবেই চন্দনগিৰিৰ অনুপম সৌন্দৰ্যয়ো কবিপ্ৰাণক সহজেই উতলা কৰি তুলিব পাৰিছে

'যিফালে ঘূৰাও আখি তাতে ৰৈ যায
নপলায় তৃপ্তি হায় হেপাহ প্ৰাণৰ
চাও মানে বাটি যায পাহৰো সংসাৰ!
তলত কুণ্ডিন নই অতি নিৰমল
প্ৰকৃতি দাপোণ অহ পতা আছে কেনে! [১৫]

---

১২। বৰা মহেন্দ্ৰ (সম্পা॰) অসমীয়া কবিতা চয়ন ভূমিকা
১৩। নেওগ মহেশ্বৰ (সম্পা) সঞ্চয়ন পুৱা
১৪। পদ্মনাথ গোহাঞি বৰুৱা ৰচনাৱলী জুৰণি প্ৰকৃতি
১৫। পূৰ্বোক্ত গ্ৰন্থ ফুলৰ চানেকি

প্ৰকৃতিৰ ৰূপত মুগ্ধ কবি দুৰ্গেশ্বৰ শৰ্মাই 'ৰূপহী' কবিতাটিৰ মাজেৰে সৌন্দৰ্যৰ এক অপৰূপ চিত্ৰকল্প ফুটাই তুলিছে। আঘোণমহীয়া পথাৰৰ পকা ধানৰ ৰং সোণালী ধান দাই থকা ঘৰৰ জীয়ৰীৰ গাৰ বৰণো সোণালী ক্ৰমে ওপৰলৈ উঠি অহা ৰ'দৰ বৰণো সোণালী। তিনিও ৰূপহী। কবিৰ ভাষাত

ওপৰত সূৰ্যদেৱ সোণালী ৰহণ
পথাৰ ধানেৰে ঢকা সোণালী বৰণ
মাজত ৰূপহী দেৱী সোণালী বদন
মনোমোহা দৰশন অতি বিতোপন। [১৬]

বেজবৰুৱাৰ কবিমানসত বনৰ সৌন্দৰ্যই জীৱন্ত হৰিণা পোৱালি হৈ ভুমুকি মাৰিছে

কোনে কয় সেইটি হৰিণা পোৱালি?
ইমান চেতনা নাই!
বনৰ সৌন্দৰ্যই ৰূপ ধৰি আহি
ডেও দি দুবৰি খায়।। [১৭]

নৈসৰ্গিক আনন্দ আৰু সৌন্দৰ্যৰ উপাদানবোৰ কেতিয়াও একেবাৰে নষ্ট হৈ নাযায় সেইবোৰ চিৰন্তন। পৃথিৱীৰ সকলো মহৎ কবি-শিল্পীয়েই এই সত্যটোক উপলব্ধি কৰিছে। ইয়াকে বুজাবলৈ গৈ কীটছে কৈছে Thou wast not born for death immortal Bird! [১৮] নলিনী দেৱীয়ে পূৰ্ণিমা কবিতাটিত সেই সত্যকেই প্ৰত্যাযিত কৰিছে। পূৰ্ণিমাৰ সৌন্দৰ্য সম্পৰ্কে কবিৰ উপলব্ধি

কোন স্বৰগৰ তুমি সৌন্দৰ্যৰ ৰাণী
শাৰদৰ পূৰ্ণিমা সুন্দৰী?
ঢালিছে ৰূপৰ ঢল মৰত বুকুত
অমিয়াৰ তুলিছা লহৰী। [১৯]

ৰঘুনাথ চৌধাৰীৰ অধিকসংখ্যক কবিতাত প্ৰকৃতিৰ প্ৰতি কবিৰ ৰূপমুগ্ধতা প্ৰকাশ পাইছে। এই প্ৰসংগত কমলেশ্বৰ চলিহাই লিখিছে 'চিৰকুমাৰ চৌধাৰীদেৱে

---

১৬। শৰ্মা যজ্ঞেশ্বৰ (সম্পা°) : শতপত্ৰ ৰূপহী
১৭। নেওগ মহেশ্বৰ (সম্পা°) সঞ্চয়ন ভ্ৰম
১৮। Palgrave s The Golden Treasury Ode to a Nightingale Line 61
১৯। দেৱী নলিনীবালা সন্ধিয়াৰ সুৰ পূৰ্ণিমা

আজীৱন প্ৰকৃতিৰ ৰেহ-ৰূপ চাইছে, প্ৰকৃতিৰ বুকুত বহা সৌন্দৰ্যৰ মহামেলা চাই তন্ময় হৈছে। কবিৰ কল্পনাবিলাসী মন সৌন্দৰ্যপিপাসু সৃষ্টি। প্ৰকৃতিৰ ৰূপ লাৱণ্যৰ প্ৰতিটো ৰেখাতে তেওঁৰ দৃষ্টি পৰিছে, প্ৰকৃতিৰ ৰূপে তেওঁক উন্মনা কৰিছে।[২] প্ৰকৃতিৰ ৰূপত আপোন পাহৰা কবিয়ে কৈছে

মোহন মূৰতিখনি
　　প্ৰাণ ভৰি চাওঁ
চকুৰ নপৰে ছেদ
　　তধা লাগি ৰওঁ।[২১]

কবিয়ে প্ৰকৃতিৰ সকলোতে আনন্দৰ পূৰ্ণৰেখা দেখা পাইছে। তেওঁৰ গভীৰ অন্তৰ্দৃষ্টি আৰু তীব্ৰ ইন্দ্ৰিয় চেতনাৰ দ্বাৰা প্ৰকৃতিৰ সকলোতে স্নিগ্ধ সৌন্দৰ্য আৰু প্ৰাণৰ স্পন্দন অনুভৱ কৰিছে

প্ৰতি গছে গছে লতায় লতায়
　　নবীন মাধুৰী খেলে
অব্যক্ত আৱাৱ শুনি বিহংগৰ
　　নাচে প্ৰাণ তালে তালে।[২২]

কবিৰ দৃষ্টিত সামান্য সৰিয়হডৰাৰ সৌন্দৰ্যযো পৃথিৱীখনিক নতুন সাজত সজ্জিত কৰে সৰিয়নিৰ ৰূপৰ জেউতিয়ে মন প্ৰাণ হৰে

সোণোৱালি ৰহণৰ সৰিয়হ ডৰা
　　ৰূপৰ মাধুৰী সনা
　　ঢালি প্ৰেম জ্যোতি কণা
উৰায় পৰাগ ফাকু মন প্ৰাণ হৰা
ৰমক-জমক হ'ল বিশ্ব বসুন্ধৰা।[২৩]

সৌন্দৰ্য আকুল কবিয়ে সৌন্দৰ্যৰ ৰহঘৰা নিৰ্মাণ কৰিছে 'দহিকতৰা কবিতাৰ স্তৱকে স্তৱকে। প্ৰাকৃতিক সৌন্দৰ্যৰ অপৰূপ চিত্ৰৰ তেনে এটি নিখুঁত নিৰ্মাণ হ'ল তলৰ স্তৱকটো

---

২০। শৰ্মা কমলেশ্বৰ　　কবি চৌধাৰী আৰু চৌধাৰীদেৱৰ কবিতা
২১। চৌধাৰী ৰঘুনাথ　　সাদৰী বিশ্ব
২২। পূৰ্বোক্ত গ্ৰন্থ　　আৱাহন
২৩। নেওগ মহেশ্বৰ (সম্পাঃ)　　সঙ্কলন দহিকতৰা

'লুইতৰ কাণে কাণে কঁহুৱাৰ ফুল
বতাহত হালি-জালি
ঢৌৱে ঢৌৱে ঢৌ খেলি
তুষাৰ-ধবল-কান্তি ধৰিছে বিপুল
যেন সুৰ তৰংগিণী পুলকে আকুল। [২৪]

কবি হিতেশ্বৰ বৰবৰুৱাৰ 'সূৰ্য পদুম ভেটফুল 'মৰা চৰাই খোপাত লেৰেলা গোলাপ 'তগৰ জোনাকী পৰুৱা আৰু প্ৰভাতৰ শোভা নামৰ ছনেটকেইটিত প্ৰকৃতিৰ মনোৰম চিত্ৰ অংকন কৰাৰ উপৰি মানুহৰ লগত থকা প্ৰকৃতিৰ নিবিড় সম্পৰ্কৰ কথাও ব্যক্ত কৰা হৈছে। তলত উল্লেখ কৰা ছনেট অংশৰ পৰাই কবি বৰবৰুৱাৰ প্ৰকৃতিপ্ৰীতি আৰু সৌন্দৰ্য-আকুল মনৰ পৰিচয় পোৱা যায়

'বিলৰ নিৰ্মল পানী মলয়া বায়ুত
টল টল কৰি চোৱাঁ লৰে কেনেকই
চোৱাচো কিৰূপে তাতে এপাহি পদুম
হালি-জালি নাচে মূৰ তুলি তলল'ই।।
*** *** *** *** *** ***
চাৰিওফালে ফুলে কত অলেখ কুসুম
প্ৰকৃতি সুন্দৰী কেনে সুগন্ধেৰে ভৰা।।
পুৱাৰ বেলিটি শোভে উষাৰ কোলাত
কিবা দৃশ্য মনোৰম নিৰ্মল প্ৰভাত।। [২৫]

সৌন্দৰ্যৰ চিৰন্তন সত্য অন্বেষণত ব্ৰতী আৰু প্ৰকৃতিৰ ৰূপত বিমুগ্ধ কবিসকলে এইদৰেই প্ৰকৃতিৰ ৰূপ-ঐশ্বৰ্যৰ মনোৰম চিত্ৰ দাঙি ধৰিছে। লগতে প্ৰকৃতিৰ ৰুদ্ৰৰূপৰ পৰিচয়ো পোৱা যায় অসমীযা কবিতাত। অতুলচন্দ্ৰ হাজৰিকাৰ 'বাৰিষা 'বানপানী পাগলাদিযা আদি কবিতাত এই ৰূপ স্পষ্ট। অসমৰ ভযাবহ বানপানীৰ এক জীৱন্ত ৰূপ ফুটি উঠিছে হাজৰিকাৰ 'বানপানী কবিতাত

'বুৰ গ'ল ঘৰ-বাৰী তল গ'ল গাঁও
আলিয়েদি চলে মাথোঁ ভুৰ আৰু নাও।
*** *** *** *** *** ***
উটি গ'ল গৰু-গাই, ভঁৰালৰ ধান
নদন বদন দেশ হ'ল থানবান। [২৬]

২৪। পূৰ্বোক্ত গ্ৰন্থ
২৫। শইকীয়া পূৰ্ণানন্দ হিতেশ্বৰ বৰবৰুৱাৰ কবি মানস প্ৰভাতৰ শোভা
২৬। হাজৰিকা অতুলচন্দ্ৰ কুণুক-জুনুক বানপানী

## (গ) প্ৰকৃতিলৈ প্ৰত্যাবৰ্তনৰ অভীপ্সা

জন্মভূমি পৃথিৱীৰ আৰু প্ৰকৃতিৰ লগত প্ৰতিটো মানৱাত্মাৰেই আছে এৰাব নোৱৰা সম্পৰ্ক। জগতৰ জন অৰণ্যৰ আকৰ্ষণত সোঁহাৰি দি সাময়িকভাৱে মানুহে প্ৰকৃতিৰ পৰা বিচ্ছিন্ন হৈ পৰে। ৰূপ-ৰস গন্ধ পৰশ প্ৰেমেৰে ভৰা প্ৰকৃতিৰ কথা সাময়িকভাৱে পাহৰি যায়। কিন্তু সময়ৰ প্ৰতিঘাতত সংসাৰ জীৱনৰ তিক্ত অভিজ্ঞতাত জৰ্জৰিত হৈ মানুহে অৱশেষত প্ৰকৃতিৰ কোলাতেই অন্তিম শান্তিৰ নীড় বিচাৰি পায়। জগতলৈ আহি যি জগত-জননীৰ কোলাৰ পৰা মানুহ বিচ্ছিন্ন হৈ যায় সেই স্নেহময়ী ধৰিত্ৰীৰ লগত মানুহৰ সম্পৰ্ক ঠিক মাতৃ আৰু সন্তানৰ দৰেই। জন্মৰ পিছতেই জননীৰ সৈতে সন্তানৰ নাড়ীৰ বান্ধোন ছিঙি পেলালেও মাতৃ আৰু সন্তানৰ মাজত কোনো দুৰ্লংঘ্য ব্যৱধান সৃষ্টি নহয়। সেইদৰে জগতৰ পৰাও নিজকে সম্পূৰ্ণ আতৰাই নিয়া অসম্ভৱ। সাময়িকভাৱে নিজকে বিচ্ছিন্ন কৰিব গ'লেও মন বাৰে বাৰে জননী জন্মভূমিৰ বুকুলৈ উভতি যাব বিচাৰে। প্ৰাণ আৰু প্ৰকৃতিৰ মাজত এই যি বন্ধন সি অবিচ্ছেদ্য। সেযে দীৰ্ঘদিন আশ্ৰয়হীন হৈ উদাসীনৰ দৰে ঘূৰি ফুৰা মানুহেও জীৱনৰ অন্তিম লগ্নত স্বদেশলৈ উভতি আহি আপোন ঘৰ বিচাৰি লয় আৰু তাতেই পায় মনৰ শান্তি সাৰ্থকতা আৰু পৰিপূৰ্ণতা। ৱৰ্ডচৱৰ্থে এইষাৰ কথাকেই ধ্বনীযাকৈ ব্যক্তি কৰিছে Tintern Abbey ত

of all that we behold  
From this green earth of all the mighty world  
Of eye and ear – both what they half create  
And what perceive well pleased to recognise  
In nature and the language of the sense  
The anchor of my purest thoughts the nurse  
The guide the guardian of my heart and soul  
Of all moral being [২৭]

প্ৰকৃতিৰ লগত মানুহৰ এই আত্মিক সম্পৰ্ক উপলব্ধিয়ে ৰোমাণ্টিক কবিক বাস্তৱ পৃথিৱী বিমুখ কৰি প্ৰকৃতি ৰাজ্যত আশ্ৰয় গ্ৰহণ কৰিবলৈ অনুপ্ৰেৰিত কৰিছিল। যেতিয়া বাস্তৱ পৰিৱেশ অত্যন্ত জটিল হৈ পৰে তেতিয়া কবিসকলে প্ৰকৃতিৰ সান্নিধ্য লাভৰ বাবে ব্যাকুল হৈ উঠে। 'সভ্যতাৰ প্ৰতি কবিতাত ৰবীন্দ্ৰনাথৰ এই আকুলতা তীব্ৰ হৈ উঠিছে

---

২৭। Batey Charles (Ed.) Eight Poets Tintern Abbey Lines 104-111

'দাও ফিৰে সে অৰণ্য লও এ নগৰ
লহ যত লৌহ লোষ্ট্র কাষ্ঠ ও প্রস্তৰ
চাই স্বাধীনতা চাই পক্ষেৰ বিস্তাৰ
বক্ষে ফিৰে পেতে চাই শক্তি আপনাৰ
পৰাণে স্পর্শিতে চাই ছিঁড়িয়া বন্ধন
অনন্ত এ জগতেৰ হৃদয় স্পন্দন। [২৮]

মানৱ সমাজে যেতিয়া কবিক দূৰলৈ ঠেলি দিয়ে সমাজৰ বন্ধনে যেতিয়া চিত্তক শাসন কৰে তেতিয়া কবিয়ে বাস্তব পৃথিৱীক এৰি সুদূৰৰ শান্ত-সমাহিত অৰণ্যলোকলৈ গুচি যাব বিচাৰে। যান্ত্রিক যুগৰ কৃত্রিম সভ্যতাৰ নিষ্পেষণৰ পৰা মুক্তি বিচাৰি কবিয়ে এনে এখন ঠাইলৈ যাব বিচাৰে য'ত সমাজ আৰু সমাজৰ বিধি নিষেধৰ কঠিন শাসন নাথাকে থাকে মাথোঁ মুক্তিৰ আনন্দ। সেয়ে সংসাৰ কাইটনিত পতিত হৈ আৰ্তস্বৰে I fall upon the thorns of life I bleed' [২৯] বুলি কৈ উঠা শ্যেলীৰ বাবে প্রকৃতি হ'ল সান্ত্বনাৰ স্থল বেদনাৰ প্রলেপ প্রেৰণাৰ উৎস আৰু আঁউসীৰ জোন। সেয়ে তেও কৈছে

Away away from men and towns
To the wild wood and the downs
To the silent wilderness
Where the soul need not repress
It s music but it should not find
An echo in another s mind
While the touch of Nature s art
Harmonizes heart to heart [৩০]

মানৱ সমাজে দিয়া আঘাতেই বাযৰণকো প্রকৃতিৰ বুকুলৈ ঠেলি দিছিল। এই সম্পর্কে ভি আৰ কানাডেই লিখিছে

Nature is ready comforter for Byron too The heat and pressure of society and the onerous task of being a social man drive him away to nature It is here that he seeks his freedom in the lonely place of Nature [৩১]

---

২৮। ৰবীন্দ্র ৰচনাৱলী (তৃতীয় খণ্ড) সুলভ সংস্কৰণ চৈতালী সভ্যতাৰ প্রতি
২৯। Palgrave s The Golden Treasury Ode to the West Wind Lines 54
৩০। Ibid The Invitation Lines 21 28
৩১। Kanadey V R Nature in Modern English Poetry

বৈদিক যুগৰ পৰাই প্ৰকৃতিৰ সাম্য-উদাৰ কোলাত সকলোৱেই আশ্ৰয় পাই আহিছে। যন্ত্ৰযুগৰ নিৰ্মমতাত অতিষ্ঠ হৈ আধুনিক যুগৰ কবি ইয়েটছেও (W B Yeats) The white bird কবিতাত চৰাই ৰূপে আশ্ৰয় লভিব বিচাৰিছে প্ৰকৃতিৰ মুক্ত কোলাত। প্ৰকৃতিযেও মানুহৰ জীৱনলৈ বিপৰ্যয় নামি আহিলে মানুহক আশ্ৰয় দিয়ে অনন্ত বাহু প্ৰসাৰিত কৰি আঁকোৱালি লয়। এই প্ৰকৃতিয়েই তেতিয়া হতাশাত আশা দিয়ে নিৰাশাত আশ্বাস দিযে মৌনতাত ভাষা দিয়ে। সকলো অভাৱ পূৰণ কৰিবলৈ চেষ্টা কৰে নিজৰ ৰূপ-ৰস গন্ধ আৰু প্ৰেমৰ সম্ভাৰেৰে মানুহক পূৰ্ণ কৰে। এই প্ৰকৃতি সকলোৰে পথ প্ৰদৰ্শিকা আৰু নৈতিক শিক্ষাদাত্ৰী। প্ৰকৃতিৰ প্ৰতি মানুহে ভালপোৱা প্ৰদৰ্শন কৰিলে প্ৰকৃতিযে তেওক কেতিযাও বিশ্বাসঘাতকতা নকৰে। ৱৰ্ডচৱৰ্থে লিখিছে

Nature never did betray
The heart that loved her tis her priviledge
Through all the years of this our life to lead
From joy to joy [৩২]

অসমীযা ৰোমাণ্টিক কবিতাৰ উষা লগ্নৰে পৰা সৃষ্ট প্ৰকৃতি বিষযক অসংখ্য কবিতাত কবিসকলৰ ব্যক্তিগত জীৱনৰ ওপৰত নামি অহা অবিচাৰ বঞ্চনা দু খ বেদনা বিৰহ যন্ত্ৰণা নোপোৱাৰ বেদনা আদিৰ প্ৰতিফলন দেখা যায। কবিসকলে প্ৰকৃতিৰ মুক্ত অংগনত নিজকে মেলি ধৰি দু খ বেদনা লাঘৱ কৰিবলৈ আৰু মনৰ অশান্তি দূৰ কৰিবলৈ সচেষ্ট হৈছিল। চন্দ্ৰকুমাৰ আগৰৱালাই তেজীমলা কবিতাটিত এহাতে মানুহৰ প্ৰতি মানুহৰ নিষ্ঠুৰতা আনহাতে মানুহৰ প্ৰতি প্ৰকৃতিৰ অনাবিল উদাৰতাৰ কথা ব্যক্ত কৰিছে। বেজবৰুৱাৰ ধনবৰ আৰু ৰতনী মালিতাটিৰ বিচ্ছেদত ম্ৰিয়মান নাযক ধনবৰে নিদাৰুণ বিৰহ বেদনা সহিব নোৱাৰি অৱশেষত লুইতৰ বুকুত আত্মজাহ দিছে। এই লুইত যেন প্ৰকৃতিৰ অনন্ত প্ৰবাহ আৰু উদাৰতাৰ প্ৰতীক— য'ত মানৱ জীৱনৰ সকলো দু খ বেদনাৰ অৱসান হয। লুইতলৈ ধনবৰৰ আকূতি

বোপাই মোৰ লুইত ঐ সামৰি লোৱা মোক
কোলাত থান এফেৰি দিয়া। [৩৩]

---

৩২। Batey Charles (Ed.) Eight Poets Tintern Abbey Lines 125 28

৩৩। বেজবৰুৱা লক্ষ্মীনাথ কদমকলি ধনবৰ আৰু ৰতনী পৃ ৯১।

কবিতাৰ আংগিকৰ ফালৰ পৰা মহৎ কবিতা নহ'লেও ভাবৰ ফালৰ পৰা উত্তম এটি কবিতা বেজবৰুৱাৰ 'সখীৰ প্ৰতি'। এই কবিতাটিতো নোপোৱাৰ বেদনাৰে ভৰা সংসাৰ ত্যাগ কৰি প্ৰকৃতিৰ উপাদানসমূহৰ মাজেৰে শান্তি বিচাৰি যোৱা প্ৰৱণতাটো কবি-মানসত প্ৰতিফলিত হৈছে

'ঘৰবাৰী মিছা কোনো কালে মোক নালাগে
নেচাও পৰক যি ইসব নিতিয়াগে।
বকুলৰ গুটি খাম সেউতিৰ বিয়া চাম
কৰবীৰ মৌ পিম কেতেকীৰ ধূলি লম
ভোমৰাৰে গাম গীত কুলিৰে বন্ধাম মিত
ভাত ফেচুৰ সৈতে ওৰেদিন গাম নাম।
পদুম পাহিত উটি নাৱকো খেলাম। [৩৪]

পদ্মনাথ গোহাঞিবৰুৱাৰ কাব্যসংকলন 'জুৰণি'ৰ অন্তৰ্গত প্ৰকৃতি ৰূপ ব্ৰহ্মপুত্ৰ মেঘাই আদি ছনেট আৰু ছনেটধৰ্মী কবিতাসমূহত নিসৰ্গ চেতনাৰ বৰ্ণনা আছে। 'ফুলৰ চানেকি'ত সন্নিৱিষ্ট মেঘদূত আদি কবিতাও প্ৰকৃতি অনুৰাগৰ উজ্জ্বল স্বাক্ষৰ। 'ফুলৰ চানেকি'ৰ অন্তৰ্গত গুহা নামৰ কবিতাটিতো কবিয়ে একাধাৰে প্ৰকৃতিৰ অকপটতা আৰু সৰলতাত মুগ্ধ হোৱা আৰু কপট সংসাৰৰ প্ৰতি বৈৰাগ্যভাব পোষণ কৰি প্ৰকৃতিৰ শীতল কোলালৈকে আশ্ৰয় বিচাৰি যোৱাৰ তীব্ৰ আকুলতা প্ৰকাশ কৰিছে

'অনুপম বিতোপন শোভা মনোহৰ
নিজান তলিত শোভে প্ৰকৃতিৰ ঘৰ।
*** *** *** *** *** ***
সংসাৰৰ দুষ্টবায়ু নপশে ইঠাই
শান্তিৰ শীতল বা বলিছে সদায়।
*** *** *** *** *** ***
সুশীতল তৰুতল আৰু কুঞ্জবন
নিযতি নিৰ্মিত বহা বৈৰাগী কাৰণ।
মাতে যেন ৰিঙিয়াই বাজিছে প্ৰাণত
নকৰোঁ পলম আৰু সংসাৰ হাটত। [৩৫]

---

৩৪। বেজবৰুৱা লক্ষ্মীনাথ কদমকলি সখীৰ প্ৰতি
৩৫। পদ্মনাথ গোহাঞি বৰুৱা ৰচনাৱলী ফুলৰ চানেকি গুহা

দুষ্ট বতাহে ঘনীভূত কৰা আমাৰ সমাজ সংসাৰ য'ত অধৰ্মৰ পৰাক্ৰম চিন্তাৰ বিকাৰগ্ৰস্ততা পাপ-তাপ অধৰ্ম-অন্যায় বাহিৰত ভাল অন্তৰত হুল আদিৰেই দৌৰাত্ম্য বেছি। সেয়ে শান্তিকামী মানুহৰ বাসৰ অযোগ্য সংসাৰ হাটৰ পৰা কবিয়ে সোনকালেই বিদায় লৈ যাব বিচাৰিছে অৰণ্যৰ আদিম গুহালৈ য'ত প্ৰকৃতিয়ে অনুপম শোভাৰে গৃহ নিৰ্মাণ কৰিছে, য'ত বনৰ বিহগীয়ে গোৱা শুদ্ধ তাল-মান সম্বলিত গীতে কবিৰ উদাস পৰাণ মোহিত কৰিছে। শান্তিৰ প্ৰসূতিগৃহ স্বৰূপ গুহাই কবিক ৰিঙিয়াই মাতিছে। দৰাচলতে চিৰশান্তিৰ আৰু জাগতিক দু খ বেদনাৰ পৰা মুক্তিৰ নিৰ্ভৰযোগ্য আশ্ৰয়েই হ'ল প্ৰকৃতিৰ উন্মুক্ত কোলা। সেয়ে যুগে যুগে মানুহে শান্তি বিচাৰি প্ৰকৃতিৰ বুকুলৈয়ে ধাবিত হৈছে। মৃত্যুৰ মাজেৰে অনন্ত মুক্তি বিচৰাসকলেও প্ৰকৃতিকে অৱলম্বন হিচাপে গ্ৰহণ কৰিছে। জাগতিক জ্বালা-যন্ত্ৰণা সহ্য কৰিব নোৱাৰি আত্মজাহ দিযাসকলেও বাছি লয়— পানী গছ, জুই আদি। এইবোৰৰ মাজতে যেন সহ্যাতীত বেথা বেদনাৰ প্ৰলেপ লুকাই আছে। মানুহৰ বেথা বেদনাৰ উপশমত প্ৰকৃতিৰ ভূমিকা ধাত্ৰী অথবা মাতৃৰ দৰেই। এই প্ৰসংগত নিৰ্মলপ্ৰভা বৰদলৈৰ এষাৰ উক্তি প্ৰণিধানযোগ্য

> জীৱনৰ প্ৰতিটো আঘাতত সীতাই মাতৃবক্ষৰ দৰে প্ৰকৃতিৰ বুকুত লুটি খাই পৰিছে। শেষ অপমানৰ জ্বালাও প্ৰকৃতিৰ বুকুতে মূৰ থৈ সীতাই লুকুৱাব খোজাত মাতৃবক্ষই লগে লগে সঁহাৰি দি নিজৰ বুকুত সীতাক সাবটি লৈছিল। মানৱ আত্মাৰ লগত শান্তিদাত্ৰী কল্যাণময়ী বিশ্ব-প্ৰকৃতিৰ আত্মাৰ এই অভূতপূৰ্ব সংযোগৰ বতৰাৰে মহাকাব্যৰ প্ৰকৃতিৰ পশ্চাতত চৈতন্যৰ খেলাকে মহাকবিয়ে যেন আৱিষ্কাৰ কৰিছে। [৩৬]

ভাওনিকোঁৱৰ আনন্দচন্দ্ৰ আগৰৱালাৰ পাণেশৈ কবিতাটিৰ মাজেৰে কবিয়ে পাণেশৈ নামৰ এজনী অসহায় কিশোৰীৰ পানীত পৰি আত্মজাহ দিয়াৰ নিদাৰুণ কাহিনী ফুটাই তুলিছে। মাউৰা পাণেশৈয়ে কন্যা স্নেহেৰে তুলি তালি ডাঙৰ-দীঘল কৰা পালক মাক বাপেক আৰু তেওঁলোকৰ পুতেকৰ বিচাৰ-বিবেচনাশূন্য নৈতিকতাবিহীন ইচ্ছাৰ বলিশালৰ পৰা নিজকে মুক্ত কৰি অসীম নীলসাগৰ আৰু অনন্ত-উদাৰ নীল-আকাশৰ তললৈকে ঢাপলি মেলিছে

এইবোৰ ভাবি ৰূপহী পাণেশৈ
ঘৰক আন্ধাৰ কৰি
নীল সাগৰলৈ ঢাপলি মেলিলে
পদুম পাতৰ তৰী। [৩৭]

---

৩৬। বৰদলৈ নিৰ্মলপ্ৰভা    নতুন কবিতা আৰু প্ৰকৃতি
৩৭। বৰা মহেন্দ্ৰ (সম্পা॰)    : অসমীয়া কবিতা চয়ন পাণেশৈ

সাগৰৰ বুকুত পদুম-পাতৰ তৰী বাই থকা পাৰ্ণেশৈক প্ৰলোভিত কৰিবলৈ মাক-বাপেকে বহু চেষ্টা কৰিছে। কিন্তু অন্যায়-অবিচাৰেৰে ভৰা সংসাৰ আৰু কপট হিংসাত উন্মত্ত মানুহৰ স্বৰূপ বুজি পাই অনন্ত-উদাৰ বহল আকাশ আৰু বিস্তৃত নীল সাগৰত ভয়শূন্য আশ্ৰয় পোৱাজনে মানুহৰ প্ৰলোভনৰ ফান্দত দুনাই বন্দী নহয়। সেয়ে মানৱ-সমাজৰ দ্বাৰা অপমানিতা পাৰ্ণেশৈয়ে মানুহৰ হাতত ধৰা নিদি এদিন সমস্ত জ্বালাৰ অৱসান ঘটালে প্ৰকৃতিৰ কোলাত

এদিন পুৱাতে সাগৰ দাঁতিত
এজোপা গছৰ মূলে
দেখিলে মানুহে পাণেশই আই
অনন্ত কাললৈ শুলে। [৩৮]

ৰাজকাৰে, নহয় নগৰ অথবা লোকালয় নহয় প্ৰকৃত শান্তি বিচাৰি পোৱা যায় অৰণ্যত। 'কমতাপুৰ ধ্বংস' কাব্যৰ ৰজা নীলাম্বৰৰ পত্নী ৰাণী সাদৰীৰ মুখেৰে কবি হিতেশ্বৰ বৰবৰুৱাই এই কথা প্ৰকাশ কৰিছে। নিৰ্বাসিতা ৰাণীক প্ৰাসাদলৈ ওভতাই নিবলৈ অহা ৰজাৰ আগত ৰাণী সাদৰীয়ে অৰণ্যৰ শোভা আৰু প্ৰশান্তিৰ কথা এইদৰে ব্যক্ত কৰিছে

এই বনখনি নাথ! সুন্দৰ নগৰ
ইয়াৰ সইতে যেন তুলনা নহয়।
শুৱলা সুৰেৰে পখী কত গান গায়
অপেস্বৰী গাব নেকি পাৰে তেনে গীত?
পাৰে নেকি সেই গীতে মোহিব পৰাণ
পখীৰ গীতত কৰে যিদৰে মোহিত?
*** *** *** *** *** ***
ভাবিলে বনৰ শোভা এনে ভাব হয়
নাযাম উলটি যেন ঘৰলই মই
সংসাৰৰ শোকতাপ নাথাকে মনত
ভালেতো যোগীয়ে নাথ! থাকে অৰণ্যত। [৩৯]

প্ৰকৃততে হিংসা-দ্বেষ খিয়লা-খিয়লিৰে ভৰা ৰাজকাৰেণ্ডৰ পৰা দূৰৈত শান্ত-সমাহিত নিৰ্জন অৰণ্যৰ মাজত থাকি ৰাণী সাদৰীয়ে বিমল আনন্দ লাভ কৰাৰ

৩৮। পূৰ্বোক্ত গ্ৰন্থ
৩৯। বৰবৰুৱা হিতেশ্বৰ — কমতাপুৰ ধ্বংস নৱম সৰ্গ

উপৰি বিচাৰি পাইছে জীৱনৰ প্ৰকৃত শান্তি। সেই কাৰণেই তেওঁ ৰাজকাৰেঙলৈ পুন উভতি যাব খোজা নাই। 'তপস্বী নামৰ আন এটি কবিতাতো কবিয়ে জ্বালা-যন্ত্ৰণাময় সংসাৰ ত্যাগ কৰি তপস্বী জীৱন অতিবাহিত কৰাৰ পৃষ্ঠপোষকতা কৰিছে

'বিষময় সংসাৰৰ বিষম ভাবনা
পৰিত্যাগ কৰি দেৱ! বনৰ মাজত
এনে ইচ্ছা হয় দেৱ! দেখি তযু মুখ
বিষময় সংসাৰৰ তিযাগি ভাবনা
ই ৰূপে প্ৰভুক কৰোঁ নিত'উ অৰ্চ্চনা
নীৰবে বনত ভুলি সংসাৰৰ দুখ। [৪০]

সেইদৰে কবি বৰবৰুৱাই মানৱকণ্ঠত গোৱা সংগীত শুনাৰ প্ৰতি অনীহা প্ৰকাশ কৰিছে আৰু প্ৰকৃতিৰ বিহংগীকণ্ঠৰ মাজত প্ৰকৃত শান্তি পাব বিচাৰিছে। এনে এটি ভাবধাৰাৰ কবিতা হ'ল 'স্বভাৱৰ গীত (ক)।

প্ৰকৃতিৰ কবি ৰঘুনাথ চৌধাৰীৰ বিভিন্ন কবিতাত প্ৰকৃতিৰ প্ৰতি বিভিন্ন দৃষ্টিভংগী মূৰ্ত হৈ উঠিছে। চৌধাৰীৰ ব্যক্তিগত জীৱন আছিল অতি দুখপূৰ্ণ। শৈশৱতে পিৰালিৰ পৰা পৰি ভৰিত দুখ পাই তেওঁ চিৰদিনৰ বাবে ঘূণীযা হয। পাৰিবাৰিক জীৱনতো দুৰ্যোগৰ ক'লা মেঘ নামি আহে। চিৰকুমাৰ চৌধাৰীযে তেওঁৰ প্ৰায সকলোবোৰ কবিতাৰ মাজেৰেই নিঃসংগ জীৱনৰ কাৰুণ্য ফুটাই তুলিছে। এই দিশটোত আলোকপাত কৰি সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে 'কবিয়ে নিজৰ উকা জীৱন ফুল আৰু চৰাইৰ জীৱনৰ নানা ৰঙৰ বৰণ আৰু ছন্দেৰে বোলাবলৈ আকুতি জনাইছে। চৌধাৰীৰ দৃষ্টিত ফুল ফল তৰু-তৃণ গছ-লতিক বিহগ বিহগী আদি সকলোতে ঈশজ্যোতি প্ৰকাশ পাইছে আৰু সেইবোৰ কেৱল সজীৱেই নহয প্ৰেমৰ মূৰ্ত বিকাশ। [৪১] দৰাচলতে সাংসাৰিক জীৱনৰ প্ৰতি বীতশ্ৰদ্ধ কবিযে ফুল চৰাই আদি প্ৰকৃতিৰ উপকৰণসমূহৰ মাজতেই পৰম শান্তি বিচাৰি পোৱাৰ চেষ্টা কৰিছে। একে কাৰণতে কবিযে সংসাৰ পোৰণিত জৰ্জৰিত হোৱা হৃদয়ৰ বেদনা উপশমৰ বাবে প্ৰেমৰ বাৰ্তা দুৱাৰে দুৱাৰে প্ৰচাৰ কৰি ফুৰা 'বিহঙ্গিনী'ৰ লগত শান্তিময প্ৰকৃতিৰ শ্যামল বুকুলৈ উৰি যাব বিচাৰিছে

৪০। শইকীয়া পূৰ্ণানন্দ — হিতেশ্বৰ বৰবৰুৱাৰ কবিমানস তপস্বী
৪১। শৰ্মা সত্যেন্দ্ৰনাথ — অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত

শুনাহে এবাৰ পখী অভাগাৰ বাণী
নালাগে পাৰ্থিব সুখ
নকৰোঁ মনত দুখ
তোমাৰ লগতে উৰি যাও বিহঙ্গিনি!
সদায় বইছে য'ত প্ৰেম-মন্দাকিনী। [৪২]

এনেকৈয়ে ৰোমাণ্টিক কবিয়ে সংসাৰৰ যাতনা আৰু নিপীড়নৰ পৰা আঁতৰি গৈ নীলিম আকাশত মুক্ত চৰাইৰ দৰে চিৰদিন উৰি ফুৰিব বিচাৰিছে। বাস্তৱ জীৱনৰ ৰসহীনতাই তেওলোকৰ মনপখীক বাৰে বাৰে কল্পনাবিলাসী কৰি তুলিছে। শ্যেলীৰ কবিতাতো এই অভিব্যক্তি পৰিস্ফুট

Higher still and higher
From the earth thou springest
Like a cloud of fire
The blue deep thou wingest
And singing still dost soar
And soaring ever singest [৪৩]

চৰাইক উপলক্ষ্য কৰি লিখা কবি চৌধাৰীৰ আন এটি কবিতা কেতেকী চৰাই'ত কবিয়ে লোকালয় এৰি স্বাধীন ভাৱেৰে প্ৰেম-প্ৰীত গাই ফুৰা কেতেকীক মহাসুখী বুলি কৈছে। কেতেকীয়ে ঘূৰি ফুৰা বাধা-বন্ধনহীন প্ৰকৃতিত কোনো অন্যায় অসূয়া নাই অথচ কবিৰ পৃথিবী হিংসা দ্বেষেৰে পৰিপূৰ্ণ। সেয়ে এই সংসাৰক কবিয়ে 'কঠুৱা সংসাৰ বুলি অভিহিত কৰিছে। ভাৰতীয় বৈৰাগ্যমাৰ্গত বিশ্বাসী কবিয়ে এনে কঠুৱা সংসাৰ ত্যাগ কৰি ঐশী সুখৰ বাবে চিৰশান্তিৰ আলয় প্ৰকৃতিৰ লগতেই জন্ম-জন্মান্তৰৰ বন্ধনত আবদ্ধ হ'ব বিচাৰিছে

'সুন্দৰ দুখনি হিয়া নাই ভেদাভেদ
একে ধ্যান একে জ্ঞান
মিলি যাব দুটি প্ৰাণ
কদাপিতো দুজনৰ নহ'ব বিচ্ছেদ। [৪৪]

---

৪২। চৌধাৰী ৰঘুনাথ সাদৰী গোবাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি
৪৩। Palgrave s The Golden Treasury To a Skylark, Lines 6 10
৪৪। চৌধাৰী ৰঘুনাথ : কেতেকী চৰাই

আন এটি কবিতাত কবিয়ে হিৰণ-কিৰণ আভৰণে বিভূষিতা বিৰাট বিশ্বৰ চাৰুচিত্ৰ দেখি চিৰকাল প্ৰকৃতি আইৰ শ্যামল কোলাত শিশুৰ দৰে উমলি থাকিব বিচাৰিছে

'চিৰকাল যেন উমলি ফুৰিম
অজানা শিশুৰ দৰে। [৪৫]

জাগতিক দু খ-যাতনাৰ পৰা অব্যাহতি পাবলৈ অনন্ত প্ৰবাহিনী তটিনীৰ বুকুত আশ্ৰয় লোৱাৰ আকুতি ধ্বনিত হৈছে কবিৰ 'নইৰ বুকুত আৰু 'ফল্গু কবিতাত। 'ফল্গু এটি গতিবেগৰ কবিতা। 'লভিছা অনন্ত গতি অনন্ত উদ্দেশ্যে । এই গতিময় অনন্ত প্ৰবাহক কবিয়ে 'অনন্ত যৌৱনা বুলি অভিহিত কৰিছে। এই গতিয়েই দেৱী সুন্দৰী দয়াৱতী জগত আৰাধ্যা। তেৱেঁই ভৱ বৈতৰণী ৰূপে কবিৰ সন্মুখত ধৰা দিছে। কবিয়ে সেযে অনন্ত সুখধাম ভৱ বৈতৰণীৰূপী ফল্গুৰ বুকুতে আশ্ৰয় লোৱাৰ বাঞ্ছা পোষণ কৰিছে

তোমাৰ অমৃত কোলা শান্তি সুখধাম
দিবানে আশ্ৰয় স্থান পাপী অধমক?
*** *** *** *** *** ***
শান্তিৰ শীতল পাটী কোমল কোলাত
ক্ষন্তেক বিশ্ৰাম দিয়া পাপী সন্তানক। [৪৬]

এইদৰে নিসৰ্গ প্ৰকৃতিৰ প্ৰতি গভীৰ আগ্ৰহ আৰু নিবিড় অনুৰাগ পৰিস্ফুট হৈছিল ৰোমাণ্টিক কবিতাত। ইংৰাজী সাহিত্যত ৰোমাণ্টিকতাৰ পুনৰ্জাগৰণক সেইবাবেই কোৱা হৈছিল Return to Nature। এই ক্ষেত্ৰত অধ্যাপক হৰেন্দ্ৰনাথ দত্তই কোৱা এষাৰ কথা উল্লেখ কৰিব পাৰি প্ৰকৃতিৰ ধৰ্ম অথবা ৰুছোৰ ভাষাত প্ৰকৃতিলৈ ঘূৰি যোৱাৰ প্ৰবৃত্তিৰেই সুন্দৰ অভিব্যক্তি ঘটিল ৰোমাণ্টিক কবিতাত। এফালে জাগতিক প্ৰকৃতিত সৃষ্টিধৰ্মী প্ৰতিভাই নতুন সপোনৰ ঐশ্বৰ্য বিচাৰি পালে আৰু আনহাতেদি মানৱহৃদয়ৰ অনুভূতিসমূহেও স্বচ্ছন্দ গতিত গীতি-কবিতাৰ ৰূপ বন্ধৰ মাজেদি প্ৰকাশৰ বাট বিচাৰি পালে। প্ৰকৃতিৰ বুকুত প্ৰবাহিত আদিম জীৱনধাৰাৰ প্ৰতি কবিসকলৰ দৃষ্টি বিশেষভাৱে আকৰ্ষিত হ'ল। সেই জীৱনৰ মাধুৰ্য অথবা মহত্বক কবিসকলে লিৰিকৰ মাজত সোচ্চাৰ কৰি তুলিলে। [৪৭] অধ্যাপক দত্তৰ কথাখিনি ইংৰাজ ৰোমাণ্টিক কবিসকলৰ দৰেই অসমীয়া ৰোমাণ্টিক কবিসকলৰ ক্ষেত্ৰতো সমানেই প্ৰযোজ্য।

---

৪৫। পূৰ্বোক্ত গ্ৰন্থ : উপমা
৪৬। পূৰ্বোক্ত গ্ৰন্থ ফল্গু
৪৭। দত্ত হৰেন্দ্ৰনাথ ৰোমাণ্টিচিজম্ আৰু গীতি মানস

### ঘ) প্ৰকৃতিৰ গতিশীলতা ঃ

চামে চামে এই পৃথিবীলৈ প্ৰাণী আহিছে আৰু গৈছে। ই এক বিৰামহীন যাত্ৰা। এই যাত্ৰাৰ কোনো শেষ নাই সংসাৰৰ গতিৰ দৰেই বিশ্ব-প্ৰকৃতিৰো গতি অনিৰুদ্ধ। হৰণ-পূৰণ আৰু ভঙা গঢ়াৰ দ্বৈত লীলা-বিলাসেৰে বিশ্ব-ব্ৰহ্মাণ্ডই গতি কৰি আছে। প্ৰকৃতিৰ এই লীলা-বৈচিত্ৰ্যৰ মাজেৰে এই ভঙা-গঢ়াৰ মাজেৰে ছন্দে ছন্দে এক শাশ্বত সনাতন শক্তিৰ অনন্ত নৃত্য ধ্বনিত হৈ উঠিছে। অনাদি-অনন্ত কাল ধৰি শ্ৰান্তিহীন-ক্লান্তিহীন গতিত প্ৰকৃতিয়ে ঢাপলি মেলিছে। অৱশ্যে প্ৰকৃতিৰ এই বিৰামবিহীন প্ৰবাহ সাধাৰণৰ দৃষ্টিত ধৰা নপৰে। কিন্তু সংবেদনশীল চিত্তৰ অধিকাৰীসকলে বিশেষকৈ যিসকলে ঋতুৰে ঋতুৰে নানা বৰ্ণ-গন্ধ বিলাসসমৃদ্ধ প্ৰকৃতিৰ ৰূপ-ঐশ্বৰ্যৰ স্বৰূপ দৰ্শন কৰিবলৈ সক্ষম হয় নান্দনিক দৃষ্টিসম্পন্ন সেই কবিসকলে প্ৰকৃতিৰ মাজত সেই সুৰ সেই ছন্দ বিচাৰি পায।

প্ৰকৃতিৰ এই গতিশীলতাক নতুনকৈ আৱিষ্কাৰ কৰিছিল প্ৰকৃতিপ্ৰেমী ৰোমাণ্টিক কবিসকলে। নিজৰ ক্ষুদ্ৰতা নশ্বৰতা অকপটে প্ৰকাশ কৰি বিশাল আৰু শাশ্বত প্ৰকৃতিক নমস্কাৰ কৰিছিল বাৰে বাৰে। প্ৰাচ্য পাশ্চাত্য উভয় দেশতে প্ৰকৃতিৰ এই গতিশীল ৰূপৰ বৰ্ণনা পোৱা যায়। প্ৰকৃতিৰ এই গতিশীলতাৰ ধাৰণাটো ভাৰতীয় চিন্তাধাৰাত অতি প্ৰাচীন। ঋগ্বেদৰ এটি শ্লোকত পৃথিৱীক 'বিচিত্ৰ গমনশালিনী বুলি কৈ 'জলপূৰ্ণ মেঘক উটুৱাই লৈ যায় বুলি কোৱা হৈছে।[৪৮] ঋগ্বেদৰ দৰেই ঐতৰেয় ব্ৰাহ্মণতো পোৱা যায গতিশীলতাৰ কথা। ঐতৰেয় ব্ৰাহ্মণত থকা এটি গল্পত দেৱতাই ৰোহিতক দিয়া উপদেশৰ মাজেৰে গতিশীল ধৰ্মৰ কথা যথাৰ্থৰূপত ফুটি উঠিছে। ৰাজপুত্ৰ ৰোহিত সুদীৰ্ঘ কাল গৈ গৈ অৱশেষত ক্লান্ত হৈ বিশ্ৰামৰ বাবে যেতিয়া ঘৰৰ পিনে উভতিছে তেতিয়া বাটত তেওঁক বৃদ্ধ ব্ৰাহ্মণবেশী ইন্দ্ৰই ক্ৰমে যি পাঁচোটা সাৰুৱা উপদেশ দিছে তাতেই গতিশীলতা সম্বন্ধে সুস্পষ্ট আভাস পৰিস্ফুট হৈছে। ইন্দ্ৰই ৰোহিতক দিয়া পাঁচোটা উপদেশ হ'ল

১। গৈ গৈ যিজন শ্ৰান্ত হৈ পৰে তেওঁৰ শ্ৰীৰ অৱশেষ নাথাকে হে ৰোহিত এই কথাকেই চিৰদিন শুনিছোঁ। যিজন আগবাঢি গৈ থাকে দেৱতা

---

৪৮। স্তোমাসত্ত্বা বিচাৰিণি প্ৰতি ষ্টোভন্ত্যক্তুভি ।
প্ৰ যা বাজং ন হেষন্তং পেৰুমস্যস্যৰ্জুনি।
(ঋগ্বেদ ৫ ৮৪ ২)

ইন্দ্ৰও তেওঁৰ বন্ধু হৈ লগে লগে যায়। যিজনে আগলৈ যাব নোখোজে তেও শ্ৰেষ্ঠ ব্যক্তি হ'লেও ক্ৰমে নীচ হ'ব ধৰে গতিকে আগবাঢ়া।[৪৯]

২। যিজনে আগুৱাই যায় দেহৰ ফালৰ পৰাও তেওঁৰ অপূৰ্ব শোভা ফুলৰ দৰে প্ৰস্ফুটিত হৈ উঠে। তেওঁৰ আত্মা দিনে দিনে বিকশিত হ'ব ধৰে ইয়েইচোন ডাঙৰ ফল। তাৰ পিছত তেও গৈ থকাৰ মুক্ত পথত তেওঁৰ পাপবোৰ আপোনা আপুনিয়ে অৱসন্ন হৈ পৰে। পাপৰ সমস্যাৰ বাবে অকাৰণে তেওঁৰ মূৰ ঘমাব নালাগে। সেয়ে আগবাঢ়া আগবাঢ়া।[৫০]

৩। যিযে বহি থাকে তেওঁৰ ভাগ্যও বহি থাকে যিযে উঠি থিয় হয় তেওঁৰ ভাগ্যও থিয় হয় যিযে শুই পৰে তেওঁৰ ভাগ্যও শুই পৰে যিযে আগবাঢ়ি যায় তেওঁৰ ভাগ্যও আগুৱাই যায়। গতিকে আগবাঢ়া আগবাঢ়া।[৫১]

৪। টোপনিত থকাটোৱেই কলিকাল সাৰ পালেই দ্বাপৰ উঠি থিয় হ'লেই ত্ৰেতা আগবাঢ়ি যোৱাটোৱেই হ'ল সত্যযুগ গতিকে আগবাঢ়া আগবাঢ়া।[৫২]

৫। আগুৱাই যোৱাটোৱেই অমৃত লাভ গৈ থকাটোৱেই তাৰ মিঠা ফল সৌ চোৱা সূৰ্যৰ আলোক সম্পদ যিযে সৃষ্টিৰ আদিৰে পৰা আগবাঢ়ি

---

৪৯। নানা শ্ৰান্তায় শ্ৰীৰস্তি ইতি ৰোহিত শুশ্ৰুম।
পাপো নৃষদ বৰোজন॰ ইন্দ্ৰ ইচ্চৰত সখা।।
চৰৈবেতি চৰৈবেতি।
(ঐতৰেয ব্ৰাহ্মণ ৭ ১৫ ১)

৫০। পুষ্পিণ্যৌ চৰতো জ ঘে ভূষ্ণুৰাত্মা ফলগ্ৰহি॰
শেৰেহষ্য সৰ্বে পাপ্মান॰ শ্ৰমেণ প্ৰপথে হতা ।।
চৰৈবেতি চৰৈবেতি।
(পূৰ্বোক্ত গ্ৰন্থ ৭ ১৫ ২)

৫১। আস্তেভগ আসীনস্যোধ্বস্তিষ্ঠতি তিষ্ঠত ।
শেতে নিপদ্যমানস্য চৰাতি চৰতো ভগ ।।
চৰৈবেতি চৰৈবেতি।
(পূৰ্বোক্ত গ্ৰন্থ ৭ ১৫ ৩)

৫২। কলি॰ শয়ানো ভৱতি সঞ্জিহানস্তু দ্বাপৰ ।
উত্তিষ্ঠংস্ত্ৰেতা ভৱতি কৃতং সংপদ্যতে চৰন।।
চৰৈবেতি চৰৈবেতি।
(পূৰ্বোক্ত গ্ৰন্থ ৭ ১৫ ৪)

গৈ আছে, এদিনৰ বাবেও টোপনি যোৱা নাই। সেয়ে আগবাঢ়া আগবাঢ়া।[৫৩]

প্ৰকৃতপক্ষে যিটো স্থাৱৰ অৰ্থাৎ স্থাণু (static) তাৰ মাজতেই প্ৰাণশক্তিৰ অভাৱ আৰু প্ৰকৃততে সিয়েই মৃত। মানুহৰ জীৱনতেই হওক অথবা প্ৰকৃতিৰ মাজতেই হওক নাইবা বস্তু জগততেই হওক— এই গতিশীলতাই হ'ল প্ৰাণময়তাৰ একমাত্ৰ কাৰণ। এই গতিশীলতাক যিয়ে নিজৰ জীৱনত ৰূপায়িত কৰিবলৈ সমৰ্থ হয় তেৱেঁই প্ৰকৃত সাৰ্থকজন্মা পুৰুষ। এই গতিশীলতাৰ মাজেৰেই কৰ্ম উদ্যোগী পুৰুষে নিজকে ব্যাপ্ত কৰি ৰাখে বিৰাটক উপলব্ধি কৰে। নিজৰ ক্ষুদ্ৰতাৰ সীমা আৰু সীমাবদ্ধতা পৰিহাৰ কৰি অসীমৰ মহত্ব উপলব্ধি কৰে। সকলো দেশৰ সকলো মহৎ কবিয়েই এই সত্যক আন্তৰিকভাৱে উপলব্ধি কৰিছিল। ৱৰ্ডচৱৰ্থে প্ৰকৃতিৰ জীৱন্ত চলমান সত্তা আৰু ক্ৰিয়াশীলতাৰ কথা তেওঁৰ The Excursion নামৰ কবিতাত ব্যক্ত কৰিছে। ৰবীন্দ্ৰনাথেও যি গতিময় সিয়েই প্ৰাণৱন্ত— এই সত্যৰ নিৰ্দেশ দি গৈছে নানা ঠাইত নানাভাৱে। গতিশীলতা সম্পৰ্কে ফৰাচী দাৰ্শনিক Henry Bergson-ৰ মত হ'ল গতিশীলতাই চৰম আৰু পৰম সত্য। অৰ্থাৎ গতিৰ বাবেই গতি। এই গতিৰ কোনো হেতু নাই কাৰণ নাই লক্ষ্য নাই। তেওঁৰ মতে এই গতি উদ্দেশ্যহীন লক্ষ্যহীন আপোনাতে আপুনি সম্পূৰ্ণ। কিন্তু ৰবীন্দ্ৰনাথৰ গতিশীলতাৰ মাজত আছে দূৰৈত থকা এটি আশ্ৰয়স্থলৰ আভাস। তেওঁৰ যাত্ৰা উদ্দেশ্যহীন যাত্ৰা নহয়। 'অসময় কবিতাটিত তাৰেই ইংগিত ফুটি উঠিছে

তবু একদিন এই আশাহীন পন্থৰে
অতিদূৰে ঘুৰে ঘুৰে শেষে ফুৰাবে।
দীৰ্ঘ ভ্ৰমণ এক দিন হবে অন্তৰে
শান্তি সমীৰ শ্ৰান্ত শৰীৰ জুড়াবে। [৫৪]

অসমীয়া ৰোমাণ্টিক যুগৰ কেবাজনো কবিৰ কবিতাত এই গতি-ধৰ্মৰ কথা অভিব্যক্ত হৈছে। যতীন্দ্ৰনাথ দুৱৰা পদ্মনাথ গোহাঞিবৰুৱা লক্ষ্মীনাথ বেজবৰুৱা ৰঘুনাথ চৌধাৰী নলিনীদেৱী ৰত্নকান্ত বৰকাকতী হিতেশ্বৰ বৰবৰুৱা অম্বিকাগিৰী আদিৰ কবিতাত এই লক্ষণ সুস্পষ্ট। গোহাঞি বৰুৱাৰ প্ৰকৃতি প্ৰাকৃতিক সত্তাৰ

---

৫৩। চৰন বৈমধু বিন্দতি চৰন্ স্বাদুমূদুম্বৰম্।
সূৰ্য্যস্য পশ্য শ্ৰেমাণং যো ন তন্দ্ৰয়তে চৰন্।।
চৰৈবেতি চৰৈবেতি।
(পূৰ্বোক্ত গ্ৰন্থ ৭ ১৫ ৫)

৫৪। ঠাকুৰ ৰবীন্দ্ৰনাথ কল্পনা অসময়

'বিশ্ববীণ' আদি কবিতাত প্ৰকৃতিৰ গতিশীলতাৰ কথা ব্যক্ত কৰা হৈছে। 'বিশ্ববীণ' এটি সাৰ্থক গতিবেগৰ কবিতা। কবিতাটিৰ মৰ্মাৰ্থ হ'ল প্ৰকৃতিৰ বুকুত কোনে জানো সুৰ ধৰিছে। এই অস্পষ্ট সুৰ শুনিবলৈ চৌপাশে পৰ্বতৰ শাৰীবোৰে তবধ লাগি ৰৈ আছে। ডালত পখীটি পৰি ডিঙি দাঙি দাঙি সেই সুৰ শুনাৰ বাবে উদ্‌গ্ৰীব হৈ আছে। নিজান-নিটাল জগত সাৰ-সুৰ নাই গহীন নিজম গুহাই সেই সুৰ শুনি আছে। প্ৰখৰ ইন্দ্ৰিয়-সচেতন আৰু অন্তৰ্দৃষ্টিসম্পন্ন কবিয়ে ক্ৰমে সেই অস্পষ্ট ধ্বনিৰ অৰ্থ বুজি লৈছে। সমস্ত অন্ধকাৰ ভেদ কৰি সৃষ্টিয়ে যেন কথা ক'ব বিচাৰিছে। নিদ্ৰামগ্ন ব্যক্তিয়ে যেতিয়া সপোনত কথা কয় তেতিয়া তেওঁৰ বাণী স্পষ্ট নহয় এটি অব্যক্ত ধ্বনি মাথোঁ গুমৰি গুমৰি উঠে। অন্ধকাৰৰ মাজৰ পৰা সৃষ্টিৰ বীণৰ যি সুৰ শুনা গৈছে সেয়াও যেন সপোনত উচ্চাৰিত বাণীৰ দৰেই অস্পষ্ট। সেই অস্পষ্টতাৰ মাজৰ পৰাই কবিয়ে বুজি পালে এটি কথা— যাৰ অৰ্থ— বিশ্ব সৃষ্টিয়ে যেন কবিক আগলৈ মাতিছে

'মাতে যেন আগলৈ কি জানো কলই
আত্মা উৰিব খোজে।[৫৫]

ৰবীন্দ্ৰনাথ ঠাকুৰেও শুনিছিল নিখিল বিশ্বৰ এই বাণী

'বাজিল ব্যাকুল বাণী নিখিলেৰ প্ৰাণে
হেথা নয় হেথা নয় আৰ কোন খানে।[৫৬]

'বলাকা'ৰ এই কবিতাটোৰ লগত গোহাঞিবৰুৱাৰ কবিতাটোৰ ভাবৰ মিল আছে। ৰবীন্দ্ৰনাথৰ দৰেই গোহাঞিবৰুৱাযো সৃষ্টিৰ এই বীণৰ সুৰ শুনিছে। এই সুৰে কবিৰ বাবে এক সুগভীৰ অৰ্থ কঢ়িয়াই আনিছে

'উত্তাল তৰংগপ্ৰায় সৃষ্টিতত্ত্ব জ্ঞান
দিয়ে গহীন ঝংকাৰে
আকাশ পাতাল জুৰি হিয়াভেদি ভাবে
শুনা প্ৰতিধ্বনি কৰে।[৫৭]

এই প্ৰতিধ্বনিয়ে কবিৰ অন্তৰ্দৃষ্টি খুলি দিছে। সাধাৰণ দৃষ্টিত যিবোৰ নিশ্চল আৰু স্থবিৰ সেই সকলোবোৰকে গতিশীল আৰু প্ৰাণৱন্ত কৰি তুলিলে এই গতিৰ প্ৰতীক বিশ্ববীণৰ সুৰে। অচল পৰ্বত যেন সচল হৈ উঠিল আকাশ-পাতাল আলোড়িত

---

৫৫। পদ্মনাথ গোহাঞিবৰুৱা ৰচনাৱলী ফুলৰ চানেকি বিশ্ববীণ
৫৬। ঠাকুৰ ৰবীন্দ্ৰনাথ বলাকা ৩৬ নং কবিতা
৫৭। পদ্মনাথ গোহাঞিবৰুৱা ৰচনাৱলী ফুলৰ চানেকি বিশ্ববীণ

হ'ব ধৰিলে। বিশ্ব-নিয়ন্তাৰ এই আহ্বানত প্ৰকৃতিৰ সকলোৱে যেন সঁহাৰি দিছে, উলাহতে চামিল হৈছে। কবিতাটোৰ প্ৰথমতে বিশ্বপ্ৰকৃতিত এটি স্বপ্নময় আবেশ দেখা দিছিল। তাৰ মাজৰ পৰাই ভাহি আহিল বিশ্ববীণৰ সুৰ— এটি বেদনাৰ টৌ। এই আকুতি সুদূৰলৈ যোৱাৰ আহ্বান। এই ব্যাকুল বাণীয়ে আগলৈ মাতে

'মাতে যেন আগলৈ
কিজানো কলই
আত্মা উৰিব খোজে
মুখত নুফুটে কথা নিৰলে শুনিয়ে
হায়। কি জানো কি বুজে।[৫৮]

শ্যেলীৰ এটি তাৎপৰ্যময় স্তৱকৰ মাজেৰেও ব্যক্ত হৈছে একে ভাবৰে ব্যাকুলবাণী

The desire of the moth for the star
Of the night for the morrow
The devotion to something afar
From the sphere of our sorrow?[৫৯]

চন্দ্ৰধৰ বৰুৱাৰ ধূলিকণা মই এটি গতিবেগৰ কবিতা। বিশ্ব সংসাৰখনেই যে গতিশীল প্ৰাণচঞ্চল তাক গভীৰ অন্তৰ্দৃষ্টিসম্পন্ন কবিয়ে উপলব্ধি কৰিব পাৰিছে। গ্ৰহ-নক্ষত্ৰ চন্দ্ৰ-সূৰ্য গছ-লতা দিন-ৰাতি বায়ু-মাটি সকলোৱে বিৰাট বিশ্ব প্ৰকৃতিৰ লগত অবিশ্ৰান্তভাৱে দৌৰি আছে গতিৰ তালে তালে। এই গতিশীল বিৰাট বিপুল বিশ্বৰ তুলনাত মানুহৰ সত্তা একেবাৰেই নগণ্য— এটি ধূলিকণাৰেই সমান। সেয়ে এনে তুচ্ছ আৰু ক্ষুদ্ৰ সত্তাৰ অবিহনে বিশ্ব সংসাৰ কেতিয়াও বৈ নাথাকে ক্ষণিকৰ বাবেও স্তব্ধ হৈ নাযায় আগৰ দৰেই— একেদৰেই মাথোঁ গৈ থাকিব আগলৈ

'মই মৰিলেও দিন গ'লে ৰাতি হ'ব
জোন বেলি ওলায়ে থাকিব
গছত ফুলিব ফুল বতাহ বলিব
নিজ বাটে নক্ষত্ৰ ঘূৰিব।[৬০]

---

৫৮। পূৰ্বোক্ত গ্ৰন্থ

৫৯। Palgraves The Golden Treasury One word is too often profaned Lines 13 16

৬০। নেওগ মহেশ্বৰ (সম্পা°) সঞ্চয়ন ধূলিকণা মই

অখণ্ড কাল চেতনাও গতিধৰ্মৰে আন এটি দিশ। কাল অনাদি আৰু অনন্ত সৃষ্টিও আদি অন্তহীন। কাল গতিহীন হৈ পৰাৰ আৰু বিশ্ব পৰিবৰ্তনহীন হৈ পৰাৰ কথা সপোনৰো অগোচৰ। নৈৰ সোঁতৰ দৰেই এই সময় প্ৰবহমান। কাল সমুদ্ৰই কাকো ৰৈ থাকিব নিদিয়ে সকলোকে উটাই-বুৰাই লৈ যায়। নিজৰ সুকীয়া অস্তিত্ব বুলি কাৰো একোৱেই নাই। সকলোৱে বিশ্ব প্ৰকৃতিৰ এই অনন্ত সোঁতত উটি যোৱা জাঁজিসদৃশ। কবি হিতেশ্বৰ বৰবৰুৱাৰ কবিতাত চলমান সংসাৰসোঁতৰ ৰূপ এইদৰে ফুটি উঠিছে

যোৱা উটি যোৱা বন। তোমাৰ দৰেই
আমিওতো আছো উটি কাল সমুদ্ৰত।
কত দূৰ যাব আৰু লাগিব সোতত
উটি বুৰি তোমাদৰে জানিছে কালেই।।
নোহোৱা কেৱল তুমি উটিছা সোতত
কালৰ সোতত উটে গোটেই জগত।। [৬১]

বিশ্ব প্ৰকৃতিৰ মাজত অখণ্ড কাল চেতনা আৰু গতিশীলতা উপলব্ধি কৰিছে ৰঘুনাথ চৌধাৰীযেও। তেওঁৰ 'ফল্গু 'নইৰ বুকুত 'বৰ্ষা আদি কবিতাত প্ৰকৃতিৰ গতিশীল ৰূপ ফুটি উঠিছে। চৌধাৰীৰ প্ৰকৃতি চেতনা বহু পৰিমাণে ভাৰতীয় ঐতিহ্যৰেই প্ৰতিধ্বনি। ভাৰতীয় কবিসকলে বেদ উপনিষদৰ দিনৰ পৰাই মেঘ আৰু বষাৰ বন্দনা গান গাই আহিছে। কালিদাসৰ ঋতু সংহাৰ'ত বৰ্ষাৰ বৰ্ণনা আছে। বিদ্যাপতিৰ বিশেষ পক্ষপাতিত্ব আছিল বষাৰ প্ৰতি। ৰবীন্দ্ৰনাথেও বৰ্ষাক গুৰুত্ব দিছিল। ৰবীন্দ্ৰনাথে বৰ্ষাৰ শ্যামগম্ভীৰ ৰূপৰ বৰ্ণনা দাঙি ধৰিছে এনেদৰে

ওই আসে ওই অতি ভৈৰব হৰযে
জলসিঞ্চিত ক্ষিতিসৌৰভৰভসে
ঘনগৌৰবে নবযৌবনা বৰষা
শ্যামগম্ভীৰ সৰসা। [৬২]

কবি চৌধাৰীযো বৰ্ষাৰ প্ৰতি অতিশয় অনুৰক্ত আছিল। তেওঁৰ মতে বৰ্ষাৰ আগমনত এই ধূলি মলিন ধৰণীযে যেন অবগাহন কৰি নতুন সেউজী বেশ ধাৰণ কৰে। গছৰ পাতে বৰ্ষাৰ আগমনত বৰণ সলায প্ৰাণ পায। মাটি হয উৰ্বৰ।

৬১। শইকীয়া পূৰ্ণানন্দ — হিতেশ্বৰ বৰবৰুৱাৰ কবি মানস উটি যোৱা বন
৬২। ঠাকুৰ ৰবীন্দ্ৰনাথ — বৰ্ষামংগল

আকাশ-বতাহো সজীৱ আৰু ৰসযুক্ত হয়। মানুহৰ মনো ৰঙে-ৰসে ভৰপূৰ হয়। সেইবাবেই বৰ্ষাৰ লগত এটি স্বৰ্গীয়ভাব যুক্ত কৰি কবিয়ে 'বৰ্ষা' কবিতাটো ৰচনা কৰিছে। কালিদাসে বৰ্ষাৰ বাহ্য সৌন্দৰ্য আৰু প্ৰমত্ততাত মুগ্ধ হৈছিল। চৌধাৰীয়ে প্ৰকৃতি বৰ্ণনাত মাথোঁ বাহিৰৰ দিশটো দেখিয়েই কেতিয়াও সন্তুষ্ট হ'ব পৰা নাই। জড় প্ৰকৃতিৰ অথবা বাহ্য ঐশ্বৰ্যৰ দিশটো অৱশ্যে কবিৰ উপলব্ধিৰ সীমাৰ পৰা বাহিৰত থকা নাই। তদুপৰি মানৱমনৰ ওপৰত ঋতু আদি নিসৰ্গ ঘটনাৰ প্ৰভাৱে যি আলোড়নৰ সৃষ্টি কৰিছে, তাকো তেওঁ ৰূপায়িত কৰিছে নানা কবিতাৰ মাজেৰে।

'বৰ্ষা' কবিতাটিত বৰ্ণিত বৰ্ষা চৌধাৰীৰ বাবে মাথোঁ নৈসৰ্গিক ঘটনা নহয়। ই যুগ যুগ ধৰি কটিযাই অনা এক জীৱন্ত ৰসেৰে ভৰপূৰ শান্তি প্ৰদায়িনী চিৰকল্যাণময়ী আনন্দপ্ৰবাহ। এই বৰ্ষা এটি স্বতন্ত্ৰ আপোনা আপুনি সম্পূৰ্ণ হোৱা ঘটনা নহয়। ইয়াৰ লগত জড়িত হৈ আছে অতীতৰ বহু স্মৃতি আনন্দ আৰু ঐতিহ্যৰ ইতিকথা। মানুহ আৰু জীৱ-জগতৰ সকলোৰে আশা আকাংক্ষা আৰু জীয়াই থকাৰ কামনা-বাসনাৰঞ্জিত গভীৰ প্ৰত্যাশা। সেইবাবেই 'বিবিধ বিহঙ্গে কৌটি কৌটি কণ্ঠে'ৰে বৰ্ষাৰ গতিধাৰাৰ মহিমা গীত গাই বৰ্ষাক স্বাগত জনায়। হ্ৰদৰ পাৰত আৱেগভৰি দাদুৰিয়ে গীত গায। প্ৰাণ প্ৰাচুৰ্যৰে ভৰা গতিশীল প্ৰকৃতিৰ প্ৰাঞ্জল ৰূপ ফুটি উঠিছে 'বৰ্ষা' কবিতাত।

'নইৰ বুকুত' কবিতাটিত নদীৰ প্ৰতীকেৰে কবিয়ে অনন্ত কাল প্ৰৱাহৰ কথাকেই ব্যক্ত কৰিছে। কাল নিৰবধি। বিশ্ব সংসাৰ চলমান। কাল-প্ৰৱাহৰ লগতে নিৰৱচ্ছিন্নভাৱে মিহলি হৈ আছে জীৱনপ্ৰৱাহ

'কত যুগ যুগান্তৰ স্মৃতি বুকে লই
কুলু কুলু বইছে তটিনী
অস্ফুট ধ্বনিৰে আহা কিবা সুমধুৰ
গায় এটি জীৱন ৰাগিণী।' ৬৩

এই যি অনন্ত প্ৰৱাহ, ইয়াৰ অন্ত যে ক'ত সেই কথা কোনেও নাজানে। মাথোঁ এই কাল-প্ৰৱাহত জীৱ-জগতৰ সকলোৱেই এটি এটিকৈ মিলি গৈ আছে। অনন্ত এই সোঁতৰ বিশ্ব-প্ৰকৃতিৰ এই গতিধাৰাৰ ছেদ পৰা নাই— ই বৈ আছে ঠিক যেন কুলু কুলু তানেৰে বৈ যোৱা তটিনীৰ দৰেই। জগতৰ প্ৰাণী মাথোন এই অনন্ত বিশ্ব সংসাৰৰ সোঁতত ভাহি যোৱা জাঁজৰিহে। তথাপি চৌধাৰীৰ গতিৰো এটি লক্ষ্য আছে, এটি উদ্দেশ্য আছে

---

৬৩। চৌধাৰী ৰঘুনাথ সাদৰী নইৰ বুকুত

অনন্ত বাসনা প্ৰেম বুকে বান্ধি লই
লভিছা অনন্ত গতি অনন্ত উদ্দেশ্যে। [৬৪]

'অনন্ত উদ্দেশ্য'ই হ'ল চৌধাৰীৰ লক্ষ্যস্থান।

শ্ৰেষ্ঠ গীতিকবি যতীন্দ্ৰনাথ দুৱৰাৰ কবিতাতেই আটাইতকৈ স্পষ্টৰূপে গতিবেগ স্পন্দিত হৈছে। 'বনফুল'ৰ অন্তৰ্গত 'শিলটিৰো সপোন ভাঙিল এটি উৰি যোৱা ৰাজহাঁহলৈ সোণোৱালী দেশ আদি কবিতাত কবিৰ আশাবাদী জীৱনৰ চলন্ত ইতিহাস বিবৃত হৈছে। গতিশীল বিশ্বত একে ঠাইতে জড়ৰ দৰে পৰি থকাৰ অৰ্থ নাই। সেয়ে কবিয়ে আহ্বান জনাইছে

উৰি যোৱা উৰি যোৱা আৰু কত পৰ
ৰবা এই বিলৰ মাজত। [৬৫]

দুৱৰাযো নিৰ্দিষ্ট লক্ষ্য আৰু উদ্দেশ্য আগত ৰাখিহে আগবাঢ়িছে

'উৰি যোৱা আকাশত বগা পাখি মেলি
লগৰীৰ মৰমে মাতিছে। [৬৬]

সন্দেহ নাই যে এই লগৰীয়েই প্ৰকৃতিৰ সুন্দৰ ৰূপৰ মাজত বিৰাজিত অৰূপ আৰু ইয়েই কবিৰ অন্তিম লক্ষ্যস্থল। দুৱৰাৰ কবিতাৰ গতিধৰ্মিতাৰ বিষয়ে সমালোচক বিৰিঞ্চি কুমাৰ বৰুৱাই লিখিছে

> স্থূল বস্তু সৌন্দৰ্যৰ পৰা ভূমাৰ সৌন্দৰ্য বিৰাম বিহীনভাৱে অন্বেষণ সন্ধিযা জিলিকা সুদূৰ দেশৰ উদ্দেশ্যে অন্তহীন গতি (এই বাটে নাহিবা দুনাই)— এয়ে দুৱৰাৰ কবিতাৰ দাৰ্শনিক পৰিচয়। নদী নাও নাৱৰীয়া— এই প্ৰতীকত্ৰয়ৰ সহায়ত কবিয়ে জীৱনৰ গতিধৰ্মৰ (বৌদ্ধ ধৰ্মৰ universal flux) ইংগিত দিছে। নদীৰ নিৰৱচ্ছিন্ন গতিসোঁতত নাৱৰীয়াই জীৱন নাও মেলি দিছে দুৱৰাৰ কবিতা সোণোৱালী দেশৰ পিনে অবিৰত যাত্ৰাৰ কাহিনী। [৬৭]

এইদৰেই যতীন্দ্ৰনাথ দুৱৰাই অৰূপ দৰ্শনৰ স্বৰূপ বিচাৰি গতি কৰিছে সোণোৱালী দেশৰ উদ্দেশ্যে— য'ত সুখ-দুখময় বাস্তৱ জীৱন-প্ৰীতিৰ পৰিবৰ্তে কবিজীৱনত উদিত হ'ব মাথোঁ ভূমাৰ বিশালতা।

---

৬৪। পূৰ্বোক্ত গ্ৰন্থ ফম্ভু
৬৫। পূৰ্বোক্ত গ্ৰন্থ
৬৬। পূৰ্বোক্ত গ্ৰন্থ
৬৭। পূৰ্বোক্ত গ্ৰন্থ পাতনি

এনেকৈয়ে প্ৰকৃতিৰ মাজত প্ৰাণ চাঞ্চল্য আৰু জীৱন লক্ষণ ফুটি উঠিছে অসমীয়া ৰোমাণ্টিক কবিতাত। ঋতুৱে ঋতুৱে আনি দিয়া প্ৰকৃতিৰ বাৰেবৰণীয়া বিবৰ্তিত ৰূপ মানৱৰ হাঁহি-কান্দোন দু খ বেদনা আৰু আনন্দ উল্লাস মিহলি হৈ যোৱা বিশাল প্ৰকৃতিৰ পটভূমি প্ৰাণৰ স্পন্দনেৰে মুখৰিত হৈ থকা প্ৰকৃতিৰ গতিশীলতা— এইবোৰে ৰোমাণ্টিক কবিসকলক প্ৰকৃতিৰ সৈতে একাত্মতা উপলব্ধিত অৰিহণা যোগাইছিল আৰু আন্তৰিকতাৰে কবিসকলে এই বিচিত্ৰ অভিজ্ঞতাৰ স্বৰূপ বৰ্ণনাতো ব্ৰতী হৈছিল।

## ২। নাৰীপ্ৰেম

নাৰী আৰু পুৰুষ— উভয়ৰ প্ৰতি উভয়ৰ আকৰ্ষণ প্ৰকৃতিৰ আদিম ৰহস্য সৃষ্টিতত্ত্বৰ অন্তৰ্গত। স্ত্ৰী পুৰুষৰ এই আকৰ্ষণত অভাৱনীয় মানসিক আৱেগ আৰু মানৱিক মহিমা যুক্ত হৈ প্ৰেমক মহিমামণ্ডিত কৰি তুলিছে। দেশে দেশে কালে কালে সাহিত্যত এই প্ৰেমৰেই অপূৰ্ব ব্যঞ্জনাময় অভিব্যক্তি সম্ভৱ হৈ আহিছে। প্ৰকৃততে প্ৰেম-সৰ্বস্বতাই সাহিত্যৰ পৰিধি ব্যাপৃত কৰি ৰাখিছে। কেতিয়াবা এই প্ৰেম হাহি-অশ্ৰু মান অভিমানৰ ছঁয়ামায়া ৰূপ লৈ উপস্থিত হয় কেতিয়াবা ই কামনাৰ ৰঙেৰে উজ্জ্বল হৈ দেখা দিয়ে আৰু কেতিযাবা ই মানৱ হৃদয়ৰ অন্তৰ্বেদনাৰ বাণীবাহক হৈ উঠে। বৃহত্তৰ জীৱন আৰু ব্যক্তিহৃদয়ৰ দ্বন্দ্বত প্ৰেমৰ ভাস্বৰ মূৰ্তি উজলি উঠে আৰু এক সুদূৰপ্ৰসাৰী গভীৰ ভাবৰ বাহক হৈ ই শাশ্বত ৰূপ লাভ কৰে।

প্ৰেমৰ সমৃদ্ধি আৰু বিপুলতাৰ নিদৰ্শন পোৱা যায় অসমীয়া ৰোমাণ্টিক কবিতাত। হৃদয়ৰ আন্দোলন আনন্দ বেদনা বিৰহ-মিলন মান-অভিমান ৰোহ ঈৰ্ষা স্মৃতি-ৰোমন্থন আৰু উদ্বেগ-আকুলতাৰ বিচিত্ৰ সূক্ষ্ম অনুভূতিৰ মুহূৰ্তবোৰৰ বৰ্ণনা আছে অসমীয়া প্ৰেম-কবিতাত। অসমীয়া ৰোমাণ্টিক কাব্যৰ এই প্ৰেমভাবনা পাশ্চাত্য প্ৰেম-কবিতাৰ আদৰ্শত যিদৰে আধাৰিত সেইদৰে প্ৰাচীন আৰু মধ্যযুগীয় ভাৰতীয় প্ৰেম-সাধনাৰ পবিত্ৰ দীপশিখাৰ আলোকেৰেও ই উদ্ভাসিত। ভাৰতীয় ঐতিহ্য-অনুস্যূত প্ৰেম-সাধনাৰ পোহৰ আৰু প্ৰজ্ঞাৰে অসমীয়া কবিতা অম্লান উজ্জ্বল। মানুহৰ মৰ্মকোষত যি ৰহস্য-গভীৰ আন্তৰ-ব্যঞ্জনা সংগুপ্ত হৈ থাকে তাৰেই অমিত মাধুৰ্য অম্লান ৰূপ প্ৰসন্ন ঔদাৰ্য অসমীয়া কবিতাত প্ৰতিভাত হোৱা দেখা যায়।

ভালপোৱাৰ ৰংঘৰত ডাঙৰ দুটি বিভাগ— এটি ভাবৰ আনটো দেহ তৃষ্ণাৰ। এই দুটি ধাৰা অসমীয়া কবিতাতো দৃষ্ট হয়। ৰস সাৰ্থকতাৰ স্তৰে স্তৰে স্পন্দিত হৈ উঠা মানস প্ৰেম-সত্তা যিদৰে সূক্ষ্মাতিসূক্ষ্ম অনুভূতিৰ ব্যঞ্জনাৰে মুখৰিত সেইদৰে মানৱ প্ৰকৃতিৰ দেহ-কামনাৰ অমোঘ বিধানো অসমীযা ৰোমাণ্টিক কবিতাত কিছু পৰিমাণে স্বীকৃত। প্ৰকৃততে এই আকাংক্ষা সহজাত শাশ্বত ইযাক অস্বীকাৰ কৰাৰ উপায় নাই। কিন্তু উন্মত্ত তৃষ্ণাৰ্ত আদিমতাৰ ৰূপায়ণত অসমীয়া ৰোমাণ্টিক কবিসকলৰ মাজত স্বাভাবিক কুণ্ঠা দেখা যায। সেযে তেওলোকে প্ৰেমক জৈৱ প্ৰবৃত্তিৰ সমস্যাসংকুল আৰু উত্তাল আৱৰ্তত নিমজ্জিত কৰি বিভ্ৰান্ত হ'বলৈ দিব খোজা নাই। এইবোৰৰ উৰ্ধ্বত উঠাৰ মানুহৰ যি অদম্য শুভবাসনা আছে তাকেই প্ৰাণৰসেৰে পুষ্ট কৰি প্ৰেমৰ সৌকুমাৰ্য প্ৰকাশ কৰিব বিচাৰিছিল বেছিভাগ অসমীয়া কবিযে। এওলোকৰ প্ৰেম সম্পৰ্কীয দৃষ্টিভংগীৰ বিষয়ে সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে

> তেওলোকৰ দৃষ্টিত প্ৰণযৰ সাৰ্থকতা মিলন বা সম্ভোগ নহয় দুষ্প্ৰাপ্য প্ৰণয়িনীক লাভৰ প্ৰচেষ্টাতহে। কাল্পনিক প্ৰিযাৰ অংগ শোভাৰ বৰ্ণনা বিশ্ব প্ৰকৃতিত প্ৰিয়াৰ ৰূপদৰ্শন বিৰহৰ গৌৰৱ আদি ভাবেৰে এই কালৰ প্ৰণয কবিতা ৰঞ্জিত। [৬৮]

প্ৰেম সৰ্বগ্ৰাসী নহ'লেও ইযাৰ গতিপথ ঋজু নহয় বিচিত্ৰ আৰু জটিল। মানুহৰ মনৰ গহনত আছে অনন্ত তৃষ্ণা অশান্ত কামনা। এইবোৰৰ অমোঘ প্ৰভাৱে প্ৰেমাভিব্যক্তিক কৰি তোলে জটিলতৰ। তদুপৰি কবিসকলৰ কবি মানস যিদৰে সুকীয়া সুকীযা সেইদৰে তেওলোকৰ পৰিবেশো বৈচিত্ৰ্যপূৰ্ণ। সেযে বিভিন্ন বিচিত্ৰ পৰিপ্ৰেক্ষিতত ৰচিত প্ৰেম-কবিতাৰ অভিব্যক্তিও জটিল হৈ পৰাটো স্বাভাৱিক। অসমীয়া নাৰীপ্ৰেমৰ কবিতাত নিম্নোদ্ধৃত বৈশিষ্ট্যসমূহ সততে লক্ষ্য কৰা যায়

## (ক) নাৰীৰ দেহ-সৌন্দৰ্যৰ প্ৰতি অনাবিল দৃষ্টি

নাৰীপ্ৰেম সম্বন্ধীয কবিতাৰ প্ৰায়ভাগেই নাৰীৰ দেহ-লাৱণ্যৰ প্ৰতি পুৰুষৰ গভীৰ আকাংক্ষাৰ বাণী উচ্চাৰিত হৈছে। এই জাতীয় কবিতাত দেহ চেতনা তীব্ৰ যদিও সমুচিত হৃদয়াৱেগ আৰু ৰূপ সৌন্দৰ্যৰ স্নিগ্ধতাৰে এইবোৰ সুৰভিত। কেতিযাবা এই নাৰী সৌন্দৰ্য সম্পূৰ্ণ কাল্পনিকৰূপে কেতিয়াবা ই প্ৰকৃতিৰ লগত অভিন্নৰূপে আৰু কেতিযাবা ই প্ৰকৃতিৰ ওপৰত আধাৰিত হৈ প্ৰকাশ পাইছে। সৌন্দৰ্যপিপাসু কবি চন্দ্ৰকুমাৰ আগৰৱালাৰ 'মাধুৰী এই ধাৰাৰ এটি অনবদ্য প্ৰেমৰ কবিতা।

৬৮। শৰ্মা সত্যেন্দ্ৰনাথ অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত

কবিতাটিত কবিয়ে এগৰাকী কাল্পনিক কিশোৰীৰ সৌন্দৰ্য বিভিন্ন দৃষ্টিকোণৰ পৰা অৱলোকন কৰিছে। সৌন্দৰ্যৰ শ্ৰেষ্ঠত্ব অৰ্ধবিকাশত পূৰ্ণবিকাশত নহয়।[৬৯] বংকিমচন্দ্ৰৰ 'দলনী'ৰ ফোটে ফোটে ফোটেনা ৰূপ চিত্ৰণৰ দৰেই আগৰৱালাৰ মাধুৰী ফুঁটো-নুফুটোকৈ ফুঁটি আছে। বিদ্যাপতিৰ বয় সন্ধিৰ[৭০] ৰাধাৰ দৰেই তাই প্ৰথম কৈশোৰত ভৰি দিছে। বাল্য আৰু যৌৱন দোমোজাৰ দেহ আৰু মন দ্বিধাদ্বন্দ্বত জড়িত হৈ থাকে। চঞ্চল মনৰ লগত থাকে চঞ্চল দেহৰ সংঘাত। ক'ৰবাত দেহে যৌৱনৰ দুৱাৰডলিত আহি যৌৱনক আঘাত কৰে অথচ কিশোৰীমনৰ তন্দ্ৰা তেতিয়াও আতৰি নাযায়। ক'ৰবাত মন যৌৱনৰ পুলকত উন্মেষিত হয় কিন্তু দেহত যৌৱনৰ পৰিপুষ্টি নঘটে। এই অপূৰ্ব অৱস্থাৰ বৰ্ণনাই বিবৃত হৈছে 'মাধুৰী কবিতাত। মাধুৰী কিশোৰী হ'লেও যুৱতীতকৈ বেছি ধুনীয়া। বংকিমচন্দ্ৰই 'ৰজনী উপন্যাসত অমৰনাথৰ মুখেৰে কিশোৰী 'লবঙ্গ'ৰ যি বৰ্ণনা দাঙি ধৰিছে তাত যুৱতীতকৈ কিশোৰীৰ সৌন্দৰ্যৰ অধিক মহিমা অভিব্যক্ত হৈছে

> লবঙ্গ কলিকা ফোট ফোট হইয়াছিল। চক্ষেৰ চাহনি চঞ্চল অথচ ভীত হইযা আসিয়াছিল— উচ্চ হাস্য মৃদু এবং ব্ৰীডাযুক্ত হইযা উঠিযাছিল— দ্ৰুতগতি মন্থৰ হইযা আসিতেছিল। আমি মনে কৰিতাম এমন সৌন্দৰ্য কখনো দেখি নাই— এ সৌন্দৰ্য যুৱতীৰ অদৃষ্টে কখন ঘটেনা। বস্তুতং অতীত শৈশৱ অথচ অপ্ৰাপ্ত যৌৱনাৰ সৌন্দৰ্য অস্ফুটবাক শিশুৰ সৌন্দৰ্য ইহাই মনোহৰ— যৌবনেৰ সোন্দৰ্য তাদৃশ নহে। যৌবনে বসন ভূষণেৰ ঘটা হাসি-চাহনিৰ ঘটা— বেণীৰ দোলনি বাহুৰ বলনি গ্ৰীবাৰ হেলনি কথাৰ ছলনি যুবতীৰ ৰূপেৰ বিকাশ একপ্ৰকাৰ দোকানদাৰি। আৰ আমৰা যে চক্ষে সে সৌন্দৰ্য দেখি তাহাও বিকৃত। যে সৌন্দৰ্য উপভোগ ইন্দ্ৰিয়েৰ সহিত সম্বন্ধযুক্ত চিত্তভাবেৰ সংস্পৰ্শমাত্ৰ নাই, সেই সৌন্দৰ্যই সৌন্দৰ্য।[৭১]

মাধুৰীৰ ওঠতে লাগি থকা মিচিকিয়া হাঁহি, ছলছলীয়া চকু আধাবন্ধা খোপা কেৰাহিকৈ চোৱা আদি প্ৰতিটো অভিব্যক্তিয়েই সৌন্দৰ্যৰ একো একোটি নিপুণ ভাস্কৰ্য। বিদ্যাপতিৰ এটি পদত আছে এনে ধৰণৰ এক চিত্ৰাৰ্পিত অভিব্যক্তি

---

৬৯। Heard melodies are sweet, but those unheard are sweeter
(Forman H B (ed) The Poetical Works on John Keats Ode On a Grecian Urn Lines 11 12

৭০। বাল্য আৰু যৌৱনৰ সন্ধি (মিলন)-কে 'বয়ংসন্ধি বোলা হয় (বাল্য যৌৱনয়োং সন্ধিৰ্বয়ং সন্ধিৰিতীৰ্য্যতে— উজ্জ্বলনীলমণি উদ্দীপন বিভাব প্ৰকৰণম্ শ্লোক—১০)

৭১। বংকিম ৰচনাৱলী—১ম খণ্ড ৰজনী

'সুনইত ৰস কথা থাপয় চীত।
জইসে কুৰঙ্গিণী সুন এ সঙ্গীত।। [৭২]

যৌৱন চেতনাত প্ৰেমৰ কথা শুনিবলৈ খুবেই ইচ্ছা হয় কিন্তু কিশোৰীৰ লাজ আৰু সংকোচে সেই ইচ্ছাক প্ৰকাশ কৰিব নিদিয়ে। 'মাধুৰী'ৰ ভৰি দুখনি অগা পিছা হোৱাৰ কালিদাসৰ উমাৰ 'ন যযৌ-ন তস্থৌ অৱস্থা হোৱাৰ আৰু বিদ্যাপতিৰ বয় সন্ধিৰ ৰাধাৰ 'ৰস কথা শুনিব বিচাৰিও শুনিব নোৱৰাৰ কাৰণ একেটাই। অধ্যাপক শংকৰী প্ৰসাদ বসুই বয় সন্ধিৰ ৰাধাকেই সৌন্দৰ্যৰ ৰাধিকা বুলি অভিহিত কৰিছে। [৭৩] চন্দ্ৰকুমাৰৰ মাধুৰীও অনন্ত সৌন্দৰ্যৰ প্ৰতীক যি সৌন্দৰ্য সৰ্বজয়ী কামনা-বাসনাৰ অতীত স্বৰ্গীয়। এই মাধুৰীয়েই কবিৰ মানস প্ৰতিমা।

পাশ্চাত্য কাব্যৰ ৰোমাণ্টিক আৱেগ সংস্কৃত আৰু মধ্যযুগীয় সাহিত্যৰ প্ৰেমানুভূতিৰ অনুসৃতি বেজবৰুৱাৰ কবিতাত অনুৰণিত হোৱা দেখা যায়। তেওঁৰ কবিতাত ৰূপ সৌন্দৰ্যময় প্ৰেমৰ নিপুণ শিল্পায়ন ঘটিছে। মানৱিক কামনা-বাসনাৰ মাজতো কৱিয়ে সংযম আৰু সৌন্দৰ্য আৰোপ কৰিছে। বেজবৰুৱাৰ কবিতাত ইন্দ্ৰিয়ানুভূতি আছে যদিও ই স্থূলতা আৰু লালসাৰ দ্বাৰা অৱৰুদ্ধ হৈ থকা নাই। কবিৰ 'মালতী এটি সৌন্দৰ্যমদিৰ নিটোল প্ৰেমৰ কবিতা। ধাৰণা হয় যেন কবি বেজবৰুৱাৰ কবিমানস বহুদিন ধৰি যি প্ৰেম সৌন্দৰ্য অনুৰাগ আৰু আদৰ্শ কল্পনাৰে ৰঞ্জিত হৈ আছিল সিয়েই মন্ময়তা মুক্ত হৈ মালতীৰ ৰূপ ধাৰণ কৰিছে আৰু সকলো সুষমাক বিৰাট বিশাল অনন্ত উদাৰ প্ৰকৃতিৰ পটভূমিত ব্যক্ত কৰি তাক সাৰ্বভৌম ৰূপ প্ৰদান কৰিছে। ইয়াৰ মাজত কবি-কল্পনাৰ সকলো উপাদান কবিৰ বিশ্বচেতনাৰ অসীম অনুভৱ ৰূপমুগ্ধতা আৰু প্ৰণয়াৱেশ সকলোখিনিয়েই আছে। কবিয়ে অপূৰ্ব শিল্প নৈপুণ্যৰ বলত তেওঁৰ ৰূপ-লখিমীক নিখিল প্ৰেমৰ মৰ্ম-শতদলৰ এটি পাহিত প্ৰতিষ্ঠা কৰিছে। বিশুদ্ধ সৌন্দৰ্যৰ স্থান জাগতিক সকলো শুভাশুভৰ উৰ্ধ্বত। সেয়া প্ৰকৃতিৰ দৰেই মানৱ নিৰপেক্ষ অথচ মানৱ-ঘনিষ্ঠ এক স্বতন্ত্ৰসত্তাৰ অধিকাৰী। অতি আচৰিত ৰূপ সৃষ্টিত অৱয়ৱ গঠনৰ অনবদ্যতাত আৰু ভাবব্যঞ্জনাৰ অপূৰ্ব সংগীতত কবিতাটিয়ে কাব্য লখিমীৰ শ্ৰেষ্ঠ প্ৰসাদ অৰ্জন কৰিছে। 'মালতী যেন যৌৱন স্বপ্নবৃন্তত ফুলি উঠা ৰূপ-ৰক্তিম অপৰূপ পুষ্প বিকাশ। পুৱাৰ ৰ'দত চিকমিক কৰা লুইতৰ বালি আকাশত উৰি যোৱা বগলীজাকৰ লালি কঁহুৱা বনৰ কঁপনি পানীত ফটিকৰ জোল— ইত্যাদি হৈছে মালতীৰ ৰূপ যৌৱনে কবিৰ

৭২। বসু, কাঞ্চন (সম্পা°) : জয়দেৱ-বিদ্যাপতি-চণ্ডীদাস পদাৱলী সমগ্ৰ
৭৩। বসু, শংকৰীপ্ৰসাদ মধ্যযুগেৰ কবি ও কাব্য

প্ৰাণত উদ্ৰেক কৰা অনুভূতিৰ পৰিদৃশ্যমান পটভূমি। এই প্ৰাকৃতিক সৌন্দৰ্যৰ পটভূমিত পৰিস্ফুট হোৱা অনুভূতি মালতীৰ হাঁহিটোৰ দৰেই সৰল আৰু অকৃত্ৰিম। কবিৰ বাবে মালতী তুলনাহীনা

পৰ্বতৰ জীয়ৰী সুন্দৰী গৌৰীৰ
সাঁচত মোৰ মালতী নাই
নুশুঙা ফুলটিৰ নুফুলা কলিটিৰ
মালতীত তুলনা পায়।" ৭৪

'মালতী কবিতাটিৰ ৰূপ নিৰ্মাণত বেজবৰুৱা প্ৰাচ্য-প্ৰতীচ্য কেবাটাও কবিতাৰ দ্বাৰা প্ৰভাৱিত হৈছিল। এই সম্পৰ্কে সমালোচক ভবেন বৰুৱাই এইদৰে উল্লেখ কৰিছে

> In Malatı Bezbaroa seems to have fused ınto one several strands of ınfluence Robert Burns s Jean Wordsworth s She dwelt among untrodden ways Vıdyapatı s Lakha lakha yuga hıya hıya rakhalu Rabındranath s Vısh O Sudha and Assamese folk song ৭৫

তিল্‌তিলকৈ গঢ়ি তোলা সুন্দৰী তিলোত্তমাৰ দৰেই কবিয়ে গঢ়ি তোলা অনাঘ্ৰাতা 'মালতী'য়েই যে কবিৰ মানসপ্ৰতিমা— সেয়া সহজেই অনুমেয়।

প্ৰকৃতি অনুৰাগ আৰু প্ৰেমানুভূতি— দুয়োবিধেই কেতিয়াবা ইটো সিটোৰ পৰিপূৰক কেতিয়াবা দুয়ো নিবিড়ভাৱে সম্পৃক্ত। কবিত্বৰ মৰ্মমূলত এই উভয়বোধ সমানেই সক্ৰিয় থাকে। নাৰী আৰু প্ৰকৃতিৰ অপৰূপ একাত্মতাৰ চিত্ৰ পোৱা যায় বংগীয় কবি অক্ষয়কুমাৰ বড়ালৰ এটি কবিতাত

একবাৰ নাৰী তব প্ৰেম মুখ হেৰি
আৰবাৰ প্ৰকৃতিৰ শ্যামবুক হেৰি
মনে হয় দুইজনে
দুখানি মেঘেৰ মত
ৰহিয়াছে জগতেৰে ঘেৰি। ৭৬

---

৭৪। নেওগ মহেশ্বৰ (সম্পাঃ) সঞ্চয়ন মালতী

৭৫। Neog, Maheswar (ed ) : Lakshmınath Bezbarua, The Sahıtyarathı of Assam (Lakshmınath Bezbaroa s Contrıbutıon to Assamese poetry– by Bhaben Barua)

৭৬। সোম কৃতী : শতবৰ্ষেৰ বাংলা প্ৰেমেৰ কবিতা' প্ৰদীপ কবিত্ব

বেজবৰুৱাৰ কবিতাত এই বোধৰ নিপুণ প্ৰয়োগ সঘনাই লক্ষ্য কৰা যায়। 'মালতী'ৰ দৰে 'ভ্ৰম' নামৰ কবিতাতো প্ৰেম আৰু সৌন্দৰ্য-চেতনাৰ যুগলবন্দী ঘটিছে। কবিয়ে সৌন্দৰ্যলক্ষ্মীৰ আৰাধনা ভাবানুভূতিৰ সৰলতা অতি সহজ সৌন্দৰ্যবোধৰ লগত নিয়ৰসিক্ত শেৱালিৰ কোমলতাৰ বৰ্ণনা কৰিছে অনায়াসে। কবিৰ ৰূপমুগ্ধতা আৰু সৌন্দৰ্যময়তাৰ এটি মনোৰম ৰূপায়ন হ'ল 'ভ্ৰম'। 'ভ্ৰম' কবিতাত ৰবীন্দ্ৰনাথৰ 'ছবি ও গান'ৰ অন্তৰ্গত 'জাগ্ৰত স্বপ্ন' কবিতাটিৰ প্ৰভাব অনস্বীকাৰ্য হ'লেও কবিতাটিত কবিৰ স্বকীয় কল্পনা শক্তিৰ চৰম নিদৰ্শন ফুটি উঠিছে। শেৱালি ফুলত তৰাৰ দীপালী গোলাপ ফুলত প্ৰিয়াৰ চাৱনি পুখুৰীত প্ৰেমিকাৰ হিয়া পানীত প্ৰেমৰস নদীত প্ৰেমৰ প্ৰবাহ পখিলাত প্ৰিযতমাৰ খোপাৰ ফুল মলয়াত বিৰহীৰ হুমুনিয়াহ, সন্ধিয়াত প্ৰিয়তমাৰ ওফোন্দা গাল— এযে কবিৰ ভ্ৰম। ই কল্পনাৰ মধুৰ নিৰ্যাস— 'ইলিউচন অব ৰিয়েলিটি'।[৭৭] প্ৰকৃতিৰ সৈতে মিহলি হৈ থকা প্ৰেমৰ সূক্ষ্ম সূক্ষ্ম উপাদানসমূহৰ বৰ্ণনাৰ অন্তৰালত অন্তৰ্লীন (Latent) হৈ আছে কবিৰ সৌন্দৰ্যলক্ষ্মীৰ প্ৰতি থকা অদম্য কৌতূহল। ৰবীন্দ্ৰনাথৰ একাকিনী কবিতাটিত এনে প্ৰচ্ছন্ন ভালপোৱাৰ ইংগিত পোৱা যায়। আনহাতে বংগীয় কবি দেবেন্দ্ৰনাথ সেনে প্ৰিয়া আৰু প্ৰকৃতিৰ ৰূপৰ ভিন্নতা ধৰিব নোৱাৰি লিখিছে

'ঝক-মকে সিতি কাঞ্চী ক‌ংকণ বলয়—
জ্বলন্ত জোনাকিপাঁতি ফুটন্ত অশোকে।
একি নয়নেৰ ভুল। বুঝিবাৰে নাৰি
ফুটন্ত গোলাপ তুমি অথবা মুকুল। [৭৮]

নাৰীৰ দেহ সৌন্দৰ্যৰ প্ৰতি অমলিন দৃষ্টি নিবেদিত হৈছে ৰঘুনাথ চৌধাৰীৰ কবিতাত। কবিৰ জীৱনলৈ প্ৰেম আহিছিল নীৰৱে নি শব্দে। কোনো কবিতাতে তেও প্ৰত্যক্ষভাৱে নাৰীপ্ৰেম ব্যক্ত কৰা নাই। তেওৰ নাৰীৰ প্ৰতি থকা অনাবিল প্ৰেম গঢ়ি উঠিছে প্ৰকৃতিক আধাৰ কৰি। কেতিযাবা চৰাইক সম্বোধন কৰি কেতিয়াবা ফুলক সম্বোধন কৰি তেও নিজৰ জীৱনৰ অন্তৰ্লীন বাসনাৰ কথা ব্যক্ত কৰিছে

(ক) তোমাৰ মাধুৰী সনা
প্ৰেমগীত আৰাধনা
কেনেকৈ পাহৰিম সেই সুখ কণি
গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি। [৭৯]

---

৭৭। শৰ্মা কমলেশ্বৰ — কবি চৌধাৰী আৰু চৌধাৰীদেৱৰ কবিতা
৭৮। সোম কৃতী — শতবৰ্ষেৰ বাংলা প্ৰেমেৰ কবিতা অশোকগুচ্ছ, ভুল
৭৯। চৌধাৰী ৰঘুনাথ — সাদৰী গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি

(খ) ফুলিবিনে মোৰ মানস কুঞ্জত
অ মোৰ দৰদী ফুলাম পাহি?"[৮০]

(গ) প্ৰাণ প্ৰিয়া আজি মোৰ বিজন কুঞ্জত
তুলিবানে লয়লাসে হাঁহিৰ তৰঙ্গ? [৮১]

কবি চৌধাৰীৰ জীৱনলৈ প্ৰেম আহিছিল অতি সংগোপনে দীনা-হীনা অথচ শুচিস্নিগ্ধা বেশেৰে। চৌধাৰী পৰিয়ালত কাম-বন কৰি দিয়া তিৰোতা লাওফুলীৰ জীয়েক জিকাফুলীয়ে পবিত্ৰ মন্দাকিনীধাৰা হৈ দুখ-দহন তাপত জৰ্জৰিত কবিৰ জীৱনত শান্তিৰ প্ৰলেপ সানি দিছিল আৰু কবিৰ জীৱনত প্ৰেৰণাৰ বন্তি শিখা হৈ তেওঁক বাট দেখুৱাই দিছিল। এয়ে আছিল কবিৰ জীৱনত প্ৰেমৰ শুচিস্নিগ্ধ অনুভূতি। শেষ জীৱনলৈকে কবিয়ে শৈশৱ আৰু কৈশোৰৰ লগৰী জিকাফুলী ওৰফে হেমীক পাহৰিব পৰা নাছিল।[৮২] পৎশু চিৰকুমাৰ কবিয়ে গোটেই জীৱনজুৰি যি প্ৰেমৰ অন্বেষণ কৰিছে— তাৰ অন্তৰালত যেন এক অতৃপ্ত আত্মাৰ নীৰৱ হাহাকাৰেই প্ৰতিধ্বনিত হৈছে। 'নৱ মল্লিকা' নামৰ কথা-কবিতাৰ পুথিত কবিয়ে তেওঁৰ প্ৰেম সম্পৰ্কে এইদৰে স্বীকাৰোক্তি কৰিছে

> ভাল পাইছিলোঁ— বহুতকে ভাল পাইছিলোঁ। কত দিন কত ঠাইত হতাশ্বাস হৈছোঁ তাৰ অন্ত নাই। ব্যৰ্থতাৰ মাজেদিয়েই জীৱনৰ চঞ্চল গতি। তথাপি ভাল পাইছিলোঁ। ভাল পাইছিলোঁ অনাঘ্ৰাতা অনৱগুণ্ঠিতা এপাহি ধুনীয়া ফুল। সৌন্দৰ্যৰ আভৰণেৰে অলংকৃত যৌৱনসুলভ কমনীয় আৰু ৰমণীয় কান্তি অকুঞ্চিত কেশগুচ্ছৰ বেণী-বিন্যাস অপাৰ্থিৱ ৰূপ আৰু সৌৰভৰ অপূৰ্ব সমাবেশ। ধীৰ পৱন হিল্লোলিত নৃত্যভংগিমা। কাম-গন্ধবিহীন মাদকতাসনা সেই লোলোপা দৃষ্টি আৰু ভাল পাইছিলোঁ অঞ্জৰা কণ্ঠ-বিন্দিত অমৃতনিস্যন্দিনী প্ৰহেলিকাময় আজলি পখিটিৰ গগণ প্লাৱিত অস্ফুট গীতি তৰঙ্গ। নাজানো জীৱনৰ এই সহজাত মমতাখিনি কোন সতে ত্যাগ কৰোঁ। [৮৩]

---

৮০। পূৰ্বোক্ত গ্ৰন্থ গোলাপ

৮১। নেওগ মহেশ্বৰ (সম্পা°) সঞ্চয়ন গিৰিমল্লিকা

৮২। জিকাফুলী ওৰফে হেমীৰ সৈতে কবি চৌধাৰীৰ প্ৰেম সম্পৰ্কে এক অন্তৰংগ আলোচনা কৰিছে কেশৱ শইকীয়াই, তেওঁৰ 'দুজন অসমীয়া কবিৰ প্ৰেমৰ কাহিনী' গ্ৰন্থখনিত।

৮৩। ৰঘুনাথ চৌধাৰীৰ ৰচনাৱলী নৱ-মল্লিকা তন্ময়তা

বাস্তৱত যি প্ৰেমে প্ৰাণ পাই উঠিব নোৱাৰিলে— কল্পনাতে কবিয়ে সেই প্ৰেমক প্ৰতিষ্ঠা কৰিলে কাব্যমন্দিৰত বেদনাৰ বাণী-অৰ্ঘ্যেৰে।

অতুলচন্দ্ৰ হাজৰিকাৰ কবিতাত নৰ-নাৰীৰ প্ৰেমৰ মাজত অকৃত্ৰিম আবেগ সঞ্চাৰৰ নৈপুণ্য লক্ষ্য কৰা যায়। এফালে প্ৰেমৰ ইন্দ্ৰিয় লোলুপতা আনফালে আধ্যাত্মিক ভাব-ব্যঞ্জনাৰ উৰ্ধ্বায়ন— এই দুই বৈপৰীত্যৰ মাজত ভাৰসাম্য ৰক্ষা কৰিছে তেওঁৰ ইন্দ্ৰিয় আশ্ৰিত কবিতাবোৰে। কাল্পনিক নাৰী-প্ৰতিমাৰ মাজত প্ৰণয় আকৰ্ষণৰ অমল অনুভূতি প্ৰকাশ পাইছে তেওঁৰ 'কল্পনাৰ প্ৰিয়া 'কবিপ্ৰিয়া 'আবাহন 'মানসী আদি কবিতাত। কবিৰ মানসীপ্ৰিয়াৰ মাধুৰিমাই কবিৰ যৌৱনক সৌন্দৰ্যেৰে সজাই তুলিছে

'সপোন-কুঁৱৰী মোৰ
ধৰা দিছা দিঠকতে আজি
পবিত্ৰ যৌৱন তীৰ্থ
দিলা ফুল চন্দনেৰে ৰাজি। [৮৪]

কবিৰ মানসী বসন্তৰ ফুলতকৈয়ো ধুনীয়া অপৰূপা—

'বিশ্ব জগতত তুমিহে মাথোন
তোমাৰ উপমা
মুনি মনোৰমা তুমি তিলোত্তমা
সৌন্দৰ্য প্ৰতিমা। [৮৫]

ইন্দ্ৰিয়জ বাসনাশূন্য মন এটি লৈ আনন্দচন্দ্ৰ বৰুৱাই প্ৰিয়তমাক অনন্তপ্ৰেমৰ ৰাণীৰ আসনত বহুৱাইছে। সুবিন্যস্ত শব্দ-ছন্দ প্ৰয়োগ-সমন্বিত কবিতাটিত ৰূপজ মোহজ পাৰ্থিব প্ৰেমক অস্বীকাৰ নকৰিলেও কবিয়ে প্ৰেমৰ স্থূল বন্ধনৰ পৰিবৰ্তে এক অপাৰ্থিব স্নিগ্ধপ্ৰেমৰ ভাবাবেগ প্ৰকাশ কৰিছে

তোমাৰ স্তনতে লাগি থকা বুলি
বাখৰ পতোৱা আখৰ আনি
নীল আকাশত লিখি থ'ম মই
পৰালি নপৰা প্ৰেমৰ বাণী। [৮৬]

---

৮৪। হাজৰিকা অতুলচন্দ্ৰ : তপোবন কবি প্ৰিয়া
৮৫। পূৰ্বোক্ত গ্ৰন্থ
৮৬। বৰুৱা আনন্দচন্দ্ৰ : বকুল বনৰ কবিতা অনন্ত প্ৰয়াস

### (খ) দেহজ-প্ৰেমৰ প্ৰতি আকুলতা

প্ৰেম আৰু নাৰী সৌন্দৰ্যৰ ক্ষেত্ৰত তীব্ৰ দেহগন্ধী আৰু অপৰিশীলিত বৰ্ণনা অসমীয়া ৰোমাণ্টিক কবিতাত প্ৰায় অনুপস্থিত। তাৰ পৰিবৰ্তে এটি সামাজিক শালীনতা আৰু সংযমবোধ এই যুগৰ কবিতাত লক্ষণীয়। সম্ভৱতঃ নীতিবোধ আৰু সংস্কাৰে কবিসকলক পৰোক্ষভাৱে পৰিচালিত কৰিছিল। তাৰ ফলত আপাত দৃষ্টিত এই কবিতাবোৰ কিছু পৰিমাণে কৃত্ৰিম আৰু নিষ্প্ৰাণ যেন বিবেচিত হ'লেও প্ৰকৃততে সেইবোৰ কবিতাও যুগধৰ্ম অনুসৰিয়ে লিখা হৈছিল। কামনা-বাসনাশূন্য প্ৰতিদান-প্ৰত্যাশাহীন প্ৰেমেই আছিল তাৎকালিক প্ৰচলিত প্ৰেমপদ্ধতি। ইয়াৰ ফলত প্ৰেমৰ মহত্ব ক্ষুণ্ণ হোৱাতকৈ বৰ্ধিতহে হৈছে। কাৰণ প্ৰেম অন্ধ হ'লেও সামাজিক কল্যাণবোধক  ই কেতিয়াও অস্বীকাৰ কৰা নাই। আনহাতে ঊনবিংশ শতিকাৰ বংগদেশৰ কবিতাত অসমীযা ৰোমাণ্টিক কবিতাতকৈ অধিকতৰ তীব্ৰ দেহজপ্ৰেমৰ আসক্তি লক্ষ্য কৰা যায়। মাইকেল মধুসূদনৰ 'বীৰাংগনা  কাব্যত যি তীব্ৰ কামনা-বাসনাৰ সূত্ৰপাত  গোবিন্দ চন্দ্ৰৰ মাজত যি তেজ মঙহেৰে গঢ়া মানুহৰ দেহত ভোগবাসনা বিদ্যমান  অসমীয়া কাব্যত তাৰ অনুবৰ্তন নাই। শৰীৰকেন্দ্ৰিক প্ৰেম পিপাশা তীব্ৰৰূপে তৰংগায়িত হয় মোহিতলালৰ কাব্যত। মোহিতলালৰ প্ৰেমৰ মূল কথাই হ'ল বলিষ্ঠ ভোগবাদ। তেওঁৰ প্ৰেম কবিতাত দেহ চেতনাৰ প্ৰকাশ অতি তীব্ৰ। দৃষ্টান্তস্বৰূপে উল্লেখ কৰিব পাৰি 'মৃত্যু শোক নামৰ কবিতাটিৰ একাংশ

তোমাৰেই চিনি  হে দেহ দেবতা
    প্ৰলয়েৰ একাকাৰ
তুমিই ৰুধিছ বহুবিধ ৰূপে
    তোমাৰে নমস্কাৰ।
দেহে দেহে তুমি  এত অভিনব।
দেহেৰ বাহিৰে কোথা বাস তব?
হাসি-ক্ৰন্দন-তব উৎসব
    পিৰীতিৰ পাৰাবাৰ।
অধৰে  উৰসে  চৰণ-সৰোজে
    আৰতি যে অনিবাৰ।" [৮৭]

---

৮৭। মজুমদাৰ, মোহিতলাল          বিস্মৰিণী মৃত্যু-শোক

তদুপৰি দেবেন্দ্ৰনাথ সেন নজৰুল ইছলাম ৰবীন্দ্ৰনাথ ঠাকুৰ প্ৰমুখ্যে কবিসকলৰ কবিতাতো দেহগন্ধী বৰ্ণনাৰ প্ৰাচুৰ্যৰ অভাৱ নাই। কিন্তু দেবেন্দ্ৰনাথ সেনৰ প্ৰেমত ইন্দ্ৰিয়ৰ আৰতি থাকিলেও ৰূপ তন্ময়তাত যিদৰে ই স্নিগ্ধ সেইদৰে ৰবীন্দ্ৰনাথৰ প্ৰেমত ইন্দ্ৰিয় চেতনাতকৈ শ্ৰেষ্ঠতৰ আবেদন হৈছে আধ্যাত্মিক অনুভূতিৰ আকাশচুম্বী ব্যঞ্জনাহে।

বাংলা ৰোমাণ্টিক কাব্যত প্ৰবল ৰূপতৃষ্ণা আৰু ইন্দ্ৰিয়চেতনা ফুটি উঠিছে অক্ষয়কুমাৰ বডাল যতীন্দ্ৰমোহন বাকচী গোবিন্দ চন্দ্ৰ দাস প্ৰভৃতিৰ কবিতাত। তীব্ৰ দেহগন্ধী বাংলা কবিতাৰ দুই-এক পংক্তি উদ্ধৃত কৰা হ'ল

(ক) অক্ষয়কুমাৰ বডাল

'শত নাগিনীৰ পাকে বাঁধ বাহু দিয়া
পাকে পাকে ভেঙে যাক এ মোৰ শৰীৰ। [৮৮]

(খ) যতীন্দ্ৰমোহন বাকচী

'টস টসে ৰসে ভৰপূৰ
আপেলেৰ মতো মুখ আপেলেৰ মতো বুক
পৰিপূৰ্ণ প্ৰবল প্ৰচুৰ। [৮৯]

(গ) গোবিন্দ চন্দ্ৰ দাস

'আমি তাৰে ভালবাসি অস্থিমাংস সহ।
আমি ও নাৰীৰ ৰূপে আমি ও মাংসেৰ স্তূপে
কামনাৰ কমনীয় কেলি কালীদহ। [৯]

অসমীযা ৰোমাণ্টিক কবিতাত এনে ধৰণৰ তীব্ৰ দেহাৰতি আৰু প্ৰবল ৰূপতৃষ্ণাৰ পৰিচয় ক'তোৱেই নাই। এই ক্ষেত্ৰত একমাত্ৰ দেৱকান্ত বৰুৱাৰ দুই এটি কবিতাহে কিছু পৰিমাণে ব্যতিক্ৰম। অৱশ্যে অতুলচন্দ্ৰ হাজৰিকাৰ এটি কবিতাত ইন্দ্ৰিয় বাসনাময় সৌন্দৰ্যৰ অনুভূতি আৰু প্ৰেমৰ অকপট আবেগ প্ৰকাশিত হৈছে। ষোড়শী নামৰ কবিতাটোত বৰ্ণিত ষোড়শীৰ যৌৱন ৰূপে ৰসে গন্ধে ভৰা ধূপে দীপে সুৰভিত মদনৰ মণিকূট হে। এনেহেন উদ্ভিন্ন যৌৱনা ষোড়শীৰ পৰশ পাই কবি আজি ধন্য মহাতৃপ্ত

---

৮৮। সোম কৃতী — শতবৰ্ষেৰ বাংলা প্ৰেমেৰ কবিতা কনকাঞ্জলি শতনাগিনীৰ পাকে

৮৯। পূৰ্বোক্ত গ্ৰন্থ — যৌৱন চাঞ্চল্য

৯০। গোবিন্দ চন্দ্ৰ দাস কাব্য সম্ভাৰ কস্তুৰী আমাৰ ভালবাসা

ষোড়শীৰ সুধাভাণ্ড
প্ৰেম মধু মকৰন্দ
প্ৰেমময়ী প্ৰেয়সীৰ প্ৰেমৰ ভঁৰাল লুটি
আজি মোৰ মহাতৃপ্তি সুখ সাগৰত উটি। [৯১]

কবি ডিম্বেশ্বৰ নেওগৰ কবিতাতো মোহনীয় নায়িকাৰ অংগশোভাৰ বৰ্ণনা আৰু মিলনাকাংক্ষাৰ তীব্ৰতা প্ৰকাশ পাইছে

সেই দিনা ফাগুনৰ কিনো হায় নিলাজ পৱন
উৰুৱাই ৰিহাৰ আঁচল ক'ৰ পৰা আহি জানো
সমীৰণ উতলা পগলা— কৰি থোৱা অতি সুযতন
দুটি বুকু দিলে উদঙাই? দেখি সেই উদং বুকুটি
সমুখত সি জড় প্ৰকৃতি হায় যেন উঠিল শিঁযৰি।
সেই দিনা প্ৰতি অঙ্গে মিলনৰ পৰশ বিচাৰি
প্ৰণয়ৰ সংকেত প্ৰচাৰি হইছিল মিলন-বাতুল
কাক যেন পাব সন্মুখত আদৰিব হিয়াৰ বুকুত। [৯২]

কবিতাটিত বিবৃত যৌৱন জাগি উঠা গাভৰুৰ চিত্ৰকল্পটি অনুপম।

### (গ) প্ৰেম কবিতাত ধেমেলীয়া সুৰ ঃ

কেবাজনো অসমীয়া ৰোমাণ্টিক কবিয়ে সামান্য লঘুভাৱেও নৰ-নাৰীৰ প্ৰণয় বৰ্ণনা কৰিছে। ধেমেলীয়া সৰসতাই এই শ্ৰেণী কবিতাৰ মূল উপজীব্য। বেজবৰুৱাৰ 'প্ৰিয়তমা হেমচন্দ্ৰ গোস্বামীৰ 'প্ৰিয়তমাৰ চিঠি গোহাঞিবৰুৱাৰ ওৰণী হিতেশ্বৰ বৰবৰুৱাৰ 'কাণৰ থুৰীযা আদি এই শ্ৰেণীৰ কবিতা। শেযোদ্ধৃত কবিতা দুটিৰ ভাবগত সাদৃশ্য মন কৰিবলগীযা। ওৰণী কবিতাত কবিয়ে ওৰণী হৈ জন্মিবলৈ ইচ্ছা কৰাৰ কাৰণ ৰমণীৰ গালৰ সান্নিধ্য লাভ কৰা আৰু চুমা খাবলৈ সুযোগ পোৱা

ছেৱে ছেৱে ঠেও ধৰি
মিচিকি হাঁহিটি চাম
ইগালে পোহৰ দি
আবেগৰ চুমা খাম। [৯৩]

---

৯১। হাজৰিকা অতুলচন্দ্ৰ — তপোবন ষোড়শী
৯২। নেওগ ডিম্বেশ্বৰ — ইন্দ্ৰধনু, যৌৱন যিদিনা জাগে
৯৩। পদ্মনাথ গোহাঞিবৰুৱা ৰচনাৱলী — ফুলৰ চানেকি ওৰণী

'কাণৰ থুৰীয়া' ছনেটটিৰ ভাবধাৰাও একেই। ওৰণীৰ দৰেই কাণৰ থুৰীয়াইয়ো শোওঁতে-খাওঁতে কিম্বা উঠোঁতে-বহোঁতে প্ৰেয়সীৰ কোমল গালত চুমা দিব পাৰে। ইয়ে কবিৰ বাসনাক উদ্ৰিক্ত কৰে। কাৰণ চুমা এনে এক দুৰ্লভ বস্তু অমূল্য ৰতন— 'যাক লই সংসাৰৰ সকলো বলিয়া। এনেকি এটি মাথোঁ চুমাৰ বাবে প্ৰেমিকে নিজৰ প্ৰাণো উছৰ্গা কৰে। সেই কাৰণে কবিয়ে থুৰীয়া জনম হোৱাটোৱেই শ্ৰেষ্ঠ বুলি ভাবিছে

'নহ'ল আমাৰ কিয় থুৰীয়া জনম।
পালো হয় নিতে কত মধুৰ চুম্বন। [১৪]

উল্লিখিত দুয়োটি কবিতাতেই ইন্দ্ৰিয়াশ্ৰিত প্ৰেম তথা ভোগ-বাসনা প্ৰচ্ছন্ন হৈ আছে যদিও প্ৰকাশভংগীত লঘুতা থকাৰ বাবে সি কামনা উদ্ৰেককাৰী দেহজপ্ৰেমৰ কবিতাত পৰিণত হোৱা নাই।

বেজবৰুৱাৰ 'প্ৰিয়তমা' আৰু 'প্ৰিয়তমাৰ সৌন্দৰ্য— প্ৰেম যমুনাৰ ইপাৰ সিপাৰ' প্ৰথমটিত সৰ্ববিজয়িনী সৌন্দৰ্যৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰা হৈছে আৰু এই সৌন্দৰ্যৰ গৰাকী কবিৰ প্ৰিয়তমা নিজেই। মৃদু ৰসিকতা মিহলি বৰ্ণনাৰে কবিয়ে প্ৰিয়তমাৰ সৌন্দৰ্য বৰ্ণনা কৰিছে। এই কবিতাটি নিৰ্মাণত কবিয়ে দেশ বিদেশৰ কেবাটাও কবিতাৰ পৰা সমল সংগ্ৰহ কৰিলেও কবিৰ উপস্থাপন কৌশলৰ মৌলিকত্বই সকলো প্ৰভাৱক তল পেলাই কবিতাটোক নতুন সাজ পিন্ধাই অভিনৱৰূপে গঢ়ি তুলিছে। এই সম্পৰ্কে ভবেন বৰুৱাই লিখিছে

> His poem which bears the title Priyatama is a synthesis of three particular sources Herrick s The Rock of Rubies and the quarelets of pearls Campion s Cherry Ripe and Assamese folk songs This process of synthesis is of characteristic of most of these lyrics which in consequences are to be considered as new creations in which the original sources have undergone a sea of change [১৫]

---

১৪। নেওগ মহেশ্বৰ (সম্পা°) সঞ্চয়ন কাণৰ থুৰীয়া

১৫। Neog, Maheswar (ed ) Lakshminath Bezbarua, The Sahityarathi of Assam (Lakshminath Bezbaroa s Contribution to Assamese poetry– by Bhaben Barua)

আনহাতে 'প্ৰিয়তমাৰ সৌন্দৰ্য' নামৰ কবিতাটি পৰিহাসৰ ছলেৰে ৰচিত হ'লেও তাত প্ৰেমৰ উচ্চ নৈতিক চিন্তা প্ৰকাশ পাইছে। কবিতাটিত স্থূল শাৰীৰিক সৌন্দৰ্যৰ বৰ্ণনাৰ মাজেৰে কবিয়ে দৈহিক সৌন্দৰ্যৰ নেতিবাচক দিশবোৰৰেই স্বৰূপ উন্মোচন কৰিছে। বিশুদ্ধ অন্তৰৰ স্বভাৱসুন্দৰী ৰমণীৰ সৌন্দৰ্যই প্ৰকৃত সৌন্দৰ্য বুলি কৈ কবিয়ে প্ৰেমময় অন্তৰৰ নাৰীহৃদয়কেই কামনা কৰিছে

কোমল অন্তৰ প্ৰেমময় মন
কোমল জুৰ হৃদয়
দিয়া যত দিনে-ৰাতি মোৰ মন
অচল অটল ৰয়। [১৬]

আদৰ্শ নাৰীৰ ৰূপ-কল্পনাত দেহ-সৌন্দৰ্যৰ সৈতে মানসিক দীপ্তিৰো সমন্বয়ৰ কথা পোৱা যায় ৱৰ্ডচৱৰ্থৰ এটি কবিতাত

A perfect woman nobly plann d
To warn to comfort and command
And yet a Spirit still and bright
With something of an angel light. [১৭]

বেজবৰুৱাই প্ৰেম কবিতাৰ মাজেৰে প্ৰেমৰ আদৰ্শ সম্পৰ্কেও দৃষ্টিপাত কৰিছে। প্ৰেমৰ আদৰ্শৰ চূড়ান্ত ৰূপ পোৱা যায় তেওঁৰ কবিতাত

'মৰু বুৰে শিল পমে বিন্দুৰ পৰশে
প্ৰেম আখ্যা মহাশক্তি জাগ্ৰত প্ৰকাশে। [১৮]

সেইদৰে

প্ৰেমত ঘূৰিছে ভূমণ্ডল
প্ৰেমত ফুলিছে শতদল। [১৯]

প্ৰেম সম্পৰ্কে এনে আদৰ্শাত্মক দৃষ্টিভংগী থকাৰ বাবেই বেজবৰুৱাৰ 'প্ৰিয়তমাৰ সৌন্দৰ্য'ত ৰমণীৰ স্থূল শাৰীৰিক সৌন্দৰ্য উপেক্ষিত হৈছে। কবিতাটিত আইৰিছ

---

১৬। বেজবৰুৱা লক্ষ্মীনাথ কদমকলি প্ৰিয়তমাৰ সৌন্দৰ্য

১৭। Palgrave s The Golden Treasury She was a phantom of delight, Lines 27 30

১৮। বেজবৰুৱা লক্ষ্মীনাথ কদমকলি প্ৰেম

১৯। পূৰ্বোক্ত গ্ৰন্থ ৰেণুকা

কবি জৰ্জ ডাৰ্লি (George Darley)ৰ The Loveliness of Love নামৰ কবিতাৰ প্ৰভাৱ পৰিছে। ডাৰ্লিৰ কবিতাতো ৰমণীৰ মদন পিছলি যোৱা সৌন্দৰ্যৰ প্ৰতি কবিৰ অনীহা ব্যক্ত হৈছে

It is not Beauty I demand
A crystal brow the moon s despair
Nor the snow s daughter a white hand
Nor mermaid s yellow pride of hair

Tell me not of your starry eyes
Your lips that seem on roses fed
Your breasts where Cupid tumbling lies
Nor sleeps for kissing of his bed [১]

বেজবৰুৱাৰ 'কদমকলি'ৰ অন্তৰ্গত 'চুমা প্ৰৱসুৱাৰ চিঠি আদি কবিতাতো লঘু তৰলভাৱে প্ৰেমৰ কথা ব্যক্ত কৰা হৈছে।

পেত্ৰাৰ্কীয় আৰ্হিত ৰচনা কৰা হেমচন্দ্ৰ গোস্বামীৰ প্ৰিয়তমাৰ চিঠি চতুৰ্দ্দশপদী কবিতাটিত কবিৰ ইন্দ্ৰিয়চেতনা সংযত আৰু দৃঢ়ৰূপে প্ৰতিষ্ঠিত। কবিতাটিত প্ৰেমৰ প্ৰতি বিস্ময় আৰু স্বপ্ন-কল্পনাময় ভাব প্ৰকাশ পাইছে। প্ৰেমিকাই দিয়া এখনি চিঠিৰ প্ৰভাৱ প্ৰেমিকৰ ওপৰত কিমান গভীৰভাৱে পৰিব পাৰে— কবিতাটোত তাকেই কোৱা হৈছে। কবিতাটোত ব্যংগাত্মক হাহি সৰলতাখিনিও লক্ষণীয়। নন্দ তালুকদাৰৰ মতে

> প্ৰিয়তমাৰ চিঠি ব্যংগ কবিতা। কবিতাটোৱে ডেকা প্ৰেমিকসকলক উপলুঙা কৰিছে। প্ৰিয়তমাৰ ভৰিৰ পতাত ডেইজি ফুল ফুলি উঠাৰ নিচিনাকৈ প্ৰিয়তমাৰ হাতৰ কাউৰীঠেঙীয়া আখৰৰ চিঠি এখনে প্ৰিয়জনৰ অন্তৰত কেনে ভাবৰ জোৱাৰ সৃষ্টি কৰিব পাৰে কবিতাটোত সেই কথাৰে ব্যংগ চিত্ৰ প্ৰকাশ কৰিবলৈ যত্ন কৰিছে। [১১]

ব্যংগ কৰি লিখা হ'লেও প্ৰেমিক প্ৰেমিকাৰ মনৰ ভাব আদান প্ৰদানৰ উত্তম মাধ্যমস্বৰূপ চিঠিখনৰ মাজতেই প্ৰকৃতিৰাজ্যৰ সকলো সৌন্দৰ্য প্ৰেমিকে দেখা পোৱাৰ কথা অভিব্যক্ত হৈছে

১০। Palgrave s The Golden Treasury The Loveliness of Love
১০১। তালুকদাৰ নন্দ কবি আৰু কবিতা

প্ৰকৃতি ৰাজ্যৰ ফুল বননি কুঁহিপাত আদিৰ সৌন্দৰ্য ক্ষণস্থায়ী কিন্তু প্ৰিয়তমাৰ চিঠিৰ মাজেদি প্ৰকাশ পোৱা হিয়াৰ প্ৰেম-অনুভূতি নিতে নতুন চিৰসুন্দৰ আৰু আনন্দময়। [১২]

ধৰাপৰা নামৰ আন এটি ছনেটধৰ্মী কবিতাৰ বিষয়বস্তুও প্ৰেম। ধেমেলীয়াভাৱেই কবিতাটোত প্ৰেম চিত্ৰিত হৈছে। অৱগুণ্ঠণযুক্তা নাৰীৰ দৰেই প্ৰেম ৰহস্যময়ী। বিশেষকৈ ৰোমাণ্টিক প্ৰেমৰ ক্ষেত্ৰত এই গুপ্ত আৱৰণ আৰু ৰহস্যময়তা থকাটো এটা স্বাভাৱিক ৰীতি। উন্মুক্ততা ৰোমাণ্টিক প্ৰেমৰ অন্তৰায়। কবিয়ে ধৰাপৰা'ৰ নায়িকাৰ মাজেৰে অধৰা প্ৰেমৰ ৰহস্যময়ী ভাবধাৰা ব্যক্ত কৰিছে। প্ৰেমিকক ভালপোৱাৰ কথা নাযিকাই ক'তো ব্যক্ত কৰা নাই— কথাত এনেকি চাল চলনতো। অন্তৰৰ অনন্ত কথাৰাশি তাই গুপুত ৰাখিছে। আনহাতে প্ৰেমিকাৰ এই ৰহস্যময় আচৰণৰ বাবে প্ৰেমিকৰ চিত্ত সন্দিগ্ধ আৰু আনুসন্দিৎসু হৈ উঠিছে। এনেতে প্ৰেমিকাৰ পৰা হঠাতে পোৱা এখন চিঠি পাই তেওৰ কৌতূহল নিৰসন হৈছে। তেও চিঠিৰ মাজত দেখিবলৈ পাইছে প্ৰেমিকাৰ চুমাৰ পৰশ অথবা চকুলোৰ ফোঁট জাতীয় চিহ্ন। ইযাকে দেখি প্ৰেমিকৰ সন্দেহ দূৰীভূত হৈছে। আনন্দত উদ্বেল হোৱা প্ৰেমিকৰ মনোভাব কৌতুক উচ্ছলভংগিৰে কবিযে এইদৰে দাঙি ধৰিছে

'ন বোৱাৰীযে যেন টানোতে টানোতে
কেতিযাবা মূৰৰ ওৰণি খহি পৰে
তোমাৰো মনৰ কথা ঢাকোতে ঢাকোতে
উপচি পৰিল আজি চিঠিৰ ওপৰে। [১৩]

## (ঘ) প্ৰেমাভিব্যক্তিত বিষাদৰ সুৰ

অসমীযা ৰোমাণ্টিক কবিতাত প্ৰেমানুভূতিৰ সৈতে জড়িত হৈ থকা বিষাদ বেদনাৰ চিত্ৰণ বাৰুকৈযে লক্ষ্য কৰা যায়। ৰোমাণ্টিক কবিমানস পীড়িত আৰু বিষাদ ভাৰাতুৰ হৈ পৰাৰ কাৰণ হ'ল আদৰ্শ আৰু বাস্তৱৰ দ্বন্দ্ব সৌন্দৰ্যৰ ক্ষণস্থায়িত্ব জীৱনৰ ক্ষণভংগুৰতা প্ৰেয়সীৰ প্ৰত্যাখ্যান অনাদৰ অৱহেলা আদি। এইবোৰে অমৃত অভিলাষী স্বপ্নদৰ্শী কবিসকলক নিৰন্তৰ পীড়িত কৰিছিল। সেইবাবেই ৰোমাণ্টিক কবিৰ প্ৰেম কবিতাতো অনুৰণিত হৈছে নিঃসংগ বেদনা আৰু বিষণ্ণতাৰ সুৰ।

---

১০২। শইকীয়া পূৰ্ণানন্দ হিতেশ্বৰ বৰবৰুৱাৰ কবিমানস
১০৩। হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী ফুলৰ চাকি ধৰাপৰা

এই জাতীয় অসমীয়া ৰোমাণ্টিক কবিতাত যিদৰে শ্যেলী কীটছৰ ভাবাদৰ্শ লক্ষ্য কৰা যায় সেইদৰে এইবোৰ কবিতাৰ আভ্যন্তৰীণ প্ৰেৰণা হিচাপে ভাৰতীয় প্ৰাচীন আৰু মধ্যযুগীয় সাহিত্য দৰ্শনৰ পৰম্পৰাও বিশেষ লক্ষণীয়। প্ৰেমৰ ক্ষেত্ৰত তীব্ৰ বিৰহ আৰু বেদনাবোধৰ চিত্ৰণ কালিদাস ভৱভূতি বিদ্যাপতি চণ্ডীদাস শংকৰদেৱ আৰু আধুনিক পৰ্যায়ত ৰবীন্দ্ৰনাথৰ কবিতাৰ এটি আকৰ্ষণীয় দিশ।

প্ৰেমকাব্যত বিষাদ-বীক্ষাৰ স্ফুৰণ ঘটোৱা শ্ৰেষ্ঠ অসমীয়া কবিজন হ'ল যতীন্দ্ৰনাথ দুৱৰা। তদুপৰি ৰঘুনাথ চৌধাৰী দেৱকান্ত বৰুৱা গণেশ গগৈ আদিৰ কবিতাতো প্ৰেমৰ অপূৰ্ণতাজনিত বিষণ্ণতাৰ সুৰ শুনা যায। অম্বিকাগিৰী আৰু ৰঘুনাথ চৌধাৰীৰ ক্ষেত্ৰত বাসনাৰ তৰংগপূৰ্ণ প্ৰেম অৱশেষত বিক্ষোভবিহীন উপকূলত বিলীন হৈ গৈছে। এইবাবেই তেওলোকৰ প্ৰেম-কবিতাত লালসাৰ ৰক্তৰাগ নাই। বৰং সেই প্ৰেম অগ্নিপূত শুদ্ধ হেমত পৰিণত হৈছে। তথাপি তাৰ মাজেৰেই প্ৰেমৰ দুখবোধৰ আৰক্তিম আভা ফুটি নুঠাকৈ থকা নাই।

'সাদৰী'ৰ অন্তৰ্গত 'মৰমৰ পখী 'ছায়াচিত্ৰ 'সখীলৈ আদি কবিতাত ৰঘুনাথ চৌধাৰীৰ বিৰহজনিত স্মৃতিচাৰণ লক্ষ্য কৰা যায। কবি জীৱনত নি শব্দে আহি নীৰৱে গুচি যোৱা প্ৰেমৰ ৰোমন্থন অতি মধুৰ

সখী তুমিযেনে সেই আজলী পোনাটি
থুনুক থানাক মাতে
বহি মোৰ ওচৰতে
আবৰি বিবৰি মেল কত পাতিছিলা
ল'ৰালিৰ কত কথা ভাঙি কইছিলা।[১০৪]

কবিয়ে সম্বোধন কৰা এই 'সখী দৰাচলতে কবি জীৱনত ভুমুকি মৰা কৈশোৰৰ লগৰী 'জিকাফুলী ওৰফে হেমী'হে যাৰ লগত আশৈশৱ কবিয়ে ওমলিছিল। জীৱনৰ বিয়লি বেলাত কবিৰ স্মৃতি ৰোমন্থন অতিশয মৰ্মভেদী

সোঁৱৰা এবাৰ সখী অতীত জীৱন
শৈশৱৰ ধূলি খেলা
যৌৱনৰ ৰূপ লীলা
স্বৰগ পাতাল যেন নালাগেনে বাৰু।
নাহে সি সুখৰ দিন নাভাবিবা আৰু।[১০৫]

---

১০৪। চৌধাৰী ৰঘুনাথ সাদৰী সখীলৈ
১০৫। পূৰ্বোক্ত গ্ৰন্থ

বিশ্বকৰ্মাৰ নিখুঁত যন্ত্ৰত নিৰ্মিত চালে হিয়া পমি যোৱা প্ৰিয়াৰ লগত কবিৰ মিলন নোহোৱা মৰ্মান্তিক বেদনাৰ কথা কবিয়ে ব্যক্ত কৰিছে 'মৰমৰ পখী কবিতাটিত। কবি অন্তৰৰ নিস্বাৰ্থ প্ৰেমক আওকাণ কৰি বনৰ চৰাই বনলৈ গুচি যোৱাত কবিৰ হিযাত বিৰহৰ ঢৌ পাৰ বাগৰি গৈছে

'বিৰহৰ ঢৌ হিযাত বাগৰি
বোৱালে চিন্তাৰ ধাৰ
ই জীৱনে আৰু নাপাও সি সুখ
মিলন মাধুৰী পাৰ। [১০৬]

কবিৰ জীৱনত বিৰহৰ ৰেখাপাত শিলৰ দৰেই মচ নোযোৱা। অব্যক্ত মনৰ কথা সুখ দু খ হাঁহি-কান্দোন সকলো হৃদযতে সাঁচি ৰাখি চিৰদিনৰ বাবে পৃথিৱীৰ মাযা এৰি গুচি যোৱা কবি মানসীৰ বাবে শূন্য হৈ পৰিছে কবিৰ হৃদয' বাজি উঠিছে বিষাদৰ কৰুণ ৰাগিণী

হায আজি কিয় ৰই ৰই শুনো
বিজন বনৰ মাজে
গহীন সুৰত কিবা এটি যেন
বিৰহ বাজনা বাজে। [১০৭]

কবি চৌধাৰীৰ এই বিষণ্ণতাৰ মাজত কেৱল হতাশা বিফলতা আৰু যন্ত্ৰণাই নাই ইযাৰ গভীৰত ক'ৰবাত যেন প্ৰশান্তি আৰু উত্তৰণৰ ৰেঙণি বিদ্যমান। কবিযে উপলব্ধি কৰিব পাৰিছে— এযা সৰ্বমংগলময বিশ্বনিয়ন্তাৰ বিধিলিপি। মানৱ জীৱন ছাযাচিত্ৰৰ দৰেই ক্ষন্তেকীযা। 'ছাযাচিত্ৰ'ৰ দিপ্‌লিপ্ গাভৰুজনীৰ জীৱনাৱসানৰ যোগেদি কবিযে সমগ্ৰ জীৱকূলৰ অস্থাযিত্বৰ মৰ্মবেদনাকেই ফুটাই তুলিছে। লগতে মানুহ আৰু সমগ্ৰ জীৱকুল যে অদৃশ্য বিধাতাৰ হাতৰ ক্ৰীড়নক মাত্ৰ তাকো বুজাই দিছে। কবিৰ সন্মুখতে ঘটি যোৱা সকলো দৃশ্যপটৰ স্মৃতি সুঁৱৰি কবিয়ে লিখিছে

'হায কি বিধিৰ অপূৰ্ব লিখন
অপূৰ্ব মানবী লীলা
ছাযা বাজী প্ৰায় দেখিলো সকলো
বিচিত্ৰ মায়াৰ খেলা।"[১০৮]

১০৬। পূৰ্বোক্ত গ্ৰন্থ — মৰমৰ পখী
১০৭। পূৰ্বোক্ত গ্ৰন্থ — ছায়াচিত্ৰ
১০৮। পূৰ্বোক্ত গ্ৰন্থ — ছায়াচিত্ৰ

প্ৰেম কবিতাত অতীত স্মৃতি সোঁৱৰাটো ৰোমাণ্টিক কবিতাৰ এটি প্ৰশস্ত দিশ। সম্পূৰ্ণ বিস্মৃতিতকৈ সামান্য স্মৃতি ৰোমন্থনৰ অৱকাশ ৰোমাণ্টিক কবিতাৰ ক্ষেত্ৰত উপাদেয় বুলিযেই পৰিগণিত। প্ৰেম যিমানেই ক্ষণস্থাযী নহওক কিয় তথাপি সেই প্ৰেম অমূল্য অমূল্য তাৰ স্মৃতি। সেযে কৰ্মব্যস্ত জীৱনত পুৰণি প্ৰেমক মনত ৰাখিবলৈ কবি ৰবীন্দ্ৰনাথে প্ৰেযসীক কৈছে

'তবু মনে ৰেখো যদি দূৰে যাই চলে
সেই পুৰাতন প্ৰেম যদি এক কালে
হযে আসে দূৰস্মৃত কাহিনী কেবলি
ঢাকাপডে নব নব জীবনেৰ জালে। [১৯]

প্ৰেমৰ স্মৃতি ৰোমন্থনৰ এটি অনবদ্য কবিতা হ'ল চন্দ্ৰধৰ বৰুৱাৰ 'স্মৃতি। কবিতাটিত কৈশোৰৰ প্ৰথম প্ৰেমৰ লাজ-নম্ৰ পদাৰ্পণ ইজনে সিজনক দেখাৰ বাবে আৱেগ উৎকণ্ঠা হৃদযৰ অদম্য কৌতূহল মান অভিমান মিলন আৰু মিলন ভংগৰ আশংকা আদি অতি নিখুঁতভাৱে চিত্ৰাযিত হৈছে। প্ৰেমৰ লগত সংশ্লিষ্ট সকলোবোৰ সূক্ষ্ম-সূক্ষ্ম অনুভূতিৰ প্ৰকাশৰ লগত জডিত হৈ আছে প্ৰকৃতিৰ পটভূমি। কৈশোৰৰ সেই প্ৰেমৰ বৰ্ণনাৰ লগতে কবিযে বিচ্ছেদজনিত নিদাৰুণ কাৰুণ্যৰ স্মৃতিচাৰণ কৰিছে বহুকাল পিছত

'আজিও যমুনা বয কৰি সেই কুলু কুলু
আজিও কুলিযে মাতে ফুলে বনৰীযা ফুল
আছে সি যমুনা ঘাট
দুবৰিৰে ঢকা বাট
শ্যামল বননি সেই সেই কদমৰ মূল।

এতিযাও কেতিযাবা সেই ঘাটলৈকে গৈ
যমুনাৰ পানী চাও শ্যামল পাৰত বৈ
বহো সেই বননিতে
ফুৰো সেই বাটে বাটে
শুদা লাগে মন নাই আগৰ অমিযা সেই [১১]

কবিতাটোত ব্যৱহৃত বহু শব্দ আৰু ব্যাক্যাংশই কিশোৰ কিশোৰীৰ প্ৰেমৰ সৈতে কিশোৰ কৃষ্ণ আৰু কিশোৰী ৰাধাৰ যমুনা পুলিনৰ প্ৰেম-কাহিনীৰ কথাকেই

---

১০৯। ঠাকুৰ ৰবীন্দ্ৰনাথ — মানসী তবু
১১০। শৰ্মা যজ্ঞেশ্বৰ (সম্পা॰) — শতপত্ৰ স্মৃতি

মনত পেলাই দিয়ে। কংসক বধ কৰাৰ পিছৰে পৰা শ্ৰীকৃষ্ণৰ খ্যাতি বাঢ়ি গৈছে, তেও মথুৰাৰ পৰা দ্বাৰকা আৰু দ্বাৰকাৰ পৰা কুৰুক্ষেত্ৰলৈ আহিছে সূৰ্যগ্ৰহণ উপলক্ষে তীৰ্থস্নান কৰিবলৈ। লগত আহিছে অগণিত যাদৱসৈন্য আৰু পুৰনাৰীসকল। হাতী ঘোঁৰা ৰথ আদিৰো সীমা সংখ্যা নাই। ভাৰতৰ বিভিন্ন ৰজাসকলেও তীৰ্থস্নান তথা কৃষ্ণদৰ্শন উপলক্ষে তালৈকে গৈছে। বাতৰি পাই নন্দ যশোদা গোপবালকসকল আৰু গোপীসকলো শ্ৰীকৃষ্ণক দৰ্শনৰ বাবে কুৰুক্ষেত্ৰলৈ গৈছে। আৰু গৈছে ৰাধা সখীসকলৰ দ্বাৰা পৰিবৃতা হৈ। কৃষ্ণক তেও দেখিলে বহু বাঞ্ছিত মিলনো হ'ল তেওৰ সৈতে কৃষ্ণৰ। কিন্তু ক'ৰবাত যেন ব্যৱধান ৰৈ গৈছে। দৰ্শনত সেই তৃপ্তি নাই মিলনত সেই আনন্দ নাই। শ্ৰীকৃষ্ণৰ এই আড়ম্বৰপূৰ্ণ জীৱনত ৰাধা অলপো সুখী হ'ব পৰা নাই তেওৰ মনৰ মাজত মধুৰ মুৰলীৰ পঞ্চম চুৰি কৰা সেই যমুনা পুলিনৰ কুঞ্জবন তাত শ্যামল কিশোৰ কৃষ্ণৰ মৃদুল গমন মৃদুল গানৰ স্মৃতিয়েই হাহাকাৰ কৰি উঠে। তেও বৃন্দাবনৰ বাবে উতলা হৈ সহচৰীক কৈছে

> প্ৰিয় সোহয়ং কৃষ্ণ সহচৰি কুৰুক্ষেত্ৰ মিলিত—
> স্তথাহং সা ৰাধা তদিদমুভয়ো সঙ্গমসুখম্।
> তথাপ্যন্তঃ খেলন্ মধুৰ মুৰলী পঞ্চমজুষে
> মনোমে কালিন্দীপুলিনবিপিনায় স্পৃহয়তি।। [১১১]

কৃষ্ণদাস কবিৰাজ গোস্বামীয়ে ৰূপ গোস্বামীৰ উক্ত শ্লোকটোৰ ভাঙনি কৰিছে এইদৰে

> 'ৰাজবেশ হাতী ঘোঁড়া মনুষ্য গহন।
> কাহা গোপ বেশ কাহা নিৰ্জন বৃন্দাবন।।
> সেই ভাব সেই কৃষ্ণ সেই বৃন্দাবন।
> যবে পাই তবে হয় বাঞ্ছিত পূৰণ।। [১১২]

বিবাহোত্তৰ জীৱনত সংসাৰৰ শত যন্ত্ৰণাৰ মাজত প্ৰত্যেকজন নাৰী পুৰুষৰেই বিবাহপূৰ্ব সেই নিৰ্জন উচ্ছলতাৰ বাবে এক ধৰণৰ ভাবাবেশ থাকিয়েই যায। সেয়ে সংসাৰৰ হাজাৰ কৰ্মব্যস্ততাৰ মাজতো কেতিয়াবা স্মৃতিৰে গঢ়া প্ৰেমাকুল মনটো কান্দি উঠে মনত পৰে সেই হাঁসি সেই অশ্ৰু সেই সব কথা। [১১৩]

'স্মৃতি কবিতাৰ কবিৰ মনতো খুন্দা মাৰিছে এক অব্যক্ত বেদনাই

---

১১১। মুখোপাধ্যায় উপেন্দ্ৰনাথ (সম্পা°) শ্ৰীশ্ৰীচৈতন্য চৰিতামৃত° প্ৰথম পৰিচ্ছেদ
১১২। পূৰ্বোক্ত গ্ৰন্থ
১১৩। ঠাকুৰ ৰবীন্দ্ৰনাথ কড়ি ও কোমল স্মৃতি

'সদায় মনত গুণো
নহয় সিদিনা পুনু
য'তে আছা থাকা ভালে
কৰোঁ অভিলাষ এই। [১১৪]

শাশ্বত প্ৰেমৰ অভিব্যক্তি অম্লান সৌন্দৰ্যৰে ভূষিত হৈ বৈষ্ণৱ কবিতাত যিদৰে বিন্যস্ত হৈছে, সেইদৰে 'স্মৃতি নামৰ কবিতাটিতো অতীত প্ৰেমৰ স্মৃতিয়ে মনৰ মণিকোঠাত পবিত্ৰ কৰুণ শলিতাত জ্বলি উঠা আলোকশিখাৰ দৰে দেদীপ্যমান হৈ উঠিছে।

হিতেশ্বৰ বৰবৰুৱাৰ কবিতাতো প্ৰেমানুভূতিৰ লগত গভীৰ বেদনাবোধ সম্পৃক্ত। এই বিষণ্ণ বেদনাৰ ছাঁ পৰিছে 'মহাভ্ৰম (খ) 'বছৰ বিদায (ক) আদি ছনেটগুচ্ছত। প্ৰেমিক প্ৰেমিকাৰ আকাংক্ষাৰ কাৰেংঘৰ নিৰাশাৰ অন্ধকাৰে আৱৰি ধৰে। প্ৰাণ খুলি হাঁহিব খোজা প্ৰেমিক-প্ৰেমিকাৰ অন্তৰৰ নিভৃততম কোণৰ পৰা ওলাই আহে অপূৰ্ণতাৰ সুৰ দুগাল তিযাই বাগৰি আহে তপত চকুলো। এযে প্ৰেম য'ত মিলনতকৈ বিৰহৰ ভূমিকাই অধিক সক্ৰিয। এয়ে আমাৰ জীৱন য'ত প্ৰাণ খোলা হাঁহিৰ মাজতো আছে বিষাদৰ সুৰ। শ্যেলীৰ ভাষাত

"We look before and after
And pine for what is not
Our sincerest laughter
With some pain is fraught [১১৫]

কবি কীটছৰ মতেও এই সংসাৰখন বিষাদেৰে পূৰ্ণ য'ত সৌন্দৰ্য সোনকালে মৰহি যায আৰু প্ৰেম ইমানেই দুৰ্বল যে তাৰ স্থাযিত্বও অতি কম

Here where men sit and hear each other groan
Where palsy shakes a few sad last grey hairs
Where youth grows pale and spectre– thin and dies
Where but to think is to be full of sorrow
And leaden eyed despairs
Where Beauty cannot keep her lustrous eyes
Or new Love pine at them beyond tomorrow [১১৬]

---

১১৪। শৰ্মা যজ্ঞেশ্বৰ (সম্পা॰) শতপত্ৰ স্মৃতি

১১৫। Palgrave s The Golden Treasury To A Skylark Lines 86-90

১১৬। Forman, H B (Ed ) The Poetical Works of John Keats Ode To A Nightingale Lines 24-30

## (ঙ) দাম্পত্য প্ৰণয়ৰ অভিব্যক্তি ঃ

ৰোমাণ্টিক কবিসকলে দাম্পত্য জীৱন বহিৰ্ভূত নাৰী প্ৰেমতহে অধিক গুৰুত্ব দিছিল। এই নাৰী প্ৰেমিকা অথবা মনেৰে গঢ়ি লোৱা মানসীহে। প্ৰকৃততে তেওঁলোকেই আছিল কাব্যপ্ৰেৰণাৰ উৎস। পত্নীয়ে এই প্ৰেৰণাৰ পটভূমিত নিজকে লাগী হিচাপে প্ৰতিষ্ঠিত কৰিব পৰা নাছিল। সেয়ে পতিয়ে পত্নীৰ ৰূপ-ঐশ্বৰ্য আৰু মৰম ভালপোৱাক লৈ কবিতা লিখিবলৈ অনুপ্ৰেৰিত হোৱা নাছিল। তথাপি সংসাৰৰ অভ্যস্ত পৰিবেশত পত্নীৰ প্ৰতি ভালপোৱা অভিব্যক্ত হৈছে কেইজনমান কবিৰ কবিতাত। অৱশ্যে বেছিভাগৰ ক্ষেত্ৰতে প্ৰেম-প্ৰণয়ৰ তীব্ৰতাতকৈ পত্নীৰ অকাল বিয়োগজনিত কাৰণত উথলি উঠা কাৰুণ্য আৰু শূন্যতাই প্ৰকটিত হৈছে অধিক। দুই-এগৰাকী মহিলা কবিয়েও সৰলতা আৰু আন্তৰিকতাৰে পতিপ্ৰেম আৰু আত্মনিবেদনৰ বাসনা প্ৰকাশ কৰিছে। এওঁলোকেও স্বামীৰ বিয়োগত ওপঁজা প্ৰেমৰ স্মৃতি বেদনাৰ স্বাক্ষৰ ৰাখি গৈছে। পত্নীপ্ৰেমৰ সোঁৱৰণি পোৱা যায় পদ্মনাথ গোহাঞিবৰুৱাৰ 'লীলা' কাব্যত। ২৫ টা স্বৰ্গত বিভক্ত এই কাব্যখনত অকালতে চিৰবিদায় লোৱা কবিৰ প্ৰথমা পত্নী লীলাৱতীদেৱীৰ সৈতে সুখ-দুখৰ স্মৃতি বিজড়িত দাম্পত্য জীৱনৰ নানা কথা বৰ্ণনা কৰা হৈছে। বস্তুনিষ্ঠ (Objective) কাব্যৰ ৰূপ দিবলৈ প্ৰযাস কৰিলেও কাব্যখন আত্মনিষ্ঠ (Subjective) কাব্যত পৰিণত হৈছে। এই সম্পৰ্কে মহেশ্বৰ নেওগে লিখিছে

> লীলাক যদিও কাব্য বা বস্তুনিষ্ঠ দীঘলীয়া কাব্য প্ৰবন্ধৰূপে উপস্থাপন কৰা হৈছে আৰু দ্বিতীয় সংস্কৰণত সৰ্গ বিভাগো কৰা হৈছে, ইখনি প্ৰকৃততে আত্মনিষ্ঠ 'ইলিজি' বা শোক কবিতাহে। কবিয়ে প্ৰথমা পত্নী লীলাৱতীৰ বিযোগ দু খত দুইৰো সম্পৰ্কৰ কাহিনী বৰ্ণনা কৰিছে। কিন্তু সেই ব্যক্তিগত শোকক মিল্টনৰ Lycidas শ্যেলীৰ Adonais বা টেনিছৰ In memoriam অৰ দৰে নৈৰ্ব্যক্তিক আৰু বিশ্বজনীন সুৰ দিব নোৱৰাত কাব্যিক ৰসায়ন সম্ভৱ হোৱা নাই। [১১৭]

দৰাচলতে 'লীলা' কাব্যত অভিব্যক্ত পত্নীপ্ৰেম অৰ্থাৎ পত্নীৰ প্ৰতি থকা মৰম-ভালপোৱা আৱেগ-অনুভূতি কাব্যখনিত লৌকিক স্তৰতেই ৰৈ গৈছে। পত্নীপ্ৰেমক কবিয়ে লৌকিকোত্তৰ তথা স্বৰ্গীয়প্ৰেমৰ স্তৰলৈ উন্নীত কৰিব নোৱাৰিলে। সেইদৰে পত্নীপ্ৰেমক সুঁৱৰি কবিৰ অন্তঃস্থিত শোক উথলি উঠিলেও সেই শোকে

---

১১৭। নেওগ মহেশ্বৰ অসমীয়া সাহিত্যৰ ৰূপৰেখা

বিশ্বজনীন শোকৰ আবেদন লৈ পাঠকচিত্তক আলোড়িত কৰিব পৰা নাই। তথাপি স্বামী স্ত্ৰীৰ দাম্পত্য প্ৰণয় আৰু সংসাৰ যাত্ৰাৰ ঘটনা সম্বলিত 'লীলা কাব্য খনৰ অসমীয়া সাহিত্যত এটি সুকীয়া আসন আছে আৰু চিৰদিন থাকিব। সংসাৰৰ চিৰ অভ্যস্ত পৰিবেশত পত্নীৰ প্ৰতি ভালপোৱাৰ যি খণ্ড চিত্ৰ কবিযে দাঙি ধৰিছে সেয়া অসমীয়া ৰোমাণ্টিক কাব্যাকাশত প্ৰথম আৰু অভিনৱ। ব্যক্তিগত আৱেগ অনুৰাগৰঞ্জিত কবিৰ পত্নীপ্ৰেমৰ স্মৃতিচাৰণৰ কাব্যৰূপো আকৰ্ষণীয়

বুকুত মুখানি
ধৰি হেঁপাহ বান্ধেৰে ঘনে সোধো কিবা।
উছাহ আৱেগ কিবা কি জানো কি ভাবে
ও-হুঁ ও তানে এটি সুৰ ঘন উশাহেৰে
নাকেদি বাহিৰ হ'ল তালু ফুটা ৰাগি।
বুজিলোঁ হিযাৰ ভাব হিযা ভিখাৰীযে।
কি যে সুখ কি যে শান্তি কি যে অনুভৱ
অৰ্ধ্বাঙ্গ মিলনে হায অৰ্ধ্বাঙ্গিনী সতে। [১১৮]

সৌন্দৰ্যলক্ষ্মী স্বৰূপা মৰমী পত্নীৰ লগত কবিৰ ভালপোৱাৰ মধুৰ আৰু উজ্জ্বল উষ্ণ সম্পৰ্কৰ চিত্ৰও ফুটি উঠিছে কাব্যখনৰ কোনো কোনো ঠাইত

কি যে ভাবে হিযা মোৰ কৰিলে বিভোল।
বুকুত চপাই ধৰি হাঁহি সুৰাগেৰে
দিলো এটি হিযা ছেপা আৱেগ বান্ধেৰে
শুজিলো শলাগ ঋণ। লগালে লীলাই
পুনু বেঁকা চাহনিৰে ওপৰঞ্চি ঋণ
ওঠেৰে অমিযা চুহি দিলো প্ৰতিদান। [১১৯]

দাম্পত্যপ্ৰেমৰ সূক্ষ্ম সূক্ষ্ম ভাবানুষংগসমূহো ফুটি উঠিছে কাব্যখনৰ কোনো কোনো ঠাইত। দ্বিধা দ্বন্দ্ব-লাজ আৰু অজানিত আশংকাত উদ্‌গ্ৰীৱ পত্নীয়ে প্ৰথম মিলননিশাত স্বামীৰ প্ৰথম পৰশৰ স্মৰণীয় মুহূৰ্তত সংকুচিতা হৈ পৰে। অথচ নৱবধুৰ অন্তৰৰ নিভৃত কোণত অন্তৰ্লীন হৈ থাকে সেই দ্বিধাজৰ্জৰ মুহূৰ্তটিৰেই

---

১১৮। পদ্মনাথ গোহাঞিবৰুৱা ৰচনাৱলী লীলা কাব্য দশম সৰ্গ
১১৯। পদ্মনাথ গোহাঞিবৰুৱা ৰচনাৱলী লীলা কাব্য দ্বাদশ সৰ্গ

আগমনী প্ৰত্যাশা। সেই মুহূৰ্তত প্ৰিয়তম স্বামীৰ কৌতূহলী দৃষ্টিৰ সন্মুখতেই নিজকে লুকাই ৰাখিবলৈ এক প্ৰাণময়ী প্ৰচেষ্টাৰ সলজ্জ অভিব্যক্তি ফুটি উঠে নববধুৰ প্ৰতিটো অংগতে। এনে এটি চিত্ৰকল্পৰ সন্ধান পোৱা যায় নিম্নলিখিত শাৰীকেইটিত

নেচাও যেতিয়া মই মুখলই মোৰ
একেথৰে থাকে চাই হেঁপাহ চকুৰে।
চকুত পৰিলে চকু কৰে তলমূৰ
ধৰা পৰা চমকনি খাই। [১২]

গৃহৰ পৰিমণ্ডলত আশ্ৰিত কল্যাণময় এই দাম্পত্যপ্ৰেমৰ 'লীলা কাব্যত বৰ্ণাঢ্যৰূপেই চিত্ৰিত। সেয়ে দাম্পত্যপ্ৰেমৰ শুচিস্নিগ্ধ আলোকত আৰু উত্তম লোকাযত প্ৰেমচেতনাত গোহাঞিবৰুৱাৰ 'লীলা কাব্য এখন অনুপম কাব্যৰূপেই বিবেচিত হ'ব।

পত্নীপ্ৰেমৰ উজ্জ্বল পৰাকাষ্ঠা দেখুৱাইছে বেজবৰুৱাই তেওৰ 'প্ৰিয়তমা কবিতাত। নৈসৰ্গিক সৌন্দৰ্য সুষমাৰ লগত প্ৰিযতমা পত্নীৰ বিভিন্ন অংগৰ সাদৃশ্য বৰ্ণাই কবিয়ে পত্নীৰ দৈহিক সৌন্দৰ্যৰ গুণ গান কৰিছে। প্ৰিযতমাৰ দাঁতৰ লগত মুকুতা মালাৰ হেঙুলী ওঠৰ লগত ৰঙা পোৱালৰ মণিৰ নিমজ গালৰ লগত ৰূপহ গোলাপৰ চকুৰ লগত পদুম ফুলৰ মিল দেখুৱাই পত্নীক প্ৰেমৰ পুতলা/চেনেহ প্ৰতিমা বুলি আখ্যাযিত কৰিছে। উল্লেখযোগ্য যে বৰ্ণনা কৌশল লঘু তৰল হ'লেও কবিতাটিত ৰূপ সৌন্দৰ্যময় প্ৰেমৰ নিপুণ শিল্পায়ন সহজেই লক্ষ্য কৰা যায়।

স্বজন হেৰোৱা বিয়োগ বেদনাই কবি হিতেশ্বৰ বৰবৰুৱাৰ কবিমানসত অপৰিমোচনীয প্ৰভাৱ বিস্তাৰ কৰিছিল। আত্মীয স্বজনৰ মৃত্যুশোকক আধাৰ হিচাপে লৈ ৰচিত কবিতাসমূহ 'সন্তপ্তৰ হামৰাও নামেৰে কবিৰ 'বিৰহিণী বিলাপ কাব্যখনৰ ওপৰঞ্চি হিচাপে প্ৰকাশিত হৈছে। ১৯১০ চনত দ্বিতীয় পুত্ৰ জীতেনৰ মৃত্যুৰ দুবছৰ পিছতে প্ৰিযতমা পত্নীৰ মৃত্যু হয়। পত্নীৰ অকাল বিয়োগৰ নিৰ্মম বেদনাই কবিক চৰম আঘাত দিছে। তেওঁৰ হৃদয় যেন বিদীৰ্ণ হোৱাৰ উপক্ৰম হৈছে। তেওৰ জীৱনবীণৰ তাঁৰ ছিগি যেন গীত-মাত-সুৰ অনন্তকালৰ বাবে বন্ধ হৈ গৈছে। পত্নীহাৰা কবি-অন্তৰৰ বেদনা-ধ্বনি এইদৰে কঁপি উঠিছে

---

১২০। পূৰ্বোক্ত গ্ৰন্থ দশম সৰ্গ

'হায়। যি অমূল্য ধন হেৰাল হাততে
হিতেশে আৰু কি পাব?
হিতেশৰ প্ৰাণ হিতেশৰ মন
আৰু কি আগৰ হ'ব?
আৰুনো হিতেশে হাঁহিব মিচিকি
প্ৰাণৰ অমিয়া হাঁহি
বাজিবনে ধীৰে আৰু হিতেশৰ
প্ৰাণত মধুৰ বাঁহী? [১২১]

জন্মান্তৰবাদত বিশ্বাসী কবিয়ে অৱশেষত নিজকে সংযত কৰিছে পত্নীৰ লগত পৰকালত মিলন হোৱাৰ আত্ম প্ৰত্যযেৰে

প্ৰাণৰ সংগীত প্ৰাণত মিলিব
অশান্তি কৰিব দূৰ। [১২২]

বছৰ বিদায (ক) নামৰ আন এটি কবিতাত কবিযে পত্নী বিয়োগৰ বেদনাক মৰ্মস্পৰ্শীৰূপে বৰ্ণনা কৰিছে। সুখে দু খে জীৱনৰ লগৰীযা প্ৰাণাধিকা পত্নীৰ অবৰ্তমানত কবিৰ হিয়া পুৰি দেই ছাই হোৱাৰ দৰে নিষ্প্ৰাণ নিথৰ হৈ পৰিছে

যোঁৱা তুমি যোঁৱা দিন যোঁৱা বছৰৰ।
হিযা উদঙাই দিছোঁ তোমাক বিদায।
কত শোক কত দু খ তাৰ সংসাৰৰ
দিলা দুৰ্ভাগাক সীমা সংখ্যা নাই।
মনৰ অশান্তিৰূপী অগনি জ্বলাই।
পুৰি দেই ছাই তুমি কৰিলা হিযাক।
হৰিলা প্ৰাণ প্ৰেযসী উদঙালা হিয়া
কৰিলা এন্ধাৰ ঘৰ।। নালাগে তোমাক।। [১২৩]

বাৰমাহী গীতৰ ক্ষীণ প্ৰভাৱপুষ্ট বৰবৰুৱাৰ 'বিৰহিণী বিলাপ কাব্যতো স্বামী-বিৰহত ঘৰত থকা পত্নীৰ মৰ্মান্তিক বিৰহ যন্ত্ৰণা ফুটি উঠিছে। সেইদৰে 'তিৰোতাৰ আত্মদান কাব্যতো প্ৰাণাধিকা পত্নী জয়মতীৰ মৃত্যুত স্বামী গদাপাণিৰ পত্নী শোকত

১২১। শইকীয়া পূৰ্ণানন্দ হিতেশ্বৰ বৰবৰুৱাৰ কবিমানস প্ৰিযতমা
১২২। পূৰ্বোক্ত গ্ৰন্থ
১২৩। পূৰ্বোক্ত গ্ৰন্থ বছৰ বিদায় (ক)

উথলি উঠা মৰ্মান্তিক বেদনাৰ কথা প্ৰকাশ পাইছে। কবিয়ে অকালতে হেৰুওৱা জীৱনসংগিনীৰ বিয়োগ শোক এনেদৰে প্ৰকাশ কৰিছে

'ৰাণীৰ শোকত তুমি কান্দিছা বিনাই
বিফল হিতেশ আজি পত্নী হেৰুৱাই।
*** *** *** *** *** ***
আছিল মনত আশা অন্তিমত প্ৰাণাধিকা।
দুচকু মুদিম বুলি তোমাৰ হাতত।
কিন্তু বিধাতাৰ বিধি কি কৰি বুজিম আজি।
ভাঙিলে সি সুখময় স্বপ্ন আকাশত। [১২৪]

অৱশ্যে এই কথা অনস্বীকাৰ্য যে ব্যক্তিগত জীৱনৰ আৱেগ আকুলতা জড়িত কৰাৰ ফলত এনেবিধ কাব্যৰ কাব্যগুণ বহু পৰিমাণে অবনমিত হৈছে।

ইন্দ্ৰিয় বাসনাময় সৌন্দৰ্যৰ অনুভূতিত প্ৰেমৰ অকপট আৱেগত আৰু সুতীব্ৰ বিচ্ছেদ বেদনাৰ ৰূপায়ণত ভাঙনিকোঁৱৰ আনন্দচন্দ্ৰ আগৰৱালা এজন আগশাৰীৰ কবি। ৰূপ-ঐশ্বৰ্য তথা প্ৰেম বৰ্ণনাৰ ক্ষেত্ৰত সংযম আৰু নিৰ্মলতা চিত্ৰণৰো তেওঁ ৰূপকাৰ। আগৰৱালাৰ প্ৰণয়ৰ পৰিণাম দাম্পত্যপ্ৰণয় বিষয়ক এটি কৰুণ ৰস সিক্ত কবিতা। অত্যুজ্জ্বল সৌন্দৰ্য প্ৰতিমাৰ দৰেই শুচি স্নিগ্ধা নায়িকাৰ মাজেৰে নাৰীৰ মানবিক অথচ অধ্যাত্ম দীপ্তিময় প্ৰেমৰ আকৃতি ফুটি উঠিছে কবিতাটিত। প্ৰেমৰ মংগলবোধ আৰু গাৰ্হস্থ্য চিন্তাৰ ফালৰ পৰা কবিতাটো ৰমণীয়। স্বামীৰ প্ৰেমত আত্মহাৰা ৰোগ-শয্যাত শায়িতা মুমূৰ্ষু পত্নীৰ স্মৃতি-ৰোমন্থিত কাতৰ উক্তিয়ে পাঠকক দুখৰ সমভাগী কৰি তোলে

'অ আহিলানে আহাঁ নাথ শেষবাৰ চাই লও
শেষবাৰ এটি চুমা খাও।
তোমাৰ বুকুত নাথ মৰো আজি মূৰ থই
ক্ষমা অপৰাধ আজি যাও। [১২৫]

নাৰীহৃদয়ৰ অসহনীয় ট্ৰেজিক প্ৰতিচ্ছবি কবিতাটোত মূৰ্ত হৈ উঠিছে। আত্মনিবেদনৰ বাসনা আৰু হৃদয়াৱেগৰ সুন্দৰ প্ৰকাশ কবিতাটোত বিদ্যমান। অথচ আত্মনিবেদন আৰু মিলনাকাংক্ষাৰ মাজতো ভোগলিপ্সাৰ সামান্য ছিটিকণিও পৰা

---

১২৪। বৰৰৰুৱা হিতেশ্বৰ — তিৰোতাৰ আত্মদান দ্বাদশ সৰ্গ
১২৫। নেওগ 'মহেশ্বৰ (সম্পা°) — সঙ্কলন প্ৰণয়ৰ পৰিণাম

নাই। কবিতাটিত চিত্ৰিত পত্নীগৰাকী ভাৰতীয় শাশ্বত নাৰী আৰু গৃহবধূৰেই প্ৰতিভূ। এইশ্ৰেণী নাৰীযেই স্বামীক 'তুমিয়ে প্ৰাণৰ প্ৰাণ তুমি বিনে নাই আন [১২৬] বুলি সততে বিশ্বাস কৰে আৰু সিঁথাত সেন্দুৰ লৈ স্বামীৰ চৰণত মূৰ থৈ চিৰদিনৰ বাবে চকু মুদিব বিচাৰে। ৰবীন্দ্ৰনাথ ঠাকুৰে 'দুই নাৰী শীৰ্ষক কবিতাটিত নাৰীৰ সুকীয়া দুটি ৰূপ দেখুৱাইছে এনেদৰে

একজন উৰ্বশী সুন্দৰী
বিশ্বেৰ কামনাৰাজ্যে ৰাণী
স্বৰ্গেৰ অপ্সৰী।
অন্যজনা লক্ষ্মী সে কল্যাণী
বিশ্বেৰ জননী তাৰে জানি
স্বৰ্গেৰ ঈশ্বৰী। [১২৭]

অৰ্থাৎ এগৰাকী তৃষ্ণাৰ ৰূপমূৰ্তিত উচ্ছলা অনিন্দ্যসুন্দৰী উবশীৰ দৰে আনগৰাকী ক্ষমা সহিষ্ণুতা স্নিগ্ধতাৰে অনুপমা লখিমীৰূপা এগৰাকী 'ফাল্গুনেৰ সুৰাপাত্ৰ হাতত লৈ পুৰুষৰ মন হৰণ কৰে আনগৰাকীয়ে 'অশ্ৰুৰ শিশিৰ স্নানে'ৰে পুৰুষক প্ৰশান্ত কৰে। প্ৰণযৰ পৰিণাম'ত চিত্ৰিত নাৰীগৰাকী নি সন্দেহে দ্বিতী'যাক্ত নাৰীৰেই আদৰ্শ প্ৰতিভূ যিজনীয়ে অৱশেষত স্বামীৰ কোলাত মূৰ থৈ ইহস‚সাৰ ত্যাগ কৰিছে।

প্ৰেমত আদৰ্শ আৰোপ কৰাটো মহিলা কবিসকলৰ সাধাৰণ প্ৰবৃত্তি। সামাজিক সুনীতি অক্ষুণ্ণ ৰখাৰ প্ৰচেষ্টাত ব্ৰতী থকা মহিলা কবিসকলৰ প্ৰেমকবিতাত তীব্ৰতা নাই উষ্ণতা নাই, তাৰ সলনি আছে নিযৰ সিক্ত প্ৰভাতী ফুলৰ দৰে স্নিগ্ধতা। কবিতাবোৰো সহজ সৰল গীতি-ধৰ্মী আত্ম বেদনাৰ মাধুৰ্য আৰু কাৰুণ্যত সেইবোৰ অম্লান।

বি‚শ শতিকাৰ প্ৰথমাধৰ অসমীযা মহিলা কবি নলিনীবালা দেৱী ধমেশ্বৰী দেৱী বৰুৱানী আৰু যমুনেশ্বৰী খাটনিযাৰৰ কবিতাত সেই আদৰ্শমূলক প্ৰেমৰেই ৰূপাযণ দেখা যায। আত্মনিবেদন ব্যাকুলতা আদি এইসকল মহিলা কবিৰ সাধাৰণ বৈশিষ্ট্য। প্ৰিযতম স্বামীক হেৰুওৱাৰ বেদনা পাহৰিবলৈ জগত স্বামীৰ শ্ৰীচৰণত আত্মনিবেদন কৰিবলৈ কবি নলিনীবালা দেৱী যিদৰে ভগৱৎমুখী সেইদৰে সাংসাৰিক যাতনা আৰু যৌৱনাৱস্থাতেই কঠিন ব্যাধিত আক্ৰান্ত প‚গু কবি ধৰ্মেশ্বৰী দেৱী বৰুৱানীয়ো সম্পূৰ্ণৰূপে বিশ্বস্বামীৰ সান্নিধ্য পোৱাৰ বাবে উদ্‌গ্ৰীৱ আকুল

---

১২৬। পূৰ্বোক্ত গ্ৰন্থ
১২৭। ঠাকুৰ ৰবীন্দ্ৰনাথ ঃ বলাকা ২৩ নং কবিতা

(ক) ৰৈ আছোঁ শেষ অৰ্ঘ্য লৈ পূজোঁ বুলি তোমাৰ চৰণ
জীৱনৰ গধূলি পৰত কৰোঁ বুলি তোমাক বৰণ। [১২৮]

(খ) প্ৰাণৰ তৃষ্ণাই আকুল কৰিলে
প্ৰিয় মিলনৰ আশে
ক'ত সেইজন বাঞ্ছিত ধন
ক'তে বা লুকাই আছে। [১২৯]

এইবোৰৰ উপৰি অসমীয়া ৰোমাণ্টিক কবিতাত বিস্তৃত ৰূপতেই পোৱা যায় প্ৰেম আৰু সৌন্দৰ্য চেতনাৰ অতীন্দ্ৰিয় অভিব্যক্তিপূৰ্ণ কবিতা। লালসাবিহীন অনন্ত অসীম সৌন্দৰ্যৰ এই প্ৰেমবোধ যেন প্লেটোৰ আদৰ্শকল্পিত। মৰ্ত্য অস্তিত্বৰ স্থূল কামনা-বাসনাৰ ঊৰ্ধ্বায়নেই এই প্ৰেমৰ বৈশিষ্ট্য। প্ৰায়ভাগ কবিয়েই এই দিশত আলোকপাত কৰিছে যদিও অম্বিকাগিৰী ৰায়চৌধুৰী যতীন্দ্ৰনাথ দুৱৰা ৰত্নকান্ত বৰকাকতী আদি এই দিশৰ শ্ৰেষ্ঠ কবি। তদুপৰি নীলমণি ফুকন আনন্দচন্দ্ৰ বৰুৱা প্ৰভৃতি কবিসকলৰ কবিতাতো এই মিষ্টিক ভাৱধাৰা লক্ষ্য কৰা যায়।

## ৩। স্বদেশপ্ৰেম

### (ক) প্ৰাচীন ভাৰতত দেশভক্তি

বিশেষ কোনো ভৌগোলিক অৱস্থানৰ ওপৰত থকা মমতাবোধকেই দেশপ্ৰেম বোলা হয়। এই অৰ্থত দেশ বুলিলে মাথোন এডোখৰ ভূমিকে অথবা কোনো এক নিৰ্দিষ্ট ভৌগোলিক আবেষ্টনীকেই নুবুজায়। সেই ভূ খণ্ডৰ অন্তৰ্গত ভাষা-সাহিত্য কলা কৃষ্টি ঐতিহ্য পৰম্পৰা মানুহ মানুহৰ উত্থান পতনৰ ইতিহাস— সকলোকে সামৰি এক ব্যাপক অথচ সংহত ৰূপটোকে বুজা যায়। নিৰ্দিষ্ট এই ভৌগোলিক সংস্থানৰ প্ৰতি ইয়াৰ বাসিন্দাসকলৰ থাকে নিবিড় আস্থা আৰু শ্ৰদ্ধা। এই শ্ৰদ্ধা আৰু আনুগত্যই বিপদ আপদত সেই সংহতিৰ মহতী ৰূপটোক বিনষ্ট হ'ব পৰা প্ৰতিকূলতাৰ বিৰুদ্ধে এক কৰি ৰাখে। প্ৰাণৰ বিনিময়তো দেশৰ অখণ্ডতা আৰু পবিত্ৰতা ৰক্ষাৰ বাবে দেশবাসী সাজু হৈ থাকে। দেশৰ প্ৰতি আত্মাহুতিৰ এই যি প্ৰেৰণা— ইয়েই দেশপ্ৰেম। আত্মত্যাগৰ এই মহান শক্তিয়ে সমগ্ৰ জাতিটোক ৰক্ষা

---

১২৮। শৰ্মা যজ্ঞেশ্বৰ (সম্পা°) শতপত্ৰ শেষ অৰ্ঘ্য
১২৯। পূৰ্বোক্ত গ্ৰন্থ মিলন প্ৰয়াস

কৰে শুভবুদ্ধি জ্ঞান আৰু শ্ৰীবৃদ্ধিৰে গোটেই দেশখনকে নদন-বদন কৰি গঢ়ি তোলে। অন্তৰ্বিপ্লৱ অথবা বহিৰ্বিপ্লৱৰ ভয়ংকৰ বিপদৰ পৰাও দেশ আৰু জাতিক ৰক্ষা কৰে এই দেশানুৰাগে।

পৃথিৱীৰ সকলো দেশতেই জন্মভূমিক জননীৰ মৰ্যাদা দিয়া হয়। অসমৰ জাতীয় সংগীত ভাৰতৰ অন্যতম ৰাষ্ট্ৰীয় সংগীত 'বন্দেমাতৰম বাংলা দেশৰ ৰাষ্ট্ৰীয় সংগীত প্ৰভৃতিৰ মাজেৰে স্বদেশকেই মাতৃৰূপে আৰাধনা কৰা হৈছে। ৰাছিয়াতো বিপ্লৱৰ সময়ত কবি সাহিত্যিক তথা দেশবাসীয়ে দেশক মাতৃস্বৰূপে জ্ঞান কৰিছিল। যেতিয়া বিশ্বত্ৰাস হিটলাৰৰ প্ৰচণ্ড আঘাতত ৰুছদেশ শোচনীযভাৱে বিধ্বস্ত হৈ পৰিছিল প্ৰতিটো ৰণাংগণতে ৰুছবাহিনীযে চৰম পৰাজযক বৰণ কৰি ল'বলগীয়া হৈছিল ৰাছিযাৰ জনসাধাৰণৰ আত্মবিশ্বাস একেবাৰে ভাঙি পৰিছিল তেতিযা ভান্ডা ওৱাছিলুস্কাৰ 'ৰামধনু (The Rainbow) উপন্যাসখনত চিত্ৰিত Mother Russia -ৰ বীৰাংগনা আৰু মোহিনী মূৰ্তিযে বিপৰ্যস্ত আৰু অৱসন্ন ৰুছবাসীক দেশপ্ৰেমেৰে উদ্বুদ্ধ কৰি তুলিছিল। সেই সংকটপূৰ্ণ মুহূৰ্তত তেওলোকে অন্তৰ্জাতিকতা এৰি স্বজাতি আৰু স্বদেশৰ কল্যাণ কামনাত নিজকে নিযোজিত কৰিছিল দেশ পূজিত হৈছিল তেতিয়া দেশজননীৰ ৰূপেৰে।[১৩]

দেশমাতৃকাৰ প্ৰতি গভীৰ শ্ৰদ্ধা-ভক্তিসূচক শ্ৰীৰামচন্দ্ৰৰ এষাৰ বাণী 'জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীযসী — (ৰামাযণ ল কা কাণ্ড) মূলত প্ৰাচীন ভাৰতীয় হিন্দুসকলৰে মনৰ কথা। প্ৰাচীন ভাৰতীয আদৰ্শত দেশপ্ৰেম দেশভক্তিৰূপেই প্ৰকাশিত হৈছিল। সেয়ে প্ৰাচীন শাস্ত্ৰত ভাৰত ভূমিক পুণ্যভূমি কৰ্মভূমি বুলি উল্লেখ কৰা হৈছে। দেৱতাসকলেও এই পুণ্যভূমিত জন্ম লোবাৰ আকাংক্ষা কৰে।[১৩১] যিসকলে পুণ্যভূমি ভাৰতত জন্ম লয় তেওলোকে দেৱতা সকলোতকৈযো ধন্য হয।[১৩২] বহু জনমৰ পুণ্যৰ ফলতহে কদাচিৎ এই দেশত জন্ম হয।[১৩৩] আধুনিক কালৰ মনীষী অৰবিন্দই বিপ্লৱী জীৱনৰ স্মৃতিচাৰণ কৰিবলৈ গৈ কোৱা এষাৰ মূল্যবান উক্তি

---

১৩০। 'স্মৰণিকা নিখিল ভাৰত বংগ সাহিত্য সম্মেলন শিলচৰ ১৯৮৯ (অসিত বন্দ্যোপাধ্যায়ৰ প্ৰবন্ধ— ভাৰতীয় জাতীয়তাবোধেৰ উন্মেষে বাংলা সাহিত্যেৰ অবদান)।

১৩১। 'অহোতপি দেবা ইচ্ছন্তি জন্ম ভাৰতভূতলে (শ্ৰীমদ্‌ভাগবৎ ৫ ১৯)

১৩২। গায়ন্তি দেবা' কিল গীতকানি
ধন্যাস্তু তে ভাৰত ভূমিভাগে।
স্বৰ্গাপবৰ্গাস্পদ মাৰ্গভূতে
ভবন্তি ভূয়' পুৰুষা' সুৰত্বাৎ।। (বিষ্ণু পুৰাণ— ২ ৩ ২৪)

১৩৩। অত্ৰ জন্ম সহস্ৰাণাং সহস্ৰৈৰপি সত্তম।
কদাচিল্লভতে জন্তুৰ্মানুষ্যং পুণ্যসঞ্চয়াৎ।। (বিষ্ণু পুৰাণ— ২ ৩ ২৩)

আলোচনালৈ আনিছে অশোক কুমাৰ মিশ্ৰই তেওঁৰ 'আধুনিক বাংলা কবিতাৰ ৰূপৰেখা নামৰ গ্ৰন্থত। শ্ৰীঅৰবিন্দই জননী জন্মভূমি সম্পৰ্কে কৈছে

> যদি দেশকে শুধু একটা ভৌগোলিক অবস্থিতি কতগুলো মাঠ বন পর্বত নদীৰ সমষ্টি এব, কয়েক লক্ষ ভাল মন্দ মানুষেৰ বসবাস (ভূমি) বলে মনে কৰতাম তাহলে নিজেৰ ও দশজনেৰ জীবনকে বিপন্ন কৰতাম না মোটেই। আমিতো জডবাদী নই। দেশকে আমি 'মা বলে অনুভব কৰেছি। পূজা কৰেছি, তোমৰা যেমন মাকে পূজা কৰ। তোমাদেৰ ৰক্তমাংসেৰ দেহেৰে মত দেশও জীবন্ত প্ৰাণবন্ত তা না হলে দেশপ্ৰেম হয়না। [১৩৪]

## (খ) ভাৰতীয় জাতীয়তাবোধ

এক অখণ্ড ভাৰত চেতনাৰ উৎস অতি প্ৰাচীন। অন্ততঃ মহাকাব্যৰ যুগৰ পৰাই এই ধাৰণাই এটি স্পষ্ট ৰূপ ল'বলৈ সক্ষম হৈছিল। ৰবীন্দ্ৰনাথ ঠাকুৰে অখণ্ড ভাৰত ঐক্যৰ প্ৰাচীন উৎস সম্পৰ্কে ভৰত ৰাজব,শৰ কথা উল্লেখ কৰিছে। [১৩৫] তথাপি খ্ৰী পূ ১৫০০ অব্দৰ পৰা খ্ৰীষ্টীয ১০ম শতাব্দী— প্ৰায আঢৈ হাজাৰ বছৰজুৰি ভাৰতবৰ্ষৰ যি সাংস্কৃতিক জীৱন বিকশিত হৈছে, তাক আধুনিক সমাজনীতি আৰু ৰাষ্ট্ৰনীতিৰ আদৰ্শত স,হত নেশ্যন (Nation) বুলিব নোৱাৰি। ঊনবিংশ শতিকাত হোৱা ভাৰতবৰ্ষৰ নৱজাগৰণৰ জৰিযতে যি ভূমিকেন্দ্ৰিক দেশচেতনা স্বদেশ ঐক্যৰ মাহাত্ম্য ইতিহাস চেতনা ভাষাপ্ৰেম আৰু দেশপ্ৰেম আদি স্পৰ্শকাতৰ অথচ গুৰুত্বপূৰ্ণ ধাৰণাসমূহ গঢি উঠিছিল তাৰ বহুখিনিযেই আছিল ইউৰোপৰ দান। প্ৰাচীন ভাৰতবাসীযে 'বসুধৈৱ কুটুম্বকম বুলি ধাৰণা কৰিলেও বাহিৰৰ বস্তুক দ্বিধাহীনভাৱে স্বীকাৰ কৰি লোৱা প্ৰৱণতা তেওঁলোকৰ মাজত নাছিল। ইংৰাজসকল অহাৰ পিছতহে ভাৰতীয মনীষীসকলে পাশ্চাত্যৰ ভাবধাৰাক উদাৰ মনেৰে আঁকোৱালি ল'বলৈ চেষ্টা কৰে। ইংৰাজ শাসনৰ লগে লগে যিকেইটা ভাবধাৰা ভাৰতীযসকলৰ মনত প্ৰতিষ্ঠিত হৈছিল তাৰ ভিতৰত জাতীয়তাবোধ প্ৰধান। ইউৰোপীয় ৰেণেছাঁৰ ফলত ভাষাৰ মুক্তিৰ লগে লগে বিভিন্ন ভাষা ভাষীৰ মাজতো স্বদেশপ্ৰেম আৰু অঞ্চলস্বাতন্ত্ৰ্যই দেখা দিলে। স্বাদেশিকতাৰ অভ্যুত্থান আৰু শক্তি বৃদ্ধিৰ ফলত সমাজ সমালোচনাৰ লগে লগে স্বজাতি-স্তুতিও লেখক আৰু বুদ্ধিজীৱীৰ কৰ্তব্যৰ

---

১৩৪। মিশ্ৰ অশোক কুমাৰ    আধুনিক বাংলা কবিতাৰ ৰূপৰেখা

১৩৫। ৰবীন্দ্ৰ ৰচনাবলী ১৪শ খণ্ড    বাংলো ভাষা পৰিচয়

অংশ হৈ পৰে। ক'বলৈ গ'লে স্বদেশ মাহাত্ম্য উপলব্ধিৰ এটি শৃংখলাবদ্ধ অৱস্থা আনি দিয়ে পাশ্চাত্য চিন্তাধাৰাই। এই সম্পৰ্কে ৰবীন্দ্ৰনাথে লিখিছে

> স্বাদেশিক ঐক্যেৰ মাহাত্ম্য আমৰা ইংৰেজেৰে কাছে শিখেছি। জেনেছি এৰ শক্তি এৰ গৌৰব। দেখেছি এই সম্পৰ্কে এদেৰ প্ৰেম আত্মত্যাগ জনহিতব্ৰত। ইংৰেজেৰে এই দৃষ্টান্ত আমাদেৰ হৃদযে প্ৰবেশ কৰেছে, অধিকাৰ কৰেছে আমাদেৰ সাহিত্যকে। আজ আমৰা দেশেৰ নামে গৌৰব স্থাপন কৰতে চাই মানুষেৰ ইতিহাসে। [১৩৬]

ই লণ্ডৰ ৰোমাণ্টিক কাব্য আন্দোলনৰ প্ৰভাৱেও ভাৰতীয় জাতীযতাবোধ জাগ্ৰত কৰাত এক গুৰুত্বপূৰ্ণ ভূমিকা লয। অসমীয়া ৰোমাণ্টিক স্বদেশপ্ৰেমৰ একাংশ কবিতা ইংৰাজী ৰোমাণ্টিক কবিতাৰেই পৰোক্ষ দান। আনহাতে ইংলণ্ডৰ ওপৰত এক সুদূৰপ্ৰসাৰী প্ৰভাৱ বিস্তাৰ কৰিছিল তৎকালীন স ঘটিত ফৰাচী বিপ্লৱৰ যুগান্তকাৰী ঘটনাই। ইংলণ্ডত ৰোমাণ্টিক যুগতেই মানুহৰ প্ৰমূল্য নতুনকৈ নিৰ্ণীত হয। প্ৰকৃতি বন্দনাৰ লগে লগে ধ্বনিত হয মানৱতাবোধৰ জযগান। ১৭৮৯ খ্ৰী ত সংঘটিত ফৰাচী বিপ্লৱৰ সাম্য মৈত্ৰী আৰু স্বাধীনতাৰ বাণীযে ইংলণ্ডৰ কবি-সাহিত্যিকসকলকো দেশপ্ৰেমৰ জোৱাৰেৰে আলোড়িত কৰি তুলিছিল। ফৰাচী বিপ্লৱৰ লগে লগে সমগ্ৰ ইউৰোপতে জনমানসত বন্ধনমুক্তিৰ প্ৰচণ্ড উদ্গীৰণ হ'বলৈ ধৰে। ইউৰোপীয সমাজজীৱনত ঘটিল এক যুগান্তকাৰী ৰূপান্তৰ। এই বিপ্লৱৰ ফলত স্বেচ্ছাচাৰী শাসনৰ অৱসান ঘটি গণতন্ত্ৰ প্ৰতিষ্ঠা হ'ল। ইমান দিনে ৰজাকেই ঈশ্বৰৰ প্ৰতিনিধিৰূপে জনসাধাৰণে অৰ্ঘ্যদান কৰি আহিছিল— ভীত আৰু আতংকিত মনেৰে। তেওলোকে ৰজাৰ শাসনকে ঈশ্বৰৰ আশীৰ্বাদ বুলি মানি আহিছিল। ৰজাৰ স্বেচ্ছাচাৰিতা উচ্চ শ্ৰেণীৰ দ্বাৰা সংখ্যাগৰিষ্ঠ নিম্ন শ্ৰেণীৰ প্ৰতি বঞ্চনা অৱহেলা ধৰ্মযাজকসকলৰ ভুৱা অলৌকিক মহিমা আৰু কু সংস্কাৰৰ বিৰুদ্ধে জনসাধাৰণে বিপ্লৱৰ পথ বাছি ল'লে। এই বিপ্লৱত ইন্ধন যোগালে মণ্টেচকিউ (Montesquieu) ভল্টেযাৰ (Voltaire) আৰু ৰুছোই (Rousseau)। মণ্টেচকিউ আছিল সাংবিধানিক ৰাজতন্ত্ৰৰ সমৰ্থক ফ্ৰান্সত থকা সেই সময়ৰ শাসন ব্যৱস্থাৰ দোষ-ত্ৰুটি দেখুৱাই তেও সেই ব্যৱস্থাৰ পৰিৱৰ্তন বিচাৰিছিল। ভল্টেয়াৰে ধৰ্মীয় অনুষ্ঠানসমূহত থকা ব্যভিচাৰবোৰৰ প্ৰতি জনসাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰিছিল। জনসাৰ্বভৌমত্বৰ সমৰ্থক ফৰাচী বিপ্লৱৰ জন্মদাতা মুক্তিৰ অগ্ৰদূত ৰুছোই মানুহৰ মাজত সমতাৰ ধ্বনি তুলিলে। তেওৰ মতে ৰজাই প্ৰজাসকলৰ পৰাহে ক্ষমতা পায় সেয়ে স্বৈৰতন্ত্ৰী বা স্বেচ্ছাচাৰী শাসন

---

১৩৬। পূৰ্বোক্ত গ্ৰন্থ

চলোবাৰ ৰজাৰ কোনো অধিকাৰ নাই। ৰুছোই ঘোষণা কৰিছিল স্বাধীনতা মানুহৰ জন্মগত অধিকাৰ। মানুহৰ স্বাধীনতাক অস্বীকাৰ কৰাৰ অৰ্থই হ'ল মানুহৰ মনুষ্যত্বক অস্বীকাৰ কৰা মানুহৰ অধিকাৰ আৰু মানৱজাতিৰ প্ৰতি থকা দায়িত্ব আৰু কৰ্তব্যবোধকে অস্বীকাৰ কৰা। ৰুছোৰ মতে মানুহ জন্মাৰ সময়ত মুক্ত হয়েই জন্মে কিন্তু মানুহক সকলোতে সংস্কাৰৰ শিকলি লগাই বান্ধি ৰখা হয়। প্ৰকৃতিপ্ৰদত্ত পৃথিৱীত সকলোৰে সমতাৰ বিষয়ে ৰুছোৰ ধাৰণা সম্পৰ্কে বুৰঞ্জীবিদে লিখিছে

> All men would be free and equal nobody would claim to own the land which God had given to all there would be no wars to kill no taxes to oppress no laws to restrict liberty and no philosophers to deceive the people [১৩৭]

মণ্টেচকিউ ভল্‌টেয়াৰ আৰু ৰুছোৰ লেখনিৰ দ্বাৰা জনসাধাৰণ জাগ্ৰত চেতনাবোধত উদ্বুদ্ধ হ'ল। মানুহৰ জয়ধ্বনিত সমগ্ৰ ইউৰোপৰ আকাশ-বতাহ কঁপি উঠিল। সাম্য মৈত্ৰী আৰু স্বাধীনতাৰ বাণীযে আদিগন্ত মুখৰিত কৰি তুলিলে মানুহৰ মনৰ নিভৃত কোণত আৰু দেহৰ প্ৰতি অণু পৰমাণুত অনুৰণিত হ'ল সেই বাণী। মানুহৰ মৰ্যাদাৰ নতুন ভিত্তিভূমি স্থাপিত হ'ল। ৰুছোৰ ক্ৰান্তিকাৰী আহ্বানত সেইদিনা সঁহাৰি দিছিল কোটি কোটি মানুহে। মানুহে মানুহৰ আপোন মৰ্যাদা সম্পৰ্কে সচেতন হৈ শিকলি ছিঙাৰ কামত ব্ৰতী হ'ল। প্ৰতিজন মানুহৰ স্বাধিকাৰ প্ৰতিষ্ঠা হ'ল সমাজ আৰু ৰাষ্ট্ৰত। মানুহে মানুহক ভাল পাব ধৰিলে। শত্ৰুতাৰে নহয়— বন্ধুৰ দৰেই বন্ধুৰ হাতে হাত ধৰি আগবাঢ়িব ধৰিলে নৱজীৱনৰ পথত। এই গণতান্ত্ৰিক বিজয়-বাৰ্তাৰ কথা মানুহৰ নৱমূল্যায়নৰ স্বীকৃতি সাম্য মৈত্ৰী আৰু স্বাধীনতাৰ বাণী জুইৰ ফিৰিঙতিৰ দৰেই বিয়পি পৰিল পৃথিৱীৰ চুকে কোণে মানুহৰ মনৰ গভীৰত।

যদিও ইতিমধ্যে (১৬৮৮ চনত) ইংলণ্ডত গৌৰৱময় বিপ্লৱ সমাধা হৈছিল আৰু উদ্যোগ বিপ্লৱৰ জৰিয়তে কল-কাৰখানা আৰু ৰাস্তা-ঘাট আদিৰ উন্নতি হৈছিল তথাপি ফৰাচী বিপ্লৱে ইংলণ্ডৰ নতুন নেতা আৰু নতুন কবি-সাহিত্যিকক বাৰুকৈয়ে প্ৰভাৱিত কৰিছিল। পুৰণি পাপৰ প্ৰাসাদবোৰ ভাঙি পেলাবলৈ আৰু ঘৃণনীয় বস্তুসমূহক চূৰ্ণ-বিচূৰ্ণ কৰিবলৈ জনোৱা ভল্‌টেয়াৰৰ উদাত্ত অগ্নিগৰ্ভ বাণীয়ে সকলো প্ৰকাৰ বন্ধনৰ বিৰুদ্ধে ইংলণ্ডৰ কবিসকলৰ দেহৰ সিৰাই সিৰাই জুই জ্বলাই দিছিল। তদুপৰি ৰুছোৰ প্ৰকৃতিৰ লগত মানৱাত্মাৰ মিলন সম্পৰ্কে আগবঢ়োৱা ভাবধাৰাৰ

---

১৩৭। Carlton J H H Modern Europe to 1870

পৰাও ৱৰ্ডচৱৰ্থ শ্যেলী আদি কবিসকল উদ্বুদ্ধ হৈছিল। ইংৰাজী সাহিত্যৰ বুৰঞ্জীত এই সম্পৰ্কে কম্পট ৰিকেটে লিখিছে

> Rousseau s sentimental influence touched Blake Wordsworth and Coleridge his intellectual influence Godwin and through Godwin Shelley In 1789 the second phase of the Revolutionary movement opens and in the first flush of the struggle it stirred to the depths the imagination of the English Romantic writers and Wordsworth Coleridge and Southey caught the contagious anthusiasm [১৮]

গতিকে দেখা যায় ৰোমাণ্টিক কাব্যত প্ৰবাহিত মানৱপ্ৰেম স্বদেশপ্ৰেম ৰাজনৈতিক সচেতনতা প্ৰভৃতি ভাবধাৰাবোৰ ফৰাচী বিপ্লৱেৰে ফল। ফৰাচী বিপ্লৱৰ প্ৰভাৱ নৱগঠিত ইংলণ্ডত কিদৰে পৰিছিল সেই সম্পৰ্কে ডব্লিউ জে লঙে লিখিছে

> The storm centre of the political unrest was the French Revolution that brightful uprising which proclaimed the natural rights of man and the abolition of class distinctions It s effect on the whole civilized world is beyond computation Patriotic clubs and societies multiplied in England all asserting the doctrine of Liberty Equality Fraternity the watchwords of the Revolution Young England led by Pitt the Younger hailed the new French Republic and affered it friendship [১৩৯]

ফৰাচী বিপ্লৱৰ সুদূৰপ্ৰসাৰী তাৎপৰ্য প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে ভাৰতীয় মনীষীসকলেও গ্ৰহণ কৰিছিল। যিহেতু শাসনপ্ৰণালী আৰু ৰাজ-ব্যৱস্থাৰ পৰিৱৰ্তন সাধনেই এই বিপ্লৱৰ একমাত্ৰ কথা নাছিল চিন্তা আৰু কৰ্মজগতৰ সকলো ধৰণৰ বন্ধনৰ পৰা মানৱাত্মাৰ মুক্তি ঘোষণাৰ তাৎপৰ্যও ই বহন কৰিছিল সেয়ে ইংলণ্ডৰ দৰে ভাৰতবৰ্ষ আৰু আন আন দেশৰ মানুহেও অন্তৰেৰে সৈতে ইয়াৰ লগত আত্মীয়তা অনুভৱ কৰিছিল। দৰাচলতে ফৰাচী বিপ্লৱৰ সাম্য মৈত্ৰী আৰু স্বাধীনতাৰ আদৰ্শ শোষণ পীড়ন আৰু মহালুণ্ঠনত বিধ্বস্ত দেশ-কালৰ বাবে সদায়েই প্ৰাসংগিক হৈ থাকিব। ইংৰাজ শাসনৰ সময়ত ৰাজা ৰামমোহন ৰায়ে স্থান-কালৰ প্ৰভাৱ

---

১৩৮। Rickett A C — A History of English Literature
১৩৯। Long, W J — English Literature

সম্পূৰ্ণৰূপে অস্বীকাৰ কৰি প্ৰতীচ্যৰ এই উদাত্ত ঘোষণা সৰ্বান্তঃকৰণে গ্ৰহণ কৰিছিল আৰু ফ্ৰান্সক দ্বিতীয় মাতৃভূমি ৰূপে অভিনন্দন জনাইছিল। সেইদৰে লুই হেনৰী ভিভিয়ান ডিৰোজিও পন্থী 'ইয়ংবেংগল'ৰ স্বেচ্ছাসেৱী তৰুণসকলেও সকলো ধৰণৰ গোড়ামি কু-সংস্কাৰ আৰু দাসত্বৰ বিৰুদ্ধে যি জেহাদ ঘোষণা কৰিছিল তাৰ প্ৰেৰণাৰ পটভূমিও আছিল ইউৰোপীয় নৱজাগৰণ আৰু ফৰাচী বিপ্লৱৰ মুক্তিকামী আদৰ্শ।

অসমীযা ৰোমাণ্টিক কাব্যধাৰাত স্বদেশানুৰাগৰ যি স্পন্দন লাগিল সি ইউৰোপীয বিশেষকৈ ইংৰাজী কাব্য সাহিত্য চৰ্চা আৰু বাংলা সাহিত্য অধ্যযনৰ ফল। সেযে পৰোক্ষভাৱে হ'লেও ফৰাচী বিপ্লৱৰ বাণী আৰু আদৰ্শই অসমীযা ৰোমাণ্টিক কবিৰ কবিমানস চুই গৈছিল বুলি ধাৰণা কৰিব পাৰি। বিশেষকৈ কমলাকান্তৰ কবিমানসৰ ক্ষেত্ৰত এনে এটি প্ৰেৰণাৰ কথা অনুভৱ কৰিব পাৰি। অসমীযা ৰোমাণ্টিক কাব্য-সাহিত্যত প্ৰথম স্বদেশপ্ৰেমৰ মন্ত্ৰ উচ্চাৰিত হৈছিল কমলাকান্ত ভট্টাচাৰ্যৰ কণ্ঠত আৰু মানৱাত্মাৰ মুক্তিৰ কথা ঘোষিত হৈছিল চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাত। সমকালীন আৰু অসমীযা আধুনিক সাহিত্যৰ প্ৰধান ৰথী বেজবৰুৱাৰ কণ্ঠতো স্বদেশপ্ৰেমৰ মন্ত্ৰ উচ্চাৰিত হৈছিল একে সমযতে। তাৰ পিছৰে পৰা অসমীযা ৰোমাণ্টিক কাব্যত স্বদেশানুৰাগৰ এই ঐতিহাসিক ধাৰাটো বৱলৈ আৰম্ভ কৰে আন আন কবিসকলৰ কবিতাৰ মাজেৰে।

## (গ) অসমীযা ৰোমাণ্টিক কাব্যত প্ৰাদেশিক চেতনাবোধ

অসমীযা ৰোমাণ্টিক কবিতাত অভিব্যক্ত স্বদেশপ্ৰেমমূলক কবিতাত দুটা ভাবধাৰা লক্ষ্য কৰিব পাৰি— প্ৰাদেশিক চেতনাবোধ আৰু ভাৰতীয জাতীযতাবোধ। অসমীয়াই জন্মভূমি অসমৰ ভাষা-সাহিত্য সংস্কৃতিৰ পুন প্ৰতিষ্ঠাৰ বাবে ঊনবিংশ শতিকাৰ প্ৰথমাধ্বৰ পৰাই সংগ্ৰাম কৰিবলগীয়া হৈছিল। অসমীয়া ভাষা-সাহিত্যৰ ওপৰত তেতিয়াৰ পৰাই মাজে-সময়ে আহি পৰিছিল অভাৱনীয় বিপৰ্যয় আৰু অস্তিত্বৰ সংকট। স্বাধীনতা যিদৰে মানুহৰ জন্মগত অধিকাৰ আৰু অতিকৈ প্ৰিয় সেইদৰে স্বদেশৰ ভাষা সাহিত্য সংস্কৃতিও একোটা জাতিৰ বাবে অতিকৈ আপোন। সেই ভাষা-সাহিত্য যেতিয়া লুণ্ঠিত অথবা অৱলুপ্ত হয় তেতিয়া তাক মৰ্যাদাৰে সৈতে পুন প্ৰতিষ্ঠা কৰাটো জন্মভূমিৰ প্ৰতিজন মানুহৰেই প্ৰথম আৰু প্ৰধান কৰ্তব্য। দীৰ্ঘদিন পৰাধীনতাৰ নাগপাশত বন্দী থকা জাতিক জাতীয় জীৱনৰ ঐতিহ্যমণ্ডিত জাগৰণি গীত গাইহে সজাগ কৰা সম্ভৱ। দেশপ্ৰেমিক সত্যদ্ৰষ্টা

কবিসকলে এই জাতীয় উদ্বোধনি মহা সংগীত গোৱাৰ মহান দায়িত্ব যুগে যুগে বহন কৰি আহিছে। অসমৰ প্ৰায় সকলো কবিয়েই দেশ মাতৃৰ প্ৰতি গভীৰ মমতা আৰু কৰ্তব্যৰ পৰাকাষ্ঠা দেখুৱাইছে। তেওলোকে ভাষা সাহিত্য-সংস্কৃতিৰ স্বকীয়ত্ব স্বাধীনতা আৰু বিকাশৰ বাবে কৰিবলগীয়া স,গ্ৰামৰ ফলতেই ৰোমাণ্টিক পৰ্বত বহুতো প্ৰাদেশিক চেতনা সমৃদ্ধ কবিতাৰ সৃষ্টি হৈছে। স্বদেশপ্ৰেমমূলক কবিতাৰ ক্ষেত্ৰত প্ৰাদেশিক চেতনা সমৃদ্ধ কবিতাৰ স,খ্যাই সৰহ।

এই জাতীয় কবিতাৰো প্ৰথম তীব্ৰ নিনাদ বাজি উঠে কমলাকান্ত ভট্টাচাৰ্যৰ কণ্ঠত। ভট্টাচাৰ্যই অসম আৰু অসমীযাৰ দুৰৱস্থা দেখি শান্তিত টোপনি যাব পৰা নাছিল। বৃটেইন ফ্ৰান্স জাপান আদি বিভিন্ন দেশ যেতিযা উন্নতিৰ শীৰ্ষস্তৰত উপনীত এনেকি ইমান দিনে বাল্য বিবাহ যৌতুক প্ৰথা আদি কু স,স্কাৰেৰে আচ্ছন্ন হৈ থকা ব,গদেশো যেতিযা সংস্কাৰমুক্ত হৈ উন্নতিৰ জখলাত উপনীত— তেনে সময়তো অসমীযাৰ গা নলৰা দেখি পৰমুখাপেক্ষী হোৱা স্বভাৱ দেখি কবিয়ে তেজাল ভাষাৰে গৰিহণা দিছে

এইনে অসম নহয শ্মশান?
মনুষ্যত্বহীন যত নাৰী-নৰ
উনৈশ শতিকা সভ্য জগতত
কি বাবে সকলো ভিক্ষাৰী পৰৰ? [১৪]

'জাতীয গৌৰৱ নামৰ আন এটি কবিতাৰ জৰিযতে কবিয়ে অসমীয়া মানুহৰ অদূৰদৰ্শিতা আৰু সোৰোপালি স্বভাৱৰ বাবেই যে অসমৰ গৌৰৱময ঐতিহ্য আৰু অমূল্য কাব্য-সাহিত্যৰাজি জগতত প্ৰচাৰিত হ'ব পৰা নাই সেই কথা প্ৰকাশ কৰিছে। স্বদেশৰ দু খত হিয়া ভাগি যোৱা কবিয়ে অসমত জন্ম লোৱা কবি-সাহিত্যিকসকল আন দেশত জন্ম লোৱা হ'লে 'যশৰ ভূষণ হ'লহেঁতেন বুলি কৈছে। অসমত জন্মা ম-ীষীসকল যেন হাবিত জ ন্মা ফুলহে যাৰ গোন্ধ লওতা কোনো নাই

যেন ফুল ঘ্ৰাণ হাবিত জনম
হাবিৰ বতাহে হাবিতে নাশে।।
*** *** *** *** *** ***
'সভ্য প্ৰদেশত জনমাহেতেন
হলা হয় কেনে যশৰ ভূষণ। [১৪১]

১৪০। কমলাকান্ত ভট্টাচাৰ্যৰ ৰচনাৱলী চিন্তানল পূৰ্ণিমাৰ ৰাতিলৈ চাই
১৪১। পূৰ্বোক্ত গ্ৰন্থ চিন্তানল জাতীয় গৌৰৱ

সুদীৰ্ঘদিন পৰাধীন হৈ থাকি জাতীয় ঐতিহ্য আৰু পৌৰুষৰ প্ৰতি পিঠি দিয়া নিস্তেজপ্ৰায় অসমীয়া জাতিক এলাহপাটীৰ পৰা উঠি নৱ উদ্যমেৰে দেশ গঢ়াৰ মহান কৰ্ম-যজ্ঞত জঁপিয়াই পৰিবলৈ আহ্বান জনালে জাগ্ৰত স্বদেশপ্ৰেমৰ অনলস পূজাৰী লক্ষ্মীনাথ বেজবৰুৱাই। কমলাকান্তৰ আক্ষেপ অন্তৰ্ক্ষোভ আৰু ধিক্কাৰ বাণীৰ বিপৰীতে জাতীয় চৈতন্য জগাই তুলিবলৈ বেজবৰুৱাই পৰম আশাবাদী দৃষ্টিভ গীৰে স্বদেশানুৰাগৰ কবিতাত লহৰ তুলিলে। জনমভূমিৰ চিন্ময়ী ৰূপৰ বোধনগীতৰ মাজেৰে তেওঁৰ জন্মভূমিৰ প্ৰতি থকা ভালপোৱা এইদৰে অভিব্যক্ত হৈছে

'অ মোৰ ওপজা ঠাই!  
অ মোৰ অসমী আই!  
চাই লওঁ তোমাৰ  
মুখনি এবাৰ  
হেঁপাহ মোৰ পলোৱা নাই। [১৪২]

মন কৰিবলগীয়া যে বেজবৰুৱাই বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে কোনো ধৰণৰ সংগ্ৰামত লিপ্ত হোৱা নাছিল আনকি ইংৰাজসকলৰ বিৰুদ্ধে লেখনিও হাতত তুলি লোৱা নাছিল। তথাপি তেওঁ আছিল এজন আগশাৰীৰ দেশপ্ৰেমিক কাৰণ এটা মুমূৰ্ষু জাতিৰ জাতীয় চৈতন্য আনি দিয়াৰ সম্পূৰ্ণ দায়বদ্ধতা তেওঁ মূৰপাতি লৈছিল। ব্যক্তিজীৱন আৰু সাহিত্য-কলাৰ মাজেৰে তেওঁ অসমীয়া জাতিক উদ্বুদ্ধ কৰি তুলিছিল বিপৰ্যস্ত অসমবাসীক আশাৰ বাণী শুনাইছিল। 'বীণবৰাগী' 'অসম সংগীত' 'আমাৰ জন্মভূমি' আদি কবিতা দেশপ্ৰেমৰ অনুৰাগেৰে উজ্জ্বল। এই প্ৰসংগত সমালোচকে লিখিছে

> With such poems Bezbarua inspired Assamese people for a national revival though he did not actively participate in the movement for national independence [১৪৩]

প্ৰকৃততে বেজবৰুৱা আছিল অসমীয়া জাতিৰ উদ্‌গতিৰ প্ৰেৰণাদাতা আৰু মহাৰথী। সমালোচক হীৰেন গোহাঁয়ে বেজবৰুৱা সম্পৰ্কে লিখিছে

---

১৪২। বেজবৰুৱা লক্ষ্মীনাথ — কদমকলি মোৰ দেশ

১৪৩। Neog, Maheswar (ed) — Lakshminath Bezbarua, The Sahityarathi of Assam (Lakshminath Bezbaroa s the poet and the Romantic ideal– by Dilip Barua)

যৌৱন কালত তেও ব্যংগ বিদ্ৰূপেৰে অসমীয়াৰ আলস্য আৰু উদ্যমহীনতাক কশাঘাত কৰি ৰাইজক সচেতন কৰিবলৈ বিচাৰিছিল। দেশৰ অতীত গৌৰৱক উজ্জ্বল ৰূপত দাঙি ধৰি জাতিক অনুপ্ৰেৰণা দিবলৈ চেষ্টা কৰিছিল। [১৪৪]

জাতীয় ভাবোদ্দীপক কবিতা 'বীণ বৰাগী'ৰ মাজেৰে প্ৰকাশ পাইছে কবিৰ সুস্থ আশাবাদ। ঐতিহ্যপূৰ্ণ প্ৰাচীন অসমৰ যশকীৰ্তিক সোঁৱৰাই অসমীয়া মানুহৰ হৃদয় দৌৰ্বল্য আঁতৰাব লাগিব প্ৰাণত অদম্য সাহস আৰু বল সঞ্চাৰ কৰিব লাগিব কিয়নো দু খৰ স্মৃতি ৰোমন্থনে জাতিৰ প্ৰাণত স্পন্দন আনিব নোৱাৰে। সেয়ে আশাবাদী কবিয়ে বৰাগীক কৈছে

'নতুন প্ৰাণৰ ন চকু জুৰি দীপিতি ঢালি দে তাত
পুৰণি পৃথিবী ন কৈ চাই লওঁ হে বীণ এবাৰি মাত।। [১৪৫]

কবিতাটিত কবিৰ জাতীয়প্ৰেম প্ৰকট হৈ উঠিছে। অসমী আই তথা ভাৰতমাতা চিৰদিনেই ৰত্নগৰ্ভা। কবিতাটিত উল্লিখিত সীতা দময়ন্তী চিন্তা দ্ৰৌপদী বেহুলা জয়মতী আদি নাৰীসকল ভাৰতমাতাৰ যিদৰে আদৰ্শময়ী জীয়ৰী সেইদৰে ৰজা নল শ্ৰীবৎস ভীষ্মক নৰকাসুৰ বান ভগদত্ত শংকৰ মাধৱ নৰনাৰায়ণ চিলাৰায় মণিৰাম পিয়লি আদিও বীৰ প্ৰসবিনী অসমী তথা ভাৰতী আইৰ আদৰ্শ সন্তান। যি জাতিৰ জাতীয় ইতিহাস ইমানবোৰ মহাপুৰুষ আৰু বীৰ বীৰাংগনাৰ কীৰ্তি কাহিনীৰে সমুজ্জ্বল সেই জাতি সাময়িকভাৱেহে পৰাধীন থাকিব পাৰে। সেয়ে কবিয়ে হৃত গৌৰৱৰ কথা সোঁৱৰাই দি অচিৰেই যে তেওৰ স্বদেশ আকৌ উন্নতিৰ শীৰ্ষলৈ উঠিব তাকে ঘোষণা কৰিছে

আমি অসমীয়া নহওঁ দু খীয়া কিহৰ দুখীয়া হ'ম।
সকলো আছিল সকলো আছে নুগুণো নলও গ'ম।
*** *** *** *** *** ***
বাজক ডবা বাজক শংখ বাজক মৃদং খোল
অসম আকৌ উন্নতি পথত জয় আই অসম বোল।। [১৪৬]

স্বদেশ স্বজাতি আৰু মাতৃভাষাৰ উন্নতিৰ ঐতিহাসিক মহান দায়বদ্ধতা মূৰ পাতি লোৱা কবিসকলৰ ভিতৰত হিতেশ্বৰ বৰবৰুৱাৰ নাম প্ৰাতঃস্মৰণীয়। বৰবৰুৱাই

---

১৪৪। গোহাঁই, হীৰেন কালভ্ৰমৰ বেজবৰুৱাৰ অৱদান
১৪৫। বেজবৰুৱা লক্ষ্মীনাথ কদমকলি বীণ বৰাগী
১৪৬। বেজবৰুৱা গ্ৰন্থাৱলী ২য় খণ্ড পদুমকলি অসম সংগীত

অসমীয়া জাতিক দেশপ্ৰেমেৰে উদ্বুদ্ধ কৰিবলৈ জাতীয় ভাবোদ্দীপক বুৰঞ্জীমূলক কাহিনীৰ আলমত কাব্য ৰচনা কৰিছিল। দেশপ্ৰেমৰ অনুৰাগেৰে ৰঞ্জিত তেওঁৰ সাহিত্যিক কাব্যসমূহ হ'ল 'কমতাপুৰ ধ্বংস 'তিৰোতাৰ আত্মদান আৰু 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী । 'তিৰোতাৰ আত্মদান কাব্যৰ আলোচনা প্ৰসংগত পূৰ্ণানন্দ শইকীয়াই লিখিছে

> কবিৰ স্বদেশ-প্ৰীতিৰ এটি উজ্জ্বল চানেকি কাব্যখনিত পোৱা যায়! স্বদেশ প্ৰীতি এই কাব্য ৰচনাৰ মূল প্ৰেৰণা আৰু 'আত্মদান'ৰো গুৰি কথা। অসমৰ স্বাধীনতা ৰবি অস্ত যোৱাত কবি মৰ্মাহত হৈছে আৰু স্বাধীনতা বিলুপ্তিৰ কথা কাহিনী-কাব্যত প্ৰকাশ কৰিবলৈ মানস কৰিছে। [১৪৭]

'যুদ্ধক্ষেত্ৰত আহোম ৰমণী কাব্যত আক্ৰমণকাৰী মুছলমানৰ বিৰুদ্ধে বীৰ সেনাপতি চাওফ্ৰাচেংমুং ৰণলৈ গৈ শত্ৰুৰ বিৰুদ্ধে মহাবিক্ৰমেৰে যুঁজি চিৰনিদ্ৰিত হয়। চাওৰ পত্নী বীৰাংগনা মূলাগাভৰুৱে বীৰ সেনানিৰ বেশেৰে যুদ্ধক্ষেত্ৰলৈ গৈ তেজেৰে লুতুৰি পুতুৰি হৈ পৰি থকা স্বামীৰ প্ৰাণহীন দেহাটো সাবটি মূৰ্চ্ছিতা হৈ পৰে। এনে অৱস্থাত চাওৰ প্ৰেতাত্মা আবিৰ্ভাৱ হৈ মূলাৰ ওচৰত দেশ আৰু জাতিৰ বাবে কৰা প্ৰাণ উৎসৰ্গৰ মহিমা কীৰ্তন কৰিবলৈ ধৰে

> 'স্বদেশৰ স্বাধীনতা তাৰ অৰ্থে যিটে
> জীৱন উৎসৰ্গ কৰি মৰে সমৰত
> মৃত্যু তাৰ হয় শান্তি মহানিদ্ৰা তাৰ
> অনন্ত বিশ্ৰাম মাথোঁ বিশ্বজননীৰ
> কোলাত (শান্তিৰে ভৰা) অগ্নি তাৰ কাষে
> সুধাংশুৰ ৰশ্মি যেন ভূমিশয্যা তাৰ
> ফুলৰ কোমল শয্যা শেল শূল গাত
> মাথোঁ পুষ্পবৰিষণ। [১৪৮]

স্বদেশৰ স্বাধীনতাৰ বাবে মহান আত্মত্যাগৰ প্ৰশস্তিপূৰ্ণ জয়গাথা বৰবৰুৱাৰ কাব্যসমূহৰ আন ঠাইতো পোৱা যায়। 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী কাব্যৰ এঠাইত কবিয়ে মূলা আৰু মুহিলাৰ দৰে বীৰাংগনাৰ আত্মত্যাগৰ ঘটনা বৰ্ণনাৰ প্ৰসংগত ক্ৰমে অকৰ্মণ্য এলেহুৱা আৰু কানীয়া হৈ পৰা অসমীয়া জাতিৰ প্ৰতি ধিক্কাৰ বাণী উচ্চাৰণ কৰিছে

---

১৪৭। শইকীয়া পূৰ্ণানন্দ — হিতেশ্বৰ বৰবৰুৱাৰ কবি মানস

১৪৮। বৰবৰুৱা হিতেশ্বৰ — যুদ্ধ ক্ষেত্ৰত আহোম ৰমণী ৪ৰ্থ সৰ্গ

'কিবা সাধ্য হিতেশৰ? কি মন্ত্ৰ বলত
উঠাব জগাই দেবি! নিদ্ৰিত জাতিক?
অথবা যি জাতি আজি আলস্য সাবটি
নিশ্চিত মনেৰে আছে, ঘোৰ টোপনিত
শুনাই সি বীৰ-কীৰ্তি তাহানি কালৰ—
বজাই ই ভগা বীণা (অকালত যাৰ
ছিগিলে হঠাতে তাৰ।)? ভগা ভগা সুৰে
সি ভগা বীণাৰ দেবি। পাৰিব জগাব
পুনু কি সি আহোমক? আসামবাসীক? [১৪৯]

কবি নলিনীবালা দেৱীৰ 'জন্মভূমি অসমীয়া সাহিত্যৰ এটি সবকালৰ শ্ৰেষ্ঠ দেশপ্ৰেমৰ কবিতা। কবিতাটিত উল্লিখিত জনমভূমিৰ প্ৰতিটো বস্তুৰ প্ৰতিযেই কবিৰ আন্তৰিক অনুৰাগ উথলি উঠিছে। কবিৰ লগত জন্মভূমিৰ আছে এক অচ্ছেদ্য নাড়ীৰ সম্পৰ্ক এই দেশত জন্মগ্ৰহণ কৰি কবি ধন্যা। জন্মান্তৰবাদত বিশ্বাসী কবিয়ে কৃতজ্ঞতাবশত কৈছে তেও পুনৰ্জন্মত তৰা হৈ মাতৃৰ শুৱনি মুখ চাই থাকিব জোনাকত মিলি গৈ ওৰে ৰাতি আৰতি কৰিব পাৰিজাত ৰেণু হৈ চৰণত ঢালি দিব নদী হৈ দুখনি চৰণ নিতে পখালি দিব মেঘ হৈ মাতৃৰ শেঁতা পৰা দুখনি ওঠত হাঁহি বিৰিঙাব মাটি হৈ বুকুত মিলি যাব। জনমভূমিৰ প্ৰতি কবিৰ তেজৰ অণু পৰমাণুৰ এই গীতি-অভিলাষ অকৃত্ৰিম। 'জন্মভূমি'ৰ প্ৰতি কৃতজ্ঞতাত মূৰ নত হৈ যোৱা কবিৰ দেশৰ প্ৰতি ভালপোৱাৰ বাণী আকুল সুৰত ধ্বনিত হৈছে

'অ মোৰ চেনেহী দেশ তোমাৰ দু খীয়া পঁজা
ৰচা তাত শান্তিৰ স্বৰগ
ক'ত পাম এনে প্ৰীতি সৰল প্ৰাণৰ ভাষা
সেৱাৰ মহিমাময় ত্যাগ? [১৫]

আনৰ দেশতকৈ নিজৰ দেশক অনন্যৰূপে চোৱাটো সকলো দেশৰ সকলো লোকৰ স্বাভাৱিক স্পৃহা। এই আন্তৰিক স্পৃহাৰ বাবেই বেজবৰুৱাই কৈছে

এনেখনি দেশ কতো নোপোৱা বিচাৰি
নিশ্চয় নিশ্চয় মই কও এটাহ মাৰি।
হেৰা আমাৰ জন্মভূমি। [১৫১]

---

১৪৯। পূৰ্বোক্ত গ্ৰন্থ ষষ্ঠ সৰ্গ
১৫০। দেৱী নলিনীবালা সন্ধিয়াৰ সুৰ জন্মভূমি
১৫১। বেজবৰুৱা লক্ষ্মীনাথ কদমকলি আমাৰ জন্মভূমি

ধ্বনিকবি বিনন্দচন্দ্ৰ বৰুৱাই নি কিন হ'লেও নিজৰ জন্মভূমিকেই অতুলনীয় বুলি কৈছে

'চকুত চমক লগা সুখে ভৰা ধৰা
হয হ'ক গোটেই সংসাৰ
যদিও নি কিন এই জন্মভূমি মোৰ
তুলনাত সকলো অসাৰ। [১৫২]

ইংৰাজ কবি ৱাল্‌টাৰ স্কটে স্বদেশপ্ৰেম সম্পৰ্কে চিৰন্তন কথাকে ব্যক্ত কৰিছে

Breathes there the man with soul so dead
Who never to himself hath said
This is my own my native land'
Whose heart hath ne er within him burn d
As home his foot steps he hath turn d
From wandering on a foreign strand' [১৫৩]

দেশপ্ৰেমৰ প্ৰবল অনুৰাগেৰে ৰঞ্জিত হৈ হিতেশ্বৰ বৰবৰুৱা পদ্মধৰ চলিহা প্ৰমুখ্যে কেবাজনো কবিয়ে উক্ত কবিতাটোৰ ভাবান্তৰৰ যোগেদিয়েই আন্তৰিক স্বদেশানুৰাগৰ পৰিচয দাঙি ধৰিছে। চলিহাৰ কবিতাত ইযাৰ অভিব্যক্তি নিম্নৰূপ

ধৰেনে জনম কেৱে এই মৰতত শিলাময় কৰি তাৰ হিয়া
এয়ে মোৰ জন্মভূমি বুলি মনে মনে এবাৰো যি কোৱা নাইকিযা?
আনৰ দেশৰ পৰা উলটি আহোঁতে ফুৰি চাকি ঘৰমুৱা হৈ
জ্বলা নাই হিযা যাৰ স্বদেশপ্ৰেমেৰে আছেনে কোনোৱা এনে অই। [১৫৪]

বিনন্দচন্দ্ৰ বৰুৱাৰ কবিতাত অসমীয়া পটভূমিৰ আৰু জঁতুৱা ঠাচে এক সজীৱ ৰূপ পাইছে। তেওৰ কবিতা জাতে পাতে অসমীযা। 'ৰঙামুৱা বীৰ 'ৰংপুৰ 'জন্মভূমি 'নজনা বীৰৰ মূৰ 'লক্ষ্মীনাথ ধন্য শৰাইঘাট 'জয়দৌল আদি কবিতাত অসমৰ জাতীয় বীৰ-বীৰাংগনাৰ গৌৰৱদীপ্ত আত্মত্যাগৰ কাহিনী বিবৃত হৈছে। তাৰ মাজেৰেই কবিৰ ইতিহাসচেতনা আৰু স্বদেশপ্ৰেমৰ এষণা উজলি উঠিছে। 'জন্মভূমি কবিতাত কবিয়ে কৈছে

---

১৫২। বৰুৱা বিনন্দচন্দ্ৰ — প্ৰতিধ্বনি জন্মভূমি
১৫৩। Barrow A E T (ed.) — PANORAMA Patriotism Lines 1-6
১৫৪। শৰ্মা যজ্ঞেশ্বৰ (সম্পা॰) — শতপত্ৰ স্বদেশপ্ৰেম

'স্বদেশ স্বজাতি আৰু স্বধৰ্মত থাকি
শুনো যেন স্বদেশৰ ভাষা
স্নেহময়ী জননীৰ মৌ সনা মাত
তাতে মাথোঁ নি কিনৰ আশা।
স্বৰ্গতো অধিক কৰি স্ৰজিলা যেতিয়া
প্ৰভু মোৰ প্ৰিয় জন্মভূমি
জনমে জনমে যেন ইযাতেই থাকো
তোমাৰ অভয় পদ চুমি। [১৫৫]

বাঁহী চেতনা আৱাহন আদিত কবিতা লিখা দেশভক্ত তৰুণৰাম ফুকনৰ এটি প্ৰাদেশিক চেতনাসমৃদ্ধ কবিতা হ'ল 'আই মোৰ অসম'। কবিমানসত প্ৰত্যক্ষীভূত হোৱা অসমী আইৰ 'দুখুনী' ৰূপৰ ছবি আঁকিছে কবিয়ে এনেদৰে

আই মোৰ অসম নিছলা অসম দুখুনী অসম আমাৰ দেশ
কিয়নো আই তোৰ এনুৱা বিলাই কিয়নো আই তোৰ এনুৱা বেশ
কিয়নো আই তই চকুলো টুকিছ, নাবান্ধ আই তই মূৰৰ কেশ
লাখ লাখ তোৰ ল'ৰা ছোৱালীয়ে সাদৰি মাতিছে আমাৰ দেশ। [১৫৬]

কবিতাটোত কবিয়ে অসমৰ অতীত ঐতিহ্য সুঁৱৰি মাতৃক সান্ত্বনা দিযাৰ লগে লগে নিজেও আত্মপ্ৰত্যযত বলীযান হৈছে।

গীতিকাৰ নাট্যকাৰ পদ্মধৰ চলিহাৰ কবিতাত উজলি উঠিছে জনমভূমি অসমৰ প্ৰশান্ত সৌম্য উদাৰ মূৰ্তি। স্বদেশানুৰাগত উদ্বেল কবিয়ে আই অসমীৰ মহিমা কীৰ্তন কৰিছে এইদৰে

ধৰাৰ মাজত তুমিয়ে জননী এখনি শুৱনি ধৰা
কতনো তীৰ্থ সৰিৎ, সাগৰ
কত মন্দিৰ কত গিৰিবৰ
আছা জন-জাতি বুকুত সাবটি অমিয চেনেহ ভৰা। [১৫৭]

পৰাধীনতাৰ নিগডত বন্ধা দেশ-জননীৰ কান্দোন শুনিবলৈ পোৱা এজন কবি হ'ল ভৱনাথ হাজৰিকা। লুপ্ত স্বাধীনতাক ঘূৰাই আনিবৰ বাবে ক্ৰান্তদৰ্শী কবিসকলক বজ্ৰগান গাবলৈ কবিয়ে আহ্বান জনাইছে

---

১৫৫। বৰুৱা বিনন্দচন্দ্ৰ — প্ৰতিধ্বনি জন্মভূমি
১৫৬। ফুকন নীলমণি (সম্পা°) — কুৰি শতিকাৰ অসমীযা কবিতা আই মোৰ অসম
১৫৭। পূৰ্বোক্ত গ্ৰন্থ — অসম গৌৰব

'লুপ্তভাষা আৰু নিৰ্জীৱতা
মৰ্মভেদী বাণী য'ত
—কৰ্মহীন হীন স্বাধীনতা
কবিতাত মুক্ত কৰা প্ৰাণ—
কবি আজি গোৱা বজ্ৰগান। [১৫৮]

অসমৰ ঐতিহ্যমণ্ডিত প্ৰাচীন ঠাইৰ গৌৰৱ-কীৰ্তিৰ মহিমা-কীৰ্তন কৰি অসমবাসীৰ অন্তৰত দেশ হিতৈষণা জগাই তুলিবলৈ কবিসকলে সততে চেষ্টা কৰিছিল। এনে কবিতাৰ ভিতৰত কেইটামান হ'ল লক্ষ্মীনাথ ফুকনৰ 'ব্ৰহ্মপুত্ৰৰ প্ৰতি পদ্মধৰ চলিহাৰ 'বৰদোৱা ৰঘুনাথ চৌধাৰীৰ 'বশিষ্ঠাশ্ৰম, শৈলধৰ ৰাজখোৱাৰ 'বৰপেটা পাষাণ প্ৰতিমা ডিম্বেশ্বৰ নেওগৰ 'বুৰঞ্জীলেখক প্ৰভৃতি।

পৰাধীন দেশ আৰু জাতিক জগাই তুলিবলৈ কবিসকলে যিদৰে জাতীয় চৈতন্য উদ্দীপক গীত গাইছিল সেইদৰে মলিন হৈ পৰা ভাষা-জননীৰ মলিন মুখত হাহি বিৰিঙাবলৈযো তেওলোকে মাতৃভাষাৰ প্ৰতি অন্তৰৰ ভক্তি অৰ্ঘ্য নিবেদন কৰিছিল। এনে এটি গীত হ'ল উমেশচন্দ্ৰ চৌধাৰীৰ গীত । কবিযে ভাষা-জননীৰ প্ৰতি শ্ৰদ্ধা অৰ্ঘ্য নিবেদন কৰিছে এইদৰে

চেনেহী মোৰ মাতৃভাষা'
তুমি যে মোৰ বুকুৰ ৰাণী
তুমি যে মোৰ লীলাময়ী
তুমি মধু স্বপ্ন বাণী।
*** *** *** *** ***
তুমি যে মোৰ দীপ্তিহীনা
অযন্ত মলিনাদীনা
কিহেৰে আই পূজোঁ সম্বল মাথোঁ জীৰ্ণ বীণা
তুমি যে মোৰ সুৰময়ী প্ৰেমধাৰা মন্দাকিনী। [১৫৯]

কবি-গীতিকাৰ মিত্ৰদেৱ মহন্তৰ গীত নামৰ কবিতাটি ভাষা-জননীৰ নামত, উছৰ্গিত এপাহি নিয়ৰসিক্ত সতেজ কনকচম্পা। প্ৰাণ-মন হৰি নিয়া গীতটিৰ মাজেৰে কবিয়ে মাতৃভাষাৰ প্ৰতি থকা তেওৰ অনাবিল প্ৰেম প্ৰকাশ কৰিছে। কবিৰ আহ্বান অতি নিমজ আৰু সজল

---

১৫৮। শৰ্মা যজ্ঞেশ্বৰ (সম্পা°) শতপত্ৰ কবি আজি গোৱা বজ্ৰগান
১৫৯। পূৰ্বোক্ত গ্ৰন্থ গীত

'চিৰ চেনেহী মোৰ ভাষা জননী
আই ধন্যে পুণ্যে হৃৎ পাৱনী।
প্ৰকৃতি পৰশ ৰসে অমল কমল
চঞ্চল হৃদিজলে ঢালে পৰিমল
কোমল চঁপাৰ কলি
টৌৱে টৌৱে টৌৱে বুলি
ৰিণিকি ৰিণিকি কোনে তোলে ৰাগিণী? [১৬]

বিনন্দচন্দ্ৰ বৰুৱাৰ কবিতাৰ মাজেৰেও অসমীয়া ভাষা আৰু কৃষ্টিৰ আশাব্যঞ্জক উজ্জ্বল ৰূপ জিলিকি উঠিছে। মাতৃভাষাৰ দ্বাৰা দেশৰ ঐতিহ্য আৰু গৌৰৱ ৰক্ষিত হয। ভাষাই আনি দিয়ে প্ৰাণত নৱ-জাগ্ৰত চেতনা। ভাষা-জননীযেই কবিৰ সান্ত্বনাৰ শান্তিকুঁৱৰী প্ৰেৰণাৰ সাৰথি। সেই মাতৃভাষাৰ আহ্বান শুনি কবিৰ প্ৰাণো উলাহত হয় মগন

'জ্ঞান বিজ্ঞানৰ কত আলোচনা
একেটি ভাবতে আছে
মাতৃভাষাৰ মৰমেদি আহি
ভাব সাগৰত ভাহে।
জনমভূমিৰ মাতৃভাষাই
উছৱত ফুলি ফুলি
পূৰ্বপুৰুষৰ পাছে পাছে আজি
মাতিছে দুহাত তুলি। [১৬১]

## (ঘ) অসমীয়া ৰোমাণ্টিক কাব্যত ভাৰতীয় জাতীয়তাবোধ

স্বদেশপ্ৰেমৰ দ্বিতীয় ধাৰাটো সমৃদ্ধ হৈছে ভাৰতীয় জাতীয়তাবোধৰ জাগৰণি মন্ত্ৰত। নানা ৰাজ্য নানা ভাষা নানা বেশ নানা ধৰ্ম ভাৰতীয় সংস্কৃতিৰ বৈশিষ্ট্য হ'লেও এই দেশৰ অখণ্ডতা আৰু ঐক্য-সংহতিৰ দিশটোও গৌৰৱোজ্জ্বল। সেয়ে এজন প্ৰাদেশিক-চেতনাসমৃদ্ধ কবিয়েও একেলগে অখণ্ড ভাৰতৰ গৌৰৱ-গাথাকো সোঁৱৰে শ্ৰদ্ধা কৰে ভাৰতৰ গৌৰৱত গৌৰৱান্বিত হয় দু খত ব্যথিত হয়। বিপদে-

১৬০। নেওগ মহেশ্বৰ (সম্পা°) : সঞ্চয়ন গীত
১৬১। বৰুৱা বিনন্দচন্দ্ৰ প্ৰতিধ্বনি বাজ বীণা

আপদে জীৱনে মৰণে এই দেশকেই নিজৰ মাতৃভূমিৰূপে ভাবি গৰ্বিত হয় কৰ্তব্যত সচেতন হয় স্বাধীনতা ৰক্ষাৰ বাবে অতন্দ্ৰ প্ৰহৰীৰ কাম কৰে। অখণ্ড আৰ্য-সংস্কৃতিৰ প্ৰতি এই আনুগত্য আৰু শ্ৰদ্ধাবোধেই ভাৰতীয় জাতীয়তাবোধক শক্তিশালী কৰি ৰাখিছে। ভাৰতীয় জাতীয়-ঐক্য সাধনত অসমীয়া ৰোমাণ্টিক কবিসকলৰ অৱদানো কম নহয়।

প্ৰাদেশিক চেতনাবোধৰ সমান্তৰালকৈ ভাৰতীয় জাতীযতাবোধৰ অনল শিখা পোনতে জ্বলি উঠিছিল কমলাকান্ত ভট্টাচাৰ্যৰ কবিতাত। ইংৰাজ অধীন ভাৰত সম্পৰ্কে আৰু জাতীয় চৈতন্যহীন নিৰ্বীৰ্য হৈ পৰা ভাৰতবাসী সম্পৰ্কে কবিৰ অন্তৰ্ভেদী আক্ষেপ এইদৰে অনুৰণিত হৈছে

'কি সুধিছে ভাৰতৰ নাই সেই দিন
ধৰ্মহীন জাতি আজি ভাৰত সন্তান
হীন বীৰ্য্য কাপুৰুষ মন বৰ ঠেক
প্ৰেমহীন স্বদেশলৈ পৰম অজ্ঞান। [১৬২]

ইংৰাজৰ গোলামি কৰি কৰি গোলামত পৰিণত হোৱা ভাৰতীয়ই পৰাধীনতাৰ মৰ্মজ্বালা উপলব্ধি কৰাৰ পৰা বঞ্চিত হৈছে। কবিৰ অন্তৰত ৰুৰুৱাই জ্বলিছে বেদনাৰ অনিৰ্বাণ শিখা। সমগ্ৰ ভাৰতখনেই যেন জ্বলি আছে ৰাৱণৰ চিতা-জুইৰ দৰে অসমো তাৰ পৰা বাদ যোৱা নাই। কবিয়ে আক্ষেপ কৰি কৈছে— জ্বলি জ্বলি ভস্ম হৈ যাওক এই দেশ

জ্বলোক শ্মশান জ্বলোক শ্মশান
পোৰক পোৰক অধম লোকক।
কাৰো কতো নাই অলপো একতা
খিযলীয়া সবে পৰশ্ৰীকাতৰ
আছে অজ্ঞানতা এন্ধাৰত পৰি
নোলায় দেখিও সত্যৰ পোহৰ। [১৬৩]

কমলাকান্ত ভট্টাচাৰ্যৰ লেখীয়াকৈ ঊনবিংশ শতিকাৰ দুজন বংগীয় কবি হেমচন্দ্ৰ বন্দ্যোপাধ্যায় আৰু নবীনচন্দ্ৰ সেনেও পৰাধীন ভাৰত ভূমিক শ্মশানৰ লগত ৰিজাইছিল। হেমচন্দ্ৰই লিখিছে

---

১৬২। কমলাকান্ত ভট্টাচাৰ্য ৰচনাৱলী চিন্তা তৰঙ্গ হিমালয়ৰ প্ৰতি সম্বোধন
১৬৩। পূৰ্বোক্ত গ্ৰন্থ : চিন্তানল মৰিশালি এন্ধাৰ নিশা

'হয়েছে শ্মশান এ ভাৰত ভূমি।
কাৰে বা উচ্চে ডাকিতেছি আমি
গোলামেৰ জাতি শিখিছে গোলামি।
আৰ কি ভাৰত সজীব আছে। [১৬৪]

সেইদৰে নবীনচন্দ্ৰৰ কবিতাতো মূৰ্ত হৈ উঠিছে শ্মশানৰ চিত্ৰ

যেই দিকে দেখি— এই মহানল।
কোথায় ভাৰত?— অনন্ত শ্মশান।
ৰাবনেৰ চিতা ল কাৰ প্ৰমাণ। [১৬৫]

অথচ ভাৰতৰ অতীত অতিশয় গৌৰৱময। ভাৰতৰ অতীত ঐতিহ্যৰ সোঁৱৰণি পোৱা যায় ডিৰোজিওৰ My Native Land কবিতাত। পৰাধীন ভাৰত ভূমিত জন্মগ্ৰহণ কৰি শ্ৰীহীন হৈ পৰা ভাৰতমাতাৰ উদ্দেশ্যে ইংৰাজী ভাষাত স্বদেশপ্ৰেমৰ মন্ত্ৰ উচ্চাৰণ কৰিছিল হিন্দু কলেজৰ তৰুণ অধ্যাপক ডিৰোজিওই

My country in thy days of glory past
A beauteous halo circled round thy brow
And worshipped as a deity thou wast
Where is that glory where that reverence now?
*** *** *** *** ***
And let guerdon of my labour be
My fallen country! One kind wish from thee! [১৬৬]

কমলাকান্ত ভট্টাচাৰ্যৰ কবিতাত হীনমন্যতা অতিক্ৰম কৰি ভাৰত এদিন আলোকিত হৈ উঠাৰ আশাবাদী স্বপ্নও জিলিকি উঠিছে

'জন্মিব সিদিনা শতেক মেটছিনি
তুচ্ছ পৰি থকা শিলৰ পৰা!
শত গেৰিবল্‌ডি জনম লভিব
কৰিব পোহৰ ভাৰত ধৰা। [১৬৭]

---

১৬৪। বন্দ্যোপাধ্যায় হেমচন্দ্ৰ কবিতাবলী— ১ম খণ্ড ভাৰত সংগীত
১৬৫। সেন নবীনচন্দ্ৰ অবকাশৰঞ্জিনী শব-সাধন
১৬৬। Barrow A E T (ed) PANORAMA To India– My Native Land Lines 1-4 13 14
১৬৭। কমলাকান্ত ভট্টাচাৰ্যৰ ৰচনাৱলী চিন্তানল পাহৰণি

কবি ডিম্বেশ্বৰ নেওগৰ 'শাপমুক্তা' স্বদেশ অনুৰাগৰ উত্তাপসনা এটি অনুপম কবিতা। কবিতাটিত কবিয়ে শাপগ্ৰস্তা অনিন্দ্যসুন্দৰী উৰ্বশীৰ লগত দেশমাতৃৰ তুলনা কৰিছে। উৰ্বশীৰ শাপমুক্তিৰ ব্যঞ্জনাৰে কবিয়ে দুশ বছৰৰ ইংৰাজ শাসন শোষণৰ নিৰ্মম শিকলিৰে বন্ধা বন্দিনী ভাৰতমাতাৰ বন্ধন মুক্তিৰ কথাকেই ব্যক্ত কৰিছে

গ'ল শত যুগ কালাভিশাপৰ সেই বিষকোপ কেনিবা গ'ল
মুকলি স্বৰগ মুকলি মৰত বিশ্বৰ সকলো মুকলি হ'ল।
স্বদেশ বিদেশ মুকলি মুকলি ছিগিল লোহাৰ বন্ধন শিকলি।
মুক্ত ঈশ্বৰৰ মুক্ত জগতত উজলিছে মুক্ত হোমৰ শিখা। ১৬৮

বিনন্দচন্দ্ৰ বৰুৱাৰ হে জননী ভাৰতবৰ্ষ'ত ভাৰতজননীৰ মংগল অভিষেক ঘটিছে। 'মৰতৰ স্বৰ্গ বুলি অভিহিত কৰা ভাৰতবৰ্ষত শৌৰ্য-বীৰ্য আৰু সৌন্দৰ্যৰ মহাসমাহাৰ কবিয়ে লক্ষ্য কৰিছে। আসমুদ্ৰ হিমাচলব্যাপী অখণ্ড ভাৰতবৰ্ষতে ঘটিছে এই মহামিলনৰ অভিষেক। জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সকলোৱেই অংশগ্ৰহণ কৰি মহামানৱৰ মহাতীৰ্থত পৰিণত কৰিছে এই দেশ। আন এটি কবিতা 'ভাৰতবৰ্ষ'ৰ মাজেৰেও কবিযে ভাৰতমাতাৰ অপৰূপ ৰূপত মুগ্ধ প্ৰাণৰ অনুৰাগ প্ৰকাশ কৰিছে। তুলনাহীনা কবিৰ এই দেশ বিধাতাই নিজেই সৃষ্টি কৰি নিজেই ইযাৰ ৰূপত তবধ মানিছে। কবিৰ দৃষ্টিত ভাৰত জননীৰ ৰূপ

সুজলা সুফলা শস্য শ্যামলা
সেযেহে জননী ভাৰতবৰ্ষ
নিজ মহিমাৰ গুণ গৰিমাৰে
কোটি মানৱৰ বিধান হৰ্ষ।
চৰণত ৰাজে সুনীল সিন্ধু
বক্ষ শ্যামল শস্যে ভৰা
শুভ্ৰ কিৰীটি হিমাদ্ৰি চূড়াৰ
ওপৰত নীলা চন্দোৱা তৰা। ১৬৯

'তীৰ্থযাত্ৰী'ৰ কবি দেশনেতা কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ এটি কবিতাত স্বাধীনতাৰ বাবে ডেকা গাভৰুলৈ উদগ্ৰ আহ্বান ধ্বনিত হৈছে। পৰপদানত হৈ নাথাকি সকলো প্ৰকাৰ বন্ধনৰ বিৰুদ্ধে যুৱক-যুৱতীসকল বীৰদৰ্পে আগুৱাই আহিব

---

১৬৮। ফুকন নীলমণি (সম্পা) কুৰি শতিকাৰ অসমীয়া কবিতা শাপমুক্তা
১৬৯। বৰুৱা বিনন্দচন্দ্ৰ প্ৰতিধ্বনি ভাৰতবৰ্ষ

লাগে। কবিতাটোৰ ছন্দ মাধুৰ্য শব্দ যোজনা আৰু সংগীত-ধৰ্মিতাই স্বাধীনতাকামী ডেকা গাভৰুৰ প্ৰাণত উদ্দাম সাহস সঞ্চাৰ কৰিবলৈ সক্ষম হৈছে। কবিৰ আহ্বান

ডেকা গাভৰুৰ দল।
বীৰ বীৰাঙ্গনা দল।
নতুন তেজেৰে ৰাঙলী ৰূপহী
কৰহি ধৰণী তল।
*** *** *** *** *** ***
বুকুত বাজক বীণ অগনিৰ
ৰুদ্ধ হিয়াৰ তপত ৰুধিৰ
বৈ যাওক আজি অৰুণ বোলেৰে
বোলাই ধৰণী তল।
আকাশ মৰ্ত্ত্য দিগ দিগন্ত
মাতৃ মন্ত্ৰে কৰি মুখৰিত
মাতৃৰ পৰশ ছিন্ন কৰাহি
তীৰ্থ যাত্ৰীৰ দল। [১৭]

অসমৰ অগ্নি কবি প্ৰসন্নলাল চৌধুৰীৰ কবিতাবোৰ বিপ্লৱৰ একো-একোটি আলোক শিখা। পৰাধীন ভাৰতৰ বন্ধন মুক্তিৰ বাবে তেওঁ সক্ৰিয়ভাৱে স্বাধীনতা আন্দোলনত যোগ দিছিল। গান্ধীজীৰ নেতৃত্বত হোৱা অসহযোগ আন্দোলনৰ প্ৰভাৱ তেওঁৰ ওপৰত পৰিলেও সুভাষ বসুৰ সংগ্ৰামী আহ্বানৰ প্ৰতিও তেওঁৰ অকুণ্ঠ সমৰ্থন আছিল। এই সম্পৰ্কে অতুলচন্দ্ৰ হাজৰিকাদেৱে লিখিছে

> প্ৰসন্নলালে অসহযোগ আন্দোলনত যোগ দি মহাত্মা গান্ধীৰ অনুগামী হৈছিল যদিও তেওঁৰ গতিত নেতাজী সুভাষৰ দৰে সৈনিকৰ তেজৰ পিৰ্‌পিৰণিহে লক্ষ্য কৰা যায়। [১৭১]

'সীমান্ত গান্ধী' কবিতাত তেওঁ গান্ধীজীক 'অৱতাৰ' বুলি প্ৰেম সত্য শুদ্ধ অহিংসাৰ তপস্বীৰ মূৰতি বুলি অভিষেক কৰিছে, নেতাজী সুভাষ কবিতাত সুভাষ বসুক পৰাধীন ভাৰতৰ নিষ্পেষিত ৰক্তধাৰা নিহিত প্ৰচ্ছন্ন অগ্নি বুলি

---

১৭০। ফুকন নীলমণি (সম্পা·) কুৰি শতিকাৰ অসমীয়া কবিতা ডেকা-গাভৰুৰ দল

১৭১। পাঠক ৰঞ্জিত (প্ৰ·সম্পা·) সাহিত্য আৰু সংস্কৃতি (অসমীয়া কবিতাত বিপ্লৱী ভাৱধাৰা অতুলচন্দ্ৰ হাজৰিকা)।

অভিনন্দন জনাইছে। বীৰাংগনা কনকলতাক তেওঁ 'মৃত্যু-বাহিনীৰ আগভাগৰ নায়িকা বুলি অভিহিত কৰিছে। প্ৰসন্নলালৰ বিপ্লৱী ভাৱধাৰা সম্পৰ্কে ভবানন্দ দত্তই লিখিছে

> প্ৰসন্নলালৰ অন্তৰত কোনোৰকম দ্বিধা নাই দেশপ্ৰেমৰ মহত্ত্বৰ বিপ্লৱৰ পুৰণিৰ ধ্বংস আৰু নতুনৰ সৃষ্টিৰ আৱেগৰ স্ৰোত কবিৰ অন্তৰত বাধাহীন মুক্ত জ্বলন্ত। কবি অগ্নিৰ হোতা কাৰণ অগ্নি হৈছে বিপ্লৱী প্ৰাণৰ প্ৰতীক জগতৰ সমাজৰ ক্লেদ আবৰ্জনাৰ সৰ্বভূক হুতাশন। [১৭২]

'বিদ্ৰোহী নামৰ কবিতাটোত ৰুদ্ৰৰূপ ধাৰণ কৰি কবিয়ে স্বাধীনতাৰ হকে বিদ্ৰোহৰ অনলগীত গাইছে

'বন্ধকাৰাৰ অন্ধকাৰত
জুই লৈ কৰোঁ খেল
মৃত্যু মেঘৰ নৃত্য সভাত
পাতোঁ জীৱনৰ গুপ্ত মেল।
*** *** *** *** ***
তোলো উদ্দাম ৰোল
খেদি যাচি দিও গল
এৰি যাও যুগযুগান্তব্যাপী
তৰুণ তেজৰ বোল।। [১৭৩]

শ্যেলীৰ Ode to the West Wind কবিতাৰ দ্বাৰা অনুপ্ৰাণিত হৈ লিখা কবিৰ আন এটি বিদ্ৰোহাত্মক কবিতা হ'ল— পছোৱাৰ ডাক । বিপ্লৱৰ অপ্ৰতিহত গতি আৰু অপৰাজেয় শক্তিৰ কথা ক'বলৈ গৈ কবিয়ে কৈছে

'জগতৰ কোনো শক্তি ধৰে
গঢ়া নাই এনে লোৰ বেৰী
তই যাক সবলে মুচৰি
নোৱাৰ কৰিব গুড়ি
        খণ্ড খণ্ড কৰি
গঁথা নাই এনে দুৰ্গ ষ্টীল কংক্ৰিটৰ
অনিৰুদ্ধ ৰাখে তোক ধৰি। [১৭৪]

---

১৭২। দত্ত, ভবানন্দ — অসমীয়া কবিতাৰ কাহিনী
১৭৩। চৌধুৰী প্ৰসন্নলাল — অগ্নিমন্ত্ৰ বিদ্ৰোহী
১৭৪। পূৰ্বোক্ত গ্ৰন্থ — পছোৱাৰ ডাক

মাৰ্ক্সবাদৰ প্ৰভাৱে প্ৰসন্নলালৰ কবি মানসক শ্ৰমজীৱী জনগণৰ কাষ চপাই নিছিল। তেওৰ 'নাঙলৰ জয় আৰু 'কাঠ ফালোতাৰ গান'ত এই সাম্যবাদী সুৰৰ অনুৰণন অতি প্ৰখৰ।

মুক্তিৰ উল্লাস ৰোমাণ্টিক কবিতাৰ এটি মহত্তম প্ৰৱণতা। এই মুক্তি মানৱাত্মাৰ মুক্তি সকলো ধৰণৰ বন্ধনৰ পৰা মুক্তি। সেয়ে ৰোমাণ্টিক কবিতাত দেশাত্মবোধৰ লগে লগে মানৱ মুক্তিৰ আৱাহনমন্ত্ৰও স্ফুৰিত হৈছিল। জোনাকী'ৰ পোহৰতে অসমীয়া কবিতা মানৱমুখী হৈ পৰে। এই প্ৰসংগত নীলমণি ফুকনে লিখিছে

> ধৰ্ম আৰু দেৱলোকৰ বন্ধনৰ পৰা মুক্ত হৈ কবিতা হৈ পৰিল মানৱমুখী আৰু মানৱতাবাদী। প্ৰকৃতি সৌন্দৰ্য প্ৰেম বাস্তৱ জীৱন আৰু জগতৰ ৰহস্য মানুহৰ আনন্দ বেদনা হৈ পৰিল কবিতাৰ প্ৰধান উপজীব্য। [১৭৫]

অৱশ্যে অসমীয়া ৰোমাণ্টিক কবিতাৰ ক্ষেত্ৰত ফুকনদেৱৰ এই কথাখিনি সম্পূৰ্ণৰূপে প্ৰযোজ্য নহয় কাৰণ ধৰ্ম আৰু দেৱলোকৰ পৰা অসমীয়া ৰোমাণ্টিক কবিতা সম্পূৰ্ণৰূপে কোনোদিনেই মুক্ত হোৱা নাই। তথাপি ঐশীভাবনাতকৈ প্ৰকৃতি তথা নিসৰ্গপ্ৰেমৰ সংশ্লিষ্ট প্ৰত্যয় হিচাপে মানৱপ্ৰেমে ৰোমাণ্টিক কাব্যত স্বীকৃতি পাইছিল।

## (৬) অসমীয়া ৰোমাণ্টিক কাব্যত মানৱতাবোধ

অসমীয়া ৰোমাণ্টিক কবিতাত দেশাত্মবোধৰ লগত মানবতাবাদৰ মণি-কাঞ্চন সংযোগ বিচাৰি পোৱা যায় চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাত। মানৱতাবাদেই চন্দ্ৰকুমাৰৰ কবিতাৰ ঘাই সুৰ। দেৱতাৰ পৰিৱৰ্তে মানুহৰ বোধনৰ জৰিয়তে আধুনিক কাব্যৰ ঘটিছিল শুভ আৰম্ভণি। সেই দৃষ্টিভংগীৰে চালে চন্দ্ৰকুমাৰেই প্ৰথম অসমীয়া আধুনিক কবি। চন্দ্ৰকুমাৰৰ কবিতাতেই প্ৰথম দেৱতাৰ পৰিৱৰ্তে মানুহৰ আৱাহন গীতি ধ্বনিত হয়। তেৱেঁই প্ৰথমতে মানুহক দেৱতাৰ আসন দিছে

> মানুহেই দেৱ মানুহেই সেৱ
> মানুহ বিনে নাই কেৱ। [১৭৬]

দেৱতা নহয় মানুহেই মানুহৰ পূজ্য। বিপদ বিঘিনি সুখ দুখৰ চিৰজীৱনৰ লগৰী। সেয়ে মানুহৰ জয়গানত কবিৰ কম্বু-কণ্ঠ হৈছে মুখৰিত

---

১৭৫। ফুকন নীলমণি (সম্পা॰) কুৰি শতিকাৰ অসমীয়া কবিতা পাতনি
১৭৬। হাজৰিকা অতুলচন্দ্ৰ(সম্পা ) চন্দ্ৰামৃত মানব বন্দনা

'কৰাঁ কৰাঁ পূজা পাদ্য অৰ্ঘ্য লৈ
জয় জয় মানব দেব। [১৭৭]

চন্দ্ৰকুমাৰে মানুহৰ মাজত দেখিছিল দুটা ৰূপ। সত্যৰ অন্বেষণত ঘূৰি ফুৰা এক শ্ৰেণী মানুহে পৃথিৱীখনক গঢ়ি তুলিব বিচাৰিছে সকলোৰে বাসযোগ্য কৰি যি পৃথিৱীত নাথাকিব মানুহৰ মাজত কোনো ভেদাভেদ উচ্চ-নীচৰ দুৰ্ভেদ্য প্ৰাচীৰ। আনহাতে এই পৃথিৱীত আছে এক শ্ৰেণী স্বাৰ্থান্ধ মানুহ যিসকলৰ বাবে পৃথিৱীত ঘটিছে অপায় অমংগল। বিলাস বৈভৱৰ মাজত থাকি জীৱন অতিবাহিত কৰা অৰ্থ পিশাচ ক্ষমতালিপ্সু সেইচাম মানুহৰ শোষণৰ নিৰ্মম পেষণত নিষ্পেষিত হয় সমাজৰ দুৰ্বল সংখ্যাগৰিষ্ঠ মানুহ। দু খীয়াৰ তেজপিয়া সেইচাম মানুহক কবিয়ে ৰাক্ষস অভিধাৰে অভিহিত কৰিছে

মানুহৰ তেজ শুহি শুহি খায়
মানুহ ৰাক্ষসে চোৰা। [১৭৮]

চন্দ্ৰকুমাৰৰ কৃত্ৰিম কাহিনী প্ৰধান গীত তেজীমলা মানৱ সমাজৰ নিষ্ঠুৰতাৰ জ্বলন্ত সাক্ষী। কবিতাটিৰ মাজেৰে এহাতে মানুহৰ নিষ্ঠুৰতা আনহাতে মানুহৰ প্ৰতি প্ৰকৃতিৰ উদাৰতাৰ কথা অভিব্যক্ত হৈছে। মানুহৰ চোতালত ফুটি উঠা মাধুৰীসদৃশ তেজীমলা মাহীমাকৰ জ্বলন্ত ঈষা আৰু হৃদয়হীনতাৰ বাবে মৃত্যুমুখত পতিত হয়। অতিলৌকিক ভাব-কল্পনাৰে কবিয়ে তেজীমলাক জীয়াই ৰাখে পানীৰ মাজত পাৰিজাত ফুল কৰি। আঁজলি তেজীমলা কবিতাটিত সৰলতাৰ প্ৰতীক আৰু মাহীমাক অত্যাচাৰী মানুহৰ নিষ্ঠুৰতাৰ প্ৰতীক। কবিতাটিৰ শেষৰ ফালে স্বাৰ্থপৰ মানৱ সমাজৰ বিৰুদ্ধে তেজীমলা এক দুৰ্ঘোৰ প্ৰতিবাদ। সেযে নিজৰ ভাবী স্বামীৰ মৰমেৰে সনা গহীন মুখনি চিনি পায়ো তেজীমলাই চিঞৰি উঠিছে

হাতো নেমেলিবি ফুলো নিচিঙিবি
কৰে নাৱৰীয়া তই
মানুহে ফুলৰ কি জানে আদৰ?
তেজীমলাহে মই! [১৭৯]

মৰম বেথা আৰু বিষাদ-বীক্ষাৰে ভৰা কবিতাটোৰ প্ৰতিটো স্তৱকতে ধ্বনিত হৈছে মানৱ সমাজত নিৰ্যাতিতা ফুলৰ দৰে পবিত্ৰ আৰু নিষ্পাপ নাৰী এগৰাকীৰ

১৭৭। পূৰ্বোক্ত গ্ৰন্থ — মানব বন্দনা
১৭৮। নেওগ মহেশ্বৰ (সম্পা) — সঞ্চয়ন বীণ বৰাগী
১৭৯। পূৰ্বোক্ত গ্ৰন্থ — তেজীমলা

হৃদয়ৰ কোমল অনুভূতি অসহায় নাৰীৰ নীৰৱ বেদনা। 'মানুহে ফুলৰ কি জানে আদৰ? বুলি কৈ কবিয়ে তেজীমলাৰ অন্তৰত জাগি উঠা মানব সমাজৰ প্ৰতি তীব্ৰ ঘৃণা আৰু অবিশ্বাসৰ প্ৰতীতিকেই ব্যক্ত কৰিছে। কবি ৱৰ্ডচৱৰ্থৰ লুচীক প্ৰকৃতিয়ে কিদৰে আঁকোৱালি লৈছিল আৰু তাইৰ শিক্ষা দীক্ষাৰ দায়িত্ব লৈ তাইক প্ৰকৃত নাৰীত পৰিণত কৰিছিল তাৰ সুন্দৰতম প্ৰতিফলন দেখা যায় নিম্নলিখিত পংক্তি নিশ্চয়ত

A Lovelier flower
On Earth was never sown
This child I to myself will take
She shall be mine and I will make
A Lady of my own [১৮০]

প্ৰকৃতিয়ে তেজীমলাকো আপোনজন কৰি বুকুত স্থান দিয়াৰ ঘটনাই প্ৰকৃতিৰ উদাৰতা আৰু মহানুভৱতাৰেই দৃষ্টান্ত দাঙি ধৰিছে।

চন্দ্ৰকুমাৰে মানুহৰ স্বৰূপ উদ্‌ঘাটন কৰিযেই ক্ষান্ত থকা নাই। তেও মানৱ সমাজত চলি থকা সকলোপ্ৰকাৰ অসাম্যৰ বিৰুদ্ধে জেহাদ ঘোষণাও কৰিছে। ত্ৰৈলোক্যনাথ গোস্বামীদেৱে লিখিছে

ৰোমাণ্টিক আদৰ্শৰে অনুপ্ৰাণিত কবি আগৰৱালাই এহাতে যেনেকৈ মানুহৰ মহত্ত্ব আৰু মানুহৰ প্ৰতি দেখুওৱা মৰম বেথাত অভিভূত হৈছে, আনহাতে তেনেকৈ মানুহৰ মাজত থকা ঈৰ্ষা অসূয়াৰ ওপৰলৈ উঠি উচ্চ-নীচৰ মাজত থকা বিৰাট প্ৰাচীৰ ভাঙি ছিঙি গুডি কৰাৰ আকাংক্ষাও পোষণ কৰিছে। [১৮১]

বিদ্ৰোহী কবি শ্যেলীৰ দৰেই তেও ৰূদ্ৰৰূপে অসাম্য স্বাৰ্থপৰতা আৰু দু খ যাতনাৰে ভৰা স‌ংসাৰখনক সমূলে ধ্বংস কৰি এক শুচি-স্নিগ্ধ নতুন পৃথিৱীৰ সৃষ্টি কৰিব বিচাৰিছে

'মান অপমান ঢৌৱাই যাওক
পৃথিৱীৰ পৰা গুচি
নতুন সৃষ্টিৰ অৰুণ কিৰণে
কৰোক সকলো শুচি। [১৮২]

১৮০। Palgrave s The Golden Treasury The Education of Nature
১৮১। গোস্বামী ত্ৰৈলোক্যনাথ সাহিত্য কলা আৰু তাৰ বিচাৰ
১৮২। নেওগ মহেশ্বৰ (সম্পা°) সঞ্চয়ন বীণ-বৰাগী

চন্দ্ৰকুমাৰৰ কবিতাত দেশপ্ৰেম আৰু মানৱপ্ৰেমৰ লগত ভাৰতীয় ঐতিহ্যৰ বিশ্বাত্মবোধ বিৰাটকল্পনা আৰু ভূমাস্পৃহাও অবিচ্ছেদ্যভাৱে জড়িত হৈ আছে। এই প্ৰসংগত যতীন্দ্ৰনাথ গোস্বামীদেৱে লিখিছে

> তেওঁ (চন্দ্ৰকুমাৰ) বিশ্বমানৱৰ ফালে বিশ্ব প্ৰকৃতিৰ ফালে আৰু ভগৱৎসত্তাৰ নতুন উপলব্ধিৰ ফালে আমাৰ জীৱনৰ সীমা প্ৰসাৰিত কৰি দিলে। [১৮৩]

আধ্যাত্মিকতা তথা দাৰ্শনিক দৃষ্টিভংগী আৰু ধৰ্মীয় সাম্যবাদৰ অভিলাষী কবিয়ে নিখিল মানবাত্মাৰ আকুলবাণী তেওঁৰ কণ্ঠতে ধ্বনিত হৈ উঠাৰ কামনা কৰিছে

> মোৰেই মুখেদি মানৱ প্ৰাণৰ
> ফুটক আকুল মাত
> মোৰ চিন্তাতেই গূঢ় ৰহস্যৰ
> সত্য হ'ক প্ৰতিভাত। [১৮৪]

দেশ আৰু জাতিৰ উদ্বোধনি গীত আৰু কবিতা লিখি অসমীয়া ৰোমাণ্টিক কবিসকলে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি তথা ভাৰতীয় জাতীয় জীৱনৰ প্ৰতি তেওঁলোকৰ অন্তৰৰ অনাবিল শ্ৰদ্ধা-একাগ্ৰতা প্ৰকাশ কৰিছে। তেওঁলোকৰ স্বাদেশিক চিন্তাধাৰা-সমৃদ্ধ গীত আৰু কবিতাত পাঠকে মাথোঁ কাব্যৰসেই নাপায় অন্তৰত দেশপ্ৰেমৰ উষ্ণ পৰশো অনুভৱ কৰে। লগতে এই কথাও অনস্বীকাৰ্য যে মানৱপ্ৰেম আৰু স্বদেশপ্ৰেমৰ দৰেই বিশ্বপ্ৰেমৰ মাহাত্ম্যও ধ্বনিত হৈছিল অসমীয়া ৰোমাণ্টিক কবিতাত।

## ৪। ভগৱৎ-প্ৰেম

### (ক) প্ৰাচ্য আৰু প্ৰতীচ্যৰ ভাবনাত ভগৱৎ-প্ৰেমৰ স্বৰূপ

ৰোমাণ্টিক কবিতাত আৰ্থ-সামাজিক সাংস্কৃতিক ৰাজনৈতিক আদি দিশত ব্যক্তি ইচ্ছাৰ প্ৰবল তৰ গৰ অভিঘাত পাৰ্থিৱ জগতৰ মহিমা আৰু মানুহৰ জয়গান প্ৰতিফলিত আৰু প্ৰতিধ্বনিত হৈছিল। মৰ্ত্যপ্ৰেমৰ এই মহিমা-কীৰ্তনৰ উপৰি ৰোমাণ্টিক কবিৰ বিচিত্ৰ কবিমানসত উদ্ভাসিত হৈ উঠিছিল অধ্যাত্মলোকৰ পবিত্ৰ আলোকশিখা।

---

১৮৩। গোস্বামী যতীন্দ্ৰনাথ — সাহিত্য চিন্তা
১৮৪। নেওগ মহেশ্বৰ (সম্পাঃ) — সঞ্চয়ন বীণ-বৰাগী

প্ৰাচ্য পাশ্চাত্য উভয় দেশৰ কবিযেই মৰ্ত্যলোকতে আবদ্ধ নাথাকি বাৰে বাৰে পাখি মেলি উৰা মাৰিছিল পাৰ্থিব জগতৰ অভিজ্ঞতাৰ সিপাৰৰ অসীম দিগন্তলৈ এক সদাভাস্বৰ দিব্যলোকলৈ। ইংৰাজ ৰোমাণ্টিক কবিসকলৰ পূৰ্বসূৰী কবি ব্লেক আছিল নিৰ্ভেজাল অধ্যাত্মবাদী। তেওঁৰ The Songs of Innocence আৰু The Songs of Experience কাব্য দুখন স্বচ্ছ অধ্যাত্মদৃষ্টিৰে জ্যোতিৰ্ময় আৰু অপাৰ্থিব সৌন্দৰ্যৰ ইংগিতেৰে গূঢ়াৰ্থবাহী। শ্যেলীৰ বিদেহী Skylark হ'ল বিমূৰ্ত জগতৰ অধিবাসী। এইজনী চৰাইৰ গান স্বতঃস্ফূৰ্ত বাধা-বন্ধনহীন আৰু দিব্যভাবপূৰ্ণ। কীটছৰ মৃত্যু উপলক্ষে ৰচিত Adonais কবিতাত মৃত্যুৰ বিৰাট ৰহস্যৰ সন্মুখীন হৈ কবিয়ে নিখিল বিশ্বৰ প্ৰতি অণু পৰমাণুতে বিচৰণশীল ঐশীশক্তিৰ ওচৰত সান্ত্বনা লাভ কৰিছে। শ্যেলীৰ সমগ্ৰ কাব্যজগতেই অধ্যাত্মবোধৰ আলোক শিখাৰে উজ্জ্বল। ৱৰ্ডচৱৰ্থেও এক অতীন্দ্ৰিয় ৰহস্যলীলাৰ সন্ধানত প্ৰকৃতি জগত আৰু মানৱবিশ্ব তথা সৰ্বব্যাপী এক আধ্যাত্মিক শক্তিৰ সন্ধানত তৎপৰ হৈছিল। প্ৰকৃতিৰ গভীৰত তেওঁ আৱিষ্কাৰ কৰিছিল এক আত্মা আৰু সমগ্ৰ বিশ্ব-ব্ৰহ্মাণ্ডতে অনুভৱ কৰিছিল এক অন্তৰ্লীন ঐকতান এটি যোগসূত্ৰ যিযে প্ৰকৃতি আৰু মানুহৰ আত্মাক একেলগে গাঁথি ৰাখিছে। কীটছ আৰু বাযৰণেও তেওঁলোকৰ বাস্তৱ পৰিবেশৰ লগত নিৰন্তৰ বিৰোধত লিপ্ত হৈছিল। সময় প্ৰবাহত ধৃত মানৱ-জীৱনৰ ক্ষয় আৰু মৃত্যুক তেওঁলোকে অতিক্ৰম কৰিব বিচাৰিছিল। তেওঁলোক অনুপ্ৰাণিত হৈছিল সপোনৰ এক আদৰ্শ জগতলৈ উত্তৰণৰ অভীপ্সাৰে।

প্ৰকৃতি মানুহ তথা মৰ্ত্যলোক বন্দনাৰ উপৰি কবিসকলৰ অন্তৰত অধ্যাত্মবোধ জাগ্ৰত হোৱাৰ অন্যতম কাৰণ আছিল আধ্যাত্মিকতাৰ পৰম্পৰাগত প্ৰৱহমানতা। অৰ্থাৎ ঐতিহ্যগত কাৰণতে ৰোমাণ্টিক কবিয়ে অধ্যাত্মলোকত বিচৰণ কৰিছিল। তেওঁলোকে অনাদি অনন্ত নিৰাকাৰ ঈশ্বৰক বিশ্বাস কৰিছিল। তেওঁলোকে উপলব্ধি কৰিছিল যে পৃথিৱীৰ সকলো বস্তুৰ মাজতে আছে ভগৱানৰ সুন্দৰ পৰশ আৰু সুমহান সত্তা। এই বোধ আছিল তেওঁলোকৰ সহজাত। আনহাতে বিভিন্ন দেশৰ নানা ধৰণৰ প্ৰাচীন ধৰ্মগ্ৰন্থ মহাকাব্য আখ্যান উপাখ্যান আদিত ঈশ্বৰৰ লীলা আৰু ঐশ্বৰ্যৰ উপাদেয় বৰ্ণনা থকাৰ ফলত এইবোৰ গ্ৰন্থ আৰু মহাকাব্যই যুগে যুগে পৃথিৱীৰ মানুহক অধ্যাত্ম চেতনা প্ৰদান কৰি আহিছে। ৰোমাণ্টিক কবিসকলৰ ওপৰতো এইবোৰৰ প্ৰভাৱ আছিল অপৰিসীম।

ৰোমাণ্টিক কবিসকল আছিল অতিশয় কল্পনাপ্ৰিয়। বুদ্ধিতকৈ ভাবৰ ওপৰত তেওঁলোকৰ আস্থা আছিল অধিক। বাস্তৱ জীৱনৰ সীমা অতিক্ৰম কৰি সীমাৰ সিপাৰলৈ তেওঁলোকৰ ভাব আৰু কল্পনাই উৰি ফুৰিছিল। এই অসাধাৰণ কল্পনা

প্ৰৱণতাৰ পৰাই তেওঁলোকে বিমূৰ্ত ঈশ্বৰৰ কল্পনাও মানসপটত আঁকি লৈছিল। সৃষ্টি-ৰহস্যৰ দুৰ্জ্ঞেয়তাৰ বাবেও তেওলোকে এক পৰমশক্তি তথা সৃষ্টিকৰ্তাক বিশ্বাস কৰিছিল। এই অনিন্দ্যসুন্দৰ পৃথিৱীখনৰ সকলো তৃণ-তৰু গছ-লতা সুনীল আকাশ গ্ৰহ তৰা সমন্বিতে নক্ষত্ৰলোকৰ গতি আৰু ৰূপান্তৰ জীৱ-জগতৰ জন্ম মৃত্যু আদি অদৃশ্য কোনো শক্তিৰ নিৰ্দেশতে হৈ আছে বুলি কবিসকলে বিশ্বাস কৰিছিল। পাৰিবাৰিক দু খ দৈন্য আৰু প্ৰতিকূলতাৰ পৰা হাত সাৰিবলৈয়ো বহুতেই অধ্যাত্মলোকত বিচৰণ কৰিছিল। তদুপৰি জাগতিক সমস্যাই যেতিয়া জীৱনলৈ অপ্ৰত্যাশিত দু খৰাশিক কঢ়িয়াই আনিছিল তেতিয়া ব্যৰ্থতাৰ হতাশাই ভাঙি নিয়া বুকুখনি লৈ ৰোমাণ্টিক কবিসকলে ঈশ্বৰৰ শৰণাপন্ন হৈছিল। আনহাতে মৰ্ত্য প্ৰিয়াৰ মৰমী হাতৰ বঞ্চনাকাতৰ বহু প্ৰেমিক কবিয়ে অৱশেষত তেওলোকৰ অন্তৰৰ প্ৰেম নিবেদন কৰিছে ভগৱানৰ উদ্দেশ্যে অৰ্থাৎ ধূলিময় ধৰণীত প্ৰেমক প্ৰতিষ্ঠা কৰিবলৈ ব্যৰ্থ হৈ আত্মসান্ত্বনা লাভ কৰিবৰ বাবে ঈশ্বৰৰ আশ্ৰয় লোৱাৰ বাহিৰে ৰোমাণ্টিক কবিসকলে আন উপায় বিচাৰি পোৱা নাছিল।

তদুপৰি ৰোমাণ্টিক কবিসকলৰ আপোন সত্তাৰ মাজতেই নিহিত আছিল এক ধৰণৰ লোকোত্তৰ এষণা দিব্যস্বৰূপৰ অস্ফুট আভাই যাক নিৰন্তৰ নিৰ্মল সত্যৰ অনিৰ্বাণ আনন্দ দীপ্তিৰ বাবে সন্ধান ব্যাকুল কৰি তুলিছিল। ইয়াকেই সম্ভৱত° উপনিষদৰ ক্ৰান্তদ্ৰষ্টা ঋষিসকলে কৈছে— 'অমৃতৰ এষণা বুলি। সেয়ে যিকোনো ভাষাৰ ৰোমাণ্টিক কবিতাতেই এই ঐশী চেতনা অবিচ্ছেদ্য অ'গস্বৰূপে দেখা যায়।

এইবোৰ কাৰণতে ৰোমাণ্টিক কবিসকল পৃথিৱীমুখী হৈয়ো ভগৱৎমুখী। অসমীয়া ৰোমাণ্টিক কবিতাতো ভগৱৎপ্ৰেমৰ প্ৰাচুৰ্য লক্ষ্য কৰা যায়। অৱশ্যে অসমীয়া ৰোমাণ্টিক কবিতাত পাশ্চাত্য দৰ্শনৰ পৰিৱৰ্তে প্ৰাচ্যদৰ্শনৰ প্ৰতিফলনহে অধিক প্ৰকটিত। প্ৰাচ্য ভাবনাৰ মূল কথাই হ'ল— সৎ, অৰ্থাৎ সদৰ্থক ভাব। ব্ৰহ্মস্থিতিৰ ফালৰ পৰা চলমান জীৱন আৰু বৈচিত্ৰ্যময় জগতক অৱলোকন কৰা। মূৰ্তিত বা আকাৰত বিমূৰ্ত এই ভাবক অৰ্থাৎ অৰূপসত্যক প্ৰতিষ্ঠিত কৰি আৰাধনা কৰা ভাৰতীয় ভাব-জীৱনৰ এটি উল্লেখনীয় বৈশিষ্ট্য। অসমীয়া ৰোমাণ্টিক কবিসকলে ভাৰতীয় চিন্তাৰ এই মূল সুৰৰ সন্ধান কৰিছে, কবিতা আৰু অন্যান্য লেখনিৰ মাজেৰে তাৰ ব্যাখ্যাও দাঙি ধৰিছে। সেয়ে অসমীয়া ৰোমাণ্টিক কাব্য আলোচনাত বিশেষকৈ ভগৱৎ প্ৰেমৰ ধাৰণা আৰু প্ৰকাশভংগীৰ আলোচনাৰ ক্ষেত্ৰত ভাৰতীয় ঐতিহ্য আৰু বিশ্বাসৰ ধাৰণাক বাদ দিব নোৱাৰি। মাথোঁ পাশ্চাত্যৰ আদৰ্শত খণ্ডিতভাৱে চোৱাটো একদেশদৰ্শিতাৰেই নামান্তৰ।

প্ৰকৃততে অসমীয়া ৰোমাণ্টিক কবিতাৰ দেহত সমসাময়িক যুগ আৰু জীৱনৰ ছবি যিমান স্পষ্ট মনত সিমানেই ভাৰতীয় সদৰ্থক চিন্তা অধিষ্ঠিত। সত্য শিৱ সুন্দৰ-আনন্দৰ যি ধাৰণা ভাৰতীয় ভাব-জীৱনত নিগূঢ় সমাজ জীৱনৰ ধাৰণাও সেই দৃষ্টিকোণৰ পৰা বহু পৰিমাণে আজিও বিচাৰ্য। ব্যক্তিৰ মুক্তি আৰু বিকাশৰ পৰাকাষ্ঠাৰ ধাৰণাত লক্ষ্য তথা উদ্দেশ্যৰ শ্ৰেয়বোধত ভাৰতীয় দৃষ্টিভংগী পাশ্চাত্যতকৈ বহু উদাৰ। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাই অলৌকিক আৱৰণৰ অন্ধকাৰ দূৰ কৰি মানুহক আত্মবিশ্বাসৰ প্ৰতিষ্ঠা আনি দিছে, যাৰ বাবে সংশয় যুক্তি প্ৰতিবাদ আজি শীৰ্ষত। তথাপি মানৱাত্মাৰ যাত্ৰা আত্মবিশুদ্ধি আৰু পূৰ্ণতাপ্ৰাপ্তিৰ ফালে এতিয়াও ব্ৰতী হৈ আছে। আশা ত্যাগ তিতিক্ষা আৰু কল্যাণ স্থিতিৰ আশ্বাস আদি প্ৰমূল্যসমূহ এতিযাও বহু পৰিমাণে ভাৰতীয় সাহিত্যৰ আদৰ্শবাদৰ ভেটি। ব্ৰহ্মস্থিতিৰ ফালৰ পৰা জগতক দেখা সমগ্ৰতাৰ ফালৰ পৰা খণ্ড বা বিভিন্ন ৰূপত বৈচিত্ৰ্য অৱলোকনৰ দ্বাৰা আনন্দ উপলব্ধি ভাৰতীয় আদৰ্শবাদৰ অন্যতম বিশেষত্ব।

ভাৰতীয় ভাবজীৱনত আৰু এটি বিশ্বাস চক্ৰাবৰ্তনৰ ধাৰণা। এই ধাৰণাৰ লগত নিহিত হৈ আছে জন্মান্তৰবাদ কৰ্মফলবাদ আত্মা পৰমাত্মাৰ সম্বন্ধ আদি। জীৱনত কোনো মানুহেই নিৰৱচ্ছিন্ন দু খৰ চিকাৰ হ'ব নোখোজে। সেয়ে সুখ দু খক ঈশ্বৰৰ অৱদান বুলি সহজভাৱে মানি ল'ব পাৰিলেই মানুহে পাব পাৰে অপাৰ আনন্দ। ভাৰতীয় জীৱনধাৰাত এই বোধ এতিয়াও ক্ৰিয়াশীল। এই ভাবধাৰাসমূহ সংস্কৃত কাব্য-সাহিত্যৰ বিশাল ৰত্নভাণ্ডাৰৰ পৰা প্ৰাদেশিক ভাষা সাহিত্যত প্ৰতিফলিত হৈছে। বিশ্বাত্মবোধ বিৰাট কল্পনা আৰু ভূমাস্পৃহা ভাৰতীয় সাহিত্য সাধনাৰ কেন্দ্ৰস্থভাব। ঋগ্বেদৰ দিনৰে পৰা আৰম্ভ কৰি নানান গ্ৰন্থৰ ভিতৰেদি প্ৰাদেশিক সাহিত্যৰ ভিতৰতো নানা ভংগিমাত সেই ভাবধাৰা পল্লবিত হৈ আহিছে। অসমীয়া ৰোমাণ্টিক কাব্যতো স্বাভাৱিকভাৱেই এই ঐতিহ্যৰ প্ৰৱহমানতা লক্ষ্য কৰা যায়। ওপৰঞ্চি সংযোজিত হৈছে প্ৰতীচ্যৰ অধ্যাত্মবাদী কবিতাৰ ভাবাদৰ্শ। মন কৰিবলগীয়া যে ইংলণ্ডৰ ৰোমাণ্টিক কবিসকলেও ঐশীশক্তিৰ প্ৰভাৱ ঠিক ভাৰতীয় সত্যদ্ৰষ্টা ঋষি-মুনিসকলৰ দৰেই অনুভৱ কৰিছিল। এই প্ৰসংগত শ্ৰীকুমাৰ বন্দ্যোপাধ্যায়ৰ অভিমতটি স্মৰণ কৰিব পাৰি। সমালোচকগৰাকীয়ে লিখিছে

> ওয়ার্ডস্‌ওয়ার্থ যেন আমাদেৰই সনাতন ঋষিৰ মত প্ৰকৃতিৰ মধ্যে ভগবানেৰ জ্যোতির্ময় আবির্ভাব প্ৰত্যক্ষ কৰিয়া তাঁহাৰ শান্তিমন্ত্ৰ উচ্চাৰণ কৰিয়াছেন। শেলী যেন উপনিষদেৰ স্ৰষ্টাৰ ন্যায় বিশ্বেৰ অণু পৰমাণুতে 'অণোৰণীয়ান মহতো মহীয়ান ঐশীলীলাৰ মহিমা ঘোষণা কৰিয়াছেন। আমৰা যেন

অনুভৱ কৰি যে 'আনন্দাদ্ধেৱ খল্বিমানি ভূতানি জায়ন্তে' অথবা সত্যম্ শিৱম-সুন্দৰম্— এই বোধ শুধু ভাৰতীয় মনেৰ একচেটিয়া সম্পত্তি নহে ইহা বিশ্ব মানবেৰ মননশীল প্ৰকৃতিৰ জন্মগত অধিকাৰ। [১৮৫]

প্ৰাচ্য-প্ৰতীচ্যৰ অধ্যাত্ম ভাবপুষ্ট অসমীযা ৰোমাণ্টিক কাব্য-কাননত ফুলি উঠা ভগৱৎমুখী কবিতাসমূহক আলোচনাৰ সুবিধাৰ্থে দুটা ভাগত ভগাব পাৰি। প্ৰথম ৰহস্যবাদী কবিতা দ্বিতীয অধ্যাত্ম চেতনাসমৃদ্ধ অন্যান্য কবিতা।

## (খ) অসমীয়া ৰোমাণ্টিক কবিতাত ৰহস্যবাদী ধাৰা

ৰহস্যবাদ স্বৰূপাৰ্থত অনিৰ্বাচ্য। তথাপি সাহিত্যিক দাৰ্শনিক তথা সাধকসকলে ৰহস্যবাদৰ স্বৰূপ সম্পৰ্কে সংজ্ঞাৰ আকাৰে আৰু নানা ব্যাখ্যাৰ জৰিয়তে ইয়াক বুজিবলৈ আৰু বুজাবলৈ যত্ন কৰিছে। 'সাহিত্য আৰু সংজ্ঞা গ্ৰন্থত ৰহস্যবাদ সম্পৰ্কে এইদৰে কোৱা হৈছে

> যি বিষয়ে আমাৰ কৌতূহল উদ্ৰেক কৰে অথচ সেই কৌতূহল চৰিতাৰ্থ নহয় যাৰ বিষযে জানিবলৈ আমি উৎসুক কিন্তু যাৰ বিষয়ে সঠিক জ্ঞান ইন্দ্ৰিয়গ্ৰাহ্য নহয় অৰ্থাৎ অতীন্দ্ৰিয় সেয়ে ৰহস্যবাদ। এই পৰিদৃশ্যমান জগতখনেই চৰম সত্য নহয় চাক্ষুষ দৃষ্টিৰ অগোচৰ আৰু এখন জগত আছে যাৰ সম্ভেদ ধ্যানীজনৰ অন্তৰ্দৃষ্টি বা সহজ জ্ঞানৰ দ্বাৰাহে (intuition) লভ্য মানৱ অভিজ্ঞতাৰ সমাহাৰেৰে তাক লাভ কৰিব নোৱাৰি ভগৱানেই একমাত্ৰ সত্য 'ব্ৰহ্মসত্য জগন্মিথ্যা ইত্যাদি ভাবচিন্তাক ৰহস্যবাদী (Mystic) আখ্যা দিয়া হয়। [১৮৬]

জীৱাত্মা আৰু পৰমাত্মাৰ নিবিড সম্বন্ধ আৰু অন্তৰংগ মিলন ৰহস্যবাদীসকলৰ মূল কথা। প্ৰেমৰ ক্ষেত্ৰতেই হওক অথবা তান্ত্ৰিক অনুষ্ঠান আদিৰ ক্ষেত্ৰতেই হওক— এই ৰহস্যবাদ ধূঁৱলি-কুঁৱলি ৰহস্যময়তাৰে মণ্ডিত। এক অতিপ্ৰাকৃত আনন্দলোকৰ স্বপ্নদৰ্শন ৰসাস্বাদন আৰু পৰমসত্যৰ নিবিড়তম উপলব্ধিৰ এক ৰাহসিক (Mystic) উপাসনাধাৰা জড়িত হৈ আছে ৰহস্যবাদী ভাবধাৰাৰ লগত। ৰহস্যবাদী ভাবধাৰা কোনো এক বিশেষ দেশ-কালৰ ধৰ্মমত নহয় ই সৰ্বজনীন সকলো দেশৰ সকলো মানুহৰ। দেশ কালভেদে ইয়াৰ আপাত পাৰস্পৰিক বৈষম্য থাকিলেও মূলতঃ

---

১৮৫। বন্দ্যোপাধ্যায় শ্ৰীকুমাৰ ইংৰাজী সাহিত্যেৰ ইতিহাস
১৮৬। কটকী প্ৰফুল্ল : সাহিত্য আৰু সংজ্ঞা

ইয়াত সমতা বিদ্যমান। ইহুদি ধৰ্মৰ জোহাৰ গ্ৰন্থত ঈশ্বৰৰ লগত জীৱৰ প্ৰেমৰ সম্বন্ধ স্বীকৃতি হৈছে। 'বাইবেল'ৰ 'ছলোমনৰ পৰমগীত'ৰ মাজতো ঈশ্বৰৰ প্ৰতি জীৱৰ আকুলতা প্ৰকাশ পাইছে

> Let Him kiss me with the kisses of His mouth for Thy love is better than wine [১৮৭]
>
> By night on my bed I sought Him whom my soul loveth but found Him not [১৮৮]

ৰহস্যবাদ সম্পৰ্কে সুচিন্তিত অভিমত ব্যক্ত কৰিছে পাৰ্বতীচৰণ ভট্টাচাৰ্যই। তেওঁ লিখিছে 'ৰহস্য উপাসনা বা Mysticism সহজ কথায ধ্যান এব, সমাধি। এখানে খ্ৰীষ্টধৰ্ম ইসলাম এব, ভাৰতীয দৰ্শন অপূৰ্ব স,গতি ৰক্ষা কৰে চলে। দ্বাদশ শতক থেকে ইসলামে এই ৰহস্যবাদে জোৰদাৰ হযে চাৰদিকে ছডিযে যায এব, সৰ্বধৰ্ম সমন্বযেৰ পথ সুগম কৰে দেয। এৰ সাৰ কথা বোধিচিত্তে (intuition) পৰমানন্দ স্বৰূপেৰ উপলব্ধি। উপনিষদেৰ আনন্দ ৰূপমমৃতম এব, কোৰাণ শৰীফেৰ শতনামমালাৰ মধ্যে অল্‌হক এব, অলকাফী বিশেষভাৱে স্মৰণীয। এই প্ৰসংগে নিউটেষ্টমেণ্টেৰ I am the Way the Truth and Life —এ কথাৰ তাৎপৰ্যও অনুধাবণীয।

প্ৰাচীন গ্ৰীক দৰ্শনেৰ ৰহস্যবাদও সমসূত্ৰে গ্ৰথিত হযে আছে। ধ্যানেৰ মধ্য দিযেই থুমোস বা আত্মাকে পৰমেশ্বৰে অভিন্নৰূপে উপলব্ধি কৰা যায। এই একাত্মতাৰ উপলব্ধি আসে সমাধিৰ মধ্য দিযে। প্লেটো বলেছেন আত্মাই জীৱ দেহটা নয। দেহেৰ পৰিণাম এব, তুচ্ছতা হিন্দু দৰ্শনেও স্বীকৃত। এই প্ৰকাৰ ৰহস্যানুভূতি মহাযানী বৌদ্ধৰাও স্বীকাৰ কৰে গিযেছেন। এই অৱস্থায তাৰা নশ্বৰসকল কিছুৰ মধ্যে অবিনশ্বৰ বুদ্ধকে প্ৰত্যক্ষ কৰতেন। এসব ক্ষেত্ৰে অপৰিহাৰ্য হ'লো যোগেৰ কৰ্ম কৌশল ধ্যান এব, সমাধি। [১৮৯]

ৰহস্যবাদৰ আলোচনা প্ৰস,গত ছুফীধৰ্ম তত্ত্বৰ কিঞ্চিত উল্লেখ অপৰিহাৰ্য। মধ্যপ্ৰাচ্যত ৰহস্যবাদী সাধনাৰ আত্মপ্ৰকাশ ঘটে ছুফীধৰ্মৰ জৰিযতে। ইছলামী ছুফীতত্ত্বত বিধান বিৰোধিতা প্ৰেম সাধনা অন্তৰ,গতা নিৰ্বাণ লাভ আদি ভাবধাৰাই মুখ্য স্থান লাভ কৰে। তদুপৰি এই তত্ত্বমতে ঈশ্বৰ কেতিযাবা প্ৰেমিক কেতিযাবা

---

১৮৭। THE HOLY BIBLE The Song of Solomon 8 1 2
১৮৮। পূৰ্বোক্ত গ্ৰন্থ 8 3 1
১৮৯। ভট্টাচাৰ্য পাৰ্বতীচৰণ পাৰস্য সাহিত্য পৰিক্ৰমা

প্ৰেমিকা হৈ আবিৰ্ভূতা হয। ঈশ্বৰৰ এই আবিৰ্ভাব সকলো সময়তে ৰহস্যেৰে আবৰা। এই সম্বৰ্কে পাৰ্বতীচৰণ ভট্টাচাৰ্যই ছুফী সাধক আবিল খযেৰৰ যি তাৎপৰ্যপূৰ্ণ কথাখিনি উদ্ধৃত কৰিছে, সেয়া হ'ল

> ঈশ্বৰেৰ স‌ংগে মানুষেৰ ব্যৱধান স্বৰ্গ আৰ মৰ্তেৰ নয়। ঈশ্বৰ আৰ মানুষেৰ মধ্যে আছে স্বাৰ্থ সাধনেৰ কালোপৰ্দা। সেই পৰ্দাই খোদাকে দেখতে দেয়না। পৰ্দা ছিঁড়ে ফেলে দাও তাঁৰ দিব্য বিভা নয়ন গোচৰ হবে। তখন বুঝবে তুমি তাৰই অস্তিত্বেৰ এক টুকৰো। [১৯০]

ভাৰতত ইছলাম অনুপ্ৰবেশৰ পিছৰে পৰা ছুফীধৰ্ম ভাৰতীয় ধৰ্ম সাধনাৰ লগত মিলি গৈ ৰহস্যবাদী ভাবধাৰাক পৰিস্ফুট আৰু পৰিপুষ্ট কৰি তোলে। কবীৰ তুকাৰাম চৈতন্যদেৱ মাধৱদেৱৰ সাধনাত তাৰ অভিপ্ৰকাশ ঘটে সমকালীন আৰু পৰৱৰ্তীকালীন ধৰ্ম আৰু সাহিত্যত তাৰ ব্যঞ্জনা লক্ষণীয়। কালক্ৰমত ভাৰতীয় ৰহস্যবাদ বিস্তৃত আৰু ৰূপান্তৰিত হ'বলৈ ধৰে আৰু বিভিন্ন মত আৰু পথৰ ধৰ্মীযকাব্যসমূহত ই প্ৰভাৱ বিস্তাৰ কৰে।

ইষ্ট দেৱতাৰ লগত অভেদ সম্বন্ধ ৰহস্যবাদৰ মূল কথা। তাৰ বাবে প্ৰয়োজন আত্মাৰ বিশুদ্ধিকৰণ আৰু ভাগৱত সাযুজ্য লাভৰ ব্যাকুলতা। ব্যাপক অৰ্থত সকলো মত আৰু পথৰেই শেষ কথা— ঈশ্বৰ আৰু জীৱৰ ভেদহীন একাত্মতা। এই লক্ষ্যৰ শেষ সাধনাত জ্ঞানমাৰ্গত সাধকে পশুত্ব ত্যাগ কৰি পশু পতিত্ব লাভ কৰে দেহ সাধনাৰ মাধ্যমত তান্ত্ৰিক সাধকৰ শক্তি সাযুজ্য ঘটে বৈষ্ণৱ ভক্তই প্ৰেম-সাধনাৰ সহাযত মিলিত হয নিখিল ৰসামৃতসিন্ধু কৃষ্ণৰ লগত। বাট হয়তো বেলেগ কিন্তু বাটৰ শেষৰ মিলন বিন্দুটি সেই একেটাই।

ৰহস্যবাদী সাধনাত এফালে তান্ত্ৰিক আচাৰ অনুষ্ঠানৰ জটিলতা আৰু বিচিত্ৰতা আনফালে প্ৰেমাৰতিৰ মধুৰতা আৰু সুন্দৰতা। ভক্ত ৰহস্যবাদী সাধকৰ বাবে প্ৰেমেই জীৱনৰ মূল আৰু পৰম প্ৰিয়ৰ সৈতে মিলনৰো একামত্ৰ সেতু। এই কথাষাৰ শ্ৰীঅৰবিন্দৰ 'সাবিত্ৰী মহাকাব্যত ধুনীয়াকৈ অভিব্যক্ত হৈছে

> Love is the bright link twixt earth and heaven
> Love is the far transcendent s angel here
> Love is man s lien on the Absolute [১৯১]

---

১৯০। পূৰ্বোক্ত গ্ৰন্থ
১৯১। Sri Aurobindo Savitri Book X Canto III

পৰমাত্মাৰ বাবে জীৱাত্মাৰ ব্যাকুল কামনাই অভিসাৰৰ বাটলৈ আগুৱাই দিয়ে আত্মাক অসীমৰ লগত হয় সহৃদয় হৃদয়-সংবাদ। ভাগৱত প্ৰেমৰ পোহৰত বাট চিনি লৈ ভক্তই য'ত উপনীত হয় তাত ভক্ত আৰু ভগৱান এক আৰু অভিন্ন। এই উপাসনা ৰহস্যবাদী কাৰণে ইযাৰ প্ৰকাশ ৰাহসিক আৰু হৃদয়বেদ্য। ইযাৰ ভাষা ধূসৰ সান্ধ্য ৰূপক আৰু প্ৰতীকেৰে ভৰা। ইয়াত দৈবীপ্ৰেম বুজাবলৈ মানৱীয়প্ৰেমৰ চিত্ৰ অংকিত হয়। ঈশ্বৰ আৰু ভক্তৰ সম্বন্ধ স্বামী স্ত্ৰীৰ উভযে দৰা-কইনা বিয়া ইয়াত মিলনৰ দ্যোতক। তদুপৰি সোণ ৰূপ লো পানী চৰাই নাও পোহৰ জুই অন্ধকাৰ ইত্যাদি শব্দক নিগূঢ় অৰ্থবোধক প্ৰতীকৰূপে ব্যৱহাৰ কৰা হয়। বস্তুৰ ৰাসায়নিক ৰূপান্তৰৰ ইংগিতৰ দ্বাৰা মনৰ বৃত্তিসমূহৰ ভাবান্তৰক বুজোৱা হয়। বিশ্বজগতৰ সকলোবোৰেই ৰহস্যবাদী সাধকৰ বাবে অসীমৰ প্ৰতীক। উইলিয়াম ব্লেকৰ ভাষাত

> To see a world is a grain of sand
> And a heaven in wild flower
> Hold infinity in the palm of howe hand
> And Eternity in an hour [১৯২]

ৰহস্যবাদী সাধনাৰ ক্ষেত্ৰত পাঁচোটা সোপান বা স্তৰৰ উল্লেখ কৰিব পাৰি। প্ৰথমতে এই দিশত সাধকৰ ঘটে আত্মাৰ জাগৰণ। সংসাৰ সুখত আবদ্ধ মনে হঠাৎ শুনিবলৈ পায সুদূৰৰ আহ্বান নতুন এক অনুভৱৰ স্ফূৰ্তি নৱতৰ এক চেতনাৰ পদ সঞ্চৰণ। অম্বিকাগিৰীৰ কবিতাত তাৰেই প্ৰতিধ্বনি

> 'কাৰ কিনো আহ্বানত
> আঁউসীৰ আন্ধাৰত
> সাৰ পাই দোভাগ নিশাত
> কঁপিল পৰাণ। [১৯৩]

অহংবোধে গৃহ সুখ এৰিব নোখোজে জ্বলি উঠা নৱচেতনাৰ পোহৰে মনক বাৰে বাৰে লৈ যাব বিচাৰে দৈব চেতনাৰ অভিমুখে। ভাগৱত-প্ৰীতিৰ এই স্থিৰাৰতিয়েই পূৰ্বৰাগ। দ্বিতীয়তে চিত্ত শুদ্ধি। পূৰ্বৰাগত ৰঞ্জিত চিত্তই দ্বিধা দ্বন্দ্বৰ মাজেৰে বাট উলিয়াই আগুৱাই যায় অজ্ঞাত সন্মুখলৈ। হৃদয়ে দৈৱীপ্ৰেমৰ উত্তাপেৰে পুৰি দিবলৈ আৰম্ভ কৰে যাৱতীয় হীনতা-দীনতা কলুষ-কালিমা। অহং দুৰ্বলতৰ আত্মা

---

১৯২। William Oscar (ed) Immortal poems of the English Language Auguries of Innocence Lines 1-4

১৯৩। অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী তুমি

শুদ্ধতৰ আৰু সংসাৰ-চেতনা শিথিলতৰ হ'বলৈ ধৰে। ইয়াৰেই নাম অভিসাৰ। নলিনীবালা দেবীৰ কবিতাত তাৰ সুন্দৰ প্ৰকাশ দেখা যায়

'যুগান্ত পথৰ মই সুন্দৰৰ অভিসাৰিকা
পূজাৰিণী ধ্যানৰতা উমা। [১১৪]

ৰহস্যবাদী সাধক-চিত্তৰ উত্তৰণৰ তৃতীয় সোপান— চিত্তৰ উজ্জীৱন অৰ্থাৎ নৱজীৱন সঞ্চাৰ। অভিসাৰৰ অন্তত ঈশ্বৰ সাক্ষাৎকাৰৰ ফলত অহংবোধ ক্ষীণতাপ্ৰাপ্ত হয় ভাগৱৎ প্ৰেমৰ দীপ্ত আলোকত হৃদয় হয় পৰিপ্লাৱিত। এফালে আত্মাৰ স্থিতি ধ্যান তন্ময়তা সাত্বিকভাব আনফালে সমস্ত দেহ-মনক একাগ্ৰ কৰি তুলি পৰমামৃতৰ ওচৰত আত্মসমৰ্পণ। ভক্ত-ভগৱানৰ এই সান্নিধ্যকেই কোৱা হয় মিলন। চতুৰ্থ পৰ্যায়ত আত্মাৰ অৱলুপ্তি। মিলন স্থায়ী নহয় ভগৱানে দেখা নিদিয়ে কাৰণ ভক্ত হৃদয়ৰ অহংকাৰ চিত্তৰ আবিলতা এতিয়াও নিঃশেষ হোৱা নাই। সেয়ে আঘাত দিয়াৰ উদ্দেশ্যেৰে ঈশ্বৰ আঁতৰি যায় দূৰলৈ। ৰবীন্দ্ৰনাথৰ কবিতাত তাৰ সুন্দৰ নিদৰ্শন প্ৰচুৰ

'নগ্ন বিদ্যুতেৰ আলো নয়নেতে হানি
চকিতে চমকি চলে যায়। [১১৫]

তাৰ পিছত নিঃসংগতাৰ অসহায়তা শূন্যতাৰ অন্ধকাৰ আৰু বেদনাৰ অগ্নিদহনৰ ফলত ক্ৰমান্বয়ে আত্মাৰ ৰূপান্তৰ হ'বলৈ ধৰে

'জীৱন প্ৰদীপ শিখা
জ্বালি তোলা কৰি উৰ্দ্ধমুখী
প্ৰাণ কৰা হোমানল। [১১৬]

এইদৰেই অন্তিম কালিমাখিনিও নিশ্চিহ্ন হ'বলৈ ধৰে আৰু সামান্যতম আসক্তিৰো বিলুপ্তি ঘটে। মুক্ত আত্মাই তেতিয়া নিজকে চিনি পায় উপলব্ধি কৰে নিজৰ ক্ষুদ্ৰতা আৰু ঈশ্বৰৰ বিৰাটত্ব

'তুমি কি বিশাল! কি বিৰাট!
মহানীল সীমাহীন শূন্য
তুমি কি গুৰু গূঢ় ৰহস্য!
কি তত্ত্ব কৰিছা প্ৰতিপন্ন? [১১৭]

---

১১৪। দেৱী নলিনীবালা    অলকানন্দা জীৱনক কৰো মনোৰমা
১১৫। ঠাকুৰ ৰবীন্দ্ৰনাথ    সোনাৰতৰী মানস সুন্দৰী
১১৬। বৰদলৈ নিৰ্মলপ্ৰভা (সম্পা°)    কবিতা মঞ্জৰী° নলিনীবালা দেৱীৰ পৰশমণি
১১৭। অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী    তুমি

এনে অৱস্থাত ঈশ্বৰৰ বিচ্ছেদত কাতৰ হৃদয়ে অধিক নিবিড় অধিক আপোন কৰি পাব বিচাৰে তেওঁক। সংসাৰ চিন্তা আঁতৰি যোৱাৰ ফলত চিত্তত যি শূন্যতা জাগে সেয়া পৰিপূৰ্ণভাৱে অধিকাৰ কৰে ভাগৱত চেতনাই। আনহাতে শূন্যতাবোধজনিত চিত্তৰ যি আকুল আৰ্তি সিয়েই বিৰহ। নলিনীবালা দেৱীৰ কবিতাত বিৰহৰ এই আকুলতা স্পষ্টৰূপে বিধৃত

অ মোৰ পৰম প্ৰিয়।
তুমি ক'ত তুমি ক'ত— ক'ত? [১৯৮]

পঞ্চম বা শেষ স্তৰত আত্মাৰ অভেদ মিলন। পাৰ্থিৱ চেতনাবিলুপ্ত ভক্তৰ হৃদয়ত এতিয়া কেৱল দৈৱ চেতনাৰ পবিত্ৰ পোহৰ। আত্মা এতিয়া পৰম বিশুদ্ধ সৰ্বকলুষমুক্ত সুৰভি শতদল। পৰম প্ৰিয়তম আহি ধীৰে ধীৰে বহে সেই শুভ্ৰ শতদলত আসন পাৰি। [১৯৯] জীৱাত্মা পৰমাত্মাৰ হয় বিবাহ অৰ্থাৎ পুনৰ্মিলন আৰু পূৰ্ণমিলন আনন্দিত চিত্তই উপলব্ধি কৰে ঈশ্বৰেই প্ৰেম প্ৰেমেই ঈশ্বৰ। আবিল খয়েৰৰ পাৰ্চী ৰুবাই এটিত এই কথাৰ সুন্দৰ প্ৰতিফলন দেখা যায়

জ্ঞানী যোগী যাৰা ৰহস্য বোঝে নি শেষ কৰি 'আমি
একে মিশে যায় থাকে নাকো কিছু 'আমি হয়ে যায় 'তুমি।
দ্বৈতজ্ঞানেৰ সীমা পাৰ হ'লে 'তুমি 'আমি একাকাৰ
দু'য়ে মিশে এক সংবিৎ শুধু লাযলাহী মানে যাৰ। [২]

ৰহস্যবাদীৰ এই অভিসাৰ আৰু মিলনানন্দৰ অভিজ্ঞতা তত্ত্বৰ অতীত বোধৰ অতীত প্ৰকাশৰ অতীত ই মাথোঁ হৃদয়ৰ দ্বাৰা অনুভৱযোগ্যহে।

আধুনিক সাহিত্য শিল্পৰ বিচাৰত ৰোমাণ্টিকতা নিবিড়তম হৈ অধ্যাত্ম ৰাজ্যত পদাৰ্পণ কৰিলে মিষ্টিক (Mystic) হৈ পৰে। নলিনীবালা দেৱী অম্বিকাগিৰী ৰায়চৌধুৰী নীলমণি ফুকন ৰবীন্দ্ৰনাথ ঠাকুৰ আদিৰ ৰোমাণ্টিক মনন আধ্যাত্মিকতাৰ স্পৰ্শত আৰ্টৰ সীমা অতিক্ৰম কৰি অতীন্দ্ৰিয় (Mystic) অসীমতাত বিহাৰ কৰিছে।

ভাৰতত অধ্যাত্ম পৰম্পৰা আৰু ৰহস্যবাদী ধ্যান-ধাৰণা অতি পুৰণি আৰু সমৃদ্ধ। ক'বলৈ গ'লে ভাৰতীয় সভ্যতা-সংস্কৃতিৰ ই ঘাই সুৰ। বেদ উপনিষদ আৰু গীতাত

---

১৯৮। দেৱী নলিনীবালা সন্ধিয়াৰ সুৰ পৃ১৬

১৯৯। মোৰেই জীৱন পদ্মাসন পাতি
শতদল হৈ মেলিব পাহি।
(নীলমণি ফুকন মোৰেই জীৱন)

২০০। চৈয়দ আবুল খয়েৰৰ পাৰ্চী 'ৰুবাই'ৰ বাংলা অনুবাদ অনুবাদক— পাৰ্বতীচৰণ ভট্টাচাৰ্য পাৰস্য সাহিত্য পৰিক্ৰমা।

এই ভাবধাৰা অতি স্পষ্ট। চৰ্যাপদ আৰু বৈষ্ণৱ যুগৰ পদসমূহতো এই উভয় পৰম্পৰা লক্ষ্য কৰা যায়। বিভিন্ন প্ৰাদেশিক সাহিত্যতো ইয়াৰ সাৰ্থক প্ৰয়োগ ঘটিছে। অসমীয়া দেহ বিচাৰৰ গীত আৰু টোকাৰী গীতত সহজীয়া পন্থাৰ দৰেই ৰহস্যবাদৰ সুৰ অনুৰণিত হৈছে। পৰৱৰ্তী ৰোমাণ্টিক যুগৰ কবিতাতো এই ৰহস্যবাদ আৰু অধ্যাত্ম চেতনাই এক বিশেষ স্থান অধিকাৰ কৰি আছে। যিকেইগৰাকী অসমীয়া কবিৰ কাব্যত ৰহস্যবাদৰ প্ৰবল তৰংগই খলকনি তুলিছিল তেওঁলোকৰ নাম ওপৰত উল্লেখ কৰা হৈছে। ৰহস্যবাদী ভাবধাৰাই কবিমানসত ছেগা-চোৰোকাকৈ পোহৰাই যোৱা কবিসকল হ'ল— চন্দ্ৰকুমাৰ আগৰৱালা দুৰ্গেশ্বৰ শৰ্মা ৰঘুনাথ চৌধাৰী যতীন্দ্ৰনাথ দুৱৰা ৰত্নকান্ত বৰকাকতী শৈলধৰ ৰাজখোৱা ধৰ্মেশ্বৰী দেৱী বৰুৱানী প্ৰভৃতি।

কবি চন্দ্ৰকুমাৰেই পোনপ্ৰথমে অসমীয়া ৰোমাণ্টিক কবিতাৰ মাজেৰে ভগবৎ সত্তাৰ উপলব্ধিৰ ফালে পাঠকৰ দৃষ্টি আকৰ্ষণ কৰে। তেওঁৰ কবিতাত বিশ্বাত্মবোধ বিৰাট কল্পনা আৰু ভূমাস্পৃহাৰ ত্ৰিবেণী সংগম ঘটিছে। এইবোৰৰ জৰিয়তে কবিয়ে ভাৰতীয় দৰ্শনৰ স্বৰূপকেই প্ৰকট কৰি তুলিছে। প্ৰথম সন্তান প্ৰতিমা'ৰ অকাল মৃত্যুৰ পিছৰ পৰাই কবিৰ মন দাৰ্শনিকতাৰ ফালে ঢাল খায়। কলিতেই মৰহি যোৱা ফুলৰ দৰে জীয়েকৰ অকাল বিয়োগৰ বেদনাত যি দুটা শোক-কবিতা কবিয়ে লিখিছিল— তাৰ মাজতেই নিহিত আছিল দাৰ্শনিকতা তথা সীমা অসীমৰ তত্ত্ব। কবিতা দুটি হ'ল— 'যুগমীয়া শোক আৰু 'বিমুখ। কবিয়ে উপলব্ধি কৰিছে— সীমাৰ মাজৰ পৰা প্ৰতিমা যেন অসীমত ব্যাপ্ত হৈ পৰিছে

'মুকলি মূৰীয়া হৈ আকৌ ফুৰিবলৈ
পলাই মাৰিলি শৰ মহাধেমালিলৈ
অনন্ত হাঁহিৰে য'ত বিশ্ব হাঁহিময়।
ক্ষুদ্ৰ বান্ধ ছিঙি পালি প্ৰাণৰ ধেমালি। [২১]

সময়ত কবি অধিক অন্তৰ্মুখী হৈ পৰে। তেওঁৰ এই অন্তৰ্মুখী অন্বেষণৰ ফলত আত্মাকেই চিৰলগৰীয়া সুহৃদৰূপে তেওঁ লাভ কৰিছে

'সংসাৰত সুখে-দুখে লগৰীয়া মোৰ
পৰম বান্ধৱ এই আশ্বাস আত্মা
সুন্দৰৰো সুন্দৰ সংসাৰ দুদিনীয়া
প্ৰাণে প্ৰাণে বন্ধা মোৰ চিৰ লগৰীয়া। [২২]

২০১। হাজৰিকা অতুলচন্দ্ৰ (সম্পা°) চন্দ্ৰামৃত বিমুখ
২০২। পূৰ্বোক্ত গ্ৰন্থ চিৰ-লগৰীয়া

প্ৰতিমা'ৰ কবিতাৰ মাজেদি কবিয়ে উপলব্ধিৰ চৰম স্তৰলৈ উন্নীত হৈ 'বীণ বৰাগী'ত সকলো সংশয় বিমুক্ত সিদ্ধকাম হৈ উঠিছে। উপনিষদৰ সত্যবোৰ উপলব্ধি কৰি তেওঁ ব্ৰহ্মাৰ স্বৰূপো উপলব্ধি কৰিবলৈ সমৰ্থ হৈছে। জগতৰ সকলোতে ব্ৰহ্মাৰ অস্তিত্ব বিদ্যমান অৰ্থাৎ ব্ৰহ্মময় জগৎ— এই উপলব্ধিত কবি উপনীত হৈছে। প্ৰতিমা'ৰ অন্তৰ্গত 'বিশ্ব ভাবৰীয়া কবিতাটিৰ জৰিয়তে কবিয়ে আত্মা আৰু পৰমাত্মাৰ সম্বন্ধ দেখুৱাইছে। পৰমাত্মাৰ বাবে জীৱাত্মা সদায় ধাবমান— এয়ে কবিৰ বক্তব্য।

চন্দ্ৰকুমাৰে তেওঁৰ অনাবিল দৃষ্টিৰে জগতৰ নতুন ৰূপ দেখা পাইছে। নিষ্কামভাৱে জীৱন যাপন কৰিব পাৰিলে আৰু মন নিষ্কলংক হ'লে পৃথিৱীখনতে স্বৰ্গীয় জ্যোতি বিৰিঙি উঠা সকলোৱে দেখা পাব পাৰে। এনে ভাবৰ এটি কবিতা প্ৰতিমা'ৰ অন্তৰ্গত 'সুখগীত। 'বীণ বৰাগী'ৰ অন্তৰ্গত কেও নোহে পৰ কবিতাটিৰ মাজেৰে কবিয়ে জগতৰ লগত অভেদত্ব স্থাপন কৰিবলৈ সক্ষম হৈছে। দিব্যদৃষ্টিৰে তেওঁ জগতময় সৌন্দৰ্যৰ মহামেলা দেখা পাইছে, জগতৰ সকলোকে আপোন ৰূপে সাবটি লৈছে। এইদৰে 'চন্দ্ৰকুমাৰ আগৰৱালাই 'আনন্দ ৰূপ, অমৃত, যদ্‌বিভাতি'ৰ দৰে 'সত্য তুমি শিব'তুমি অসীম সুন্দৰ বিশ্ব ভাবৰীয়াৰ ৰূপটো উপলব্ধি কৰি অতৃপ্তিৰ নৈ বোৱাই প্ৰকৃতিৰ শ্যামলিমা সৌন্দৰ্যৰ মাজেদি সুন্দৰৰ আৰাধনাক জীৱনৰ ব্ৰতস্বৰূপে লৈ [২৩] ভাবৰ গভীৰতা জীৱন জিজ্ঞাসা আৰু বিশ্বাত্মবোধৰ দ্বাৰা অসমীয়া কবিতাত দুখন কাব্য সম্ভাৰেৰে অবিস্মৰণীয় মাত্ৰা যোগ কৰিছে।

মৰ্ত্যপ্ৰেম আৰু স্বৰ্গীয প্ৰেমৰ যুগলবন্দী ঘটিছে দুৰ্গেশ্বৰ শৰ্মাৰ কবিতাত। জাগতিক সৌন্দৰ্যৰ প্ৰতি কবিৰ প্ৰতি যিদৰে আছে গভীৰ অনুৰাগ— সেইদৰে আধ্যাত্মিক চিন্তাপুষ্ট তেওঁৰ কবিতাৰ মাজেৰে ফুটি উঠিছে দাৰ্শনিক মনোভাব। লগতে অধ্যাত্মভাব গধুৰ কবিতাবোৰত ধ্বনিত হৈছে ৰহস্যবাদৰ অনুৰণন। দূৰ সুদূৰৰ পৰা ভাহি অহা এক ৰহস্যময় সুৰে কবিক উন্মনা কৰি তোলে—

'বতাহত শুনো অলপ অলপ
ৰজাৰ সভাৰ বোল
ক'ৰ পৰা আহে নোৱাৰোঁ বুজিব
নুবুজো বিশ্বৰ বোল। [২৪]

ৰহস্যবাদী কবিসকলে জগতত এক নুশুনা সুৰ শুনিবলৈ পায়। সেই সুৰে শ্ৰীকৃষ্ণৰ বাঁহীৰ সুৰৰ দৰেই প্ৰাণমন হৰি নিয়ে। সেই বাঁহীৰ মাযাবী সুৰ লহৰত

২০৩। গোস্বামী যতীন্দ্ৰনাথ — সাহিত্য চিন্তা 'চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতা

২০৪। শৰ্মা দুৰ্গেশ্বৰ — নিবেদন ৰাজসভা

যমুনা উজনিলে বয় হৰিণা থমকি ৰয়। সেই সুৰ অকল বাঁহীৰ সুৰেই নহয় বিশ্ব সংসাৰ নিয়ন্ত্ৰিত হোৱা সেই সুৰ পৰম আনন্দ আৰু শক্তিৰ প্ৰতীক—

সেইটি বাঁহীকে শুনি জগতে নাচিছে,
সূৰ্য্যই চন্দ্ৰই দুয়ো পোহৰ ঢালিছে। [২৫]

নিৰ্বাক-নিষ্পন্দ পুতলাবোৰক যিদৰে অদৃশ্য পৰিচালকে নচুৱাই থাকে সেইদৰে বিশ্ব ৰংগমঞ্চৰ ভাৱৰীয়া স্বৰূপ মানৱক হঁহুৱাই-নচুৱাই-কন্দুৱাই অভিনয কৰ্ম সম্পন্ন কৰি আছে বিশ্বনিয়ন্তা অদৃশ্য এক পৰম শক্তিয়ে। এই দাৰ্শনিক ভাবধাৰাৰে পুষ্ট অনবদ্য কবিতাটো হ'ল— 'বিশ্ব ভাবনা । কবিতাটিৰ প্ৰথম পংক্তিতে কবিয়ে কৈছে

'আমি নাচিব লাগিছোঁ গোটেই জীৱন
কাৰ সুৰত নেজানো
আমি গাবই লাগিছোঁ গোটেই জীৱন
কাৰ গান নেজানো। [২৬]

কবিতাটিৰ ভাবধাৰাই মহাকবি চেক্সপীয়েৰৰ As you like it নাটকৰ প্ৰখ্যাত শাৰীকেইটিলৈ মনত পেলাই দিয়ে

All the world s a stage
And the men and women merely players
They have their exits and their entrances
And one man in his time plays many parts
His acts being seven ages [২৭]

অসমীয়া কাব্য-সাহিত্যত আধ্যাত্মিক আৰু অতীন্দ্ৰিয়বাদী কবিৰূপে নলিনীবালা দেৱী প্ৰাতঃস্মৰণীয়া। তেওঁৰ পৰিয়াললৈ উপৰ্যুপৰি নামি অহা অকাল মৃত্যুৰ শীতল পৰশে তেওঁক কাৰুণ্যৰ অনুভূতি আৰু ঈশ্বৰৰ প্ৰতি আত্মনিবেদনৰ ঐকান্তিকতা আনি দিয়ে। সংসাৰৰ যাতনাত ক্লিষ্ট কবিক বেদ উপনিষদ ভাগৱত-গীতা কীৰ্তন ঘোষা আৰু ৰবীন্দ্ৰনাথৰ গীতাঞ্জলিযে আত্মিক উত্তৰণৰ সোণালী দুৱাৰ প্ৰশস্ত কৰি দিয়ে। কবি হৈ পৰে আধ্যাত্মিক ভাববিভোৰ আৰু ৰহস্যবাদী। কবিয়ে পাৰ্থিব জীৱনৰ সুখ-দুখৰ সীমা অতিক্ৰম কৰি যাত্ৰা কৰে অসীমৰ বাটত। ৰহস্যবাদী

২০৫। পূৰ্বোক্ত গ্ৰন্থ নিবেদন
২০৬। শৰ্মা যজ্ঞেশ্বৰ (সম্পা॰) শতপত্ৰ বিশ্বভাৱনা
২০৭। The Complete works of William Shakespeare As You Like It Act. II, Scene VII

কবিসকলে সদায়েই অসীমৰ প্ৰবল আকৰ্ষণ অনুভৱ কৰে। নজনা কাৰোবাৰ হিয়া আকুল কৰা বাঁহীৰ সুৰে কবি চিত্তক কৰে উন্মনা। ৰবীন্দ্ৰনাথ ঠাকুৰক বিপুল সুদূৰৰ 'ব্যাকুল বাঁশৰি'য়ে [২০৮] মাতি থকাৰ দৰে নলিনী দেৱীকো মাতিছে সুদূৰৰ পৰা

কোনেনো সদায় মাতে
আকুল উতলা মাতে
কোন দূৰ সুদূৰৰ পৰা। [২০৯]

সেই হিয়া আকুল কৰা মাত শুনি মুক্ত বিহংগৰ দৰে আত্মাও উৰিব খোজে

জীৱন লগৰী মোৰ পিঁজৰাৰ পখীটিও
মিলি যাব খোজে অনন্তত
অসীমৰ অচিন বাটত। [২১০]

পৰমজনৰ পবিত্ৰ পৰশত এই জগতৰ সকলো সুন্দৰ আৰু পবিত্ৰ। ভাগৰুৱা আত্মাই শান্তি বিচাৰি সেই চিৰসুন্দৰ শান্তিদাতাৰ কাষ চাপে। কবিৰ অন্তৰো তেওঁৰ সন্ধানত ব্যাকুল

'অ মোৰ পৰম প্ৰিয়।
তুমি ক'ত তুমি ক'ত— ক'ত? [২১১]

কবি আত্মাৰ এই হাবিয়াস সম্বন্ধে বিৰিঞ্চিকুমাৰ বৰুৱাই কোৱা কথাষাৰ প্ৰণিধানযোগ্য There is also an over powering desire for union– the union of the individual soul with the universal and supreme soul [২১২] মৃত্যু মিলনৰেই নামান্তৰ বুলি বিশ্বাস কৰা কবিয়ে অৱশেষত পৰমজনক মৃত্যুৰ মাজেৰেই পাবলৈ বাঞ্ছা কৰিছে। সেয়ে কবিৰ বাবে মৃত্যু কাংক্ষিত সুন্দৰ। কবিৰ বিশ্বাস যিদিনা

---

২০৮। 'আমি চঞ্চল হে
আমি সুদূৰেৰ পিয়াসি।
সুদূৰ বিপুল সুদূৰ তুমি যে বাজাও ব্যাকুল বাঁশৰি
কক্ষে আমাৰ ৰুদ্ধ দুয়াৰ সে কথা যে যাই পাসৰি।
(ঠাকুৰ ৰবীন্দ্ৰনাথ সঞ্চয়িতা উৎসৰ্গ)
২০৯। দেৱী নলিনীবালা সন্ধিয়াৰ সুৰ পৰমতৃষ্ণা
২১০। পূৰ্বোক্ত গ্ৰন্থ
২১১। পূৰ্বোক্ত গ্ৰন্থ অনাহূত
২১২। Barua B K History of Assamese Literature

'চিতাগ্নি হোমাগ্নি হ'ব সমীৰণ মলয়চন্দন
সিদিনা সাৰ্থক হ'ব পূৰ্ণ অৰ্ঘ্য পূৰ্ণ ই জীৱন। [২১৩]

আলোচ্য কবিকেইগৰাকীৰ উপৰি শৈলধৰ ৰাজখোৱা ডিম্বেশ্বৰ নেওগ কমলেশ্বৰ চলিহা আদি কবিসকলৰ কবিতাতো ৰহস্যবাদৰ সুৰ শুনা যায় কিন্তু সেই সুৰ অতি ক্ষীণ আৰু তেনে কবিতাৰ সংখ্যাও তাকৰ।

### (গ) অধ্যাত্ম-চেতনা সমৃদ্ধ অন্যান্য কবিতা

প্ৰকৃতি নাৰী আৰু ঈশ্বৰপ্ৰেমৰ মাজত এক নিবিড় সম্পৰ্ক বিদ্যমান। প্ৰকৃতিপ্ৰেমত বিহ্বল কবিয়ে যিদৰে প্ৰকৃতিৰ মাজত ঈশ্বৰৰ উপলব্ধি অথবা নাৰীৰ সান্নিধ্য বিচাৰি পায সেইদৰে নাৰীপ্ৰেমৰ গভীৰতাৰ মাজতো পৰমাত্মাৰ সন্ধান পায় প্ৰেমিক কবিয়ে। ৰোমাণ্টিক কবিয়ে প্ৰিয়াৰ চকুত চকু ৰাখি প্ৰিয়াৰ চকুৰ গভীৰত লুকাই থকা আত্মাৰ ৰহস্যশিখাৰ সন্ধান কৰে। ৰবীন্দ্ৰনাথ ঠাকুৰৰ ভাষাত

ওই নয়নেৰ
নিবিড তিমিৰ তলে কাঁপিছে তেমনি
আত্মাৰ ৰহস্য শিখা। [২১৪]

এইদৰে প্ৰকৃতিৰ ৰূপ আৰু নাৰীৰ ব্যক্তি স্বৰূপৰ মাজত কবিসকলে ঈশ্বৰৰ অস্তিত্ব অনুভৱ কৰে। প্ৰকৃতি কবি ৱৰ্ডচৱৰ্থে প্ৰকৃতিৰ মাজত বিচাৰি পাইছিল এক ভাবময় মহাসত্তা যাৰ দ্বাৰা কবিৰ সকলো চিন্তা অনুভূতি সিক্ত হৈ উঠিছিল। The Prelude কাব্যত তাৰ সুন্দৰতম প্ৰকাশ বিদ্যমান

From Nature and her overflowing soul
I had received so much that all my thoughts
Were steep d in feeling I was only then
Contented when with bliss ineffable
I felt the sentiment of being spread
O er all that moves and all that seemeth still [২১৫]

---

২১৩। দেৱী নলিনীবালা — সন্ধিয়াৰ সুৰ শেষ অৰ্ঘ্য
২১৪। ঠাকুৰ ৰবীন্দ্ৰনাথ — মানসী নিষ্ফল কামনা
২১৫। The Prelude — II 397 402

যিদৰে অতুলনীয় সৌন্দৰ্য সুষমা আৰু চাৰিত্ৰ্যৰ মিশ্ৰণেৰে কবিয়ে প্ৰেয়সীৰ প্ৰতিমা গঢ়ি তোলে আৰু এক শিল্পীসুলভ তৃপ্তিবোধ কৰে [২১৬] সেইদৰে পৰমশুভ পৰম সুন্দৰ আৰু পৰমশক্তিৰ সমাবেশত কবিসকলে গঢ়ি তোলে ঈশ্বৰৰ প্ৰতিমূৰ্তি। উভয়ক্ষেত্ৰতে কবিসকলৰ বাবে যিদৰে প্ৰয়োজন হয় অন্তৰ্দৃষ্টিৰ (intuition) সেইদৰে প্ৰয়োজন হয় কল্পনাশক্তিৰ। কবি বা শিল্পীসকলৰ বাবে এই কল্পনা এটি বিশেষ শক্তি।

বিশ্ব প্ৰকৃতিত প্ৰতিনিয়ত যিবোৰ অনিন্দ্য দৃশ্যৰাজি মানুহৰ দৃষ্টিগোচৰ হয় কবিয়ে সেইবোৰ দৃশ্যাৱলীৰ মাজত মানুহৰ দৃষ্টিৰ অতীত অনিৰ্বচনীয় স্বৰ্গীয় ৰূপ আবিষ্কাৰ কৰে। যিবোৰ ভাব আৰু আৱেগ মানুহে মনে মনে অনুভৱ কৰে কবিয়ে তাকেই অধিক নিবিড়ভাৱে আৰু গভীৰভাৱে উপলব্ধি কৰে। যি শক্তিযে কবি বা শিল্পীক এইবোৰ অপাৰ্থিব সৌন্দৰ্য চোৱাৰ আৰু অনুভৱ কৰাৰ ক্ষেত্ৰত সহায় কৰে তাৰ নামেই কল্পনাশক্তি। এই শক্তিযেই কবিক আনন্দ আৰু সৌন্দৰ্যৰ উৎসভূমিলৈ লৈ যায়। এই কল্পনা প্ৰতিভাকেই ৱৰ্ডচৱৰ্থ প্ৰমুখ কবিসকলে কাব্য ৰচনাৰ মূল সূত্ৰ বুলি ভাবিছিল। ব্লেকৰ মতে এই শক্তি হ'ল ভগৱৎ শক্তিৰ অনুৰূপ অনন্ত আৰু শাশ্বত

> This world of Imagination is the world of Eternity it is the divine bosom in to which we shall all go after the death of the Vegetated body This world of Imagination is infinite and Eternal Whereas the world of Generation or Vegetation is Finite and Temporal the true Vine of Eternity The Human Imagination [২১৭]

ৰোমাণ্টিক কবিসকলে বিশ্বাস কৰিছিল যে ইন্দ্ৰিয়গ্ৰাহ্য পৰিদৃশ্যমান এই বস্তু জগতৰ অন্তৰালত এক অসীম ৰহস্যময় অলৌকিক জগৎ বিদ্যমান। কল্পনা প্ৰতিভাৰ সহায়ত কবিয়ে সেইখন জগৎ দেখিবলৈ পায় আৰু দৃষ্টিত ধৰা পৰা সেই জগতৰ

---

২১৬। গঢ়িছিলা ৰঙ মনে শিলৰ প্ৰতিমা
পূজিছিলা ধূপ-ধূনা লৈ
ৰাখিছিলা মন্দিৰৰ গুপত কোণত
মানুহৰ চকু আঁৰকই।
(সঞ্চয়ন যতীন্দ্ৰনাথ দুৱৰাৰ 'অতীতক ৰোৱাহে পাহৰি')

২১৭। A Vision of William Blake ed. by Geoffery Keynes – Quoted from The Romantic Imagination by C M Bowra

সকলো বিস্ময় কাব্যত ৰূপায়িত কৰে। সেয়ে নাৰীপ্ৰেমৰ ক্ষেত্ৰতেই হওক অথবা ঈশ্বৰপ্ৰেমৰ ক্ষেত্ৰতেই হওক বাস্তৱ আৰু কল্পনাৰ দৃষ্টি আৰু সৃষ্টিৰ সমাৱেশ ঘটাটো অতি স্বাভাৱিক। যিহেতু কল্পনাক বাদ দি কবিৰ কাব্য ৰচনাই সম্ভৱ নহয় সেয়ে কবিয়ে আপোনমনৰ মাধুৰী মিহলাই যিকোনো বিষয়বস্তুকে লৈ ৰসোত্তীৰ্ণ কাব্য ৰচনা কৰে।

ঈশ্বৰ অথবা ধৰ্মীয় বিষয় কাব্যৰ বিষয়বস্তু হ'ব পাৰেনে নাই সেই সম্পৰ্কে বাদানুবাদ থাকিলেও এই কথা স্বীকাৰ্য যে শিল্পবোধ আৰু দৃষ্টিৰ ক্ষমতা থাকিলে যিকোনো ধৰণৰ বস্তুৱেই আৰ্টৰ ৰস পৰ্যায়লৈ উন্নীত হ'ব পাৰে। সেয়ে ঈশ্বৰ যেতিয়া চৰম ৰসৰ মাজেৰে উপলব্ধ হয় তেতিয়া ঈশ্বৰ-চেতনাও কাব্যৰ বিষয়বস্তু হৈ উঠে। উপনিষদৰ প্ৰভাৱপুষ্ট ৰবীন্দ্ৰনাথৰ কাব্যসাধনা আৰু ঈশ্বৰসাধনা অভিন্ন নহ'লেও পৰস্পৰ আছিল অন্তৰংগ। অথচ কাব্য-লক্ষণৰ মহৎগুণৰ পৰা ৰবীন্দ্ৰকাব্য বিচ্যুত নহয়। অধ্যাত্মবাদী বা অতীন্দ্ৰিয়বাদী কবিসকলে ধৰ্মবিষয়ক কবিতাৰ জৰিয়তে ইন্দ্ৰিয়গোচৰ জগতৰ পৰা ইন্দ্ৰিয়াতীত ৰহস্যময় জগতৰ সন্ধান কৰিলেও তাৰ মাজতে তেওলোকে চিৰসত্য ৰূপ দেখা পাইছিল। এই সম্পৰ্কে শ্ৰীঅৰবিন্দই লিখিছে 'অতীন্দ্ৰিয় সাধকৰ বাবে অবস্তু বুলি একোৱেই নাই। বুদ্ধিগত মনৰ ওচৰত যিটো অবস্তু তাৰো আছে এটা গ্ৰাহ্য মূৰ্তি এটা বস্তু সত্তা ই এটা বাহ্য বিষয় বা স্থূল ঘটনাৰ ইন্দ্ৰিয়গত ৰূপতকৈ অধিক বাস্তৱ। (To the mystic there is no such thing as an abstraction Everything which to the intellectual mind is abstract has a concreteness substantiality which is more real than the sensible from an object or of a physical event )[২১৮]

শ্ৰীঅৰবিন্দই আৰু লিখিছে ৰোমাণ্টিক কবিসকল একমাত্ৰ ভাব তৰংগতে ভাহি ফুৰা নাছিল তেওলোকে চিন্তা কৰিছিল প্ৰচুৰ অশেষ। তেওলোকৰ আছিল জীৱন সম্বন্ধে নিজস্ব দৃষ্টিভংগী যাক কোৱা যায় তেওলোকৰ দৰ্শন তেওলোকৰ বিশ্বদৃষ্টি। আৰু তাকেই তেওলোকে দাঙি ধৰিছে তেওলোকৰ কাব্যত। (It may be noted that the greater romantic poets didnot shun thought they thought abundantly almost endlessly They have their Characteristic view of life Something that one might call their philosophy their world view and they express it )[২১৯]

২১৮। Sri Aurobindo Birth Centenary Library (Vol 29) Letters On Savitri No

২১৯। পূৰ্বোক্ত গ্ৰন্থ

অৰ্থাৎ ৰোমাণ্টিক কবিসকলে হৃদয়াবেগৰ ওপৰত অতিৰিক্ত জোৰ দিলেও কাব্যত চিন্তাবৃত্তি আৰু দাৰ্শনিক ভাবৰ উপস্থাপনাৰ ওপৰতো গুৰুত্ব দিছিল। লগতে আধ্যাত্মিকতাক তেওঁলোকে ৰূপৰ মাজেৰে প্ৰকাশ কৰি তেওঁলোকৰ সৃষ্টিক যথাৰ্থ কলালৈ উন্নীত কৰিছিল। সেয়ে এই কথা মানি লোৱাত অসুবিধা নাই যে ধৰ্ম-দৰ্শন আৰু ঈশ্বৰভাবনাও কাব্যৰ বিষয়ীভূত হ'ব পাৰে।

অসমীয়া ৰোমাণ্টিক কাব্যযুগৰ প্ৰথম তৰংগৰ কেওগৰাকী কবিৰ কবিতাতেই অধ্যাত্মভাব আৰু ভগবৎ প্ৰেম লক্ষ্য কৰা যায়। গোহাঞি বৰুৱাৰ 'লীলা কাব্য আৰু অন্যান্য খণ্ড কবিতাতো আধ্যাত্মিক ভাবব্যঞ্জনা ফুটি উঠিছে। বেজবৰুৱাৰ— 'কদম কলি'ৰ অন্তৰ্গত 'অৱশেষ 'মহাপ্ৰয়াণৰ যাত্ৰী 'বাঁহী 'ঈশ্বৰ আৰু ভকত প্ৰভৃতি কবিতাত অধ্যাত্মভাব-ব্যঞ্জনা ধ্বনিত হৈছে। নৈষ্ঠিক বৈষ্ণৱ পৰিয়ালত জন্মগ্ৰহণ কৰা বাবে সৰুৰে পৰাই বেজবৰুৱাৰ ওপৰত বৈষ্ণৱধৰ্মৰ প্ৰভাৱ পৰিছিল। ভাৰতীয় ঐতিহ্যৰ প্ৰতি শ্ৰদ্ধাশীল বেজবৰুৱাৰ ওপৰত ভাৰতীয় ধৰ্ম-দৰ্শনৰ প্ৰভাৱো পৰিছিল যথেষ্ট। বেদ বেদান্তৰ ওপৰত তেওঁৰ অধ্যয়ন আছিল প্ৰচুৰ। এই সম্পৰ্কে ৰজনীকান্ত দেৱশৰ্মাই লিখিছে

> He studied the Upanisads Bhagavadgita the Vedanta the Bhagavata and other Puranas he also acquainted himself with the vedic samhitas the different systems of Indian Philosophy and theological literature of other religious of the world The result of these studies was the efflorescence of his religious susceptibilities and formulation of his philosophical and religious views [২২০]

বেজবৰুৱাৰ বিভিন্ন লেখনিৰ উপৰি কবিতাতো এই অধ্যাত্ম ভাবনাৰ হীৰকজ্যোতি বিকিৰিত হৈছে। 'অৱশেষ কবিতাত জগতৰ বস্তু বিশেষৰ ক্ষণস্থায়িত্বৰ কথা কৈছে যদিও মানৱাত্মাৰ অবিনশ্বৰতাৰ কথাও ব্যক্ত কৰিছে

ধন গ'ল জন গ'ল গ'ল কায ক্লেশ।
সুখ্যাতি অখ্যাতি ৰ'ল আত্মা অৱশেষ।" [২২১]

---

২২০। Neog Maheswar (ed) Lakshminath Bezbarua, The Sahityarathi of Assam (Bezbaroa as an Expotent of Religion and Philosophy– by Rajanikanta Devsarma) ~

২২১। বেজবৰুৱা লক্ষ্মীনাথ কদমকলি অৱশেষ

গীতাতো ভগবান শ্ৰীকৃষ্ণই অৰ্জুনৰ অজ্ঞানতা আঁতৰাবলৈ আমাৰ অবিনশ্বৰতাৰ কথা এনেদৰে ব্যক্ত কৰিছিল

> এই আত্মা অচ্ছেদ্য অদাহ্য অক্লেদ্য আৰু অশোষ্য। এই আত্মা নিঃসন্দেহে নিত্য সৰ্বব্যাপক অচল স্থিৰ স্থায়ী আৰু সনাতন। এই আত্মা অব্যক্ত অগোচৰ অচিন্ত্য আৰু অপৰিবৰ্তনশীল। [২২২]

মুক্তিকো বাঞ্ছা নকৰা ভাগৱতী বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱপুষ্ট কবিয়ে একান্ত ভকতৰ ভৰিৰ ধূলি শিৰত লৈ ভক্তিকে জীৱন পথৰ পাথেয় কৰি মহাপ্ৰয়াণৰ উদ্দেশ্যে যাত্ৰা কৰিছে। প্ৰভুৰ চৰণত ভক্তিৰ জোলোঙা উবুৰিয়াই দি তাতেই অনন্তকাল কটাবলৈ তেওঁ অভিলাষী

> কটাও মই অনন্তকাল
> মনৰ হাবিলাষ এইটি। [২২৩]

ভগবান যে ভক্তৰ অধীন ভাগৱতী বৈষ্ণৱধৰ্মই এই কথা বাৰে বাৰে ঘোষণা কৰিছে। ধৰ্মীয় এই তত্ত্বকথা ৰসাল কবিতাৰ মাজেৰে প্ৰতিপাদনৰ বলিষ্ঠ প্ৰয়াস বেজবৰুৱাই কৰিছে। এইক্ষেত্ৰত উল্লেখযোগ্য দৃষ্টান্ত হ'ল তেওঁৰ ঈশ্বৰ আৰু ভকত নামৰ কবিতাটো। কবিতাটো সম্পৰ্কে দিলীপ কুমাৰ বৰুৱাই লিখিছে

> When he undertook the task of presenting Sankari Vaisnavism as a national religion for Assam he did as much or more by a single poem like Iswar Aru Bhakat (The God and Devotees) than by all his prose writings [২২৪]

ঈশ্বৰপ্ৰেমৰ অভিব্যক্তি আৰু বৈৰাগ্য সাধনাৰ চৰম উৎকৰ্ষ পোৱা যায় ৰঘুনাথ চৌধাৰীৰ কবিতাত। চৌধাৰীৰ কবিতাসমূহক যদি দুটা ভাগত ভাগ কৰা হয় তেন্তে এটা হ'ব প্ৰকৃতিমূলক আনটো হ'ব বৈৰাগ্যমূলক। প্ৰকৃতি সম্পৰ্কীয়

---

২২২। অচ্ছেদ্যোহয়মদাহ্যোহয়মক্লেদ্যোহশোষ্য এব চ।
নিত্যঃ সৰ্বগত স্থাণুৰচলোহয়ং সনাতনঃ।
অব্যক্তোহয়মচিন্ত্যোহয়মবিকাৰ্য্যোহয়মুচ্যতে।।
(শ্ৰীমদভগবদ্‌গীতা ২ ২৪ ২৫)

২২৩। বেজবৰুৱা লক্ষ্মীনাথ কদমকলি মহাপ্ৰয়াণৰ যাত্ৰী

২২৪। Neog Maheswar (ed ) Lakshminath Bezbarua, The Sahityarathi of Assam (Lakshminath Bezbaroa,– the poet & the Romantic ideal– by Dilip Kumar Barua)

কবিতাবোৰতো অন্তঃসলিলা ফল্গুধাৰাৰ দৰে প্ৰবাহিত হৈ আছে— ভাৰতীয় দৰ্শনৰ অন্তৰ্মুখী দৃষ্টিভংগী। কবিৰ আধ্যাত্মিক ভাবগধুৰ কবিতাবোৰতো কলাত্মক গুণৰ অভাৱ ঘটা নাই।

'সাদৰী'ৰ অন্তৰ্গত সন্তাপ ভিক্ষা মৰণ গছৰ পাত আদি কবিতাত কবিৰ বৈৰাগ্যভাবনা আৰু ঈশ্বৰ চেতনা প্ৰকাশ পাইছে। এই আটাইবোৰ কবিতাৰ মাজেৰেই কবিৰ মায়াৰে আৱৰা সংসাৰৰ প্ৰতি বীতশ্ৰদ্ধ ভাব প্ৰকাশ পাইছে, আৰু এই মৰীচিকাসদৃশ সংসাৰখনৰ মায়াপাশৰ পৰা উদ্ধাৰ পোৱাৰ বাবে তেওঁ বিভুৰ চৰণতে শৰণ লোৱাৰ সকাতৰ নিবেদন কৰিছে। চিৰসুন্দৰৰ অপৰূপ ৰূপ ঐশ্বৰ্য চোৱাৰ বাবে জাগতিক মায়াই বাধা দান কৰে। কবিয়ে মায়াৰ আৱৰণ আঁতৰাবলৈ বিভুক খাটিছে

প্ৰভু মৰীচিকাৰ ইন্দ্ৰজালখনি চকুৰ আঁতৰ কৰা
তোমাৰ বিশ্বৰূপৰ মোহন মেলা আগত দাঙি ধৰা।
দূৰ হওক প্ৰাণৰ আবিলতা দূৰ হ'ক মনৰ ভ্ৰান্তি
তোমাৰ ভূমানন্দ ৰূপটি চাই লভিম প্ৰাণত শান্তি। [২২৫]

চৌধাৰীৰ বৈৰাগ্যমূলক কবিতাবোৰত সংসাৰ যাতনাত ক্লিষ্ট কবিমানসৰ পৰিচয় পোৱা যায়। এনেকুৱা যাতনাভৰা সংসাৰখন এৰি কবিয়ে জীৱনৰ অন্তিম লগনত স্থান পাব বিচাৰিছে ঈশ্বৰৰ চৰণ তলত। তাৰ বাবেই কবিৰ প্ৰাণ উদ্বেগ আকুল। এই আন্তৰিক এষণা তেওঁৰ প্ৰায়বোৰ কবিতাতে ফুটি উঠিছে

১। নকৰো বেজাৰ প্ৰভু তোমাৰ কাষত
আনন্দত থাকিম মগন। (সাদৰী' ভিক্ষা পৃ ২)

২। স্বাৰ্থ বলিদান জীৱন আহুতি
দিলোঁ চৰণত ঢালি। (সাদৰী' আৱাহন পৃ ৬)

৩। তোমাৰ লগতে উৰি যাওঁ বিহঙ্গিনি
সদায় বৈছে য'ত প্ৰেম মন্দাকিনী। [২২৬]

৪। জন্ম জন্মান্তৰে যেন তোমাকে পাওঁ ।
(সাদৰী কেতেকী চৰাই, পৃ ২৩

২২৫। শৰ্মা যজ্ঞেশ্বৰ (সম্পাঃ) ঃ শতপত্ৰ বিশ্বৰূপ
২২৬। চৌধাৰী ৰঘুনাথ ঃ গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি

৫। "শান্তিৰ শীতল পাটী কোমল কোলাত
ক্ষন্তেক বিশ্ৰাম দিয়া পাপী সন্তানক। (সাদৰী ঃ কল্প, পৃ ৪১)

৬। লভিম অনন্ত সুখ
অনন্ত শয্যাত। (সাদৰীঃ মাতৃদেৱী পৃ ৫৬)

৭। বিষয় জঞ্জাল জলধিৰ হন্তে
শীঘ্ৰে প্ৰভু মুক্ত কৰা।" (সাদৰী॰ বণিজৰ কথা পৃ ৭০)

৮। দিব্যৰূপ ধৰি তুমি দিবা মোক দেখা
যি দিনা চিতাক মই সাবটি ধৰিম। (সাদৰী॰ মৰণ পৃ ৭৫)

৯। পৰম আনন্দৰূপ ধ্ৰুৱজ্যোতিকণা
নাপামনে আৰু সি লোকত? [২২৭]

১০। তোমাৰেই অৱদান বুকুত সাবটি
অন্তিমত লভিম সান্ত্বনা। [২২৮]

চৌধাৰীৰ কবিতাত উপনিষদ ভাগৱত মহাভাৰতৰ উপৰি কালিদাসৰ প্ৰভাৱ লক্ষ্য কৰা যায়। এইবোৰ প্ৰভাৱে কবিক ভগৱৎমুখী কৰি তুলিলেও কবিৰ মৰ্ত্যপ্ৰীতি সম্পূৰ্ণৰূপে নিঃশেষিত হোৱা নাই। বিনন্দীয়া বিশ্বৰ অপৰূপ ৰূপ-লাৱণ্যই কবিক মুগ্ধ নকৰাকৈ থকা নাই। 'মৰণৰে তুহু মম শ্যাম সমান [২২৯] বুলি কোৱা ৰবীন্দ্ৰনাথ ঠাকুৰে 'জন্মেছি যে মৰ্ত্য কোলে ঘৃণা কৰি তাৰে / ছুটিবনা স্বৰ্গ আৰ মুক্তি খুঁজিবাৰে [২৩] অথবা 'মৰিতে চাহিনা আমি সুন্দৰ ভুবনে / মানবেৰ মাঝে আমি বাঁচিবাৰে চাই [২৩১] বুলি কোৱাৰ দৰে আমাৰ কবিয়েও মৃত্যুদেৱতাক 'আহা মোৰ চিৰসংগী আহা মোৰ সখা [২৩২] বুলি কৈয়ো 'বিৰাট বিশ্বৰ চাৰু চিত্ৰ দেখি অতীত মনত পৰে / চিৰকাল যেন উমলি ফুৰিম অজান শিশুৰ দৰে [২৩৩] বুলি কৈ ধূলিময় ধৰণীৰ স্নেহময়ী কোলাত শান্তিৰ নীড় ৰচনা কৰিব বিচাৰিছে। ইয়াৰ মূলতো আছে

---

২২৭। বৰদলৈ নিৰ্মলপ্ৰভা (সম্পা॰) কবিতা মঞ্জৰী; অন্তিম জ্যোতি
২২৮। শৰ্মা যজ্ঞেশ্বৰ (সম্পা॰) শতপত্ৰ ফুলশয্যা
২২৯। ঠাকুৰ ৰবীন্দ্ৰনাথ সঞ্চয়িতা মৰণ
২৩০। ঠাকুৰ ৰবীন্দ্ৰনাথ সোনাৰতৰী আত্মসমৰ্পণ
২৩১। ঠাকুৰ ৰবীন্দ্ৰনাথ কড়ি ও কোমল প্ৰাণ
২৩২। চৌধাৰী ৰঘুনাথ সাদৰী মৰণ
২৩৩। পূৰ্বোক্ত গ্ৰন্থ উপমা

দুয়োজন কবিৰেই অন্তঃদৰ্শন। অন্তৰ্দৃষ্টিৰে তেওলোকে জড-জগতৰ জীৱ-জগতৰ সকলোতে দেখা পাইছে, পৰম পুৰুষৰ আনন্দময় অম্লানজ্যোতি। কবি ৱৰ্ডচৱৰ্থেও প্ৰকৃতিৰ বুকুত লুকাই থকা এক বিৰাট সত্তাৰ অস্তিত্ব উপলব্ধি কৰিছিল। এই সত্তা সৰ্বব্যাপী ই প্ৰকৃতি আৰু মানৱ বিশ্বক একেলগে সাঙুৰি ৰাখিছে

A motion and a spirit that impels
All thinkings things all objects of all thought
And roles through all things [২৩৪]

কবি চৌধাৰীয়েও ৰূপ-ৰস গন্ধ পৰশ প্ৰেমেৰে ভৰা অনিন্দ্যসুন্দৰ এই বিশ্ব প্ৰকৃতিৰ মৰ্মলোকত এক পৰমসত্তাৰ পৰমজ্যোতি দেখা পাইছিল

সৌন্দৰ্যৰ মহামেলা বিশ্বমন্দিৰত
জ্বলে গন্ধ পুষ্প দীপ ধূপ
যেনি চাও তেনি যেন মহামন্দিৰ
বিশ্ব ভোলা প্ৰেমানন্দ ৰূপ। [২৩৫]

ৰঘুনাথ চৌধাৰীৰ আধ্যাত্মিকতা সম্পৰ্কে যতীন্দ্ৰনাথ গোস্বামীয়ে যথাৰ্থ মন্তব্যকে কৰিছে। তেও কৈছে 'উপনিষদৰ তো একে অবৰ্ণো বৰ্ণনি অনেকান্ নিহিতাৰ্থো দধাতি'ৰ দৰে ৰঘুনাথ চৌধাৰীযে বিশ্বৰূপ দেখা পাইছে। হপ্‌কিন্সৰ (Hopkins) মতে dappled things অতে বিৰাট আত্মাৰ বিকাশ। সেই কাৰণে ৰঘুনাথ চৌধাৰীযে বিশ্বসৌন্দৰ্যত বিশ্বাত্মাবোধ আৰু ভূমাস্পৃহা অনুভৱ কৰিছে। তেওৰ প্ৰেমে সংসাৰ মেৰঘৰ'ৰ মাজেদি বিশ্ব-জগতৰ বিপুল সৌন্দৰ্য উপভোগ কৰি সেই সৌন্দৰ্যৰ শ্ৰেষ্ঠতম পৰিণতি (climax) পাৰ্থিৱ সৌন্দয অতিক্ৰম কৰি আসক্তিৰ হাত এৰুৱাই অনন্তৰ লগত মিহলি হৈ যোৱাৰ প্ৰযাস কৰে। [২৩৬]

পাৰিবাৰিক জীৱনত নামি অহা দু খৰ প্ৰাচুৰ্য আৰু মৃত্যুৰ হিমশীতলতাই কবি হিতেশ্বৰ বৰবৰুৱাৰ কবিতাক যিদৰে কৰি তুলিছে কৰুণ ৰসসিক্ত সেইদৰে কবিৰ জীৱন-চেতনাত আনি দিছে অধ্যাত্ম ব্যঞ্জনা। বৰবৰুৱাৰ বিভিন্ন ছনেটত আৰু ঐতিহাসিক কাব্যসমূহৰ অংশ বিশেষত কবিৰ ভগৱৎ-প্ৰীতি উজলি উঠিছে।

---

২৩৪। Batey Charles (ed) Eight Poets Tintern Abbey Lines 100 102
২৩৫। চৌধাৰী ৰঘুনাথ দহিকতৰা অঞ্জলি
২৩৬। গোস্বামী যতীন্দ্ৰনাথ সাহিত্য চিন্তা

'চকুলো' কাব্য সংকলনটি এই ক্ষেত্ৰত শ্ৰেষ্ঠ নিদৰ্শন। ব্যক্তিগত বিয়োগ-ব্যাথা 'চকুলো' কাব্যত মূৰ্ত হৈ উঠিলেও ইযাত কাব্যগুণৰ কোনো অপ্ৰতুলতা নাই। কোনো কোনো কবিতাৰ আবেদন দেশ-কালৰ সীমা পাৰ হৈ সৰ্বজনীন আৰু সৰ্বকালীন স্তৰলৈ উন্নীত হৈছে। ২৫ নং ছনেটত বিয়োগ-বেদনাৰ মৰ্মান্তিক ছবি ফুটি উঠিছে এনেদৰে

'দয়াময় নিলা সব। নজনা কালতে পিতা
কৈশোৰত পিতামহী শৈশৱত ভগ্নী
ভ্ৰাতৃ পুত্ৰ চেনেহৰ যৌৱনত মাতৃ
পুত্ৰ এটি আৰু পত্নী জীৱন সঙ্গিনী।। [২৩৭]

বেদনা আতুৰ চকুৰে ওলাই অহা চকুলোক কবিয়ে ভগবানৰ আশিস নিৰ্মালি ৰূপে গ্ৰহণ কৰিছে

'চকুলো দুধাৰি প্ৰভু। তোমাৰ নিৰ্মালি মোৰ
অন্ত হ'ব অন্তিমত ভঙ্গ হ'ব মোহ ঘোৰ।। [২৩৮]

এইদৰে কবিয়ে পাৰিবাৰিক জীৱনত নামি অহা ঘাত প্ৰতিঘাত আৰু বেদনাৰ সহস্ৰ জ্বালাৰ পৰা নিজকে এৰুৱাই আনি আত্মিক উন্নতি সাধনত ব্ৰতী হৈছে। ভাৰতীয় অধ্যাত্মবাদত বিশ্বাসী কবিয়ে আত্মাৰ অবিনশ্বৰতাৰ তত্ত্ব বুজি পাইছে। গীতাৰ 'বাসাংসি জীৰ্ণানি'ৰ [২৩৯] দৰে কবিযে গাইছে

'অবিনাশ আত্মা তাৰ তাৰ বিনাশ নহয
পুৰাতন গৃহ ত্যাজি জীৱ নৱগৃহ লয়।। [২৪]

আত্মা অকল অবিনশ্বৰেই নহয় আত্মা প্ৰেমময়— 'আত্মা স'তে থাকে প্ৰেম আত্মা প্ৰেমময়। [২৪১] কবিয়ে বিশ্বাস কৰে মৃত্যুৰ পিছত আত্মা স্বৰ্গৰাজ্যলৈ গুচি যায। সেই ৰাজ্যত চিৰবসন্ত বিৰাজ কৰে তাত জড়া মৃত্যু নাই। সেই স্বৰ্গৰাজ্যতে তেওঁৰ মৃত পুত্ৰ বিপিনৰ লগত তেওঁৰ পুন মিলন হ'ব

| | |
|---|---|
| ২৩৭। শইকীয়া পূৰ্ণানন্দ | হিতেশ্বৰ বৰবৰুৱাৰ কবিমানস চকুলো ( ২৫ নং কবিতা ) |
| ২৩৮। পূৰ্বোক্ত গ্ৰন্থ | ছনেট নং ১ |
| ২৩৯। শ্ৰীমদভগবদগীতা | ২ ২২। |
| ২৪০। হিতেশ্বৰ বৰবৰুৱাৰ কবিমানস | চকুলো ছনেট নং ১৭ |
| ২৪১। পূৰ্বোক্ত গ্ৰন্থ | সন্তগুৰ হামবাও ভাইটি |

'বিচ্ছেদ নহয় তাত  তাত চিৰ সন্মিলন
পিতা-পুত্ৰ আমি তাত মিলিম পুনৰ। [২৪২]

জগতৰ সকলো হাঁহি-কান্দোন  দু খ তাপ পৰমেশ্বৰৰে দান। মায়াবশত মানুহে সকলো নিজৰ বুলি ভ্ৰম কৰে

ধন-জন পুত্ৰ ভাৰ্য্যা সকলো তোমাৰ দান
দিওতা নিওতা তুমি  তুমি কৰ্তা তুমি কাম
মিছা মোৰ মোৰ বোলো  মোৰ বুলি একো নাই। [২৪৩]

বিভুৰ প্ৰতি অটল আস্থা আৰু আত্মসমৰ্পণৰ ভাব কবিৰ হিয়াত তীব্ৰৰূপে উদ্ৰেক হ'লেও মানৱ-হৃদয়ৰ স্বাভাৱিক দুৰ্বলতাৰ পৰা তেও সম্পূৰ্ণৰূপে মুক্ত হ'ব পৰা নাছিল।

ৰোমাণ্টিক যুগৰ মহিলা কবিসকলৰ যিদৰে আছিল ভাব ভাষাৰ সাবলীলতা স্ত্ৰীসুলভ অনুভূতিৰ প্ৰকাশ সংযমতা  সেইদৰে আছিল আধ্যাত্মিক উপলব্ধিৰ গভীৰতা। নলিনীবালা দেৱীৰ কবিতাই আধ্যাত্মিক স্তৰৰ মাজেৰে গৈ ৰহস্যবাদী সুৰ-সাগৰত অবগাহন কৰিছে। ধৰ্মেশ্বৰী দেৱী বৰুবানীৰ কবিতাত সহজ-সৰল প্ৰাণৰ পৰা ওলাই অহা ঈশ্বৰপ্ৰেমৰ মন্দাকিনীধাৰাই কৰুণ ৰসসিক্ত ব্যঞ্জনাৰ পবিত্ৰ আভা বিয়পাই দিছে। শাৰীৰিক অসুস্থতাই কবিপ্ৰাণত আনি দিছে ঈশ্বৰৰ প্ৰতি অসীম বিশ্বাস আৰু আত্মনিবেদনৰ তীব্ৰতা। কবিৰ কাব্যজীৱনৰ ওপৰত আলোকপাত কৰি সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে

> ভাৰতীয় চিন্তাধাৰাৰ উত্তৰাধিকাৰী কবিয়ে সৃষ্টিৰ সকলো পদাৰ্থতে স্ৰষ্টাৰ সত্তা আৰু মহিমা দেখা পাইছে। যি এটি বিশ্ব সুৰে সকলোকে মোহিত কৰি ৰাখিছে সেই সুৰৰ উৎস বিচাৰি কবিয়ে আধ্যাত্মিক যাত্ৰাত আগবাঢ়িছে— মিলনৰ আশাত  সুখৰ অন্বেষণত। [২৪৪]

প্ৰিয়-সুখ অন্বেষণত কবিয়ে দেখুওৱা ব্যাকুলতা আন্তৰিক আৰু অকৃত্ৰিম

'হিয়াৰ দেৱতা বিচাৰি ফুৰিলোঁ
কতো যে নাপালোঁ দেখা

---

২৪২। পূৰ্বোক্ত গ্ৰন্থ ঃ চকুলো ছনেট নং ২৩
২৪৩। পূৰ্বোক্ত গ্ৰন্থ ছনেট নং ৭।
২৪৪। শৰ্মা সত্যেন্দ্ৰনাথ ঃ অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত

শোক হুমুনিয়াহ চকুলোৰে মাথোঁ
ৰ'ল এটি ক্ষীণ ৰেখা। [২৪৫]

ৰোগ-শয্যাত শুই থকা কবিয়ে আত্মা-পৰমাত্মা জীৱন-মৃত্যু আদি ভাৰতীয় দৰ্শনৰ মূল সুৰটিক ধৰিবলৈ চেষ্টা কৰিছে। কবিয়ে বুজি পাইছে দেহ নশ্বৰ হ'লেও আত্মা অবিনশ্বৰ আৰু ই মহাচেতনাৰ অংশবিশেষ অজৰ-অমৰ-অক্ষয়। এই ভাবনাৰ এটি শ্ৰেষ্ঠ কবিতা হ'ল 'অন্তৰ্দ্ধান'। আন এটি কবিতা 'প্ৰিয়লৈ পত্ৰ'ত যি'ত ঈশ্বৰৰ প্ৰতি কবিৰ অটল বিশ্বাস ঘনীভূত হৈছে। পৰমাত্মাৰ লগত আত্মাৰ যে এদিন মিলন হ'বই এই প্ৰত্যয়ো কবি অন্তৰত দৃঢ় হৈছে।

আন এগৰাকী মহিলা কবি যমুনেশ্বৰী খাটনিয়াৰৰ কবিতাও আধ্যাত্মিক চিন্তাধাৰাৰে সমুজ্জ্বল। তদুপৰি তেওঁ কবিতাত বিষাদ আৰু মৃত্যু-চেতনায়ো ভুমুকি মাৰিছে। কবিয়ে পাৰ্থিৱ জগতৰ বিনন্দীয়া সৌন্দৰ্য দেখিয়ো শান্তি পোৱা নাই, কিবা এক অজান অপ্ৰাপ্তিৰ বিষাদে কবি অন্তৰত আনি দিছে চৰম শূন্যতা। তেও উপলব্ধি কৰিছে যে তেওঁৰ অন্তৰখনেই এক অতৃপ্তিৰ খনি। কবিৰ হৃদয় সেই অদৃশ্য অনিৰ্বাচ্য বস্তুৰ বাবে অথিৰ-চঞ্চল

তেও কিয় মন মোৰ অথিৰ সদায়
দিনে ৰাতি ভাবে যেন কিবা নাই নাই। [২৪৬]

কবিয়ে ক্ৰমান্বয়ে বুজি পাইছে তেওৰ অন্তৰৰ অতৃপ্তিৰ কাৰণ। হৃদয় দেৱতাৰ সান্নিধ্যৰ অবিহনেই তেওৰ এই হৃদয় ব্যাকুলতা। সেয়ে কবিয়ে তেওঁৰ অশান্ত হিয়া শাঁত কৰিবলৈ দু খ তাপ-সন্তাপহাৰী পৰমেশ্বৰৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ সিদ্ধান্ত লৈছে

'নীৰৱে তোমাক চাম নীৰৱে মাতিম
তোমাৰ হাতত প্ৰাণ নীৰৱে সপিম।" [২৪৭]

ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ 'নীৰৱ দেৱতা'ৰ সৈতে খাটনিয়াৰৰ 'নীৰৱে কবিতাটিৰ সাদৃশ্য আছে। অৱশ্যে 'নীৰৱ দেৱতা'ৰ মাজেৰে ঈশ্বৰৰ প্ৰতি আত্মনিবেদনৰ একাগ্ৰতা অধিক প্ৰবলৰূপে ফুটি উঠিছে

---

২৪৫। নেওগ মহেশ্বৰ (সম্পাঃ) সঞ্চয়ন মিলন প্ৰয়াস
২৪৬। পূৰ্বোক্ত গ্ৰন্থ কিবা যেন নাই নাই
২৪৭। শৰ্মা যজ্ঞেশ্বৰ (সম্পা°) শতপত্ৰ নীৰৱে

'নীৰৱ সুৰেৰে নীৰৱ দেৱতা
নীৰৱেই কৰিম পূজা
হিয়াৰ থাপনা নীৰৱে থাপিম
নীৰৱ হিয়াৰ ৰজা। [২৪৮]

অতি কমসংখ্যক কবিতা লিখিলেও প্ৰসিদ্ধ গল্পকাৰ লক্ষ্মীধৰ শৰ্মাৰ দুই-এটি কবিতাত জীৱনৰ প্ৰকাশ যিদৰে বিদ্যমান সেইদৰে আধ্যাত্মিক ধ্যান-ধাৰণাও পৰিস্ফুট হৈছে। মৃত্যুক মধুৰ বুলি সখা বুলি আঁকোৱালি লোৱা পৰম্পৰা ভাৰতীয় জীৱনদৰ্শনত স্পষ্ট। অসমীয়া কবিতাতো ৰঘুনাথ চৌধাৰী প্ৰমুখ্যে কবিসকলে মৃত্যুক প্ৰিয় বুলি অভিহিত কৰিছে আৰু মৰণৰ মাজেৰেই পৰমজনক পোৱাৰ কামনা কৰিছে। বলিষ্ঠ আশাবাদে প্ৰতীচ্যৰ কবি ব্ৰাউনিঙক মৃত্যুৰ মুখামুখি হ'বলৈ সাহস সঞ্চাৰ কৰিছিল সেয়ে নিৰ্ভীকভাৱে তেওঁ ক'ব পাৰিছিল

I was ever a fighter so one fight more
The best and the last [২৪৯]

ব্ৰাউনিং আৰু ৰবীন্দ্ৰনাথৰ দৰেই মৃত্যু বিভীষিকাৰ মাজতো কবি লক্ষ্মীধৰ শৰ্মা ভীতি-বিহ্বল হোৱা নাই, বৰং মৃত্যুৰ আগমনী বাৰ্তাই তেওঁৰ অন্তৰত পুলকহে জগাইছে

তোমাৰ মধুৰ চৰণৰ ধ্বনি কাণত বাজে
আহিছা সুন্দৰ শান্তিৰ দেৱতা মোহন সাজে।
গানৰ তোমাৰ ললিত ঝংকাৰে পৰশে মোক
তোমাৰ চকুত চিৰকাল মোৰ বসতি হোক। [২৫]

এইদৰে অসমীয়া ৰোমাণ্টিক কবিতাত পাৰ্থিৱ জগতৰ প্ৰতি থকা প্ৰেমাসক্তিৰ সমান্তৰালকৈ ঈশ্বৰৰ প্ৰতি থকা অনুৰাগৰ মধুৰ ভাবনাও প্ৰতিফলিত হৈছে।

---

২৪৮। ফুকন নীলমণি (সম্পা॰) কুৰি শতিকাৰ অসমীয়া কবিতা নীৰৱ দেৱতা
২৪৯। Young W T (ed.) Browning Poems Prospice Line 13 14
২৫০। শৰ্মা যজ্ঞেশ্বৰ (সম্পা॰) শতপত্ৰ মৰণ দেৱতা

## চতুৰ্থ অধ্যায়

# অসমীয়া কাব্যত প্ৰেমভাবনা ঃ বিশিষ্ট কেইগৰাকীমান ৰোমাণ্টিক কবিৰ প্ৰসংগত

### (ক) অম্বিকাগিৰী ৰায়চৌধুৰী

বৰপেটাৰ স্বনামধন্য ৰায়চৌধুৰী পৰিয়ালত জন্মগ্ৰহণ কৰা বহু গুণেৰে গুণান্বিত অম্বিকাগিৰী ৰায়চৌধুৰী (১৮৮৫ ১৯৬৭) আছিল একাধাৰে কবি নাট্যকাৰ গীতিকাৰ গায়ক অভিনেতা আৰু সাংবাদিক। ৰায়চৌধুৰীৰ প্ৰকাশিত কবিতা পুথিসমূহ হ'ল 'তুমি (১৯১৫) 'বীণা (১৯১৬) 'অনুভূতি (১৯৫৪) স্থাপন কৰ স্থাপন কৰ (১৯৫৮) 'আজি বন্দো কি ছন্দেৰে (১৯৬২) বেদনাৰ উল্কা (১৯৬৪) আৰু দেশেই ভগবান (১৯৬৫)। কবিতাৰ উপৰি কেবাখনো সফল নাটক বহুতো গহীন নিবন্ধ আৰু গদ্যপুথি তেওঁৰ অসমীয়া সাহিত্যলৈ আগবঢ়োৱা অবিস্মৰণীয় অৱদান।

কবিতাৰ ৰস আস্বাদনৰ বাবে কবিৰ জীৱনী বিতংভাৱে জনাৰ আৱশ্যক নহয় কাৰণ কবি অন্তৰৰ সকলো আবেগ অনুভূতি আৰু সকলো ধৰণৰ ঘটনাৰ বহিঃ প্ৰকাশ কবিতাৰ মাজেৰেই পৰিস্ফুট হয়। তথাপি কাব্য-জীৱনৰ স্থিতি অনুভৱৰ ক্ষেত্ৰত কবিৰ ব্যক্তিগত জীৱন পৰিক্ৰমাৰ প্ৰাসংগিকতা সম্পূৰ্ণৰূপে এৰাই চলাটো কঠিন। অথচ অসমীয়া সাহিত্যৰ বেছিভাগ কবিয়ে তেওঁলোকৰ আত্মজীৱনী লিখি থৈ নোযোৱাৰ ফলত তেওঁলোকৰ কবি-জীৱনৰ অন্তৰালত বৈ থকা ব্যক্তি জীৱন কাব্য-সৃষ্টিৰ উৎস প্ৰেৰণাৰ প্ৰেক্ষাপট আদি সম্পৰ্কে বহু কথা জনাৰ পৰা পাঠক সমাজ বঞ্চিত হৈছে। দুই-এগৰাকী কবিয়ে আত্মপৰিচয় লিখি থৈ গ'লেও জীৱনৰ বিশেষ মুহূৰ্তৰ বিশেষকৈ প্ৰেমৰ সুৰভিৰে ৰঞ্জিত জীৱনৰ আটাইতকৈ ৰঙীন আৰু সপোন-সনা মধুময় দিনবোৰৰ কথা কোনো এজনেই লিখি থৈ যোৱা নাই।

কবি ৰায়চৌধুৰী এই দিশত সামান্য পৰিমাণে ব্যতিক্ৰম। তেওঁৰ আত্মজীৱনীমূলক ৰচনা মোৰ জীৱন ধুমুহাৰ এছাটি আৰু 'তুমি কাব্যৰ উৎস

সম্পৰ্কে লিখা এটি বিৱৰণৰ পৰা তেওৰ ব্যক্তি-জীৱনৰ ভালেখিনি আভাস পোৱা যায়। ৰায়চৌধুৰীৰ কবি-জীৱনৰ শ্ৰেষ্ঠ কীৰ্তি 'তুমি' কাব্যৰ উৎস সন্ধান কৰিলেই কবিৰ জীৱনত প্ৰেমৰ সুদূৰপ্ৰসাৰী প্ৰভাৱৰ কথা স্পষ্টৰূপে ওলাই পৰে। কবিয়ে 'তুমি' কাব্য প্ৰকাশ পোৱাৰ প্ৰায় পঞ্চাশ বছৰ পিছতহে 'অসম সাহিত্য সভা'ৰ নলবাৰী অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি ত্ৰৈলোক্যনাথ গোস্বামীৰ অনুৰোধত 'তুমি' কাব্যৰ উৎস সম্পৰ্কে পাঠকক জানিবলৈ দিয়ে। পিছলৈ এই কথা কবিৰ 'মোৰ জীৱন ধুমুহাৰ এছাটি'ত অন্তৰ্ভুক্ত হৈ 'অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী'ত স্থান পাইছে। 'তুমি'ৰ উৎস সম্পৰ্কে লিখা কবিৰ লিখনিটোত ('তুমি'ৰ উৎস) কবিয়ে লুক ঢাক নকৰাকৈ [1] তেওৰ কৈশোৰ যৌৱনৰ দোমোজাত ঘটি যোৱা প্ৰেমকাহিনীৰ চমু বিৱৰণ দাঙি ধৰিছে আৰু তাৰ পৰাই 'তুমি' আৰু 'বীণা' কাব্যৰ উৎসও পাঠকৰ ওচৰত ফটফটীয়া হৈ পৰিছে। অম্বিকাগিৰীয়ে গুৱাহাটীৰ সোণাৰাম হাইস্কুলত পঢ়ি থকা অৱস্থাত পাণবজাৰৰ ছোৱালী এম ই স্কুলৰ ছাত্ৰী এগৰাকীৰ প্ৰতি আকৃষ্ট হৈছিল। এই সম্পৰ্কে তেও লিখিছে

> তেও তেওৰ আপেল পকা মুখখনিৰে এঘাৰ বছৰীয়া কিশোৰী। মই ১৭ বছৰীয়া অধ ডেকা বা ডেকা। তেও বঙ্গালী মই অসমীয়া। তেও যায় স্কুললৈ লগৰীয়া ছাত্ৰী এজাকৰ সৈতে তেওৰ অৰুণ ৰঙা মুখখনিৰে দুযোকাষে পহৰা দি আগুৰি ৰখা খোজে পতি লাস্যতোলা নিটোল নিতম্বখনিক চেৰাই কলাফুললৈকে বৈ পৰা নিবিড় মেলা চুলিকোছাত পশ্চিমাকাশত বহাগী ষষ্ঠীৰ স্তৱকবোৰ মুকলি হৈ উঠি অহা ঘনকৃষ্ণ মেঘলানিৰ লহৰ তুলি। মই যাও সেই বাটেৰেই কেতিয়াবা তেওৰ পিছে পিছে আৰু কেতিয়াবা তেও আগ হৈ বিভৱানন্দ ব্যায়ামশালাত শৰীৰ চৰ্চাত পুষ্ট হোৱা মোৰ স্বাস্থ্য সম্পদৰ প্ৰতি তেওৰ মনোযোগ আকৰ্ষণ কৰাৰ মানসেৰে বলিষ্ঠ কেৰামতি কায়দাৰে খোজ পেলাই পেলাই। তেও মোৰ ফালে চায় মই তেওঁৰ ফালে চাও। [2]

এইদৰেই গঢ়ি উঠিছিল দুটি কেচা হৃদয়ৰ প্ৰথমপ্ৰেমৰ উন্মেষ। হৃদয় দিয়া নিয়াৰ চিনস্বৰূপে এদিন কবিয়ে প্ৰেয়সীৰ পৰা লাভ কৰিলে এটা সৰু ৰূপৰ টেমা।

---

১। 'তুমি' কাব্যৰ উৎসত কবিয়ে তেওৰ প্ৰেয়সীৰ নাম উল্লেখ কৰা নাই। বাণীকান্ত কাকতিয়ে ১৯৬১ চনত গুৱাহাটী বিশ্ববিদ্যালয় পত্ৰিকাত তেওৰ নাম 'ইন্দুমতী' বুলি উল্লেখ কৰিছে। কোনো কোনোৱে আকৌ ইন্দুমতীৰ সলনি 'তু গভদ্ৰা মিত্ৰ' বুলিও ক'ব খোজে। তুংগভদ্ৰাৰ নামৰ প্ৰথম আখৰ আৰু উপাধিৰ প্ৰথম আখৰটো লৈ 'তুমি' কাব্যৰ নামকৰণ কৰা হৈছে।

২। শৰ্মা সত্যেন্দ্ৰনাথ (সম্পা°) ঃ অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী 'মোৰ জীৱন ধুমুহাৰ এছাটি'।

তাৰ ভিতৰত কিছু সুগন্ধি মছলা আৰু ভাঁজ কৰা এডোখৰ কাকত য'ত লিখা আছিল কবিৰ প্ৰতি প্ৰেয়সীৰ প্ৰেমৰ নীৰৱ স্বীকাৰোক্তি।

কবিৰ প্ৰেমৰ এনে ৰোমাঞ্চকৰ অধ্যায়তে আৰম্ভ হ'ল বংগ ভংগক কেন্দ্ৰ কৰি দেশব্যাপী তুমুল আন্দোলন। তেজৰ প্ৰতি অণু-পৰমাণুত সিঁচৰতি হৈ থকা স্বাধীনতা স্পৃহাই অম্বিকাগিৰীক স্বদেশী আন্দোলনৰ সেই উত্তাল জলধিত অৱগাহন কৰালে। তেওঁৰ উদ্যোগত জীপ লৈ উঠিল 'অসম সেৱা সংঘ'ৰ দৰে এনাৰ্কিষ্ট দল। প্ৰেয়সীৰ কাজলসনা দুচকুৰ কাতৰ মিনতি চকুৰ আগত অনবৰত ভাহি উঠিলেও কৰ্তব্যৰ দায়ত আবদ্ধ অম্বিকাগিৰীয়ে মাজে-সময়েহে প্ৰেয়সীক লগ ধৰিব পাৰিছিল গান শুনাব পাৰিছিল। ফলত কোমলমতীয়া কবি প্ৰেয়সীৰ প্ৰাণত কবিৰ ভালপোৱাৰ অকৃত্ৰিমতা সম্পৰ্কে সন্দেহ ওপজে। এই কথা তেওঁ সৰু কাকত এখনত লিখি কবিক জনাই দিয়ে। কবি-জীৱনৰ ই আছিল এক ভয়ংকৰ সংকটপূৰ্ণ মুহূৰ্ত। এই সময়ত দ্বিধা দ্বন্দ্বত জৰ্জৰিত কবিয়ে আত্মহত্যাৰ চিন্তাও কৰিছিল। অৱশেষত সকলো সংশয় দূৰ কৰি তেওঁ স্থিৰ সিদ্ধান্তত উপনীত হয়। তেওঁ ব্যক্তিপ্ৰেম আৰু দেশপ্ৰেম— উভয়কে জীয়াই ৰাখিব। ইয়াৰ বাবে কবিয়ে যি কৰিলে সেয়া মধ্যযুগৰ চিভালিৰ প্ৰেম (Chivalric love)-ৰ লগতহে তুলনীয় যাৰ সৈতে ৰোমাণ্টিক প্ৰেমৰ সম্পৰ্ক অতি নিবিড়। কাৰণ ৰোমাণ্টিক প্ৰেমতো আত্মত্যাগৰ দাবি অবাঞ্ছিত নহয় এনেকি প্ৰেমৰ বাবে নায়ক-নায়িকাৰ ওচৰত মৃত্যুও তুচ্ছ হৈ যায়। প্ৰেমিক অম্বিকাগিৰীয়েও ধাৰাল দা এখনেৰে নিজৰ কেঁএঙা আঙুলিটোৰ এপাব কাটি প্ৰেয়সীক উপহাৰ দিলে প্ৰেমৰ অকৃত্ৰিমতাৰ প্ৰমাণস্বৰূপে। কবিয়ে লিখিছে :

> তোমাকো মই এৰিব নোৱাৰো দেশ সেৱাৰ মোৰ কৰ্মপন্থাও মই এৰিব নোৱাৰো। তোমাক মই ভালপোৱা মোৰ এই সত্যটোৰ প্ৰতি তোমাৰ বিশ্বাস জন্মাই তোমাক মোৰ জীৱনত মেহেৰবাবলৈকেই তাৰ প্ৰত্যক্ষ চিনস্বৰূপে মই আজি মোৰ বাওঁহাতৰ কেঁএঙা আঙুলিটোৰ এপাব কাটি সেই তেজেৰে লিখা এই কথাকেষাৰ তুমি মোক উপহাৰ দিয়া ৰূপৰ টেমাটোতে ভৰাই তোমাক উপহাৰ দিলোঁ। তুমি মোৰ দেশসেৱাৰ কামত মোক অনুপ্ৰাণিত কৰি চিৰকাল মোৰ হাতত বন্ধ হৈ থাকি মোৰ লগে লগে থাকিবা। [৩]

কবিয়ে উল্লেখ কৰা মতে তাৰ কিছুদিনৰ পিছত ইন্দুমতীৰ কলিকতাস্থ কোনোবা জমিদাৰ পৰিয়ালত বিয়া হৈ যায় আৰু অতি অলপ দিনৰ ভিতৰতে তেওঁ বিধৱা

৩। পূৰ্বোক্ত গ্ৰন্থ

হৈ অকলশৰীয়া হৈ পৰে। এই দু খজনক ঘটনাই কবিক ব্যথিত কৰিছিল আৰু ইয়াৰ স্মৃতি তেওঁ ওৰে জীৱনত পাহৰিব পৰা নাছিল। ইন্দুমতীৰ স্মৃতিয়ে কবিৰ ভাব-সমুদ্ৰত তোলা আলোড়ন সম্পৰ্কে কবিয়ে লিখিছে

> এফালে এ পাব নোহোৱা আঙুলিটোৱে সঘনাই সোঁৱৰাই দিয়া তেওঁৰ স্মৃতিৰ সোঁত আৰু আনফালে দেশপ্ৰেমৰ প্ৰবল ধাৰে মোৰ মনক মোৰ অজ্ঞাতসাৰে কোনোবা সাগৰত পেলাইছিল। সেই ভাব-সাগৰত উটি-বুৰি লাভ কৰা অভিজ্ঞতাই 'তুমি আৰু 'বীণা কাব্যৰ প্ৰেৰণা। [৪]

ইন্দুমতীৰ স্মৃতিযেই যে 'তুমি কাব্যৰ উৎস সেই সম্পৰ্কে বাণীকান্ত কাকতিয়ে উল্লেখ কৰিছে

> It was here (Barpeta) in the recess provided by the internment that he brooded over his love adventures with his beloved Indumati and tried to recapture his reminiscences of her in his long symbolic poem Tumi (you) Couched in ten syllabled tripping lines the poem remains unsurpossed in delicate cadence and soft music In content Tumi is the poet s vision of the beautiful in sensuos and super sensuous images Just as the Italian girl Emila Viviani inspired Shelley to write his Epipsychidion so the non Assamese girl Indumati inspired Roychoudhury to take this flight through the realm of images [৫]

ব্যাপক অৰ্থত সকলো ৰোমাণ্টিক কবিয়েই প্ৰেমিক। ৰায়চৌধুৰীও এজন ৰোমাণ্টিক প্ৰেমিক কবি। প্ৰেমেই তেওঁৰ কবিমানস পৰিচালিত কৰিছে আজীৱন। তেওঁৰ প্ৰেম কেতিযাবা প্ৰকাশিত হৈছে দেহজ ৰূপত কেতিয়াবা প্ৰকাশিত হৈছে ইন্দ্ৰিয়াতীত ভগৱৎ প্ৰেমৰ ৰূপত আৰু কেতিযাবা ইয়াৰ প্ৰকাশ ঘটিছে স্বদেশ স্বজাতি আৰু মাতৃ-ভাষাৰ অনুৰাগৰ ৰূপত। এই কথা বিশেষ মন কৰিবলগীয়া যে ৰাযচৌধুৰীৰ নাৰীপ্ৰেম দেশপ্ৰেম ভগৱৎ-প্ৰেম পৰস্পৰৰ পৰা বিচ্ছিন্ন নহয় বৰং এটাৰ লগত আনটোৰ আছে এক নিবিড় সম্পৰ্ক। নাৰীপ্ৰেমৰ বঞ্চনাই যিদৰে কবিক কৰি তুলিছে ভগৱৎমুখী সেইদৰে কৰি তুলিছে দেশ জাতি আৰু ভাষা-অনুৰাগী।

কবিৰ কৈশোৰ-যৌৱনৰ সন্ধিক্ষণত সান্নিধ্যলৈ অহা ইন্দুমতী নামৰ সেই সুন্দৰী কিশোৰীৰ চঞ্চল প্ৰেমেই কবিৰ অন্তৰত প্ৰেমৰ যি অমোঘ বীজ ৰোপণ কৰি

৪। পূৰ্বোক্ত গ্ৰন্থ

৫। Journal of the University of Gauhati Vol XII No 1 (Arts) 1961

দিছিল সিযে পিছলৈ বিৰাট বিশাল অনন্ত আকাশৰ দৰে মুক্ত উদাৰ ভূমাস্পৃহালৈ ৰূপান্তৰিত হয়। সীমাৰ বন্ধন অতিক্ৰম কৰি কবিৰ প্ৰেমে যাত্ৰা কৰে অসীমলৈ। মানৱীযপ্ৰেমেই স্বৰ্গীযপ্ৰেম লাভৰ সোপান স্বৰূপ বুলি প্লেটোৱে কোৱা কথাষাৰ ৰাযচৌধুৰীৰ জীৱনতো আখৰে আখৰে প্ৰযোজ্য হয। কবিযে এফালে প্ৰেযসীৰ শৰীৰী অৱযবৰ অন্তৰালত অনন্ত সৌন্দৰ্যমণ্ডিত চিৰসুন্দৰৰ দিব্যৰূপৰ বিভূতি উপলব্ধি কৰিছে, আনহাতে দেশসেৱা আৰু জনসেৱাৰ মাজতেই ভগৱানক সেৱা কৰাৰ পৰমাৰ্থ বিচাৰি পাইছে। সেযে অসমীযা কাব্য-সাহিত্যত অম্বিকাগিৰীৰ প্ৰধান পৰিচয তেও এজন প্ৰেমিককবি। এই প্ৰেম নাৰীপ্ৰেম যাৰ উৰ্ধাযিত ৰূপ অতীন্দ্ৰিয় ভগৱৎপ্ৰেম আৰু দেশপ্ৰেম যাৰ লগত যুক্ত হৈ আছে— ভাষা জাতি আৰু মানৱপ্ৰেম। ৰায়চৌধুৰীৰ নাৰীপ্ৰেম তথা অতীন্দ্ৰিযপ্ৰেম অভিব্যক্ত হোৱা কাব্যকেইখন হ'ল— 'তুমি 'বীণা আৰু 'অনুভূতি। 'অনুভূতি'ত অন্তৰ্ভুক্ত কেইটামান কবিতা আৰু বাকীকেইখন কাব্য সংকলন স্বদেশপ্ৰেমমূলক।

অম্বিকাগিৰীৰ 'তুমি কাব্য ইন্দ্ৰিযাগ্ৰাহ্য আৰু ইন্দ্ৰিযাতীত সৌন্দৰ্যৰ ভাবানুষংগৰ সমাবেশেৰে সমুজ্জ্বল। সাতোটা অনুচ্ছেদত বিভক্ত 'তুমি কাব্যৰ শেষ কথা ভগৱতপ্ৰেমলৈ উৰ্ধ্বাযন। এই সম্পৰ্কে চন্দ্ৰপ্ৰসাদ শইকীযাই লিখিছে

> তুমি কাব্যত প্ৰথম দৃষ্টিত ইন্দ্ৰিযগ্ৰাহ্য প্ৰেমৰ কবিতা যেন লাগিলেও কবিযে অসাধাৰণ প্ৰতিভাৰ বলত তাক অতীন্দ্ৰিযভাবনাৰ স্তৰলৈকে সাৰ্থকভাৱে উন্নীত কৰিছে। [৬]

'তুমি কাব্যৰ প্ৰথম তৰংগত ডেকা কবিৰ অৱচেতন মনৰ সূক্ষ্ম সৌন্দৰ্যবোধ ফুটি উঠিছে। কবিতাৰ নিখুঁত ছন্দৰ তালে তালে বাসনাৰ ৰঙেৰে ৰঞ্জিত কবিৰ এক শৈল্পিক মনৰ ছবিও তাত স্পষ্ট

১। 'লাজৰ ৰাঙলী আভা গাভৰুৰ গোলাপী গালত
২। 'চুমাৰে উপচি উঠা লাহৰীৰ ৰঙচুৱা ওঠ
৩। 'ৰসৰ প্ৰতিমাখনি সুন্দৰীৰ ৰসাল বুকুত
৪। 'নিতম্বিনী সাদৰীৰ নিতম্বচুম্বিত চুলিকোছা
৫। 'নিটোল নিতম্বখনি খোজেপতি উঠা কঁপি কপি
৬। 'সুন্দৰীৰ ত্ৰিবলীত সাজি আছা সৌন্দৰ্যৰ বাঁহ

এনে অসংখ্য খণ্ডচিত্ৰৰ দ্বাৰা নিৰ্মিত প্ৰথম অনুচ্ছেদ নাৰীৰ দৈহিক সৌন্দৰ্যৰ এখনি নিখুঁত চিত্ৰালেখ্য। কবিৰ অন্তৰ্দৃষ্টিত নাৰীদেহৰ সৌন্দৰ্য বিভিন্ন উপমাৰে

---

৬। দাস যোগেশ (সম্পা°) অম্বিকাগিৰী ৰায়চৌধুৰী পাতনি

দ্যুতিময় আৰু ইংগিতময় হৈ উঠিছে। ছন্দৰ নিপুণ বিন্যাৰন্ত শব্দৰ ধ্বনিগুণৰ সহায়ত চিত্ৰ ৰচনাৰ দক্ষতাত্ত অম্বিকাগিৰীযে এক চিৰন্তন সৌন্দৰ্যপ্ৰতিমা সৃষ্টি কৰিছে। বিশেষকৈ নিসৰ্গৰ বিভিন্ন খণ্ডচিত্ৰৰ উপমাৰে ৰমণীৰূপ স্পষ্ট কৰি তোলাৰ প্ৰয়াস কৰাৰ বাবে এই নাৰী হৈ উঠিছে ৰহস্যময়ী। বাসনাৰ চঞ্চলতা কামনাৰ আকুলতা অৰূপ সৌন্দৰ্যানুৰাগত পৰিণত হৈছে। ৰহস্যাবৃত চিৰন্তন এই নাৰী সৌন্দৰ্যৰ মাজত কবিয়ে ঈশ্বৰৰ অধিষ্ঠান দেখা পাইছে ঃ

"সকলো তুমিযে নাথ।
জগতত দেখিছোঁ যিমান। [৭]

কবিৰ মুগ্ধ প্ৰাণৰ এই আসক্তিযেই ঈশ্বৰপ্ৰেম। কিযনো নৰ-নাৰীৰ প্ৰেমৰ পৰম উৰ্দ্ধায়নৰ শৈল্পিক প্ৰকাশেই বহু ক্ষেত্ৰত ঈশ্বৰপ্ৰেমত পৰিণত হয। 'তুমি'ত অভিব্যক্ত কবিৰ এই যি আসক্তি সেযা ঈশ্বৰৰ প্ৰতি আসক্তিহে গতিকেই কামনা বাসনা শূন্য। প্ৰেম সম্পৰ্কে অম্বিকাগিৰীৰ দৃষ্টিভংগী অতি স্বচ্ছ আৰু পবিত্ৰ। তেওঁৰ মতে প্ৰেম প্ৰেমেই। তাত কামনা নাথাকে। গতিকে তাৰ পৰিণামো নাথাকে। আত্মানন্দৰ নিবিড শান্তিযেই প্ৰেমৰ পৰিণাম। তাত কামনাৰ স্পৰ্শ ঘটিলেই তাৰ পৰিণাম নিৰানন্দৰ অশান্তিত ভৰি উঠে। [৮]

দ্বিতীয় অনুচ্ছেদত কবিযে তুমিৰূপী ঈশ্বৰৰ অভিব্যক্তি দেখা পাইছে চিৰন্তন মাতৃস্নেহৰ মাজত ভাই ভনীৰ অনাবিল সম্পৰ্কৰ মাজত পতি পত্নীৰ আন্তৰিক স্নেহৰ মাজত বন্দী বেঁটী সমন্বিতে আত্মীয় স্বজনৰ মংগলময় সম্পৰ্কৰ মাজত

১। জননীৰ অন্তৰত সাদৰী সজাই থোৱা প্ৰেম
২। 'আধাফুটা মাতখিনি দীপ্‌লিপ্ শুৱনি ল'ৰাৰ
৩। ভেমৰ ভনীটি মোৰ সুগন্ধি শেৱালি বিছনাৰ
৪। 'কৰুণা ৰঞ্জিত হিযা সমাজৰ পুৰুষ উদাৰ।

জগতৰ সকলো সম্পৰ্কৰ মাজত ঈশ্বৰৰ পৰশ বিদ্যমান। সকলোতে বিহাৰ কৰা বিচিত্ৰৰূপী ঈশ্বৰৰ প্ৰেমত কবিৰ অন্তৰ দগ্ধ

প্ৰণাম কৰিছো লোৱা
বিৰহ দগধ পৰাণেৰে। [৯]

'তুমি কাব্যৰ তৃতীয় অনুচ্ছেদত কবিয়ে প্ৰকৃতিৰ সকলো সৌন্দৰ্যৰ মাজতে ঈশ্বৰৰ অস্তিত্ব দেখা পাইছে। কবি অন্তৰৰ সৌন্দৰ্যই দাপোণত প্ৰতিবিম্বিত চিত্ৰৰ

৭। অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাবলী তুমি
৮। পূৰ্বোক্ত গ্ৰন্থ ৰাণীবিদ্যুৎ
৯। পূৰ্বোক্ত গ্ৰন্থ ঃ তুমি

দৰে উভতি আহি কবিৰ চকুত ধৰা দিছে। প্ৰকৃতি সকলো সৌন্দৰ্যৰ আধাৰ হ'লেও তাত মানুহৰ চেতনাৰ ৰং কল্পনা-পিয়াস আদি সুকুমাৰ হৃদয়বৃত্তিবোৰ সংযোজিত হ'লেহে সি প্ৰকৃততে জীৱন্ত আৰু ৰঙীন হৈ উঠে। অন্তৰৰ সৌন্দৰ্যৰ অবিহনে প্ৰকৃতি হয় নিৰস প্ৰাণহীন। ক'লৰীজে এইষাৰ কথাকে ব্যক্ত কৰিছে এইদৰে

O Lady! we receive but what we give
And in our life alone does Nature live
Ours is her wedding garment ours her shroud! [১]

প্ৰেমেই অম্বিকাগিৰীৰ কবিতাৰ মূল সুৰ সেয়ে প্ৰেমৰ ৰিক্ত বেদনাৰে কবিয়ে সমস্ত আকাশ-বতাহ গ্ৰহ-নক্ষত্ৰ নদী নিজৰা সকলোকে ৰঙাই তুলিছে আৰু সকলোতে প্ৰেয়সীৰ অস্তিত্ব অনুভৱ কৰিছে। আনহাতে মানৱীয় প্ৰেমৰ উৰ্ধ্বায়নেই যিহেতু ঈশ্বৰ প্ৰেম সেয়ে প্ৰকৃতিৰ সৌন্দৰ্যৰ মাজত অৱশেষত ঈশ্বৰৰ উপস্থিতিকেই কবিয়ে অনুভৱ কৰিছে

১। 'তুমি গাভৰু ফুলনিখনি
২। 'বিজুলীৰ হাহিখিনি
৩। 'আকাশৰ ৰামধনু
৪। প্ৰফুল্ল পথাৰখনি
৫। 'ৰসাল মেঘৰ শাৰী

এনে অসংখ্য প্ৰাকৃতিক উপাদানবোৰৰ মাজত কবিয়ে তুমিৰূপী ঈশ্বৰৰ বিভূতিকে দেখা পাইছে

সকলোতে তোমাৰেহে
দেখা পাওঁ মংগল মুখনি। [১১]

চতুৰ্থ অনুচ্ছেদত প্ৰকাশ পাইছে ঈশ্বৰৰ বিচিত্ৰলীলা। জগতৰ সকলো সুখ দুখ হাহি-কান্দোন ভঙা গঢ়াৰ গৰাকী হ'ল ঈশ্বৰ। তেৱেঁই 'নাই'ৰ মাজত তোলে 'আছে'ৰ পাতনি। প্ৰতিটো জীৱৰ অন্তৰতে অধিষ্ঠান কৰি তেওঁ পূৰ্ণ কৰে তেওঁৰ লীলা খেলা

তোমাৰ অনন্ত এই ক্ষেত্ৰ অভিনয়
খেলিছা কিমান খেলা প্ৰেম পুণ্যময়। [১২]

---

১। Batey Charles (Ed) Eight Poets Dejection An Ode Lines 47-49
১১। অম্বিকাগিৰী ৰায়চৌধুৰী তুমি
১২। পূৰ্বোক্ত গ্ৰন্থ

এই লীলাময়ৰ সামান্য ইংগিততেই 'সৰসী সুন্দৰী নাচে স্তব্ধ উলাহত। অনন্ত ৰহস্যেৰে আবৃত তেও আদি অন্তহীন তেওৰ করুণাতে জীৱন জাগি উঠে জগতজুৰি সৌন্দৰ্যই খেলা কৰে।

পঞ্চম অনুচ্ছেদত কবিৰ অনুভূতি ৰহস্যবাদৰ এক বিশেষ স্তৰলৈ উন্নীত হৈছে। কবিয়ে পৰমজনৰ আকুল সুৰ শুনি চমকি উঠিছে। সেই সুৰত তেওৰ মন প্ৰাণ থৌকি-বাথৌ হৈ পৰিছে। দেখা দিযো নিদিযা সেই সুন্দৰৰ ৰূপ কবিয়ে উপলব্ধি কৰিছে, কিন্তু একান্তভাৱে তেওক আপোন কৰি পোৱা নাই হৃদয মন্দিৰত

নিস্ফুঁট হাঁহিটি মাৰি
বহে আহি কাষে
পুনু আৰু কৰি মিঠা ভেম
টিপতে আঁতৰে। [১]

ৰবীন্দ্ৰনাথৰ মানসসুন্দৰী ৰূপী পৰমেশ্বৰেও দৰা দিয়ে, নিদিয়ে তেও অধৰা ৰহঁস্যমযী কবিৰ ভাষাত

কখন অজ্ঞাতে আসি ছুযে যাও প্ৰাণ
সকৌতুকে কৰি দাও হৃদয বিকল
অঞ্চল ধৰিতে গেলে পালাও চঞ্চল
কলকণ্ঠে হাসি। [১৪]

কবি অম্বিকাগিৰীযে এই কথা উপলব্ধি কৰিছে যে হৃদযত যেতিযালৈকে কামনাৰ লেশ থাকে তেতিযালৈকে পৰমজনক পোৱা নাযায। সম্পূৰ্ণ বিশুদ্ধ নিষ্কলুষ প্ৰেমৰ পাত্ৰ একমাত্ৰ ভগৱানহে হ'ব পাৰে নাৰী নহয — এই উপলব্ধিযে কবিক অনুপ্ৰাণিত কৰিছে ঈশ্বৰ সন্ধানী হ'বলৈ। তেওৰ প্ৰেমৰ ৰূপৰেখাৰো পৰিৱৰ্তন ঘটিছে এই সমযত। পূৰ্বতে কবিৰ যি প্ৰেম আছিল কামনা-বাসনাৰ অধীন সেই প্ৰেম এতিযা সকলো বাসনাৰ উৰ্দ্ধত

কামনাৰ তলতীযা
কামনাত মতলীযা
সেই প্ৰেম মহাপৰাধীন
ইন্দ্ৰিয়ভোগৰ। [১৫]

---

১৩। পূৰ্বোক্ত গ্ৰন্থ
১৪। ঠাকুৰ ৰবীন্দ্ৰনাথ সোনাৰতৰী মানসসুন্দৰী
১৫। অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী তুমি

ষষ্ঠ অনুচ্ছেদত আছে আত্মোপলব্ধিৰ পথনিৰ্দেশ তমিৰূপী ভগৱানৰ সৈতে মিলনৰ উপায় নিৰ্দেশ। অভিমান ক্ষুব্ধ অন্তৰেৰে অহং ভাব বিলোপনৰ অন্তত কবিয়ে ভগৱানক পোৱাৰ উপায় বিচাৰি পাইছে

নিজক বিলাই দিব
তাতেহে নিজক পাব
প্ৰাণৰ মাজত। [১৬]

ঈশ্বৰৰ বিৰহত কাতৰ আত্মাই এই কথা উপলব্ধি কৰিব পাৰিছে যে আত্মাক বাদ দি পৰমাত্মা তিষ্ঠি থাকিব নোৱাৰে। ঈশ্বৰৰ সৃষ্টিলীলা পূৰ্ণ কৰাৰ বাবেই জীৱকুল সৃষ্টিৰ প্ৰয়োজন তেওলোকক খেলাৰ লগৰী কৰাৰ প্ৰয়োজন। অকলে তেও লীলা কৰিব নোৱাৰে সেয়ে অকলে তেও অপূৰ্ণ। উপনিষদীয় এই ভাবধাৰাৰ লগত কবিৰ পৰিচয় আছিল নিবিড। এঠাইত তেও কৈছে মই প্ৰকাশ তুমি অপ্ৰকাশ। মই প্ৰকাশক আশ্ৰয় নকৰাকৈ তুমি প্ৰকাশ হ'ব নোৱাৰা। [১৭] দৰাচলতে ব্যক্তি জীৱনৰ মাজেৰেই স্ৰষ্টাৰ সমগ্ৰ সৃষ্টিয়েই আপোন মহিমাত দীপ্ত হৈ উঠে। ৰবীন্দ্ৰনাথৰ ভাষাত

তোমায় আমায় মিলন হ'লে
সকলি যায় খুলে
বিশ্বসাগৰ ঢেউ খেলায়ে
উঠে তখন দুলে। [১৮]

সৃষ্টিক বাদ দি স্ৰষ্টাৰ ৰূপ নিষ্প্ৰভ কাৰণ তাত নাথাকে তেওৰ কোনো আত্মচেতনা বা আত্মোপলব্ধি। সেয়ে অম্বিকাগিৰীয়ে কৈছে

মোৰ হৃদয়ৰ স'তে
মহাগাঁথনিৰে গঁথা
হৃদয় তোমাৰ
মোৰ অনুভূতি স'তে
আলোড়ি ঝংকাৰি উঠে
ব্ৰহ্মাণ্ডৰ তাঁৰ। [১৯]

---

১৬। পূৰ্বোক্ত গ্ৰন্থ
১৭। পূৰ্বোক্ত গ্ৰন্থ বাণীবিদ্যুৎ
১৮। ঠাকুৰ ৰবীন্দ্ৰনাথ গীতাঞ্জলি ১২০ নং গান
১৯। অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী তুমি

কবি উপলব্ধ সত্য এনে যে সৃষ্টিৰ সৈতে স্ৰষ্টাৰ আছে এক অবিচ্ছেদ্য প্ৰেমৰ সম্পৰ্ক। সীমাই বিচাৰে অসীমৰ মাজত বিচাৰি পাৰলৈ আপোন সত্তাৰ সাৰ্থকতা অসীমে বিচাৰে সীমাৰ মাজেৰে আত্মচেতনা আৰু আত্মানুভূতি। দুয়োৰে মাজত চলিছে এই অনাদি প্ৰেমৰ খেলা। শেষ বিচাৰত জীৱনৰ যিমান অভিজ্ঞতা যিমান অনুভূতি— সেযা আন একোৱেই নহয় সকলোখিনি সেই অসীম অৰূপৰ আত্মপ্ৰকাশৰ ৰূপ লীলা মাথোন।

সপ্তম অনুচ্ছেদত কবি আত্মাৰ ঘটিছে মহা উজ্জীৱন। সকলো আকৰ্ষণ সকলো বন্ধনৰ উৰ্ধ্বত অৱস্থিত আত্মা এতিয়া মুক্ত

'তাহানিৰে গাঁথি দিয়া বান্ধ
ভাঙি ছিঙি পাতি থোৱা ফান্দ
সেই মোৰ সাধনাৰ গান
কোনে আজি খুলিছে। [২]

চৌদিশে কবিয়ে শুনিছে কেৱল অনন্ত মহামিলনৰ গান। কবিৰ সাধনাৰ এই সোণালী ক্ষণত তেও যোগ দিছে এই মহামিলনৰ মহা উৎসৱত। সীমা অসীমৰ এই আনন্দমেলাত ক্ষুদ্ৰ প্ৰাণক বিৰাট বিশাল অনন্তই সামৰি লয়।

'তুমি এক অবিস্মৰণীয প্ৰেমৰ কাব্য। এই প্ৰেম মানৱীপ্ৰেমৰ পৰম উধ্বাযিত ৰূপ। মানৱীপ্ৰেমৰ মাজেৰে ঈশ্বৰপ্ৰেমৰ স্বৰূপ উপলব্ধিৰ দৃষ্টান্ত জগতত বিৰল নহয। পতিতাৰ ৰূপমুগ্ধ ব্ৰাহ্মণ সন্তান 'বিল্বমংগলে নাৰী সৌন্দৰ্যৰ সোপান পাৰ হৈযেই লাভ কৰিছিল ভুৱনমোহন কৃষ্ণপ্ৰেমৰ অনাবিল মাধুৰ্য। চণ্ডীদাসে ৰজকিনী ৰমণীৰ শাৰীৰিক ৰূপ-লাৱণ্যৰ অন্তৰালত বৈ থকা বাসনাহীন প্ৰেমৰ সুৰভি উপলব্ধি কৰিছিল। মহাকবি ডাণ্টেই বিয়েট্ৰিছ নামৰ ন বছৰীযা এগৰাকী কিশোৰীৰ প্ৰেমত পৰি তাৰ জৰিযতেই ভূমানন্দ লাভ কৰিবলৈ সক্ষম হৈছিল। ৰাযচৌধুৰীযেও যৌৱনৰ আদিম পুৱাতে লগ পোৱা কিশোৰী ইন্দুমতীৰ মানৱীপ্ৰেমৰ মাজেদিযেই ভগৱৎ প্ৰেম উপলব্ধি কৰিবলৈ সমৰ্থ হৈছে। 'তুমি কাব্যৰ ভূমিকাত কবিযে এই কথা নিজেই স্বীকাৰ কৰিছে। তেও কৈছে

> বিশৃংখল গতিত গৈ থকা জীৱনৰ প্ৰথম ভাগৰ উদ্ভ্ৰান্ত প্ৰেমটোৱেই শেষত সমজাতীয সহানুভূতি আৰু অনুভূতিৰ ভিতৰেদি প্ৰকৃতিৰ উদাৰ সৌন্দৰ্য অতিক্ৰম কৰি বিৰহ অভিমান আদি নানা অৱস্থাৰ মাজেদি সকলোবিলাক আসক্তিৰ হাত এৰাই অনন্তৰ লগত সান মিহলি হৈ পৰে। [২১]

---

২ । পূৰ্বোক্ত গ্ৰন্থ
২১। পূৰ্বোক্ত গ্ৰন্থ 'তুমি'ৰ পাতনি

আপোনজনক হেৰুওৱা প্ৰেমিকৰ বিৰহদগ্ধ অন্তৰৰ একান্ত প্ৰয়াস হ'ল— তেওঁৰ অন্তৰ্বেদনাক চিৰন্তন কৰি ৰখাটো। মমতাজ-বিৰহী সম্ৰাট ছাহজাহানে তেওঁৰ অন্তৰ নিগৰা উপলব্ধিৰে গঢ়ি তুলিছিল অমৰ শিল্প তাজমহল। তাৰ পিছত কালপ্ৰবাহৰ অনন্তগতিত তেও আৰু তেওঁৰ সাম্ৰাজ্য নিশ্চিহ্ন হৈ গ'ল কিন্তু তেওঁৰ তাজমহলে দেশকালৰ সীমা উত্তীৰ্ণ হৈ শিল্পৰূপে তেওঁৰ মৰ্মবেদনাক চিৰন্তন কৰি ৰাখিলে। যুগ যুগ ধৰি তাৰ মাজত ধ্বনিত হৈ আছে চিৰবিৰহীৰ মৰ্মবাণী কবিগুৰুৰ ভাষাত

'যুগ যুগান্তৰে
কহিতেছে একেস্বৰে
চিৰবিৰহীৰ বাণী নিয়া
ভুলি নাই ভুলি নাই ভুলি নাই প্ৰিয়া।"[২২]

'তুমি কাব্যৰ পৰিপূৰক 'বীণা নামৰ কাব্য সংকলনতো কবি ৰায়চৌধুৰীৰ প্ৰিয়া বিৰহত আকুলপ্ৰাণৰ প্ৰতিফলন দেখা যায়। কবি আজি নাই তথাপি 'বীণা'ৰ খণ্ড কবিতাবোৰে যেন কবিৰ বিৰহী অন্তৰৰ মৰ্মবেদনাখিনিক যুগ যুগ ধৰি ঘোষণা কৰি আছে— ছাহজাহানৰ প্ৰেমৰ প্ৰতীক তাজমহলৰ দৰেই। 'বীণা'ৰ খণ্ড কবিতাবোৰৰ মাজেৰে কবিৰ মানস প্ৰকৃতিৰ কথা তেও অকপটে নিবেদন কৰিছে। যি নাৰীয়ে তেওঁৰ চেতনাৰ নিভৃত গভীৰত বিৰহৰ বন্তিশিখা জ্বলাই ৰাখিছে, সেই নাৰীয়েই সাধনাৰ দেৱীৰূপে ধ্যানৰ প্ৰতিমাৰূপে তেওঁৰ সৰ্বদেহ মনত থিতাপি লৈছে।

তদুপৰি ৰোমাণ্টিক কবিমানসত সৌন্দৰ্যৰ আকৰ্ষণো কম প্ৰবল নহয়। মৰণশীল জীৱন আৰু যন্ত্ৰণাদীৰ্ণ জড়জগতৰ সীমা অতিক্ৰম কৰি এক শাশ্বত সুন্দৰ আলোক উজ্জ্বল জগতৰ প্ৰতি সততে দৃষ্টি ৰাখিছিল ৰোমাণ্টিক কবিসকলে। সুন্দৰৰ প্ৰতি তেওলোকৰ আছিল প্ৰবল প্ৰেম সুন্দৰেই আছিল পৰমাৰাধ্য। সুন্দৰ প্ৰতিভাত হৈছিল সত্যৰূপে নিৰন্তৰ আনন্দৰ উৎসৰূপে। সুন্দৰৰ আৰাধনাৰ তীব্ৰ আকূতি পৰিলক্ষিত হয় ৰায়চৌধুৰীৰ কবিতাত। নাৰী আৰু প্ৰকৃতি সেই সুন্দৰৰ প্ৰকৃষ্ট আধাৰ।

মুঠতে সুখ দুখ বিৰহ মিলনেৰে পূৰ্ণ ভালপোৱা আৰু অবাৰিত সৌন্দৰ্যৰ নিৰুদ্দেশ আকাংক্ষা— এই দুইৰ অভিঘাতত সৃষ্টি হৈছে— 'তুমি আৰু 'বীণা কাব্য। 'বীণা'ত সৰু-বৰ এশ অষ্টাশীটা খণ্ড কবিতাই স্থান পাইছে। এইবোৰৰ মাজেৰে কবিৰ অন্তৰ্বেদনা অতীত ঘটনা প্ৰেয়সীৰ ছলনা প্ৰত্যাখ্যান অভিমান প্ৰেয়সীৰ সান্নিধ্যৰ অম্লমধুৰ স্মৃতিচাৰণ প্ৰকাশিত হৈছে। 'বীণা'ৰ সামগ্ৰিকতাৰ

২২। ঠাকুৰ ৰবীন্দ্ৰনাথ বলাকা ৭ ন কবিতা

মাজত এগৰাকী অভিমানিনী নাৰীৰ চিত্ৰ নিখুঁতভাৱে ৰূপায়িত হৈছে, প্ৰতিটো কবিতাত কবিৰ যৌৱনোচ্ছল প্ৰেমৰ বিভিন্ন অৱস্থাৰ ভাবাবেগ আৰু নানা ঘাত প্ৰতিঘাত চিত্ৰিত হৈছে। প্ৰেয়সীৰ নেতিবাচক অৱস্থানে কেতিযাবা কবিক অশান্ত অনুতপ্ত আৰু উত্তেজিত কৰি তুলিছে। এনে ক্ষেত্ৰত কবিৰ ভাব আৰু ভাষা অধিক তেজাল হৈ পৰিছে। মানৱীপ্ৰিযাক আগত ৰাখি এইদৰে প্ৰেমৰ বিভিন্ন অৱস্থাৰ অভিপ্ৰকাশ ঘটিলেও 'বীণা কাব্যৰ মূল সুৰ অতীন্দ্ৰিয প্ৰেমৰ স্বৰূপ আধ্যাত্মিক। সেইবাবে বিভিন্ন কবিতাত ব্যক্ত হোৱা কবিৰ বিৰহো আধ্যাত্মিক বিৰহহে। এই সম্পৰ্কে মহেন্দ্ৰ বৰাই ি ছে

> যদিও ব্যক্তিগত প্ৰেমৰ পোহৰ পৰি তেওৰ হৃদয আকাশৰ ভিতৰত বিচৰণ কৰি ফুৰা এছাটি শুকুলা ডাৱৰ এনেকৈ সাতৰঙী ৰামধনু হৈ জিলিকি উঠিছে, তথাপি বীণা দৰাচলতে এটি আকাশমুৱা আত্মাৰ গভীৰ হুমুনিযাহ। শ্যেলীৰ Epipsychidion ত যেনেকৈ এমেলিযা ভিৰিযানি নামৰ এজনী ইটালী দেশীয ছোৱালীযে তেওক শুভ্ৰ নিখিলৰ দেশলে উৰুৱাই লৈ গৈছে—
>
> veiling beneath radiant form of woman
> high and love and immortality
>
> ঠিক তেনেকৈযে ইন্দুমতীৰ প্ৰেমে আমাৰ কবিকো উৰুৱাই নিছে, অন্য এখন মোহময সুন্দৰৰ দেশলৈ। [২৩]

যাৰ বাবে কবিৰ এই বিৰহ তেওক কবিযে সখী নাথ প্ৰিযতমা সুন্দৰী বিশ্বনাথ অন্তৰ্যামী আদি সম্বোধনেৰে সম্বোধিত কৰিছে

১। মোৰ সখীৰ হাহিৰ একেটি কণিকা (যাম)
২। 'তথাপিতো মোৰ নাথ (মোৰ শক্তি)
৩। বিশ্বনাথ। অহংকাৰ ইমানে তোমাৰ? (ঘোষণা কৰিলো ৰণ)
৪। 'কচোন সঠিক বাৰু হেৰ প্ৰাণ নাথ। (নিচেই কঠুৱা চিত)

কবিৰ উদ্‌ভ্ৰান্ত যৌৱনে এদিন আঁকোৱালি ল'ব বিচাৰিছিল মোহমযী প্ৰেযসীৰ দেহ লাৱণ্যক অথচ বাস্তৱত সেযা সম্ভৱ হৈ নুঠাৰ বাবে সেই প্ৰেয়সীযেই এদিন কবিৰ অন্তৰ্লোক আলোড়িত কৰি উদ্ভাসিত হ'ল মানসীৰূপত। কবিযে সেই মানসীক ধ্যান কৰিলে দেৱীৰূপে জীৱন দেৱতাৰূপে। তেওৰ জীৱনতৃষ্ণাৰ সলনি হ'ল জীৱনসৰ্বস্ব সুন্দৰীক তেও পাব বিচাৰিলে ক্ষণিকৰ বাবে— ছঁয়ামযাৰূপেৰে

২৩। নেওগ হাৰপ্ৰসাদ (সম্পা॰) অম্বিকাগিৰী ৰায়চৌধুৰী স্মৃতিগ্ৰন্থ মহেন্দ্ৰ বৰাৰ প্ৰবন্ধ— ৰায়চৌধুৰীৰ বীণা

গোটেই মুখনি তোৰ নালাগে দেখাব।
গোটেই মাধুৰীখিনি নালাগে ফুলাব।
*** *** *** *** *** ***
আধাফুটা সুৰে তুমি মিলনৰ গান
গোৱা যদি তাতে মোৰ পমিব পৰাণ।"[২৪]

কিন্তু ছলনাময়ী নাৰী অভিমানিনী প্ৰেয়সীয়ে কবিক বিৰহৰ অতল সমুদ্ৰত পেলাই দি দূৰতে থাকে শোকে-তাপে-বিৰহে দগ্ধ কৰা কবিৰ ভাগ্যক লৈ যেন এক নিঠুৰ খেলাহে খেলে। কেতিয়াবা কবি ক্ষুব্ধ হৈ উঠে কেতিয়াবা আত্ম-অভিমানেৰে পৰিপূৰ্ণ হৈ উঠে তেওঁৰ অন্তৰ। কিন্তু এই অভিমান প্ৰেমৰ বিচিত্ৰ পৰিক্ৰমাত ৰহস্যময় গতিধাৰাত সঞ্চাৰিভাৱৰ দৰে ক্ষন্তেকতে অন্তৰ্হিত হৈ যোৱা এটি অনুভূতিহে। সেয়ে অভিমান কৰি বহি থাকিলেও তেওঁৰ সমগ্ৰ অস্তিত্ব জুৰি বিয়পি থাকে প্ৰেয়সীৰ অবিস্মৰণীয় সত্তা প্ৰেয়সীৰ পদধ্বনিৰ প্ৰতীক্ষাত তেওঁৰ হৃদয় দুৱাৰ থাকে উন্মুক্ত। অভিমান পাহৰি গৈ কবিয়ে আকুল হৃদয়েৰে মাতে

"আহা আহা সখি এই সময়ত।
বৰ সুখ পাবা তোমাৰ মনত।"[২৫]

প্ৰেমৰ প্ৰভাৱত কবিৰ চিত্তবৃত্তিৰ ক্ষণে ক্ষণে হোৱা পৰিবৰ্তনসমূহৰ নিপুণ বিশ্লেষণ কবিয়ে দাঙি ধৰিছে। প্ৰেমেই আছিল কবিৰ জীৱনসৰ্বস্ব। অপৰিত্যাজ্য প্ৰেমৰ আকৰ্ষণে তেওঁৰ জীৱনত দু খৰ অগ্নিশিখা জ্বলাই দিছে। সেয়ে বিৰহ-দগ্ধ কবিয়ে চণ্ডীদাসৰ দৰেই আক্ষেপ কৰি কৈছে

"তোমাৰ প্ৰেমৰ কাৰণে কান্দি কান্দি মই
কলিজা কৰিলোঁ ক'লা।"[২৬]

'বীণা' কাব্যৰ গান আৰু গীতি কবিতাবোৰৰ মাজেৰে প্ৰেমৰ আকৃতি বিচ্ছেদৰ বেদনা হা-হুমুনিয়াহ, আক্ষেপ আদি ভাবানুভূতি প্ৰকাশিত হ'লেও এইবোৰ কোনো উতনুৱা কবিৰ তৰল প্ৰেমৰ বহিৰ্প্ৰকাশ নহয়। মানৱীয় প্ৰেমেই 'বীণা' কাব্যত অধ্যাত্মৰসব্যঞ্জনা আৰু অতীন্দ্ৰিয়মিলনৰ দিব্যানুভূতিৰ মাজেৰে লোকত্তোৰতাৰ ইংগিতবাহী হৈ উঠিছে। তাৰ লগতে কবিৰ দুৰ্জয় আত্মবিশ্বাস, প্ৰাণাৱেগ সাধনাৰ দীপ্তি, অপৰিসীম উৎকণ্ঠাৰ যন্ত্ৰণাময় আকৃতি দুঃসহ কৃচ্ছ্ৰসাধন আৰু কল্পনাৰ অসামান্যতা সংযোজিত হৈছে। সাধনাৰ দ্বাৰা নিৰ্মল আত্মবিকাশৰ বাবে কবিয়ে

---

২৪। অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী : বীণা: আলপনা
২৫। পূৰ্বোক্ত গ্ৰন্থ : আহা, আহা, সখি
২৬। পূৰ্বোক্ত গ্ৰন্থ : কিয়

ইন্দ্ৰিয়ৰ সকলো অতিক্ৰম কৰিবলৈ সমৰ্থ হৈছে। সেয়ে 'তুমি' কাব্যৰ দৰেই ইয়াতো আপাত ইন্দ্ৰিয়গ্ৰাহ্য ভাবৰ ছিটিকনি দুই-এটি কবিতাৰ বহিৰাভৰণত আহি পৰিলেও সামগ্ৰিক বিচাৰত এই কাব্যখনো অধ্যাত্ম-ভাবব্যঞ্জনাময় কাব্য। এই সম্পৰ্কত সত্যেন্দ্ৰনাথ শৰ্মাৰ এষাৰ উক্তি প্ৰণিধানযোগ্য। তেও কৈছে

> বীণা কাব্য বিৰহ আৰু অসন্তুষ্টিৰ কাব্য। এই অসন্তুষ্টি আধ্যাত্মিক অসন্তুষ্টি আৰু এই আকাংক্ষা The desire of the moth for the star ৰূপ তৃষ্ণা চিৰসুন্দৰৰ। [২৭]

'বীণা' কাব্যৰ উছৰ্গাপত্ৰত এই কথা কবিয়ে নিজেও উল্লেখ কৰিছে— 'আকাশতকৈও উদাৰ আলোকতকৈও উজ্জ্বল প্ৰেমতকৈও পবিত্ৰ ভক্তিতকৈও কোমল তত্ত্বতকৈও গভীৰ যি সুন্দৰীৰ সৌন্দৰ্যত মোৰ অন্তৰ্জগত সদায় উদ্ভাসিত হৈ আছে, সেই চেনেহী সাদৰীৰ শ্ৰীচৰণত মোৰ পূজাৰ এই প্ৰীতিভৰা অঞ্জলি।' [২৮] স্পষ্টত ইযাত কবিয়ে তেওঁ মানবীপ্ৰিয়াক অৰূপ-ৰূপৰ অধিকাৰিণী দেৱীৰূপে কল্পনা কৰি সেই দেৱীমূৰ্তিৰ চৰণতলত বহি একান্ত সেৱক আৰু নৈষ্ঠিক পূজাৰীৰ দৰে অৰ্ঘ্যদান কৰিছে।

'অনুভূতি' নামৰ কাব্য সংকলনখনিত মুঠ তিনিকুৰি এটা কবিতা সন্নিবিষ্ট কৰা হৈছে। তাৰে কেইটামান কবিতা স্বদেশপ্ৰেমমূলক আৰু বাকীখিনি ভগবৎ প্ৰেমমূলক। 'অনুভূতি'ত ঠাই পোৱা কেইটামান কবিতা ইতিমধ্যে 'বীণা' কাব্যত সন্নিবিষ্ট হৈ প্ৰকাশ পাইছে। 'তুমি' আৰু 'বীণা' কাব্যৰ নৈৰ্ব্যক্তিক নাৰীজনীয়েই ইযাতো ভুমুকি মাৰিছে, তেৱেঁই কবিৰ অন্তৰ্লোক আলোকিত কৰি তুলিছে। তাৰেই পোহৰত কবিয়ে দেখা পাইছে অৰূপ সুন্দৰৰ ভুবনমোহিনীৰূপ। তেওৰ প্ৰেমৰ পৰিৱৰ্তিত দৃষ্টিভংগীৰ কথা 'বাণী বিদ্যুৎ'ত কবিয়ে লিখিছে

> তোমাৰ ৰূপৰ দাহিকা-ছাটি লাগি মোৰ দুচকু অন্ধ হৈ গ'ল— তাৰ সলনি ভিতৰত এযোৰ অনিৰ্বাপিত চকু উজলি উঠিল। সেই চকুবুৰিত তোমাৰ ৰূপৰ দাহিকাটো লুপ্ত হৈ এটা শান্তিময ৰূপ ধাৰণ কৰিলে— তাৰেই মই প্ৰতিযা স্নিগ্ধ শান্তিময তোমাৰ ৰূপসাগৰত নিমগ্ন হৈ আছোঁ।" [২৯]

'অনুভূতি'ত এই নৈৰ্ব্যক্তিক নাৰী 'ৰাণী'ৰূপে আবিৰ্ভূতা। কবিয়ে তেওৰ হিয়াৰ সমস্ত আক্ষেপ আকুলতা আৰু অভিমান উজাৰি দিছে ৰাণীৰ প্ৰতি। তেওঁৰ বহুকেইটা কবিতাত এক বা একাধিকবাৰ 'ৰাণী' শব্দটোৰ উল্লেখ আছে।

২৭। অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী পাতনি
২৮। পূৰ্বোক্ত গ্ৰন্থ বীণা উছৰ্গা পত্ৰ।
২৯। পূৰ্বোক্ত গ্ৰন্থ বাণীবিদ্যুৎ

১। 'ৰাণী মোৰ যে বুকুৰ জুই ৰঙা এই/চুমাৰ জবাফুল (সমীধান)
২। ৰাণীৰ বুকুত বেল-বকুলৰ গোন্ধ ((পোৱাৰ আভাস)
৩। 'ৰাণীৰ ওঁঠত ফটিকা এটুপি দি (তন্দ্ৰাভঙ্গ)
৪। 'ৰাণীয়ে আহিব নামি উৰ্মিমালা/সতে খেলি-খেলি (বিশ্বদোলন)
৫। 'ৰাণীৰ ওঠৰ ফালে মোৰ ওঁঠ খুলি (আদ্যন্তহীন চুমাভিযান)

অনামী নৈৰ্ব্যক্তিক তুমিয়েই 'অনুভূতি'ৰ এই কবিতাবোৰত উল্লিখিত ৰাণী। কবি-সমালোচক বীৰেশ্বৰ বৰুৱাৰ মতে 'ৰাণী' শব্দটো কবিয়ে অতি সচেতনভাৱেই প্ৰয়োগ কৰিছে। তেওঁৰ মতে -

ৰাণী যিকোনো মোহময়ী নাৰীৰ প্ৰতীক। ৰাণীৰ ঠাইত আন শব্দ বা নাম ব্যৱহাৰ কৰি চাব পাৰি কিন্তু সম্পূৰ্ণ dimension পোৱা নাযাব। [৩০]

'ৰাণীক সম্বোধন কৰি লিখা 'অনুভূতি'ৰ কবিতাকেইটা ভাব আৰু কাব্যগুণৰ ফালৰ পৰা চিৰউন্নত। কেইটামান কবিতাত কবিয়ে ৰাণীৰ চুমাৰ পৰশ পাবলৈ ব্যাকুল। প্ৰেমৰ এই দুৰ্দমনীয় আকাংক্ষা চিৰস্থায়ী হৈ ৰয় তেতিয়া যেতিয়া প্ৰেমিক-প্ৰেমিকাৰ মাজত থাকে অলপ দূৰত্ব নহয় দৈহিক মিলন। কবি কীটছৰ Ode on a Grecian Urn'ত কল্পনা কুঁৱৰীৰ ৰহস্যময় এক চিৰন্তন প্ৰেমৰ ছবি পোৱা যায়। কবিতাটোত এহাল ডেকা গাভৰুৰ প্ৰণয় আকুল অৱস্থাৰ বৰ্ণনা কৰা হৈছে। গাভৰুৰ অধৰত এটি মৰমৰ চিন আঁকি দিবলৈ আগ্ৰহেৰে আগবাঢ়ি গৈ থকা যুৱকজনৰ লগত যুৱতীগৰাকীৰ কোনো দিনেই কায়িক মিলন নহ'ব তথাপি তেওঁলোকৰ প্ৰেম চিৰন্তন হৈ ৰ'ব। কবিয়ে প্ৰেমিকক উদ্দেশ্যি কৈছে

হে সাহসী প্ৰেমিক তুমি কোনো দিনেই চুম্বন কৰিবলৈ নাপাবা। তথাপি ইয়াত বেজাৰ পাবলগীয়া একো নাই। কাৰণ এই কথা নিশ্চিত যে হাজাৰ বছৰৰ পিছতো ডেকাজন গাভৰুৰ পৰা সিমানখিনি দূৰতে থাকিব গাভৰুৰ প্ৰতি ডেকাৰ অন্তৰত সিমানখিনি মৰমেই অটুট থাকিব আৰু গাভৰুজনী সদায়ে সিমানখিনি গাভৰু হৈ থাকিব আৰু ডেকাজনো সদায় একেদৰেই ডেকা হৈ থাকিব। [৩১]

---

৩০। গোস্বামী, কুমুদ (সম্পা°) প্ৰকাশ জানুৱাৰী ফেব্ৰুৱাৰী সংখ্যা

৩১। Bold lover never never canst thou kiss
Though winning near the goal yet do not grieve
She can not fade, though thou hast not thy bliss
For ever wilt thou love and she be fair
(Forman, H.B (Ed.) The Poetical Works of John Keats Ode On a Grecian Urn, Lines 17 20

এই প্ৰণয় আকলুৱা ডেকা গাভৰুহালৰ কাৰণে জৰাও নাই মৰণো নাই।

কবি ৰায়চৌধুৰীয়ে 'আদ্যন্তহীন চুমাভিমান কবিতাটিত এই অধৰা প্ৰেমৰেই চিৰন্তন ৰূপ বৰ্ণনা কৰিছে। কবিৰ অতৃপ্ত তৃষ্ণাই ৰাণীৰ ওঠত চুমা দিবলৈ আগবাঢ়িছে, ৰাণীৰ ওঠযুৰিও 'তল্‌মল্ বিস্ফাৰিত হৈছে। ঠিক এই মুহূৰ্ততে সমগ্ৰ পৃথিৱীয়ে বৰণ সলাইছে, সমগ্ৰ সৃষ্টিক অন্ধকাৰে আৱৰি ধৰিছে। দুটি নৰ-নাৰী অতৃপ্ত কামনা লৈ ৰৈ আছে। অনুপম দক্ষতাৰে কবিয়ে এই স্তব্ধ মুহূৰ্তটোক চিৰকালৰ বাবে বান্ধি ৰাখিছে মাত্ৰ চাৰিটা পংক্তিৰ মাজত

বিনদ বিচিত্ৰ সৃষ্টিধাৰা ঢাকি ধৰি
দশোদিশ আন্ধাৰত পমি গ'ল।
খন্তেকতে নাই নুই হ'ল সৃষ্টিখন
ৰাণী আৰু মই মাত্ৰ ৰ'লো দুইজন। [৩২]

প্ৰেমৰ নিবিড় মুহূৰ্তৰ এনে এটি চিত্ৰ পোৱা যায় ৰবীন্দ্ৰনাথৰ প্ৰথম চুম্বন নামৰ কবিতাটিত

স্তব্ধ হ'ল দশদিশ নত কৰি আখি
বন্ধ কৰি দিল গান যত ছিল পাখি।
*** *** *** *** *** ***
অনন্ত নক্ষত্ৰলোক উঠিল শিহৰি
আমাদেৰ চক্ষে এলো অশ্ৰুজল ভৰি। [৩৩]

অম্বিকাগিৰীৰ কবিতাটিৰ শেষৰ ফালে চুম্বন প্ৰয়াসী কবি আগবাঢ়ি গৈ আছে ৰাণীৰ ফালে ৰাণীয়ে ধৰা দিয়া নিদিয়াকৈ সমান দূৰত্বৰ ব্যৱধান ৰাখি মাথোঁ গৈ আছে

'ইদৰে অনন্তকাল ওঠ যুৰি মোৰ
চুমালৈ ৰাণীক খেদিছে- নাই ওৰ। [৩৪]

মিলন পিয়াসী দুটি ওঠৰ ব্যৱধানৰ এই ছবি প্ৰেমৰ চিৰন্তন আকুলতাৰেই প্ৰতীক এই ছবি অক্ষয় অম্লান।

'সুৰদৌত্য নামৰ আন এটি কবিতাত কবিয়ে 'সুনীল সিপাৰ'ত বহি থকা কবিৰ বাবেই বাট চাই গীত গাই থকা বেথাবিহ্বল প্ৰিয়াৰ বিৰহত ম্লান হৈ পৰা

৩২। অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলীঃ অনুভূতি আদ্যন্তহীন চুমাভিমান
৩৩। ৰবীন্দ্ৰ ৰচনাৱলী (৩য় খণ্ড' সুলভ সং) চৈতালী প্ৰথম চুম্বন
৩৪। অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী পূৰ্বোক্ত কবিতা

প্ৰিয়াৰ ছবি আঁকিছে। বিৰহ-কাতৰ প্ৰিয়াৰ এই ম্লান ছবিটিয়ে পাঠকৰ মনত পেলাই দিয়ে 'মেঘদূত'ৰ এটি শ্লোকলৈ, য'ত মলিন বসন পৰিহিতা যক্ষপ্ৰিয়াই কোলাৰ ওপৰত বীণখনি লৈ তেওঁৰেই গীত গাইছে ঃ

'উৎসঙ্গে বা মলিন বসনে সৌম্য নিক্ষিপ্য বীণাং
সদগোত্ৰাংকং বিৰচিত পদং গেয়মুদ্গাতুকামা।"[৩৫]

মেঘদূত'ত যক্ষই মেঘকে দূত কৰি পঠাইছে, 'সুৰদৌত্য'ত কবিয়ে 'সুৰ'কেই অৰূপৰূপৰ সৈতে বাৰ্তা বিনিময়ৰ বাবে দৌত কৰ্মত নিয়োগ কৰিছে। মেঘদূত'ৰ বিৰহ যিদৰে চিৰন্তন বিৰহৰ প্ৰতীক 'অনুভূতি' কাব্যৰ কবিৰ ৰাণী-বিৰহ সেইদৰে অনন্ত প্ৰতীক্ষা আৰু চিৰবিৰহৰেই প্ৰতীক। প্ৰতীক্ষা আৰু বিৰহৰ মাজতেই কবিয়ে অপাৰ শান্তি লভিবলৈ বাঞ্ছা কৰিছে

সেই ৰূপ চাই শতজনমৰ
যাতনা জুৰাই লভিম কাল।"[৩৬]

'তন্দ্ৰাভঙ্গ' কবিতাটিত প্ৰথমতে কবিয়ে মদিৰাসক্তৰ দৰে ৰাণীৰ শৰীৰী ৰূপটোকে দেখিছিল কবিয়ে দেখা এই ৰূপ আছিল অসম্পূৰ্ণ খণ্ডিত। শেষত উপভোগ বাসনাৰ বাগী আঁতৰি যোৱাত ৰাণীৰ পূৰ্ণ দিব্যমূৰ্তি ফুটি উঠিছে কবিৰ সন্মুখত। কবিয়ে সেই দেৱীমূৰ্তিৰ চৰণ তলতে ওঁঠৰ মদিৰাৰ পৰিবৰ্তে অমৃতৰ পৰশ পাইছে

'ইবাৰ ওঁঠত নহয় পদত
অমৰ সুধা পিলোঁ। [৩৭]

কবিৰ এই চিন্তা জয়দেৱৰ গীতগোবিন্দ কাব্যৰ এটি শ্লোকৰ সমাৰ্থক বুলি অনুভৱ কৰিব পাৰি। শ্লোকটি হ'ল

"স্মৰগৰলখণ্ডনং মমশিৰসি মণ্ডনম্
দেহি পদপল্লৱ মুদাৰম্।"[৩৮]

'বিশ্বদোলন' নামৰ ৰহস্যবাদী ভাবধাৰা বিশিষ্ট কবিতাটিত কবিয়ে ৰাণীৰ লগত এক কাল্পনিক দোলনাত বহি দুলিবলৈ ইচ্ছা কৰিছে

---

৩৫। মেঘদূত উত্তৰমেঘ-৮১।
৩৬। অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী ঃ অনুভূতি- সুৰ'দৌত্য
৩৭। পূৰ্বোক্ত গ্ৰন্থ ঃ তন্দ্ৰাভঙ্গ
৩৮। গীতগোবিন্দ ১/৮।

'বহি বহি দোলনাত জগাই পুলক
মোৰ স'তে মুখামুখিকৈ
ৰ'ম দুয়ো বাক ভাষ্‌হীন নিষ্পলক
মিলনাশ্ৰু উথলিব বৈ। [৩৯]

ৰবীন্দ্ৰনাথ ঠাকুৰেও এনেকুৱা এখন দোলনাত বহি মৰণ খেলা খেলিবলৈ ইচ্ছুক হৈছিল। 'ঝুলন নামৰ কবিতাত ৰবীন্দ্ৰনাথে লিখিছে

'মৰণদোলায় ধৰি ৰশি গাছি
বসিব দুজনে বড়ো কাছা কাছি।
*** *** *** *** *** ***
প্ৰাণেৰ আমাতে মুখো মুখি আজ
চিনি লব দোঁহে ছাড়ি ভয় লাজ
বক্ষে বক্ষে পৰশিব দোঁহে
ভাবে বিভোল। [৪]

বেদনা আৰু বিৰহে মানুহক পূৰ্ণতা দিয়ে। বিৰহৰ অগ্নি-দহনৰ ফলতেই মেঘদূত জগতৰ শ্ৰেষ্ঠ প্ৰেমকাব্য বেদনা-বিধুৰতাৰ বাবেই 'উত্তৰৰামচৰিত'ৰ আবেদন চিৰন্তন 'ৰামায়ণ'ৰো মূল সুৰ বিৰহ আৰু কাৰুণ্য। আনহাতে মৃত্যুইহে মানুহৰ অশান্ত হৃদয়ৰ অগ্নিময় জ্বালা নিৰ্বাপিত কৰে সেয়ে কবি ৰায়চৌধুৰীয়ে বিৰহজনিত বেদনা আৰু মৃত্যুৰ বাবে সদায় প্ৰস্তুত

'যি বেদনাৰ তপত চুমাত সৃষ্টি উঠে জাগি
জীৱন জুৰি প্ৰেম-সোঁত বয়— বিষম মৰণ লাগি
সেই বিৰহৰ সেই মৰণৰ ৰূপধৰি মোৰ প্ৰিয়া
পৰিলেহে বুকু ভৰি মোৰ হয় সুশীতল হিয়া। [৪১]

অম্বিকাগিৰী ৰায়চৌধুৰীৰ প্ৰেমৰ দ্বিতীয়টো ধাৰা হৈছে স্বদেশপ্ৰেম। স্বদেশানুৰাগৰ দীপ্ত চানেকি তেওঁৰ 'অনুভূতি'ৰ কেইটামান কবিতাত 'স্থাপন কৰ স্থাপন কৰ বেদনাৰ উল্কা দেশেই ভগবান নামৰ কবিতা সংকলনকেইখনিত 'বন্দো কি ছন্দেৰে নামৰ গীতি সংকলনত আৰু সমগ্ৰ গদ্য ৰচনাৰ মাজতে নিহিত

---

৩৯। অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী অনুভূতি বিশ্বদোলন
৪০। ঠাকুৰ ৰবীন্দ্ৰনাথ সোনাৰতৰী ঝুলন
৪১। অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী অনুভূতি পূৰ্ণতা

আছে। তেওঁৰ স্বদেশৰ জাগৰণি মন্ত্ৰ উচ্চাৰণৰ উৎসই হ'ল দেশৰ প্ৰতি থকা তেওঁৰ অকৃত্ৰিম অনুৰাগ। এই অনুৰাগেই কবিক দেশৰ হকে মানুহৰ হকে আত্মোৎসৰ্গ কৰিবলৈ প্ৰেৰণা দিছিল। আজীৱন দেশৰ মংগলৰ পৰিপন্থী শক্তি আৰু অপসংস্কৃতিৰ বিৰুদ্ধে যুঁজিবলৈ কবিক সাহসী আৰু অবিচল কৰি তুলিছিল। তেওঁ প্ৰতিটো মুহূৰ্ততে প্ৰতিটো চিন্তাৰ মাজতেই দেশৰ স্বাৰ্থক আগস্থান দিছিল। দেশ আৰু জাতিৰ প্ৰতি তেওঁৰ আন্তৰিকতা কিমান নি স্বাৰ্থ আৰু গভীৰ আছিল তাক উপলব্ধি কৰা যায় তলত উল্লেখ কৰা কথাখিনিৰ পৰাই। ডেকা অসম'ৰ সম্পাদকীয় প্ৰবন্ধত (১৯৪১ চনৰ ৭ম বছৰ) তেওঁ লিখিছে

> দেশ আৰু জাতিৰ মংগলৰ সলনি মোৰ জীৱন যেন লেশমাত্ৰও শকত আৱদ্ধ থুলন্তৰ হৈ নুঠে— মোৰ জন্মভূমিৰ আৰু মোৰ জাতীয় ভাই ভনীৰ মংগলময ভৱিষ্যৎ বিক্ৰী কৰি মোৰ ঘৰ-দুৱাৰ সুখ-সম্ভোগক পকা কৰি তোলা চিন্তাই যেন মুহূৰ্তৰ বাবেও মোৰ মনত ঠাই নাপায— মোৰ নিজ সন্তানৰতো কথাই নাই দেশৰ আৰু জাতিৰ মংগল হানি কৰা মোৰ নিজ দেহৰ তেজ মঙহখিনিকো তৎক্ষণাৎ ত্যাগ কৰা শক্তি যেন প্ৰচণ্ড তেজেৰে মোৰ অন্তৰত থিতি হয। [৪২]

দেশৰ দুৰ্দশাই তেওঁক এক মুহূৰ্তৰ বাবেও শান্তিৰে থাকিব দিযা নাছিল। তেওঁৰ বাবে দেশেই আছিল ভগৱান আৰু তেওঁৰ মতে দেশপ্ৰেমহীন ভগৱান প্ৰেমত আত্মবিশ্বাস নাথাকে। আগবযসৰ উদ্‌ভ্ৰান্ত প্ৰেমেই তেওঁৰ কবিসত্তাক যিদৰে অতীন্দ্ৰিয অনুভূতিলৈ উন্নীত কৰিছে, ভগৱৎ উপলব্ধিৰ দুৱাৰ মুকলি কৰি দিছে, সেইদৰে কবিক দেশপ্ৰেমৰ অগ্নিপৰীক্ষাত সদাজাগ্ৰত থাকিবলৈও নতুন পথৰ সন্ধান দিছে। সেযে তেওঁৰ কবি মানসত প্ৰেযসী দেশ আৰু ঈশ্বৰৰ মাজত এক অভিনৱ মিলনসূত্ৰ বিচাৰি পোৱা যায।

'অনুভূতি'ৰ অন্তৰ্গত স্বদেশপ্ৰেমমূলক কবিতাকেইটাত কবিৰ স স্কাৰকামী মনোভাব অন্যায অসমতাৰ বিৰুদ্ধে বিপ্লৱী দৃষ্টিভংগী ডেকাশক্তিৰ প্ৰতি উদাত্ত আহ্বান আৰু আশাবাদী মনৰ বলিষ্ঠ প্ৰকাশ ঘটিছে। জীৱন সম্পৰ্কে স্বচ্ছ ধাৰণা ব্যক্ত হোৱা তেওঁৰ দুটি কবিতা হ'ল— 'জীৱনৰ ৰূপ আৰু 'জীৱনৰ উদ্দেশ্য । জন্মভূমিক ভালপোৱা আৰু তাৰ বাবে আত্মোৎসৰ্গ কৰাটোৱেই জীৱনৰ প্ৰথম আৰু প্ৰধান কৰ্তব্য হোৱা উচিত বুলি কবিযে কৈছে। দেশপ্ৰেমহীন জীৱনৰ অৰ্থ নাই

---

৪২। পূৰ্বোক্ত গ্ৰন্থ বাণীবিদ্যুৎ

যি জীৱনত দেশ সেৱনত
আত্মাহুতিৰ অনল শিখা নাই
সেই জীৱনত নাই অৱাৱত
প্ৰযোজনৰ উচ্চ দাবি ভাই। [৪৩]

'জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী— ভাৰতীয় ঐতিহ্যত চিৰ প্ৰৱহমান ৰামায়ণ'ৰ এই বাণীষাৰ গভীৰভাৱে কবিয়ে উপলব্ধি কৰিছিল আৰু আজীৱন এই মহৎ আদৰ্শকেই নিজৰ কৰ্মময় জীৱনত পালন কৰিছিল। এলেহুৱা কৰ্মবিমুখ জীৱনৰ পৰিৱৰ্তে জগতৰ ম গলৰ বাবে সকলো অপশক্তিৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰি দু খ নিৰ্যাতন সহ্য কৰি যি জীৱনে অগ্নিফুল ফুলায় জগতক কৰে নিৰাময় সেয়ে প্ৰকৃত জীৱন আদৰ্শ জীৱন

পূৰ্ণজীৱন/নিটোল জীৱন নিখুঁত জীৱন সফল জীৱন
তাকেই জীৱন কয
সেই জীৱনে/কৰে কেৱল উপদ্ৰপৰ দম্ভছেদি
জগত নিৰামযা [৪৪]

বল-বীয হেৰুৱাই পেলোৱা কৰ্মবিমুখ ডেকাশক্তিক জাগ্ৰত কৰি দেশসেৱাৰ মহান কৰ্মত ব্ৰতী হ'বলৈ কবিয়ে সততে প্ৰেৰণা দিছিল। তেও ডেকা শক্তিক উদ্দেশ্য কৰি কৈছে

তোমাৰ ভিতৰত সুপ্ত কৰ্মশক্তিৰ অনন্ত উৎস তোমাকেই আজি বাট চাই ম্ৰিয়মান হৈ পৰি আছে। তোমাৰ কৰ্মোন্মত্ততাৰে তাক আজি তুমি জগাই তুলি জীৱন সাৰ্থক কৰা। তোমাৰ জাতিৰ সকলো দুখ সকলো গ্লানি উটি য ক সোণালী আভাৰে তোমাৰ দেশ তোমাৰ জাতি নদন-বদন বিতোপন হৈ উঠক। বিশাল বুকুফালি অমৃতধাৰা পিযাই তোমাক ডাঙৰ দীঘল কৰা তোমাৰ দেশমাতৃকাৰ তোমাৰ প্ৰতি এযে আদেশ— নিৰ্ভীক চিত্তেৰে আগবঢ়া। [৪৫]

ডেকাশক্তিৰ উদ্দেশ্যে লিখা দুটি অনবদ্য দেশপ্ৰেমৰ জ্বলন্ত কবিতা হ'ল— 'বীৰ্য হেৰুৱালি ক'ত? আৰু 'জাগ ডেকাতেজ জাগ। কবিৰ অসাধাৰণ গতিময

৪৩। পূৰ্বোক্ত গ্ৰন্থ অনুভূতি জীৱনৰ উদ্দেশ্য
৪৪। পূৰ্বোক্ত গ্ৰন্থ জীৱনৰ ৰূপ
৪৫। পূৰ্বোক্ত গ্ৰন্থ ডেকা ডেকেৰীৰ বেদ

ছন্দৰ প্ৰদীপ্ত আহ্বানে মুক্তিকামী যুৱক-যুৱতীৰ প্ৰাণলৈ আনে দুৰ্বাৰ সাহস সুদৃঢ় আত্মপ্ৰত্যয় আৰু হিল দ'ল ভাঙি বাধাৰ সহস্ৰ চূড়া অতিক্ৰম কৰি যোৱাৰ বাবে দিয়ে নিঃসংকোচ প্ৰেৰণা। ডেকাশক্তিলৈ কবিৰ উদাৰ আহ্বান ধ্বনি হৈছে এনেদৰে

'জাগ ডেকা তেজ জাগ আজি জাগ
আগ্নেয়গিৰি উগাৰি জাগ
এলাহৰ গাঁঠি ভাঙি গুড়ি কৰি
কৰ্ম-ধাৰাৰে ধৰণী-ঢাক। [৪৬]

'অনুভূতি'ৰ কেইটামান কবিতাত কবিৰ বিশ্বাত্মবোধ প্ৰকাশি উঠিছে। মানৱ জাতিৰ ভিতৰ-বাহিৰে আৰু পৃথিৱীৰ সৰ্বত্ৰতে নীতি আৰু সত্য ধৰ্ম অৱনমিত হৈছে। এই আসোঁৱাহ আঁতৰ কৰিবলৈ নিজৰ মাজতে আৰম্ভ কৰিব লাগিব প্ৰথম বিপ্লৱ আত্মশুদ্ধিৰ দ্বাৰা নিজকে নিকা কৰি লৈ সমগ্ৰ জাতিক অনাবিল কৰিব লাগিব। এনে ভাৱৰ এক মহাবিপ্লৱী কবিতা হ'ল 'মই বিপ্লৱী মই তাণ্ডৱী'। কবিয়ে নিজৰ মাজতে লুকাই থকা 'মই'ক উদ্দেশ্য কৰি কৈছে

তোল তেনেহ'লে তোল তাণ্ডৱ
বিৰাট বিপুল মহাবিপ্লৱ—
প্ৰথমে নিজৰ অহংসিন্ধু মন্থন কৰি
নাৰকী কলুষ ক্লেদ
ধ্বংসি বিনাশি তোল জীৱনত পুণ্য লৱনু
কৰি অহমিকা ছেদ। [৪৭]

এনে আত্মবিশুদ্ধিৰ ফলতেই কবিৰ দেশপ্ৰেম প্ৰাদেশিক স্তৰ অতিক্ৰম কৰি বিশ্বজনীন স্তৰলৈ উন্নীত হ'ব পাৰিছে। ক'তো ক্ষুদ্ৰতা সংকীৰ্ণতাই তেওঁৰ কবিতাক কলুষিত কৰিব পৰা নাই। নিজৰ জাতিৰ ভাষা-সংস্কৃতি আৰু আৰ্থ-সামাজিক দিশৰ উন্নতিৰ বাবে আপ্ৰাণ চেষ্টা কৰাৰ লগে লগে তেওঁ সমগ্ৰ ভাৰত তথা বিশ্বখনৰেই সৰ্বাত্মক উন্নতি কামনা কৰিছে। কবিয়ে ভাৰতৰ মূল দৰ্শন আধ্যাত্মিকতাক অন্তৰেৰে স্পৰ্শ কৰিব পাৰিছিল। সমগ্ৰ বিশ্বখনকেই মানুহৰ বাসযোগ্য কৰি তোলাৰ বাবে বিধ্বস্ত মানৱতাৰ পুনৰুজ্জীৱন কামনা কৰিছিল। এই সন্দৰ্ভত নিৰ্মলপ্ৰভা বৰদলৈয়ে লিখিছে

---

৪৬। পূৰ্বোক্ত গ্ৰন্থ — অনুভূতি জাগ ডেকা তেজ জাগ
৪৭। পূৰ্বোক্ত গ্ৰন্থ — মই বিপ্লৱী মই তাণ্ডৱী

> ৰায়চৌধুৰীৰ গভীৰ দেশপ্ৰেম সংকীৰ্ণ প্ৰাদেশিকতাত বন্দী নহয়। মাটিয়েই দেশ দেশখনেই জাতি জাতিযেই ধৰ্ম-কৰ্ম বুলি দেশৰ মাটিক সহস্ৰ প্ৰণিপাত জনোৱা কবিৰ জীৱন-নীতি মানৱ-নীতিযেই চিৰজীৱনৰ ব্ৰত। [৪৮]

গভীৰ মানৱপ্ৰেম হৃদযত আছিল বাবেই কবিযে সমগ্ৰ বিশ্বৰ মলি মামৰ দূৰ কৰি এখন নিকা পৃথিৱী গঢ়ি তুলিবলৈ তেওক ঝাড়ুদাৰ কৰি গঢ়ি তুলিবলৈ সৃষ্টিকৰ্তাক অনুৰোধ কৰিব পাৰিছে। ঝাড়ুদাৰ হ'ব পাৰিলে তেও পৃথিৱীখনক মনোহৰ কৰি তুলিব। ইযাৰে অভিব্যক্তি ফুটি উঠিছে গঢ়া কৰি মোক ঝাড়ুদাৰ কবিতাটিত।

দাসত্বৰ বন্ধন ছিঙি পেলাবলৈ ত্যাগৰ প্ৰতিমূৰ্তি মহাত্মা গান্ধীযে আৰম্ভ কৰা বিপ্লৱৰ প্ৰতি সঁহাৰি জনাই কবিযে সমগ্ৰ বিশ্বৰ নিষ্পেষিত নিপীড়িত মানুহকেই আত্মচেতনাত দৃঢ় হৈ যুজিবলৈ আহ্বান জনাইছে

নিষ্পেষিত উৎপীড়িত দলিত পতিত
শোষণ মূৰ্ছিত পৃথিৱীৰ বিধ্বস্ত মানব।
থিয় হোৱা শত্ৰুজযী আত্ম চেতনাত।। [৪৯]

অম্বিকাগিৰীৰ অসাধাৰণ ব্যক্তিত্ব আৰু দেশপ্ৰেম গঢ়ি উঠিছিল মানৱতাৰ ভেটিত। সেযে মানবতাৰ পূজাৰী কবিযে গাইছে

সকলোতকৈ জীৱন শ্ৰেষ্ঠ
তাত বাদে একো সত্য নাই
সেই জীৱনৰে জেউতি চৰায
বিৰাট বিশাল মানবতাই। [৫]

সাতচল্লিশটা কবিতাৰ সমষ্টিৰে বেদনাৰ উল্কা এখন দেশপ্ৰেমমূলক কাব্য সংকলন। এই কবিতাবোৰৰ মাজেৰে কবিযে স্বৰাজ উত্তৰ দেশৰ দুৰ্নীতি ভণ্ডামি স্বাৰ্থপৰতা সামান্য কাৰণত খোৱা-কামোৰা উদ্যমহীনতা কৰ্মবিমুখতা আদিৰ বিৰুদ্ধে প্ৰকৃত নিস্বাৰ্থ কৰ্মী হ'বলৈ মানুহ হিচাপে নিজকে গঢ়ি তুলিবলৈ উদাত্ত আহ্বান জনাইছে। তদুপৰি সমকালীন বহি আক্ৰমণৰ বিৰুদ্ধে দেশবাসীৰ অন্তৰত স্বাধীনতা

---

৪৮। নেওগ হৰিপ্ৰসাদ (সম্পা) অম্বিকাগিৰী ৰায়চৌধুৰী স্মৃতিগ্ৰন্থ (নিৰ্মলপ্ৰভা বৰদলৈৰ বেদনাৰ উল্কা)

৪৯। অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী অনুভূতি অভ্যুদয়

৫ । পূৰ্বোক্ত গ্ৰন্থ বাণীবিদ্যুৎ

স্পৃহা জগাই তুলিবলৈ ৰচনা কৰা একাধিক কবিতাও ইয়াত সংযোজিত হৈছে। কাব্য গ্ৰন্থখনিত কবিৰ বিপ্লৱীসত্তা যিদৰে ডগমগাই উঠিছে সেইদৰে কৰ্মপ্ৰেৰণাৰে দীপ্ত কবিৰ কৰ্মতত্ত্বই কাব্যখনিৰ সুকীয়া মূল্য নিৰূপণ কৰিছে। 'কৰ্মগীতিকা নামৰ দীঘলীয়া কবিতাটোত কবিৰ গভীৰ কৰ্মদৰ্শন ফুটি উঠিছে। দেশ আৰু জাতিক জগত সভাত প্ৰতিষ্ঠিত কৰিবলৈ হ'লে অলসভাব আৰু বিলাসিতা ত্যাগ কৰিব লাগিব। শ্ৰমবিমুখ হ'লে দেশ গঢ়াৰ কাম কোনো দিনেই পূৰ্ণ নহ'ব। সেয়ে কবিয়ে আহ্বান জনাইছে

'ক্লান্তি বিহীন শ্ৰম ধনেৰে দেশ কৰি তোল অজয ধাম
কেৱল শ্ৰম কেৱল কাম দেশ কৰি তোল অজয ধাম।
কৰ্মেৰেহে ঘটিব তোৰ বিৰাট ঐক্য সংগঠন
জীৱন জগাই ব'ই থাকিব শক্তি সৱল প্ৰস্ৰৱণ। [৫]

বেদনাৰ উল্কা'ৰ কাব্যগুণ 'তুমি 'বীণা আৰু 'অনুভূতি'ৰ সমপৰ্যাযৰ নহয়। তথাপি সমকালীন অধ পতিত সমাজচিত্ৰৰ নিখুঁত প্ৰতিফলন আৰু দেশৰ ভযাৱহ আভ্যন্তৰীণ আৰু বহি সমস্যাৰ ছবিয়ে সেইবোৰৰ এক সামাজিক প্ৰমূল্য নিশ্চিত কৰিছে, কিযনো তাৎকালিক সমস্যাবোৰ সাম্প্ৰতিক কালতো আমাৰ সমাজ আৰু ৰাষ্ট্ৰৰ পৰা অন্তৰ্হিত হোৱা নাই।

'স্থাপন কৰ স্থাপন কৰ এটি দীঘলীয়া কবিতা। ই পুস্তিকা হিচাপে সুকীযাকৈ প্ৰকাশ পায় ১৯৫৮ চনত। অসমীযা ভাষাক ৰাজ্যিক ভাষা হিচাপে মৰ্যাদাৰ স্বীকৃতি দান কৰিবলৈ অসমীযাৰ স্বজাতি-প্ৰীতি আৰু দেশপ্ৰেম জাগ্ৰত কৰিবলৈ ন্যায্যপ্ৰাপ্তিৰ পৰা বঞ্চিত হোৱা অসমীযাই নিজৰ প্ৰাপ্যখিনি ঘূৰাই পাবলৈ— এই কবিতাটোৱে জাতীয জাগৰণি মন্ত্ৰৰ কাম কৰিছিল। কবিতাটোৰ দ্বাৰা কবিয়ে অসমীযা নেতাসকলৰ নিৰ্বুদ্ধিতা হীনমন্যতা আৰু বিভেদ-নীতিৰ ভযংকৰ পৰিণতি সম্পৰ্কে সোঁৱৰাই দিছে আৰু অসমীয়া ৰাইজক আত্মসচেতন হ'বলৈ আহ্বান জনাইছে। কবিতাটোৰ ছত্ৰে ছত্ৰে ৰাযচৌধুৰীৰ জাতিপ্ৰেম আৰু ভাষাপ্ৰেমৰ মাংগলিক সুৰ বাজি উঠিছে

'তই স্থাপন কৰ স্থাপন কৰ—
তোৰ ভাবৰ বাহন জ্ঞানৰ বাহন
ধৰ্মাৰ্থ কাম মোক্ষ বাহন

---

৫১। পূৰ্বোক্ত গ্ৰন্থ বেদনাৰ উল্কা কৰ্মগীতিকা

মাতৃভাষাৰ সোণৰ আসন
স্থাপন কৰ স্থাপন কৰ।
নিজৰ ঘৰত এই অধিকাৰ হেৰুৱাই গ'লে তোৰ
প্ৰগতিৰ তই আগুৱাই যোৱা পথবো পৰিব ওৰ।"[৫২]

চাৰিটা কবিতাৰ এটি ক্ষুদ্ৰ সংকলন দেশেই ভগৱান প্ৰকাশ পায় ১৯৬৫ চনত। এই সংকলনৰ জৰিয়তে কবি ৰায়চৌধুৰীয়ে দেশক ভগৱানৰ মৰ্যাদা দান কৰিছে আৰু ভাৰত-মাহাত্ম্য কীৰ্তন কৰি দেশসেৱাৰ চৰম আত্মত্যাগৰ কঠিন ব্ৰত গ্ৰহণ কৰিবলৈ দেশবাসীক আহ্বান জনাইছে

দেশৰ বিহনে জনম নাই—
জনম নহ'লে জীৱন নাই—
জীৱন হেৰালে ভগবান নাই—
জীৱনেইতো ভগবানৰ পূৰ্ণ অধিষ্ঠান
দেশ নহ'লে জীৱন গ'লে ভগবান হয় অন্তৰ্দ্ধান।"[৫৩]

'বন্দো কি ছন্দেৰে ৰায়চৌধুৰীৰ পঁচিশটা গীতৰ সংকলন। এই গীতবোৰ বিভিন্ন সময়ত ৰচিত আৰু বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানত পঠিত হৈছিল গোৱা হৈছিল। আটাইবোৰ গীতৰ মাজেৰেই কবিৰ প্ৰবল দেশপ্ৰেম প্ৰকাশ পাইছে। ভাৰতৰ স্বাধীনতা সংগ্ৰামত সক্ৰিয় অংশগ্ৰহণ কৰাৰ বাবে ১৯২১ চনত ৰায়চৌধুৰীক ইংৰাজ চৰকাৰে জেলত দিযে। জেলখানাৰ ভিতৰত অন্যান্য কযেদীসকলৰ দৰেই তেওঁৰ ওপৰতো অকথনীয় বৰ্বৰ উৎপীড়ন কৰা হয়। তেওঁৰ একাধিক গীতৰ মাজেৰে জেলৰ এই নিৰ্মম অত্যাচাৰৰ বিৱৰণী আৰু দেশৰ স্বাধীনতাৰ হকে প্ৰবল ৰণহুংকাৰ ধ্বনিত হৈছে। এইতো নহয জেল দিযা 'আৰু কি দেখাবি ভয কাৰাগাৰ ধৰ ঝাড়ু ধৰ ভাই 'জাগ জাগ জাগ 'ভাঙিব লাগিব শিল আদি গীতবোৰ ৰায়চৌধুৰীয়ে জেলখানাৰ ভিতৰতে ৰচনা কৰে। এইবোৰ গীতক জেলখানাৰ গীত (Songs of the Cell) আখ্যা দিযা হৈছে। জেলখানাৰ গীত'ত অন্তৰ্ভুক্ত এটি গীতত কবিয়ে ভাৰত সন্তানক জাগ্ৰত হ'বলৈ এইদৰে আহ্বান জনাইছে

'জাগ মাতৃ চৰণ পূজাৰ বলিত লক্ষপুতৰ জীৱনদান
জাগ ভাৰতমাতাৰ গৌৰৱ ৰবি গুচাই সকলো কালিমা দাগ—
জাগ জাগ জাগ। [৫৪]

---

৫২। পূৰ্বোক্ত গ্ৰন্থ — স্থাপন কৰ স্থাপন কৰ
৫৩। পূৰ্বোক্ত গ্ৰন্থ — দেশেই ভগবান
৫৪। পূৰ্বোক্ত গ্ৰন্থ — বন্দোকি ছন্দেৰে জাগ জাগ জাগ

১৯২৬ চনত ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ অধিৱেশনৰ মুকলি সভাৰ বিশাল জনসমাবেশত গোৱা এটি গীতৰ মাজেৰে কবিয়ে জনগণকেই 'নাৰায়ণ বুলি আখ্যায়িত কৰিছে

'আজি বন্দো কি ছন্দেৰে সমাগত বিৰাট
নৰ-নাৰায়ণ ৰূপ —নৰ-নাৰায়ণ ৰূপ —
লাঞ্ছিত পৰাধীন কুণ্ঠিত চিত-মন নাই
ফুল-চন্দন ধূপ— নাই ফুল-চন্দন ধূপ—। ৫৫

পৰাধীন ভাৰতৰ নৰৰূপী এই নাৰায়ণৰ বন্ধন ছিন্ন হওক বিপদ-বিঘিনি আঁতৰি যাওক গ্ৰ-গ্ৰহান্তৰত ধ্বনিত হওক এই বন্ধন মুক্তিৰ সংবাদ ভূলোক-দ্যুলোক নন্দি উজলি উঠক স্বাধীন ভাৰতৰ চিৰন্তন মহিমাময়ী ৰূপ — এয়ে আছিল কবি ৰায়চৌধুৰীৰ কবি-অন্তৰৰ একান্ত কামনা।

## (খ) যতীন্দ্ৰনাথ দুৱৰা

কবি স্বভাৱ-বিচিত্ৰ কিন্তু সেই স্বভাৱৰ প্ৰকাশ অধিক বৈচিত্ৰ্যময়। কবি স্বভাৱৰ বৈচিত্ৰ্যৰ ফলত কাব্য প্ৰকাশতো আহে বিচিত্ৰতা। সেয়ে কবি স্বভাৱৰ অনুসৰণ যথাৰ্থ কাব্য আস্বাদনৰ বাবে অপৰিহাৰ্য। দেশ আৰু কালৰ বিচিত্ৰ পটভূমিত ব্যক্তি জীৱনৰ আনন্দ বেদনাৰ আলোক তিমিৰ তীৰ্থত উপলব্ধি আৰু অভিজ্ঞতাৰ অপৰূপ ৰশ্মি-ৰেখাত গঢ়ি উঠে কবি-মানসৰ ভাব-সত্তা। যতীন্দ্ৰনাথ দুৱৰাৰ কবি মানস এই সত্যৰ ওপৰতেই প্ৰতিষ্ঠিত। তেওঁৰ কবিতাগুচ্ছ অনুভূতিৰ অতলস্পৰ্শ সমুদ্ৰৰ পৰা আহৰণ কৰা অশ্ৰুবিন্দুৰে গঁথা মুকুতাৰ মালা। তেওঁৰ কবিতা বেদনা আৰু নৈৰাশ্যৰ বাণীৰূপ— যি কাণেৰে প্ৰৱেশ কৰি হিয়াত সৃষ্টি কৰে অব্যক্ত হুমুনিয়াহ। এই নিবিড় বেদনাৰ ফলতেই দুৱৰাৰ কাব্যই মৰ্মস্পৰ্শী ৰূপ লাভ কৰিছে। দুৱৰা কাব্যৰ এই নৈৰাশ্য আৰু বেদনা ব্যক্তিগত হৈয়ো নৈৰ্ব্যক্তিক সীমাবৃত হৈয়ো অসীমৰ ব্যঞ্জনাবাহী।

দুৱৰাৰ কবিতাৰ ঘাই উপজীব্য ব্যক্তি জীৱনৰ দুঃখ বেদনা হিয়া-ভঙা কাতৰতা আশা-নিৰাশা প্ৰণয় ভংগৰ স্বপ্ন আদিলৈ লক্ষ্য কৰিলে দেখা যায় যে দুৱৰাৰ কবি মানস বহু পৰিমাণে প্ৰেমৰ অবিসম্বাদিত প্ৰভাৱৰ দ্বাৰা নিয়ন্ত্ৰিত। যৌৱনত কবি

৫৫। পূৰ্বোক্ত গ্ৰন্থ বন্দোকি ছন্দেৰে

দুৱৰাই সাহিত্যৰথী বেজবৰুৱাৰ জীয়ৰীৰ সৈতে প্ৰেমত পৰিছিল বুলি 'আপোন সুৰ'ৰ পৰিচয় লিপিত পদ্মধৰ চলিহাই ইংগিত দিছে। এই একে ধৰণৰ সম্ভাৱনাৰ কথাকেই ব্যক্ত কৰিছে পণ্ডিত তীৰ্থনাথ শৰ্মাই। তেও লিখিছে

> সাহিত্যৰথী বেজবৰুৱাৰ পৰিযালৰ লগত তেখেতৰ (কবিৰ) আহ্-যাহ্ মৰম চেনেহৰ আদান প্ৰদান কথাষাৰো সঁচা। কি জানিবা 'আকাশে সেইখিনিতে অলপ হেঙুলি ৰহণ সানি ল'লে তাকো নুই কৰিব নোৱাৰি।[৫৬]

কবিৰ ঘনিষ্ঠ সংস্পৰ্শলৈ অহা যতিনাৰায়ণ শৰ্মাই লিখিছে পুৰীলৈ যাওতে কাষচাপি অহা কোনো নাৰীহৃদয়ৰ কথা যাক লৈ কবিয়ে এদিন সুখৰ নীড় ৰচনা কৰিব বিচাৰিছিল। শৰ্মাই লিখিছে

> দুৱৰাৰ শেহৰবীণ নামৰ কবিতাটি পঢ়িলে বুজা যায়— এসময়ত তেখেতে কেনেকুৱা সুখৰ সংসাৰৰ কল্পনা কৰিছিল আৰু এজনৰ মৰমৰ কাৰণে জীৱন উটাই দিব খুজিছিল কিন্তু সেই প্ৰিয়জনেও তেওক নেওচি গুচি গ'ল। সেইটো আছিল পুৰীৰ ঘটনা। তাৰ পাছত আকৌ বহুজনৰ পৰা মৰম আশা কৰি ক্ষন্তেকৰ কাৰণে নিজকে পাহৰি গৈছিল।[৫৭]

কবি দুৱৰাৰ প্ৰেমভাবনাৰ উৎস সম্পৰ্কে লীলা গগৈয়ে অভিমত ব্যক্ত কৰিছে এনে ধৰণে

> পোন যৌৱনৰ সোণ পৰশত কবিয়ে কোনোবা এজনক অনাহুতভাৱেই লগ পাইছিল। সেযা এক সোণ পুৱতিৰ সোণালী ক্ষণ— অৰুণোদয়। 'অৰুণোদয় জীৱনৰ সুখতৰা মাথোন। সেই অৰুণৰে পৰশত উজলি উঠা অৰুণাৰ[৫৮] কৰুণাৰে সিক্ত হৈ এখন হৃদয় কোনোবা এটা অনামী ক্ষণত শূন্য হৈ গ'ল। সেই শূন্যতাৰ পাৰ বিচাৰি পাহৰণি নৈৰ পাৰে পাৰে ভটিযাই গ'ল কিন্তু বাস্তৱতাৰ এমুঠি মৰম চেনেহৰ পৰিৱৰ্তে পালে তাৰ শূন্য পৰিচয়।[৫৯]

কবি দুৱৰাৰ ব্যক্তি জীৱনৰ প্ৰেম প্ৰীতি সম্পৰ্কে এনে আলোকসন্ধানী উক্তিসমূহে প্ৰমাণ কৰে যে যৌৱনত কবিয়ে কোনো এজনী যুৱতীৰ ৰমণীয়তাত

---

৫৬। গগৈ লীলা (সম্পা) — যতীন্দ্ৰনাথ দুৱৰা— কবি আৰু কবি প্ৰতিভা (তীৰ্থনাথ শৰ্মাৰ প্ৰবন্ধ 'ৰত্ন সঙ্গম)

৫৭। পূৰ্বোক্ত গ্ৰন্থ — যতিনাৰায়ণ শৰ্মাৰ প্ৰবন্ধ কবি দুৱৰা মানুহজন

৫৮। বেজবৰুৱাৰ তিনিগৰাকী ছোৱালীৰ ডাঙৰজনীৰ নাম আছিল অৰুণা পিছলৈ অৰুণা মুখাৰ্জী হয়।

৫৯। পূৰ্বোক্ত গ্ৰন্থ — সম্পাদকৰ পাতনি প্ৰথম পৃষ্ঠা।

মুগ্ধ হৈ সেইজনীলৈ প্ৰেমৰ অঞ্জলি যাচিছিল। সেইজনীৰে সৈতে সুখেৰে ঘৰ বন্ধাৰ সপোন দেখিছিল কিন্তু সেই সপোন বাস্তৱত পৰিণত হোৱা নাছিল।

দুৱৰাৰ ব্যক্তি জীৱনৰ এটি গুৰুত্বপূৰ্ণ কথা তেওঁৰ চিৰকুমাৰত্ব যাৰ প্ৰভাৱ তেওঁৰ কাব্য জীৱনত নপৰাকৈ থকা নাই। তেওঁ চিৰকুমাৰ হৈ থকাৰ অন্তৰালত দুটি সম্ভাব্য কাৰণ বিচাৰি পোৱা যায। প্ৰথমটো হৈছে, দয়াহীনা দয়িতাৰ অনাদৰ অৱহেলা আৰু প্ৰেম প্ৰত্যাখ্যানৰ আঘাত যিয়ে তেওঁক আজীৱন নাৰী-সংসৰ্গৰ পৰা দূৰৈত ৰাখিছিল। দ্বিতীয়টো তেওঁৰ পাৰিবাৰিক জীৱনত নামি অহা নানান দুৰ্যোগ বিশেষকৈ উপৰ্যুপৰি মৃত্যুৰ ঘটনা। ১৯২৬ চনত মাতৃদেৱী আৰু ১৯৩৯ চনত ছমাহৰ ভিতৰত তেওঁৰ দুজনকৈ ককায়েক আৰু এজনী নবৌৱেকৰ অকাল বিয়োগ ঘটে। তেওঁৰ প্ৰিয় বন্ধুসম মৰমৰ ভাই কুঞ্জলাল দুৱৰাৰ পানীত পৰি হোৱা অকাল মৃত্যু কবিৰ বাবে আছিল অতি মৰ্মান্তিক। দুৱৰাৰ বৰ ককাইদেউ আনন্দ সাগৰ দুৱৰাৰ একমাত্ৰ ল'ৰা প্ৰফুল্ল কুমাৰ দুৱৰাৰো ১৯৩৭ চনত অকস্মাৎ মৃত্যু হয। কবিৰ চকুৰ আগতে এনেবোৰ শোকাৱহ ঘটনা ঘটি যোৱাত তেওঁৰ অন্তৰ বিষাদ কাৰুণ্য আৰু নৈৰাশ্যই আগুৰি ধৰিছিল। সম্ভৱত তেতিয়াই তেওঁ সংসাৰৰ মাযাজালত নোসোমাবলৈ দৃঢপ্ৰতিজ্ঞ হৈ যুগ্মজীৱনৰ চিন্তাৰ পৰা আঁতৰত আছিল। কবি দুৱৰাৰ চিৰকুমাৰত্বৰ অন্তৰালত কবি জীৱনৰ আন এটি দিশ সম্পৰ্কে আলোকপাত ক'ৰিছে কবিৰ এসমযৰ ঘনিষ্ঠ সংগী তীৰ্থনাথ শৰ্মাই। তেওঁ লিখিছে

> হযতো ককাইদেৰেক বা আন বযসীযা আত্মীয স্বজনে দুৱৰাক বিযা কৰাবলৈ যেতিযা কৈছিল বা আৰ তাৰ মুখে কোৱাইছিল তেতিযাও দুৱৰাৰ মন আকাশত সেই হেঙুলীযা বোল সতেজ হৈ আছিল আৰু বিযা কৰোৱাৰ কথাত উৎসাহবোধ নকৰিছিল। যেতিযা অলপ টানি ধৰিলে তেখেতে বিযা-বাৰু কৰাবলৈ মন মেলিলেহেঁতেন তেতিযা কওতাই নোলাল। [৬]

লাজকুৰীযা স্বভাৱৰ কবিযে এই সম্পৰ্কে তীৰ্থনাথ শৰ্মাক কোৱা কথাষাৰ প্ৰণিধানযোগ্য

> আমাৰ দিনত মোৰ নিচিনা বহুতো ডেকা ল'ৰাই পোনতে বিযা নকৰাও বুলি ফোৰোহণি মাৰি দেখুৱায় মাক দেউতাকে টানি ধৰিলে সুৰ-সুৰ কৰি ৰভাতলত বহেগৈ। মোক সেইদৰে টানি ধৰোতা নোলাল। [৬১]

---

৬ । পূৰ্বোক্ত গ্ৰন্থ　　　　তীৰ্থনাথ শৰ্মাৰ প্ৰবন্ধ 'ৰত্ন সঙ্গম

৬১। পূৰ্বোক্ত গ্ৰন্থ

চিৰ কৌমাৰ্যব্ৰতী হৈ থকাৰ উৎস যিয়েই নহওক জীৱনৰ পথ পৰিক্ৰমাত প্ৰিয়জনৰ বিয়োগ ব্যথাই কবিক প্ৰচণ্ড আঘাত দিছিল দয়িতাৰ বঞ্চনাই আশাহত কৰিছিল। ফলস্বৰূপে শোকে-দুখে ভাৰাক্ৰান্ত ভগ্নপ্ৰাণৰ কবিয়ে যি কবিতা লিখিলে বিষাদ আৰু কাৰুণ্যই তাৰ মূল সুৰ হৈ বাজি উঠিল। ইযাৰ সৈতে সংযোজিত হৈছে কবিৰ সৌন্দৰ্যানুৰাগ। ফুলৰ বৰণ আৰু সুষমাৰ দৰেই প্ৰেম আৰু সৌন্দৰ্য দুৱৰাৰ কবিতাত অবিভাজ্য। প্ৰিয়জনৰ বিয়োগ ব্যথা প্ৰিযতমাৰ স্মৃতি মান-অভিমান বিৰহ বিচ্ছেদ ভূমাস্পৃহা আদি বিভিন্ন উপাদানে কবিৰ জীৱন আকাশত সাতোবৰণীয়া ৰামধনুৰ সৃষ্টি কৰিছে। ইয়াৰেই প্ৰতিফলন ঘটিছে তেওঁৰ বিভিন্ন কাব্য গ্ৰন্থত।

দুৱৰাৰ প্ৰকাশিত কবিতা পুথিসমূহ হ'ল ওমৰ তীৰ্থ (১৯২৫) কথা কবিতা (১৯৩৩) আপোন সুৰ (১৯৩৮) বনফুল (১৯৫২) মিলনৰ সুৰ (১৯৫৮) আৰু মৰমৰ সুৰ (১৯৭৬)।

দুৱৰাৰ কবিতাত অভিব্যক্ত প্ৰেমভাবনাক মুখ্যত তিনিটা ভাগত ভগাব পাৰি পাৰ্থিৱ আৰু অপাৰ্থিৱ প্ৰেম প্ৰকৃতিপ্ৰেম আৰু স্বদেশপ্ৰেম। পাৰ্থিৱ আৰু অপাৰ্থিৱ প্ৰেমক একেলগে সাঙুৰি লোৱাৰ কাৰণ হ'ল এই ধাৰাৰ কবিতাত মৰ্ত্যৰ মানৱীক কেন্দ্ৰ কৰি প্ৰেমৰ উচ্ছ্বাস আবৰ্তিত হৈ ক্ৰমে অপাৰ্থিৱ প্ৰেমলৈ কবিৰ ভাবসত্তা ৰূপান্তৰিত হৈছে। তদুপৰি তেওঁৰ কবিতাত ফুটি উঠা এই দুই অনুভূতিৰ বিভেদ অতি সূক্ষ্ম। বহু সময়ত পাৰ্থিৱ অপাৰ্থিৱৰ দ্বৈত আকৰ্ষণ তেওঁ একে সময়তে অনুভৱ কৰিছে।

'ভাল পাওঁ জগতৰ সুখ দুখ ৰাশি
ভাল পাওঁ মানৱ জীৱন
ভাল পাওঁ অসীমৰ দূৰৰ আভাস
ভাল পাওঁ সুখৰ সপোন। [৬২]

ওমৰ তীৰ্থ যতীন্দ্ৰনাথ দুৱৰাৰ অনূদিত কাব্য পুথি পাৰস্যৰ কবি বৈজ্ঞানিক ওমৰ খৈয়ামৰ ৰোবাইযাৎ ই ওমৰ খৈযাম কাব্যখনৰ ভাবানুবাদ। ঊনবিংশ শতিকাৰ ইংৰাজ কবি ফিটজেৰাল্ডে (Fitzgerald) অনুবাদ কৰা Rubaiyat of Omar Khayyam পুথিৰ জৰিযতে অতি কম দিনৰ ভিতৰতে ওমৰৰ ৰুবায়াত সমগ্ৰ ইউৰোপত সমাদৃত হয। এই সম্পৰ্কে কান্তি ঘোষকৃত ওমৰৰ ৰুবাযাতৰ বাংলা অনুবাদৰ ভূমিকাত প্ৰমথনাথ চৌধুৰীয়ে লিখিছে

---

৬২। আপোন সুৰ সুখৰ সপোন

> আকাশ ৰাজ্যে একটি নতুন জ্যোতিষ্ক আবিস্কৃত হ'লে বৈজ্ঞানিক সমাজ যেমন চঞ্চল ও উৎফুল্লিত হযে ওঠেন মনোৰাজ্যে এই নব নক্ষত্রেৰ আবিস্কাৰে ইউৰোপেৰ কবি সমাজ তেমনি চঞ্চল ও উৎফুল্ল হয়ে উঠলেন। ফলে এযুগে ইউৰোপেৰ এমন কোনো ভাষা নেই যাতে ওমৰেৰ একাধিক অনুবাদ নেই ইউৰোপেৰ এমন সহৰ নেই যেখানে এই নব কাব্য ৰসেৰ ঐকান্তিক চর্চাৰ জন্য একাধিক কাব্যগোষ্ঠী গঠিত হয়নি।

অৱশ্যে ফিটজেৰাল্ডে ওমৰৰ ৰুবাযাতসমূহৰ হুবহু মূলৰ অনুবাদ কৰা নাই। কেতিযাবা নিজৰ ইচ্ছামতে ক'ৰবাত ওমৰৰ মাত্র এটি পদকে বিস্তৃত কৰি এটি চতুস্পদীত ৰূপান্তৰিত কৰিছে, কেতিয়াবা দুটা বা তিনিটা চতুস্পদীক ভাঙি লৈ এটি চতুস্পদীৰ মাজত ঘনীভূত ৰূপ দিছে।[৬৩] দুৰৱাদেৱেও ওমৰ তীৰ্থ মূলৰ পৰা অনুবাদ কৰা নাই কান্তি ঘোষৰ দৰেই ফিটজেৰাল্ডৰ ইংৰাজী অনুবাদৰ পৰাহে অনুবাদ কৰিছে। তদুপৰি কান্তি ঘোষৰ বাংলা অনুবাদৰ দ্বাৰাও দুৰৱা উপকৃত হৈছিল বুলি ভাবিবৰ থল আছে। সেইবাবেই ফিটজেৰাল্ডৰ Rubaiyat of Omar Khayyam কান্তি ঘোষৰ বা লা ৰোবাইয়াৎ ই ওমৰ খৈয়াম আৰু দুৰৱাৰ ওমৰ তীৰ্থ— ইযাৰ কোনো এখনতেই ওমৰৰ প্ৰকৃত দর্শন ফুটি উঠা নাই। তথাপি ওমৰৰ কাব্য দর্শনৰ অবিসম্বাদী প্ৰভাৱেই দুৰৱাক ওমৰ তীৰ্থ ৰচনাৰ প্ৰেৰণা যোগাইছিল।

কবি হিচাপে বিশ্ববিখ্যাত হ'লেও ওমৰ আছিল মূলতঃ বৈজ্ঞানিক। সমগ্র জীৱন বিজ্ঞান চর্চাৰ ফাকে ফাকে তেও যিখিনি ৰুবাই ৰচনা কৰিছে, তাৰ মাজেৰেই ফুটি উঠিছে— মানৱ মনৰ কেইটামান চিৰন্তন প্ৰশ্ন যাৰ সমাধান আজিলৈকে কোনেও দিব পৰা নাই। তেওৰ কাব্যই পাঠকক চিন্তিত কৰি তোলে ভৱাই তোলে ধ্যানত নিবিষ্ট হ'বলৈ অনুপ্ৰেৰিত কৰে। তেওৰ প্ৰশ্নসমূহ দৰাচলতে বিশ্বৰ সকলো মানুহৰে মন মন্দিৰৰ নিভৃত খোটালিত বৈ থকা অনন্ত জিজ্ঞাসা যাৰ উত্তৰ বিশ্বই দিব পৰা নাই। ওমৰৰ মতে এই বিশ্বৰ হৃদয় নাই এই জগত অন্ধ নিয়তিৰ অধীন গতিকে তাৰ ভিতৰ-বাহিৰ দুয়ো সমানেই অৰ্থহীন আৰু মিছা। মানৱ জীৱন অনিশ্চয়তাৰ অন্ধকাৰেৰে আবৰা জীৱন আৰু মৃত্যুইহে ধ্ৰুৱ সত্য। সেয়ে এই মহাবিশ্বৰ ৰংগমঞ্চত এই জগতৰ পোৱাখিনিক অস্বীকাৰ কৰাৰ অৰ্থ নাই। এয়ে নগদ নগদখিনি চন্দুকত ৰাখি সূতৰ চিন্তা কৰা অনুচিত। নগদখিনি মাথোঁ হাত ভৰাই ল'ব লাগে। ওমৰৰ এই ভাবনাক দুৰৱাই প্ৰকাশ কৰিছে এনেদৰে

---

৬৩। দেব, নৰেন্দ্ৰ — ৰোবাইয়াৎ ই ওমৰ খৈয়াম ; ভূমিকা

লোৱা ততালিকে যি পোৱা হাতত
নোপোৱা যিখিনি থাকক বাকী
দূৰৰ বাজনা শুনিলে কি হ'ব
মাজত তোমাৰ তেনেই ফাকি। ৬৪

ওমৰৰ মতে নিয়তিয়ে মানুহক পুতলা কৰি এই পৃথিৱীলৈ পঠিয়াইছে। পুতলা নাচৰ অন্তত বিধাতাই পুতলাবোৰক অনিশ্চিতৰ অন্ধকাৰ বাকচত সোমাই ৰাখে

Let me speakout unallegorically
We are mere puppets of our Master toys
On the Table of existence one by one
Flung back in the toy box of Non existence ৬৫

ওমৰে মৃত্যুৰ ৰহস্য আৰু এই পৃথিৱীৰ বুকুত বাৰে বাৰে অহা যোৱাৰ তাৎপৰ্য বুজি নাপালেও পৃথিৱীৰ প্ৰতি থকা এক অন্ধ আকৰ্ষণ অনুভৱ কৰিছিল। ওমৰে কৈছে, অনন্ত জীৱন ভৰি সৃষ্টিৰ এই ৰংমহলত নৃত্য-কলা দেখিও চেতন পুৰুষৰ বাসনাৰ অন্ত পৰা নাই। এই বিনন্দীয়া পৃথিৱীৰ প্ৰতি বীতশ্ৰদ্ধ হৈ ইয়াৰ পৰা যাব বিচৰা নাই। এয়ে জীৱনৰ অভিনৱত্ব।

ওমৰ জডবাদী বা নিৰীশ্বৰবাদী নাছিল। কিন্তু পৰকাল আৰু জন্মান্তৰবাদক তেও স্বীকাৰ কৰা নাই। ওমৰৰ তত্ত্বকথাৰ প্ৰধান সুৰ হৈছে, মৃত্যুৰ পৰপাৰত আৰু একো নাই আছে মাথোঁ বিৰাট অন্ধকাৰ। সেইবাবেই ওমৰে বৰ্তমানক তীব্ৰভাৱে আঁকোৱালি ল'ব বিচাৰিছে

Ah my beloved fill the cup that clears
To Day of the past Regrets and future Fears
To morrow! –why To morrow I may be
Myself with Yesterday s sev n thousand Years ৬৬

ওমৰৰ মতে এই অসাৰ খলু স সাৰত আনন্দ উপভোগৰ কাৰণে মাথোঁ চাৰিটা উপকৰণ আছে— এখনি সৰস কবিতাৰ পুথি এডোখৰ ৰুটি ৰঙীন সুৰা আৰু কোমল অন্তৰৰ এগৰাকী নাৰী। স্বৰ্গৰ জেউতি উপভোগ কৰিবলৈ এয়েই যথেষ্ট

৬৪। দুৰৱা যতীন্দ্ৰনাথ ওমৰ তীৰ্থ
৬৫। Robert Graves-ৰ দ্বাৰা অনূদিত এই ৰুবাইটো পাৰ্বতীচৰণ ভট্টাচাৰ্যই উদ্ধৃত কৰিছে তেওঁৰ পাৰস্য সাহিত্য পৰিক্ৰমা গ্ৰন্থত
৬৬। Maine George F (Ed) Rubaiyat of Omar Khayyam rendered into English verse by Edward Fitzgeral

A Book of verses underneath the Bough
A Jug of Wine a loaf of Bread and Thou
Beside me singing in the wilderness–
Oh Wilderness were paradise enow! [৬৭]

দুৱৰাৰ কবিতাত তাৰেই উপলব্ধি অনুসৃত হৈছে

সেই নিৰলাত থাকিম নিজানে
কাষত তোমাৰ মধুৰ গান
ৰুটি এটুকুৰা সুৰাৰ পিযলা
কবিতা কুঁৱৰী আকুল প্ৰাণ।
সি সুৰ পুৰীৰ এযেই সপোন
এযে হৃদযৰ বাসনা মোৰ
মৰুৰ মাজত নামিব স্বৰগ
জীৱন যাতনা পৰিব ওৰ। [৬৮]

ওমৰৰ ৰুবাযাতসমূহ পৰ্য্যালোচনা কৰিলে দুটি সত্য প্ৰতিভাত হয। এক কবি ঈশ্বৰ বিশ্বাসী আছিল দুই কবি মানৱপ্ৰেমী আছিল। তেওৰ এই মানৱ জাতি বৰ্ণ নিৰ্বিশেযে সৰ্বদেশৰ সৰ্বকালৰ চিৰন্তন মানৱ। ঈশ্বৰৰ প্ৰতি গভীৰ বিশ্বাস থকাৰ কাৰণেই ওমৰে ঈশ্বৰৰ ওচৰত সকলো মানৱাত্মাৰ হৈ শাশ্বত প্ৰশ্নসমূহ উত্থাপন কৰিব পাৰিছিল। ঈশ্বৰৰ প্ৰশস্তিত ওমৰে কোনো গীত ৰচনা নকৰিলেও ঈশ্বৰৰ প্ৰতি থকা বিশ্বাসৰ চিনাকি বহু ৰুবাযাতত ফুটি উঠিছে। অৱশ্যে ফিটজেৰাল্ড আৰু দুৱৰাই এনেবোৰ ৰুবাই অনুবাদ কৰা নাই। সেইদৰে ওমৰৰ মানৱ প্ৰেমৰ শ্ৰেষ্ঠ কবিতাসমূহো দুযোজনৰ অনুবাদত অনুপস্থিত। মানুহক শ্ৰেষ্ঠত্বৰ আসন দিয়া এটি ৰুবায়তৰ বাংলা ৰূপান্তৰ পোৱা যায এনেদৰে

জগদীশ! এ বিশ্বে তোমাৰ
মানুষই সৃষ্টি মাঝে সাৰ
আছে তাৰ জ্ঞানেৰ ভাণ্ডাৰ
জীৱনেৰ আনন্দ অপাৰ। [৬৯]

৬৭। পূৰ্বোক্ত গ্ৰন্থ
৬৮। দুৱৰা যতীন্দ্ৰনাথ — ওমৰ তীৰ্থ
৬৯। দেব নৰেন্দ্ৰ — ৰোবাইয়াৎ ই ওমৰ খৈয়াম ৰুবাই সংখ্যা ২৯৭

ওমৰৰ চিন্তাধাৰাই কবি দুৰৰাক বাৰকৈয়ে প্ৰভাৱান্বিত কৰিছিল। ওমৰৰ দৰেই তেৰোঁ কৈছে

> মানুহৰ পৰিণাম স্বৰ্গ-নৰক সৃষ্টিৰ উদ্দেশ্য পাপ-পুণ্যৰ প্ৰায়শ্চিত্ত আৰু পুৰস্কাৰ এইবিলাক জটিল সমস্যাই সকলোৰে জীৱনত এবাৰ নহয় এবাৰ ভুমুকি মাৰিছে— মানুহ যিমান বয়সত আগবাঢ়ে সিমানে এই সমস্যাই তেওঁলোকক বেছি উদ্বিগ্ন কৰে এই ৰহস্যভেদৰ কাৰণে মানুহৰ প্ৰাণ আকুল হৈ উঠে। [৭০]

তথাপি ওমৰ খৈয়াম আৰু যতীন্দ্ৰনাথ দুৱৰাৰ মাজত ভাব আৰু দৰ্শনৰ যথেষ্ট অমিল লক্ষ্য কৰা যায়। এই সম্পৰ্কে চৈয়দ আব্দুল মালিকে 'দুৱৰা খায়াম নহ'ল' গ্ৰন্থত বিস্তৃত আলোচনা কৰিছে। ভাবৰ অমিল থকা সত্ত্বেও দুৱৰাই ৰুবায়াতৰ ভাঙনি কৰাৰ কাৰণ হ'ল ওমৰৰ ৰুবায়াতৰ মাজেৰে বিৰিঙি উঠা বিশ্বজনীন সুৰৰ অনুৰণন যি সমগ্ৰ বিশ্বৰ সকলো প্ৰতিভাশালী কবিকে মোহিত কৰাৰ দৰেই দুৱৰাকো মুগ্ধ কৰিছিল। দুৱৰাই লিখিছে

> সকলোতকৈ শ্ৰেষ্ঠ পদাৰ্থ ওমৰৰ মাজেদি প্ৰকাশ পাইছে ওমৰৰ হৃদয়ৰ গভীৰতম প্ৰদেশৰ পৰা উঠা প্ৰাণস্পৰ্শী তীব্ৰ করুণ সুৰ। এই সুৰ শুনি মানুহ চমক খাই ৰয় ভাবে যেন ক'ৰবাত শুনিছে আৰু বাহিৰৰ জঞ্জাল নিস্তব্ধ হ'লেই নিজৰ প্ৰাণতে এই সুৰ বাজি উঠা শুনে। এয়ে ওমৰৰ শ্ৰেষ্ঠ এয়ে ওমৰৰ বিশ্বজনীন ভাব। এই সুৰত মুগ্ধ হৈ আজি আমি অসমীয়া ৰাইজৰ ওচৰত নিজৰ ক্ষুদ্ৰ শক্তিৰে ওমৰৰ ভাবৰ এটি চানেকি এটি ছাঁ দাঙি ধৰিব খুজিছোঁ। [৭১]

ওমৰৰ ৰুবায়তত ফুটি উঠা কাৰুণ্যৰ প্ৰতি দুৱৰা কবিয়ে একাত্মতা অনুভৱ কৰিছিল। অৱশ্যে ওমৰৰ কাৰুণ্য আৰু দুৱৰাৰ কাৰুণ্যৰ উৎস একে নহয়। ওমৰৰ কাৰুণ্য মানৱজাতিলৈ আৰোপিত নিয়তিৰ প্ৰতিকাৰহীন স্বেচ্ছাচাৰী বিধি-বিধানৰ কাৰণেহে। আনহাতে দুৱৰাৰ কাৰুণ্যৰ উৎস হ'ল— একান্ত ব্যক্তিগত ব্যৰ্থ প্ৰেমৰ পৰা উদ্ভূত। ওমৰ নিয়তিৰ প্ৰতি বিদ্ৰোহী কিন্তু দুৱৰাই নিয়তিৰ বিধি-বিধান অকপটে মানি লৈছে। আনকি তেওঁ নিয়তিৰ হাতত নিজকে এৰি দিয়া আবেগিক কবি। ধৰাৰ বুকুত বিধাতাৰ ন্যায় প্ৰতিষ্ঠা কৰিবলৈ কোনো পথ বিচাৰি নোপোৱাৰ বাবে ওমৰৰ হৃদয় অশান্ত, চিন্তা-জালৰ পৰা নিষ্কৃতি পোৱাৰ বাবে সুৰা আৰু

---

৭০। দুৱৰা যতীন্দ্ৰনাথ ওমৰ তীৰ্থ অভিমত

৭১। পূৰ্বোক্ত গ্ৰন্থ

চাকীৰ মাজত তেও নিমগ্ন দুৰৰা ভাগ্যৰ ওপৰতে নিজকে সঁপি দি সোণোবালী দেশৰ যাত্ৰী হৃদয় তেওৰ শান্ত-সমাহিত। দুৰৰাৰ মতে

'সময়ৰ প্ৰতিশোধ কোনে বাধা দিব?
জগতত অকলশৰীয়া
যাওক উটি যেনি-তেনি সোঁতৰ লগত
মেলি দিয়া নাও নাৱৰীয়া। [৭২]

তথাপি বিষাদ-বীক্ষা কাৰুণ্য আৰু মৃত্যু চেতনা দুয়োজন কবিৰ কাব্যত মূৰ্ত হৈ উঠিছে। অৱশ্যে দুৰৰাৰ মৃত্যু চেতনা বহু পৰিমাণে ৰোমাণ্টিক ভাব বিলাস মাত্ৰ ওমৰৰ দৃষ্টিত মৃত্যু হ'ল সকলো জ্বালা-যন্ত্ৰণাৰ পৰা নিষ্ক্ৰান্তি, নিষ্ঠুৰ নিয়তিৰ স্বেচ্ছাচাৰিতাৰ পৰা মুক্তি। দুৰৰাৰ কবিতাত প্ৰায়েই ব্যৰ্থ প্ৰেমৰ করুণ বিননি শুনাৰ বিপৰীতে ওমৰৰ কবিতাত প্ৰচ্ছন্নভাৱে কেতিয়াবাহে মানসপ্ৰতিমাৰ উপস্থিতি লক্ষ্য কৰা যায়। পাৰ্বতীচৰণ ভট্টাচাৰ্যই উল্লেখ কৰা তথ্যৰ পৰা জনা যায় যে ওমৰে চুলতান আলপ্ আৰ্চলনাৰ জনৈক উজীৰৰ কন্যাক ভাল পাইছিল। তাইৰ নাম আছিল 'হালিমা বেগম'। হালিমা যে আনৰ বাগদত্তা সেই কথা কবিয়ে বহু পিছতহে জানিছিল। অৱশ্যে ওমৰে ক্ষমতা আৰু সমৃদ্ধিৰ উচ্চ শিখৰত বহিও তাইৰ পাণি গ্ৰহণত গোপনে অথবা প্ৰকাশ্যে কোনো প্ৰকাৰ উচ্ছৃংখল অসংযম প্ৰকাশ কৰা নাছিল। তেওৰ মানস সুন্দৰীয়ে হয়তোবা কাব্যৰ দুৰ্জ্ঞেয় পৰ্দাত মাথোঁ কেতিয়াবাহে অস্পষ্ট ছায়াপাত কৰি গৈছে।[৭৩]

তথাপি দুয়োজন কবিৰ মাজত কিছুমান বিশেষ মিল লক্ষ্য কৰা যায়। এই সম্পৰ্কে চৈযদ আব্দুল মালিকে লিখিছে

> নিয়তিৰ ওপৰত বিশ্বাসৰ বিষয়ত জীৱনৰ ওপৰত শক্তিৰ বিষয়ত এক পৰম নিয়ন্তা বা পৰম সত্তাৰ ওপৰত থকা বিশ্বাসৰ বিষয়ত ওমৰ খৈয়াম আৰু যতীন্দ্ৰনাথৰ মাজত বহুখিনি মিল আছে। আৰু যিটো কথাত আটাইতকৈ মিল আছে, সেইটো হৈছে— মূলতঃ দুয়োজনেই কবি। [৭৪]

পূৰ্ববৰ্তী কবিৰ প্ৰভাৱ পৰৱৰ্তী কবিৰ ওপৰত পৰাটো তেনেই স্বাভাৱিক। যিদৰে বাল্মীকিৰ প্ৰভাৱ কালিদাসৰ ওপৰত আৰু এই উভয় কবিৰ প্ৰভাৱ ৰবীন্দ্ৰনাথৰ ওপৰত পৰিছিল সেইদৰে ফিটজেৰাল্ডৰ মাজেৰে হ'লেও দুৰৰাৰ ওপৰত ওমৰৰ প্ৰভাৱ

---

৭২। আপোন সুৰ — অতীতক ৰোৱাহে পাহৰি
৭৩। ভট্টাচাৰ্য পাৰ্বতীচৰণ : পাৰস্য সাহিত্য পৰিক্ৰমা
৭৪। মালিক চৈয়দ আব্দুল — দুৰৰা খায়াম নহ'ল

পৰিছিল। ৰুবায়াতৰ বিশেষকৈ নিয়তি সংক্ৰান্ত ধ্যান-ধাৰণা আৰু বিষাদ-বীক্ষাৰ প্ৰভাৱ দুৰ্বৰাৰ জীৱনত বাৰুকৈয়ে পৰিছিল। তেও পৰৱৰ্তী প্ৰায় সকলোবোৰ কাব্য পুথিতে ৰুবায়াতৰ কেতিয়াবা ছঁয়াময়া কেতিয়াবা স্পষ্ট প্ৰভাৱ লক্ষ্য কৰা যায়।

ওমৰ তীৰ্থ ভাঙনি গ্ৰন্থ হ'লেও এই কাব্যখনত খোকোজা নলগা অনলস গতি আৰু শব্দচয়নৰ নিপুণতাই পাঠকক মহৎ-কাব্য পাঠৰ আনন্দ দান কৰে। কাব্যখনত ওমৰৰ ৰুবায়াতৰ কঠিন আৱৰণ নাই যদিও প্ৰাণ চাঞ্চল্য সঠিকভাৱেই অনুভূত হয়।

দুৰ্বৰাৰ 'কথা কবিতা কাব্য পুথিখন কবিৰ সম্পূৰ্ণ মৌলিক ৰচনা নহয় ইয়াত থকা সাতচল্লিশটা কথা কবিতাৰ প্ৰায় আধাখিনিয়েই ৰুছলেখক আইভান টুৰ্গেনিভৰ (Aivan Turgenieff) Poems in Prose নামৰ পুথিখনিৰ বাছকবনীয়া ৰচনাসমূহৰ ভাবানুবাদ বা ছায়ানুবাদ আৰু কেতিয়াবা মুকলি অনুবাদ। মোৰ শেষ পাঠ নামৰ ৰচনাটি ফৰাচী সাহিত্যিক আলফচ দোদেৰ (Alphonse Daudet) এটি গল্পৰ ইংৰাজী ভাঙনি The Last Lesson -ৰ প্ৰায় আক্ষৰিক অনুবাদ। তদুপৰি দক্ষিণ আফ্ৰিকাৰ লেখিকা অলিভ শ্ৰীনাৰ (Olive Schreiner)-ৰ Dream নামৰ গদ্য কবিতা পুথিৰ ছয়ামযা প্ৰভাৱো একাধিক কবিতাত পৰিছে।

'কথা কবিতা সম্পূৰ্ণৰূপে দুৰ্বৰাৰ মৌলিক ৰচনা নহয় যদিও অসমীয়া সাহিত্যলৈ ই এক অভিনৱ সংযোজন। তদুপৰি এই কাব্যখনৰ মাজেৰেও দুৰ্বৰাৰ কাব্যজিজ্ঞাসাৰ ভালেখিনি স্বৰূপ মূৰ্ত হৈ উঠিছে। বাণীকান্ত কাকতিৰ মতে কথা কবিতাবোৰক তেও বুকুৰ তপত তেজৰ উমনি দি সজীৱ কৰি তুলিছে।[৭৫] টুৰ্গেনিভে দুৰাৰোগ্য কেন্সাৰ ৰোগত ভুগি মৃত্যুৰ ক্ষণ গণি থকা অৱস্থাত জীৱনৰ ভাটি বয়সত (Poems in Prose) ৰচনা কৰিছিল। জীৱনৰ পথ পৰিক্ৰমাত দুৰ্বৰাও ক্লান্ত ক্ষত-বিক্ষত হৈ পৰিছিল। সেয়ে সমধৰ্মী মনৰ অৱস্থাৰ প্ৰকাশৰ প্ৰতি কবিৰ সহজাত আকৰ্ষণ জন্মিছিল। উভয়ৰে জীৱনৰ কাৰুণ্যৰ সাদৃশ্য সম্পৰ্কে শ্ৰীকৃষ্ণ মিশ্ৰই লিখিছে

> টুৰ্গেনিভ আৰু দুৰ্বৰা দুয়োজনৰেই জীৱন ব্যক্তিগত কাৰুণ্যৰে ভৰপূৰ। পাই হেৰুওৱাৰ বেদনাই টুৰ্গেনিভক যোগাইছিল অসীম প্ৰেৰণা। কিন্তু দুৰ্বৰাৰ জীৱন আছিল হয়তো নোপোৱাৰ বেদনাৰে ভাৰাক্ৰান্ত। ব্যক্তিগত কথা কবিতাসমূহ দুয়োজন কবিৰেই বেদনামুখৰ জীৱনৰ ইতিকথা স্বৰূপ। [৭৬]

---

৭৫। দুৰ্বৰা যতীন্দ্ৰনাথ — কথা কবিতা বাণীকান্ত কাকতিৰ পাতনি

৭৬। চেতিয়া যোগেন (সম্পা॰) — দুৰ্বৰাৰ কাব্য প্ৰতিভা কৃষ্ণ মিশ্ৰৰ প্ৰবন্ধ— 'কথা কবিতা টুৰ্গেনিভ আৰু দুৰ্বৰা

দুৱৰাৰ 'কথা কবিতা'ৰ মাজত তিনিটা ভাবধাৰা লক্ষ্য কৰা যায়— প্ৰেম সম্পৰ্কে তেওৰ নিজস্ব ধাৰণা য'ত পাৰ্থিৱ আৰু অপাৰ্থিৱ প্ৰেম সম্পৰ্কে তেওৰ স্বতন্ত্ৰ অভিব্যক্তি পৰিস্ফুট হৈছে, স্বপ্নময়তা আৰু মৃত্যু চেতনা। দুৱৰাৰ মতে পাৰ্থিৱপ্ৰেম স্বাৰ্থপৰতাৰে কলুষিত ই ক্ষণস্থায়ী চঞ্চল আৰু অপাৰ্থিৱপ্ৰেম অজেয শাশ্বত আৰু প্ৰোজ্জ্বল। এই প্ৰতীতি-সমৃদ্ধ তেওঁৰ কবিতাসমূহ হ'ল— সেই হালধীয়া ফুলপাহি কেতেকী দেৱী 'সীমায়ো দিয়েহি ধৰা 'আচৰিত দেশ সোণবৰণীয়া দেশ 'শিল্পী আদি। বিশ্বাস শান্তি আৰু অমল সৌন্দৰ্যৰে ভৰা স্বৰ্গীয়প্ৰেমৰ বিপৰীতে পাৰ্থিৱ প্ৰেম দুদিনীয়া। যৌৱনৰ উন্মাদনা কেৰাহী কটাক্ষ আৰু মিলনৰ আকুলতাৰো কোনো স্থায়িত্ব নাই— 'হালধীয়া ফুলপাহি'ত ইয়াৰেই অভিব্যক্ত ফুটি উঠিছে। কেতেকী কবিতাত ৰাজকোঁৱৰ আৰু ৰাজকুঁৱৰীৰ প্ৰেমৰ মাজেৰে দেহজপ্ৰেমৰ প্ৰতি মানুহৰ অন্ধ আকৰ্ষণ আৰু উন্মাদনাকেই প্ৰকাশ কৰিছে। আনহাতে কেতেকী চৰাইজনীৰ প্ৰেমৰ মাজেৰে কল্যাণবোধৰ লক্ষ্যত নিয়োজিত প্ৰতিদানহীন নিস্বাৰ্থ প্ৰেমৰ কথাকেই কোৱা হৈছে। 'সীমাযো দিয়েহি ধৰা কবিতাত বৰাগীজনে পাৰ্থিৱপ্ৰেম আৰু সৌন্দৰ্যৰ প্ৰতি বিৰাগী হৈছে, বৰাগীৰ অন্ধতা আৰু বধিৰতা— পাৰ্থিৱপ্ৰেম আৰু সৌন্দৰ্যৰ প্ৰতি থকা তেওৰ অনীহাৰেই ৰূপক ৰূপান্তৰ। মৰ্ত্যৰ ক্ষণস্থায়ী প্ৰেম আৰু সৌন্দৰ্যৰ বিপৰীতে বৰাগীজনৰ লক্ষ্য আৰু সাধনা হ'ল— অপাৰ্থিৱ অনন্তপ্ৰেমৰ মূৰ্চ্ছনা তোলা অনন্ত সংগীতৰ লগত নিজৰ সুৰক মিলাই দিয়া।

সোণ বৰণীয়া দেশ দুৱৰা কবিৰ সকৰুণ জীৱন অভিজ্ঞতাৰেই প্ৰতিভূস্বৰূপ। বাস্তৱ জগতৰ নিষ্ঠুৰ বঞ্চনাত ব্যথাহত কবিয়ে সদায় যি এক উজ্জ্বল জগতৰ সপোন দেখিছিল— সেই দেশেই কবিৰ সোণ বৰণীয়া দেশ। য'ত মানুহ ওপজে বুঢ়া হয় আৰু মৰে— য'ত ভাল পায় আৰু পাহৰে— পৃথিৱী সম্পৰ্কে কবিৰ ই এক মৰ্মান্তিক উক্তি। কবি-কল্পিত সোণ বৰণীয়া দেশ'ত ৰোগ শোক জড়া মৃত্যু নাই জাৰ নাই ঘাম নাই অন্ধকাৰ নাই— আছে মাথোঁ অনন্ত সুখ সৌন্দৰ্য আৰু পোহৰৰ বৰ্ণাঢ্য সমাবেশ।

দেৱী কবিতাৰ দেৱী অপাৰ্থিৱ সৌন্দৰ্য আৰু প্ৰেমৰ প্ৰতিভূ। এই নাৰী শুচিস্নিগ্ধা অপৰূপা লাৱণ্যময়ী। কবি-কল্পনাত এই কুঁৱৰী শৰীৰী হ'লেও কবিৰ মানস-প্ৰতিমাৰ বাহিৰে আন কোনো নহয়। ৰবীন্দ্ৰনাথৰ মানসসুন্দৰীৰ দৰেই এই দেৱীয়ে কবিৰ চিত্তাকাশ আলোকিত কৰে কবিসত্তাক নিয়ন্ত্ৰিত আৰু পৰিচালিত কৰে। কবিয়ে লিখিছে

হে দেৱী কল্পনা সুন্দৰী। মই তোমাক চিনিব পাৰিছোঁ মাজে মাজে মোক এইদৰে দেখা দি যোৱাহি— মোৰ নিৰাশ দুৰ্বল হৃদয়ক আশাৰ কিৰণ ঢালি সবল কৰা। কবিৰ কোমল প্ৰাণে সদায় তোমালৈ বাট চাই থাকে। [৭৭]

'শিল্পী' কবিতাত অধৰা প্ৰেমৰ সুন্দৰ পৰিস্ফুটন ঘটিছে। জন্ম-জন্মান্তৰ ব্যাপী কবি শিল্পীয়ে যি মানসলখিমীক বিচাৰি ফুৰিছে, তাৰেই অভিজ্ঞান বহন কৰিছে 'শিল্পী'ৰ প্ৰতিমাই। কবিৰ চিৰন্তন সৌন্দৰ্যতৃষ্ণাৰ এক বিচিত্ৰ পৰিকল্পনা এই মানসী প্ৰতিমা। একাগ্ৰ সাধনাৰে সৃষ্ট প্ৰতিমাত শিল্পীয়ে প্ৰাণ প্ৰতিষ্ঠা কৰিবলৈ নিজৰ বুকুৰ তেজ ঢালি দিও ব্যৰ্থ হৈছে। 'শিল্পী'ৰ প্ৰতিপাদ্য বিষয় এয়ে যে অসীমক কেতিয়াও সীমাৰে বান্ধিব নোৱাৰি জীৱনৰ পান পাত্ৰ কেতিয়াও পূৰ্ণ নহয়। ইযেই 'শিল্পী'ত অভিব্যক্ত অধৰাপ্ৰেম। পাষাণ প্ৰতিমাত প্ৰাণ প্ৰতিষ্ঠা হ'লে তাৰ মহত্ব নাথাকিব যুগ যুগান্তৰৰ সাধনাৰ পৰিসমাপ্তি ঘটিব। সেযে ব্যৰ্থতাৰ গ্লানি বুকুত লৈযে শিল্পীৰ সাধনা চলি থাকে। অপ্ৰাপনীযাক প্ৰাপ্তিৰ প্ৰাচুৰ্যৰে আবদ্ধ কৰিব নোৱাৰি অপ্ৰাপ্তিৰ বেঁদনাত ভাৰাক্ৰান্ত হৈ উঠে শিল্পীৰ মন। এই মধুৰ বেদনা আৰু মধুৰ-যন্ত্ৰণা ৰোমাণ্টিক কবিৰ কণ্ঠত গীতি-ক্ৰন্দন হৈ বাজি উঠে। তথাপি প্ৰতিমাৰ সন্ধান-প্ৰযাসৰ অৱসান নহয। এই অন্বেষণেই কবি শিল্পীক লৈ যায চিৰসুন্দৰৰ দেশলৈ— য'ত প্ৰেম আৰু অনন্ত সৌন্দৰ্যৰ নিৰ্যাস সদায প্ৰবহমান।

'কথা কবিতা'ত অভিব্যক্ত কবিৰ প্ৰেম সম্পৰ্কীয দৃষ্টিভংগীৰ আভাস দাঙি ধৰা কেইটামান উক্তি হ'ল

১। 'মৃত্যুতকৈও প্ৰেম ডাঙৰ আৰু মৰণৰ ভযতকৈও প্ৰেমৰ শক্তি প্ৰবল। এই প্ৰেমতেই জীৱন চলি আছে আৰু এই প্ৰেমতেই জীৱনৰ উন্নতি। (এটি টিপচি চৰাই, পৃ ২৯)

২। প্ৰেমেও ঠিক তেনেকৈযে প্ৰেমিকৰ আত্মদান বিচাৰে— ইযাত কাৰ লাভ লোকচান তাক নুবুজে— প্ৰেমিকৰ নে প্ৰেমাস্পদৰ নাই প্ৰেমৰ? (ব্যৰ্থতা পৃ ৭১)

৩। তেন্তে জানো প্ৰেমিকৰ প্ৰেম ব্যৰ্থ? যি সূৰ্যমুখী ফুলে গোটেই দিন ওপৰলৈ মুখ কৰি সূৰ্যৰ উপাসনাৰ তাপ-ক্লেশ সহ্য কৰি শান্ত সন্ধিয়াৰ নীৰৱ আন্ধাৰৰ কোলাত শান্তিময় মৰণক আনন্দেৰে আলিঙ্গন কৰে সিও জানো ব্যৰ্থ? প্ৰেমৰ শ্ৰেষ্ঠ দান জানো ব্যৰ্থতা? (ব্যৰ্থতা পৃ ৭২)

---

৭৭। দুৱৰা যতীন্দ্ৰনাথ কথা কবিতা দেৱী

৪। প্ৰেম অনন্ত-অজেয— চিৰমিলনত বিচ্ছেদ নাই।

(সোণ বৰণীয়া দেশ পৃ ৭৭)

৫। প্ৰেমৰ পবিত্ৰ কুঞ্জত পাহৰণিৰ প্ৰবেশ নাই

(সোণ বৰণীয়া দেশ পৃ ৭৭)

'কথা কবিতা'ত পৰিস্ফুট হোৱা দুৰ্ৱাৰ কাব্য ভাবনাৰ এটি দিশ হ'ল স্বপ্নময়তা। 'কথা কবিতা'ৰ প্ৰায়বোৰ কবিতাতেই স্বপ্নময় পৰিবেশৰ ছঁয়ামযা ছবি অংকিত হৈছে। তাৰে কেইটামানত প্ৰত্যক্ষভাৱেও সপোনৰ ঘটনাৰ বৰ্ণনা আছে। 'সপোন প্ৰকৃতি 'জীৱনৰ সাঁতোৰ প্ৰলয আদি এই শ্ৰেণীৰ কবিতা। দুৰ্ৱাৰ 'কথা কবিতা'ত উল্লিখিত— চকু দুটা তেজ যেন ৰঙা কৰি গোঙোৰা মুখেৰে চাই থকা বুঢী (এজনী বুঢী) বগা সাজ পিন্ধি মাইকীজনীৰ উদাস কঠোৰ দৃষ্টি (শেষ দেখা) দাত নোহোৱা জটীযা মূৰীযা বুঢাটোৰ দৰে থিয হৈ থকা ভগা দ'ল (এটি ভগা দ'ল) এখন মৰিশালি— কিছুমান ভগা কলহ পোৰা কাঠ দুডোখৰ ফটা কানি (আনন্দ) মূৰ আৰু দুডাল দীঘল শু থকা তেজৰ দৰে ৰঙা ভযলগা জন্তুটো (সপোন) সেউজীযা পোছাক পৰিহিতা ভযলগা খঙাল চকুযুঁৰিৰে চাই থকা তিৰোতাজনী (প্ৰকৃতি) জাটলি বুঢী (মৰম ফুলনি) আৰু অগম্য দুৰ্গম আচহুৱা স্থান ভযলগা পৰিবেশ আদি সপোনৰহে উপাদান।

এই ভয়ংকৰ প্ৰাণী আৰু ভযাল পৰিবেশ চিত্ৰণৰ সৈতে কবিৰ মৃত্যু চেতনাৰ সম্পৰ্ক অতি নিবিড। এজনী বুঢী কবিতাৰ মৰিশালিৰ এক অতি ভয়ংকৰ নিস্তব্ধতাৰ মাজেৰে নিযতিৰূপী বুঢীজনীৰ উপস্থিতিৰ বৰ্ণনাৰে কবিযে মৃত্যুৰ অনিবাৰ্যতাৰ ইংগিত দিছে। শেষ দেখা কবিতাটিত বগা সাজ পিন্ধা মাইকী মানুহজনী মৃত্যুৰ প্ৰতীক। 'কথা কবিতা নামৰ কবিতাটিত কবিৰ ৰোমাণ্টিক মৃত্যু-কামনা এনেদৰে ফুটি উঠিছে

> ওখ ওখ পৰ্বতে শুলে — অনন্ত নীল আকাশ শুলে— অসীম বিশ্ব নিতাল মাৰি শুলে জগত নিস্তব্ধ— প্ৰকৃতি নীৰৱ। [৭৮]

জগতখন শান্ত-সমাহিত নিস্তব্ধ হৈ পৰাৰ প্ৰতীকৰ মাজেৰে কবিৰ নিজৰেই মৃত্যু চেতনা পৰিস্ফুট হৈছে। কবিৰ মৃত্যু চেতনা ফুটি উঠা আন কেইটামান কবিতা হ'ল— 'কাইলৈ 'আনন্দ 'সপোন 'উৎসাহ 'কুকুৰ প্ৰকৃতি 'শত্ৰু আৰু মিত্ৰ

---

৭৮। পূৰ্বোক্ত গ্ৰন্থ কথাবাৰ্তা

প্ৰলয় আদি। 'সপোন'ত উল্লিখিত যৌৱনকো নিঃশেষ কৰি দিব পৰা আচহুৱা পোকটো মৃত্যু দেৱতাৰ বাহিৰে আন একো নহয়। এই পোকটোৰ বৰ্ণনা প্ৰসংগত কবিয়ে লিখিছে

> তাৰ পাখী দুখন হালধীয়া গাটো ক'লা মূৰটো আৰু দীঘল শুং দুডাল একেবাৰে তেজৰ দৰে ৰঙা। [৭৯]

'উৎসাহ কবিতাত সৰু টিপচী চৰাইটোক খেদি ফুৰা শেন চৰাইটো নিয়তিৰ প্ৰতীক। কবিয়ে লিখিছে

> মোৰ জীৱনৰ শেনেও মূৰৰ ওপৰেদি ঠিক এনেকৈয়ে উৰিছে, উৰিবলৈ দিয়া। [৮]

সংসাৰ কাইটনিত পতিত কবিয়ে আজীৱন জীযাতু ভোগাতকৈ মৃত্যুৰ মাজেৰে সকলো জ্বালাৰ অৱসান হোৱাটোকেই বিচাৰিছে। 'শত্ৰু আৰু মিত্ৰ কবিতাত বন্ধুৰ মৃত্যুত বন্ধুই কৈছে

> পোতাশালৰ যন্ত্ৰণা ভোগ কৰি আজীৱন মৰাতকৈ এইটোৱেই ভাল হ'ল সি এতিয়া সকলো জ্বালা যন্ত্ৰণাৰ অতীত। [৮১]

যতীন্দ্ৰনাথ দুৱৰাৰ কবি মানসৰ সৈতে প্ৰেম আৰু সৌন্দৰ্যৰ আনন্দ আৰু বেদনাৰ নিবিড় সংযোগ ঘটিছে। প্ৰেমৰ মাযাময উপলব্ধি জীৱনবোধৰ গভীৰ অনুভূতি কবি-কল্পনাৰ অপৰূপ ৰশ্মিৰেখাত সমুজ্জ্বল হৈ উঠিছে। কবিয়ে এসময়ত দেহ বাস্তৱতাৰ মাজত প্ৰেমৰ পৰিতৃপ্তি বিচাৰিছিল কিন্তু জীৱন অভিজ্ঞতাৰ ফলত তেও বাস্তৱ প্ৰেমৰ ব্যৰ্থতা বুজিব পাৰিছিল। সেয়ে তেওৰ কাব্য ভাবনাও ক্ষুধাত আৰম্ভ হৈ সুধালৈ ৰূপান্তৰিত হৈছে, ৰতিৰে সূচনা হৈ আৰতিৰ উৰ্ধ্বায়নত বিৰতি লভিছে। এই সুমেৰু-কুমেৰুসদৃশ বিপৰীত ভাবধাৰাৰ মাজতে নিহিত আছে দুৱৰাৰ সমগ্ৰ কবিমানস। ৰবীন্দ্ৰনাথৰ 'ছবি ও গান 'কড়ি ও কোমল'ৰ পৰা 'মানসী'ৰ কাব্য ভাবনাৰ ক্ৰম উত্তৰণৰ সৈতে দুৱৰাৰ উত্তৰণৰ ভাবগত সাদৃশ্য লক্ষ্য কৰা যায়।

দুৱৰা মুখ্যত বিষাদ-বীক্ষাৰ কবি। জোনালী নিশাৰ পৰিপূৰ্ণ আনন্দ প্লাৱনৰ মাজতো তেওৰ অন্তৰত চিৰবিৰহৰ অশ্ৰুসিক্ত কাব্য-বীণ বাজি উঠে

---

৭৯। পূৰ্বোক্ত গ্ৰন্থ সপোন
৮০। পূৰ্বোক্ত গ্ৰন্থ উৎসাহ
৮১। পূৰ্বোক্ত গ্ৰন্থ শত্ৰু আৰু মিত্ৰ

নিৰলে থাকিম বুলি সাজিছো ইযাতে পঁজা
দাতিযেদি বৈ যায পাহৰণি নই
ধুনীযা জোনাক ৰাতি বহি তাৰ পাৰতেই
শুনাম জীৱন গীতি বীণখনি ল'ই। [৮২]

জীৱনৰ অনাদৰ অৱহেলা সকলো গোটাই লৈ অভিমানী কবিযে যি বেদনাৰ গীত ৰচিলে সেযে ৰোমাণ্টিক গীতি-ক্ৰন্দন (Lyric cry)। এই কাৰুণ্যই অকল তেওৰ প্ৰাণৰ বীণতে ৰেপ দিলেও তাৰ বেদনাৰ মূৰ্চ্ছনা সৰ্বজনৰ হৃদযতে সঞ্চাৰিত হয। প্ৰেমৰ ব্যৰ্থতা আৰু বিচ্ছেদেই কবিমানসত আনি দিছে মুক্তিৰ বিস্তৃত অৱকাশ সীমাৰ সিপাৰৰ ভূমাৰ বিশালতাৰ উপলব্ধি। বস্তু জগতৰ দৰশন পৰশনক নেওচি স,কীৰ্ণ দুখৰ পৰা উত্তীৰ্ণ হৈ আনন্দলোকলৈ ঘটিছে উত্তৰণ। তথাপি বিনন্দীযা পৃথিৱীৰ পৰা যাবলৈ উদ্যোগ কৰা বিদাযী কবিৰ অন্তৰ কান্দি উঠিছে। Philomela নামৰ কবিতাত মেথিউ আৰ্ণল্ডে এটি নাইটি,গল চৰাইৰ সুৰত শুনিছিল এই অনন্ত প্ৰেম আৰু অনন্ত বেদনাৰ সুৰ eternal passion eternal pain সকলো এৰি গুচি যোবাৰ সকৰুণ মমবাণী। দুৰৰাৰ সমগ্ৰ কাব্যভাবনাৰ মাজতে অবিচ্ছেদ্যভাৱে মিহলি হৈ আছে এনে বিষাদৰ সুৰ অতীত ৰোমন্থনৰ বেদনা আৰু স্মৃতিৰ ভগ্না,শ। তেওৰ প্ৰতিটো শব্দই কঢিযাই আনে সকলোকে এৰি যোৱাৰ মমান্তিক উপলব্ধি আৰু কোনো এক গোপন-ব্যথাৰ ৰক্তিম সম্ভেদ।

সকলো অখণ্ডতা আৰু অপ্ৰাপ্যৰ পৰা সৰ্বজনীন আৰু সৰ্বকালিক অলৌকিক ৰসলোকলৈ নিজৰ লগতে কবিযে কাব্যৰসপিপাসু পাঠককো লৈ যাবলৈ সমৰ্থ হৈছে। দুৰৰাৰ কবিতাত পৰিচিত জগত লাহে লাহে অস্পষ্ট হৈ গৈ সোণোৱালী দেশৰ ছবি স্পষ্ট হৈ উঠে পাৰ্থিৱ জগতৰ চিনাকি সুৰ ক্ৰমে অচিনাকি হৈ সুদূৰৰ মা,গলিক সুৰ কাণত বাজিবলৈ ধৰে। চিৰন্তন কামনা অতীতপ্ৰেমৰ স্মৃতি সুৰভি ক্ষীণতৰ হৈ ভূমাৰ প্ৰতি আত্মনিবেদনৰ ভাবটো ক্ৰমাৎ প্ৰকট হৈ উঠে।

দুৰৰাৰ 'আপোন সুৰ আৰু 'বনফুল গীতি-কবিতাৰ স,কলন দুখনিত কবিযে নিজকেই কবিতাৰ বিষযীভূত কৰি তোলাৰ ফলত তেওৰ আত্ম-ৰূপ অধিক পৰিমাণে প্ৰকট হৈ পৰিছে। দুযোখন কাব্যতেই কবিৰ সুখ-দু খ আশা নিৰাশাৰ বিচিত্ৰ ভাবৰাশিৰ সমাবেশ ঘটিছে। বিৰিঞ্চি কুমাৰ বৰুৱাৰ ভাষাত

> There are desire for union regret at repulse the despair of the unblest the sigh of unrequited love and the pang of separation in his poems [৮৩]

---

৮২। নেওগ মহেশ্বৰ (সম্পা ) সঞ্চয়ন শূন্য পৰিচয়

৮৩। Barua B K History of Assamese Literature

দুৰ্‌ৰাৰ কবিতাত অনন্তযাত্ৰাৰ কথা থাকিলেও পৃথিৱীৰ প্ৰতি থকা তেওঁৰ ভালপোৱাৰ ছবিও ফুটি উঠিছে

ভাল পাও শৰতৰ শুকুলা ডাৱৰ
বসন্তৰ প্ৰেমৰ সপোন
বতাহে বিলাই ফুৰা নতুন বাতৰি
জগতৰ নতুন জীৱন। (আপোন সুৰ সুখৰ সপোন পৃ ৩০)

কবি দুৰ্‌ৰাই মায়া মৰীচিকাৰ পিছে পিছে খেদি ফুৰাৰ দৰেই যেন পাৰ্থিৱ প্ৰেম আৰু সৌন্দৰ্যক আঁকোৱালি ল'ব বিচাৰিছিল

He was vainly sought for this love in the haunts of men
Unalloyed love is difficult to find in human society [৮৪]

সেয়ে কবিয়ে তীব্ৰ অভিমানবশতঃ নিৰলে আপোন মনে পাহৰণি নৈৰ পাৰত বহি জীৱন গীত গাইছে

অকলে আপোন মনে বহি নিৰলাত
ৰচোঁ মই নিজানৰ গান
সঙ্গীহীন বিহগীৰ আকুল সুৰত
আকাশত ভাহি উঠে তান।" (আপোন সুৰ আপোন সুৰ পৃ ১)

'আপোন সুৰ আৰু 'বনফুল'ৰ বহু কবিতাত কবিৰ আক্ষেপ শোক আৰু সান্ত্বনা হতাশা আৰু প্ৰত্যাশাৰ মিশ্ৰসুৰ ধ্বনিত হৈছে। যিহেতুকে বিৰহী প্ৰাণত পুনৰ্মিলনৰ আকাংক্ষা চিৰদিনেই জাগি থাকে সেয়ে মাজে-সময়ে কবিয়ো আশান্বিত হৈ উঠিছে। অথচ চঞ্চল নিজৰাই শিলৰ বুকুত চেনেহৰ যি মধুৰ পৰশ বুলায় সেযা মুহূৰ্তৰ বাবেহে, তাৰ পিছতেই নিজৰা আঁতৰি যায়। এইদৰেই কবিৰ স্বপ্ন ভংগ হৈছে। 'শিলটিৰো সপোন ভাগিল কবিতাটিৰ শিলৰ স্বপ্নভংগৰ মাজেৰে কবিয়ে নিজৰ স্বপ্নভংগৰ কথাকেই ব্যক্ত কৰিছে। কবিতাটিত শিল কবিৰ আৰু নিজৰা কবি প্ৰিযাৰ প্ৰতীক।

স্বপ্নভংগ হোৱাৰ পিছত কবিয়ে পাৰ্থিৱ জগতৰ খেলা ভংগ কৰি অপাৰ্থিৱ জগতৰ সৌন্দৰ্য বিচাৰি যাবলৈ মন স্থিৰ কৰিছে। এটি উৰি যোৱা ৰাজহাঁহলৈ লক্ষ্য কৰি কবিয়ে নিজকে যেন অনন্তযাত্ৰাৰ পথিকৰূপে বিবেচনা কৰিছে

---

৮৪। পূৰ্বোক্ত গ্ৰন্থ

'উৰি যোৱা উৰি যোৱা আৰু কতপৰ
ৰবা এই বিলৰ মাজত
প্ৰাণৰ লগৰী দেহি আছে বাট চাই
অকল'ই নিজান বনত।

(এটি উৰি যোৱা ৰাজহাঁহলৈ বনফুল পৃ ১৫)

জীৱনৰ এনে সন্ধিক্ষণতেই সুন্দৰ এই পৃথিৱীৰ খেলা সমাপণ কৰি ৰবীন্দ্ৰনাথেও নিৰুদ্দেশৰ উদ্দেশ্যে যাত্ৰা কৰিছিল এনেদৰে

এই জনমেৰ এই ৰূপেৰ এই খেলা
এবাৰ কৰি শেষ
সন্ধ্যা হোলো ফুৰিযে এলো বেলা
বদল কৰি বেশ।
*** *** *** *** *** ***
বধুৰ দিঠি মধুৰ হযে আছে
সেই অজানাৰ দেশ। [৮৫]

অনন্ত যাত্ৰাৰ পথিক যতীন দুৱৰাই নিজকে 'বাটৰুৱা আৰু 'নাৱৰীয়া এই দুই প্ৰতীকেৰে চিনাকি দিছে। কবিৰ যাত্ৰাৰ বিৱৰণীযে তেওৰ কবিতাক প্ৰাণ চঞ্চল আৰু গতিময কৰি তুলিছে।

অতীত ভৱিষ্যৎ আৰু আশা নিৰাশাৰ অভিঘাতত পৰি দুৱৰাৰ কবিতা সকৰুণ আৰু মৰ্মঘাতী হৈ উঠিছে। যাত্ৰা উদ্যোগী কবিযে চিৰদিনৰ বাবে প্ৰেয়সীৰ সৈতে হ'বলগীযা আসন্ন বিচ্ছেদৰ কথা ভাবি শেষবাৰৰ কাৰণে প্ৰিযতমাৰ সান্নিধ্য বিচাৰিছে। কবিযে জানে প্ৰেযসীৰ জীৱন ফুলনিত বাৰে বাৰে ফাগুন আহিব বসন্ত আহিব অথচ কবিৰ জীৱনত এযে শেষ বসন্ত। এনে মৰ্মান্তিক ভাব ব্যক্ত হোৱা দুৱৰাৰ 'বিদায বেলাৰ পৰশ নামৰ কবিতাটিৰ শেষৰ পিনে শেষ যাত্ৰাক অতি বেদনাপ্লুত কৰি তুলিছে

সকলোটি সামৰি সুতৰি
অন্ধকাৰত বীণখনি বাই
যাম মই আগেদি তোমাৰ
তুমি মোক নিচিনা দুনাই। [৮৬]

---

৮৫। ঠাকুৰ ৰবীন্দ্ৰনাথ বলাকা ৪০ নং কবিতা
৮৬। দুৱৰা যতীন্দ্ৰনাথ বনফুল বিদায বেলাৰ পৰশ

দুৰ্ৰাৰ কবিতাটিৰ সৈতে ৰবীন্দ্ৰনাথৰ শেষ বসন্ত কবিতাটিৰ সাদৃশ্য মনকৰিবলগীয়া। শেষ বসন্তৰ অন্তিম স্তৱকত কবিগুৰুৱে লিখিছে

'সব ছেড়ে যাব প্ৰিয়ে সমুখেৰ পথদিয়ে
ফিৰে দেখা হবেনাতো আৰ।
ফেলে দিযো ভোৰে গাঁথা ম্লান মল্লিকাৰ মালাখানি
সেই হবে স্পৰ্শ তব সেই হবে বিদাযেৰ বাণী। [৮৭]

এইদৰে সীমাক অৱলম্বন কৰি সীমাতীতৰ এক বিস্ময়কৰ সাধনাৰ যোগেদি দুৰ্ৰা কবিয়ে উপনীত হ'ব বিচাৰিছে সোণোৱালী দেশৰ অতীন্দ্ৰিয ৰসলোকত।

'কথা কবিতা'ত ফুটি উঠাৰ দৰেই দুৰ্ৰাৰ 'আপোন সুৰ আৰু 'বনফুল কাব্য দুখনিতো তেওৰ স্বপ্নময়তা আৰু মৃত্যু চেতনা ফুটি উঠিছে। বাস্তৱ বিডম্বিত ব্যৰ্থ জীৱনত ৰোমাণ্টিক কবিসকলৰ বাবে সপোন আছিল আশাৰ মৰুদ্যান। সপোনৰ সহাযেৰেই তেওলোকে কল্পনাৰ অসীম মাযাজাল বিস্তাৰ কৰি লৈছিল সাতোবৰণীযা ইন্দ্ৰধনুৰ ৰঙেৰে হৃদয আকাশ ৰঙাই তুলিছিল। বাস্তৱত লগ নোপোৱা প্ৰিযতমাক সপোনতে বুকুত ঠাই দিছিল তেওৰ স'তে কথা পাতিছিল। ৰবীন্দ্ৰনাথেও এই সপোনকে আশ্ৰয কৰি দূৰ অতীতৰ প্ৰিযতমাক বিচাৰি গৈছিল

দূৰে বহুদূৰে
স্বপ্নলোকে উজ্জযিনী পুৰে
খুঁজিতে গেছিনু কবে শিপ্ৰানদীপাৰে
মোৰ পূৰ্বজনমেৰ প্ৰথমা প্ৰিযাৰে। [৮৮]

সপোন দুৰ্ৰাৰ বাবে ইমানেই প্ৰিয আছিল যে তেও 'আপোন সুৰ'ত চোৱাল্লিশবাৰ আৰু 'বনফুল'ত পয়ষষ্ঠিবাৰ সপোন শব্দটো প্ৰযোগ কৰিছে। সপোনৰ প্ৰতি কবিৰ আগ্ৰহ এনেদৰে অভিব্যক্ত হৈছে

সপোনৰ সৰগ আমাৰ
সুকীয়া সৰগ নাই
*** *** *** *** *** ***
সপোনতে ফুলে যেন জীৱনৰ ফুল
সপোনতে মিলি য'ক জীৱনৰ ইকুল সিকুল। [৮৯]

---

৮৭। ঠাকুৰ ৰবীন্দ্ৰনাথ — সঞ্চয়িতা পূৰবী শেষ বসন্ত
৮৮। ঠাকুৰ ৰবীন্দ্ৰনা। — কল্পনা স্বপ্ন
৮৯। দুৰ্ৰা যতীন্দ্ৰনাথ — বনফুল মোৰ তুমি নাভাঙিবা ভুল

কবিৰ বাবে সপোনেই সাৰ সপোনেই জীৱনৰ একান্ত আপোন। বাস্তৱ কঠোৰ ছলনাৰে ভৰা। সেয়ে কবিয়ে কৈছে

দিঠকৰ আশা কৰি মিছা
নেমেলিবা হিয়াৰ দাপোণ
সপোনকে লোৱাচোঁ সাৱটি
সপোনেই তোমাৰ আপোন। [৯০]

সেইদৰে—

বিচাৰা যদিহে কল্পনা ৰাজ্যৰ
উদাসী প্ৰাণৰ মেলা
সপোন লগৰী কৰি পাৰি দিয়া
এৰি দিঠকৰ খেলা। [৯১]

সপোনৰ দৰেই মৃত্যু চেতনাও দুৱৰাৰ 'বনফুল আৰু 'আপোন সুৰ'ত বাৰে বাৰে ভুমুকি মাৰিছে। মৃত্যু চেতনাও ৰোমাণ্টিক মনোভাবৰ এক ধাই প্ৰৱণতা। সামান্য বেদনাকে ডাঙৰকৈ দেখা প্ৰেমত ব্যৰ্থতা জীৱনৰ ক্ষণভংগুৰতা অতৃপ্তিবোধ আদিৰ বাবেই ৰোমাণ্টিক কবি মানসত মৃত্যু চেতনাই ছায়াপাত কৰিছিল। তদুপৰি ক্ষুদিৰাম দাসৰ মতে—

আধুনিক গীতি কবিদেৰ প্ৰিয় মনোভাব সৌন্দৰ্য বিহ্বলতায় মৰবাৰ আগ্ৰহ প্ৰকাশ কৰা অথবা তীব্ৰ আত্মসচেতনতাৰ মুহূৰ্তে মৃত্যুৰ সংগে মুখো মুখি হওযাৰ ইচ্ছা। [৯২]

যতীন্দ্ৰনাথ দুৱৰাৰ মতে মৃত্যুৰ শক্তি অনন্ত। পাৰ্থিৱ জগতৰ হৰ্ষ বিষাদ গৰ্ব অহংকাৰ সকলো চূৰ্ণ বিচূৰ্ণ হয় মৃত্যুৰ প্ৰচণ্ড আঘাতত। এই আঘাতক প্ৰতিহত কৰাৰ ক্ষমতা মানুহ নাই

'বাহুতোলা মৰণৰ শেষ আলিংগনে
চিনচাব নেৰাখে সমূলি। [৯৩]

---

৯০। পূৰ্বোক্ত গ্ৰন্থ — সপোন কুঁৱৰী
৯১। পূৰ্বোক্ত গ্ৰন্থ — তোমালৈ
৯২। দাস ক্ষুদিৰাম — ৰবীন্দ্ৰ প্ৰতিভাৰ পৰিচয় ২য় প্ৰকাশ
৯৩। নেওগ মহেশ্বৰ (সম্পা ) — সঞ্চয়ন অতীতক নেযাবা পাহৰি

মৃত্যুৰ গতিও অনিবাৰ্য অপ্ৰতিৰোধ্য

গৰজে অসীম সিন্ধু অগাধ অপাৰ
বাহু তুলি আহিছে মৰণ। [১৪]

বহুতেই প্ৰেম আৰু মৃত্যুৰ ফুলশয্যা আৰু মৃত্যুশয্যাৰ মাজত সাদৃশ্য দেখা পাইছে। এই সম্পৰ্কে ৰবীন্দ্ৰ সংগীতত প্ৰেম আৰু মৃত্যুৰ তুলনা প্ৰসংগত সন্তোষকুমাৰ ঘোষে কোৱা কথাষাৰ প্ৰণিধানযোগ্য

> প্ৰেমেই মৃত্যুৰ একমাত্ৰ প্ৰতি তুলনা। মিলনশয্যায লোকে শেষ বেশবাস খুলে ফেলে মৃত্যুতেও সব খোলা হযে যায। নেই আবৰণ নেই আভৰণ শুধু ৰিক্ত দুটি বাহু কাউকে বাহুডোৰে বাঁধতে চাইছে। [১৫]

ৰঘুনাথ চৌধাৰীয়ে মৃত্যুশয্যা তথা চিতাশয্যাকে ফুলশয্যাৰূপে বৰ্ণনা কৰিছে। [১৬] দুৰৱাৰ কবিতাত প্ৰেম আৰু মৰণৰ জযধ্বনি এনেদৰে অনুৰণিত হৈছে

'আমি মাথোঁ যাও আগুৱাই
গাই গীত প্ৰেম মৰণৰ। (বনফুল ন আৰু পুৰণি পৃ ৭৫)

এইদৰে দুৰৱাৰ কবিতাত সঘনে মৃত্যু চেতনাই ভুমুকি মাৰিছে। এই প্ৰৱণতাই কবিক পাৰ্থিৱ জগতৰ প্ৰতি নিৰ্লিপ্ততা আনি দিয়াৰ উপৰি কবি অন্তৰত আধ্যাত্মিক প্ৰশান্তিও আনি দিছে।

দুৰৱাৰ কবিতাত প্ৰকৃতিয়ে মুখ্য স্থান লাভ কৰা নাই যদিও প্ৰকৃতিৰ খণ্ড চিত্ৰৰ উপস্থাপনাই তেওঁৰ কবিতাক হৃদযসংবাদী কৰি তুলিছে। কবিমানসত প্ৰতিফলিত হোৱা বিচিত্ৰ ভাবৰাশিক নিখুঁতভাৱে ফুটাই তুলিবলৈ কবিযে প্ৰকৃতিৰ বিভিন্ন উপাদানৰ সাহায্য লৈছে। দুৰৱাৰ কবিতাৰ পৰিবেশ আৰু পটভূমি চিত্ৰণতো প্ৰকৃতিয়ে বিশেষ ভূমিকা গ্ৰহণ কৰিছে। দুৰৱাৰ কবিতাত সঘনে উল্লিখিত প্ৰাকৃতিক উপাদানসমূহ হ'ল চৰাই ফুল নদী নিজৰা জোন শৰত শেৱালি আকাশ বিজুলী বসন্ত ফাগুন মলযা মেঘ সাগৰ ইন্দ্ৰধনু প্ৰভৃতি। কবিযে প্ৰকৃতিৰ এই উপাদানসমূহ প্ৰাযে উপমা প্ৰতীক চিত্ৰকল্প আদি হিচাপে প্ৰযোগ কৰিছে।

কবিযে জেতুকা পাতৰ উপমাৰে দিয়া নিজৰ ক্ষত-বিক্ষত অন্তৰৰ চিনাকি অপূৰ্ব। এটি উৰি যোৱা ৰাজহাঁহৰ ৰূপকেৰে কবিযে নিজকে অনন্তৰ উদ্দেশ্যে যাত্ৰা

---

৯৪। দুৰৱা যতীন্দ্ৰনাথ — মৰমৰ সুৰ প্ৰেমৰ বিদায়

৯৫। ঘোষ সন্তোষকুমাৰ — ৰবীন্দ্ৰ চিন্তা

৯৬। ৰঘুনাথ চৌধাৰীৰ দহিকতৰা কাব্যগ্ৰন্থৰ 'ফুলশয্যা কবিতাটিৰ দ্ৰষ্টব্য।

কৰা বাটৰুৱাৰ সৈতে তুলনা কৰিছে। সেইদৰে 'হাহি আৰু চকুলো'ৰে ভৰা দুদিনীয়া মানৱ জীৱনত ক্ষণিকৰ বাবে সুখ আহি আঁতৰি যোৱা কথাটো মেঘে ঢকা আকাশত মুহূৰ্তৰ বাবে দেখা দিয়া ইন্দ্ৰধনুৰ সৈতে তুলনা কৰিছে।

প্ৰকৃতিক পটভূমি হিচাপে লৈ ৰচনা কৰা এটা অনবদ্য কবিতা হ'ল তোমালৈ। প্ৰকৃতিৰ ৰূপ বিৱৰ্তনৰ সৈতে কবিৰ ভাবৰ বিৱৰ্তন কবিতাটোত নিখুঁতভাৱে চিত্ৰিত হৈছে। বিৰহ-ক্লান্ত কবিযে প্ৰেয়সীক শেষ দেখা কৰিবলৈ যোৱাৰ পথতে প্ৰকৃতিযে বৰণ সলাইছে, এই বৰ্ণনা অতি নিপুণ

লয পায মলযাৰ মেলা
লাহে লাহে তটিনী বুকুত
উৰি যায গোলাপৰ গোন্ধ
ছবি যেন সপোন মাজত। [৯৭]

দুৱৰাৰ কাব্য পৰিক্ৰমাৰ তৃতীযটি ধাৰাত পোৱা যায এমুঠিমান স্বদেশপ্ৰেমমূলক কবিতা। তেওৰ 'মৰমৰ সুৰ কাব্য-সংকলনত সন্নিৱিষ্ট ভালেমান কবিতাত জাতিৰ প্ৰতি থকা ভাব উদ্দীপনা প্ৰকাশ পাইছে। জাতীয বীৰ-বীৰাংগনা আৰু মনীষীসকলৰ প্ৰতি অভিব্যক্ত তেওৰ শ্ৰদ্ধা ভক্তিৰ মাজেৰেই জাতীযপ্ৰেম তথা স্বদেশপ্ৰেমৰ স্বৰূপ উন্মোচিত হৈছে। জাতীয ভাবোদ্দীপক কেইটিমান কবিতা হ'ল কোনে আজি অতীত জগায 'অসমত আৰু লক্ষ্মীনাথ নাই 'মহামানৱৰ মহাপ্ৰযাণ 'লালা লাজপতৰায 'জয়মতী আৰতি (১) আৰতি (২) আৰু শ্ৰীশ্ৰীশংকৰদেৱ শীৰ্ষক তিনিটা কবিতা।

১৯২৪ চনৰ ২৫ ডিচেম্বৰত লক্ষ্মীনাথ বেজবৰুৱাৰ সভাপতিত্বত গুৱাহাটীত অনুষ্ঠিত অসম ছাত্ৰ সন্মিলনৰ প্ৰথম অধিৱেশনত পাঠ কৰাৰ উদ্দেশ্যে ৰচনা কৰা আৰতি (২) কবিতাটিৰ মাজেৰে কবি দুৱৰাই পুণ্যভাৰতীৰ খোপাৰ মালতী'স্বৰূপ অসমী জননীৰ বন্দনা কৰিছে। কবিয়ে জন্মভূমিৰ বীৰ-বীৰাংগনা আৰু মনীষীসকলৰ স্মৃতি-ৰোমন্থনৰ যোগেদি জাতীয় ভাবৰ উদ্ৰেক কৰিব বিচাৰিছে। কবিতাটিৰ শেষ স্তৱকত কবিৰ স্বদেশানুৰাগ উথলি উঠিছে

পূৰ্ণিমাৰ পোহৰে উজলাই ধৰা
নামক ধীৰেৰে সৰগৰ পৰা
পৰি জীৱনত আন্ধাৰ বাটত

---

৯৭। শৰ্মা যজ্ঞেশ্বৰ (সম্পা) শতপত্ৰ তোমালৈ

ঢালক আশিস করুণা
নমো শতবাৰ হে মোৰ জননী।
চিৰ জীৱনৰ সাধনা। [৯৮]

কোনে আজি অতীত জগায় শীৰ্ষক কবিতাটিৰ মাজেৰে দুবৰাই অতীত অসমৰ শৌৰ্য-বীৰ্য আৰু কৃতিত্বৰ কথা সুঁৱৰি সেই গৌৰৱ-উজ্জ্বল অতীত বৰ্তমানলৈ উভতি আহি আকৌ অসমক সমৃদ্ধিশালী কৰি তুলিব বুলি কামনা কৰিছে

"অতীতেই হব বৰ্তমান
দেশ মোৰ জিলিকি উঠিব
পূৰ্ণিমাৰ জোনাক উঠিব
মুখে মুখে হাহি বিৰিঙিব। [৯৯]

'শ্ৰীশ্ৰীশংকৰদেৱ শীৰ্ষক তিনিটা কবিতাৰ দ্বাৰা কবিয়ে অসমীযা সাহিত্য সংস্কৃতিৰ জনক শ্ৰীশ্ৰীশংকৰদেৱৰ প্ৰতি বিমুগ্ধ হৃদযৰ ভক্তি অৰ্ঘ্য নিবেদন কৰি তেওৰ আশিস বিচাৰিছে। শংকৰদেৱৰ কৃতি-গৰিমাক কবিয়ে এইদৰে সুঁৱৰিছে

"বোৱালা ভক্তিৰ সোঁত দিলা ধৰ্ম দিলা জ্ঞান
দিলা ভাষা অসমক কৰিলা জীৱন দান।
তোমাৰ জীৱনী দেৱ। লিখে এনে সাধ্য কাৰ
গোটেই অসমভূমি বিস্তৃত জীৱনী যাৰ। [১]

সতী জয়মতীক সুঁৱৰি লিখা কবিতাটিৰ মাজেৰে কবিয়ে অসমৰ উজ্জ্বল ভৱিষ্যৎ আৰু উত্তৰণৰ পথত আগুৱাই যোৱাৰ সপোন দেখিছে

"যি দেশত জনমিলে সতী জযমতী
সেই দেশ জগত মাজত
নোৱাৰে পৰিব পিছু। [১১]

মহাত্মা গান্ধীৰ মৃত্যুক লৈ লিখা শোক কবিতাটিৰ মাজেৰেও কবিৰ স্বদেশৰ কল্যাণ চিন্তা ফুটি উঠিছে। আততায়ীৰ গুলিত নিহত স্বৰ্গগত মহান নেতাগৰাকীৰ পৰা কবিয়ে আশিস বিচাৰিছে

---

৯৮। দুবৰা যতীন্দ্ৰনাথ — মৰমৰ সুৰ আৱতি
৯৯। পূৰ্বোক্ত গ্ৰন্থ — কোনে আজি অতীত জগায়
১০০। পূৰ্বোক্ত গ্ৰন্থ — শ্ৰীশ্ৰীশংকৰদেৱ
১০১। পূৰ্বোক্ত গ্ৰন্থ — জয়মতী

কৰা ভাৰতক মঙ্গল দান
সাধা জগতৰ মহা কল্যাণ। [১২]

ভাৰতৰ প্ৰাচীন ঐতিহ্যক সুঁৱৰি লিখা আন কেইটামান কবিতাৰ মাজেৰেও কবিৰ জাতীয় ভাবধাৰা প্ৰকাশ পাইছে। আনহাতে 'কথা কবিতা'ৰ মোৰ শেষ পাঠ নামৰ কবিতাটিৰ মাজেৰেও কবি দুৱৰাৰ নিজৰ মাতৃভাষাৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধা আৰু ভালপোৱাৰ ভাব প্ৰকাশ পাইছে।

আশা নিশাৰাৰ টনা আজোৰাত পৰি কবি দুৱৰাই বাস্তৱ জগতৰ ছবি অঁকাৰ যিকণ চেষ্টা কৰিছিল সেযা একান্ত আত্মনিষ্ঠ কবিগৰাকীৰ সমগ্ৰ কাব্যভাবনাৰ তুলনাত অতি কম। বাস্তৱ সমস্যাৰ পৰা আঁতৰি থকাৰ প্ৰৱণতাই আছিল তেওঁৰ কবিমানসৰ ঘাই কথা। সমাজ সংসাৰৰ প্ৰতি থকা তেওঁৰ এই অনীহাক লক্ষ্য কৰি তীৰ্থনাথ শৰ্মাই এইদৰে লিখিছে

> যুগান্তকাৰী দেশৰ বিপ্লৱ তেখেতৰ চকুৰ আগতে ইটোৰ পিছত সিটো হৈ গ'ল। সেইবোৰে তেখেতৰ কবিত্বক ইন্ধন যোগাব পৰা নাছিল। সমাজৰ এটা বহু প্ৰসাৰী পৰিৱৰ্তনৰ প্ৰয়োজনীয়তাৰ উপলব্ধিয়ে তেখেতৰ যৌৱন কালতে দেশবাসীক আলোড়িত কৰিছিল। সেইবোৰৰ গুৰুত্বই তেখেতৰ কবিতাক বোল দিবলৈ সক্ষম নহ'ল। [১৩]

এইবোৰ কাৰণতে নলিনীধৰ ভট্টাচাৰ্যই 'দুৱৰা'ক 'জীৱন পলাতক কবি আখ্যা দিছে। [১৪]

তথাপি দুৱৰাক সম্পূৰ্ণৰূপে পলায়নবাদী বা নিৰাশাবাদী বুলি কোৱা নাযায় কাৰণ নিৰাশাৰ লগে লগে আশাবাদেও তেওঁৰ কবিমানসত ভুমুকি মাৰিছেহি। আৰু সেয়ে আশাবাদী বা নিৰাশাবাদী বুলি নকৈ তেওঁক বিষাদৰ কবি বুলি কোৱাই সমীচীন। দুৱৰাৰ সমগ্ৰ কাব্য ভাবনাৰ মাজতেই বিজড়িত হৈ আছে এই বিষাদ-বীক্ষা।

---

১০২। পূৰ্বোক্ত গ্ৰন্থ — মহামানৱৰ মহাপ্ৰয়াণ
১০৩। গগৈ লীলা (সম্পা) — যতীন্দ্ৰনাথ দুৱৰা কবি আৰু কবি প্ৰতিভা (তীৰ্থনাথ শৰ্মাৰ প্ৰবন্ধ দুৱৰাৰ কবিতাত কেইটিমান লক্ষণ)
১০৪। চেতিয়া যোগেন (সম্পাং) — দুৱৰাৰ কাব্য প্ৰতিভা (নলিনীধৰ ভট্টাচাৰ্যৰ প্ৰবন্ধ' দুৱৰাৰ কথা কবিতা)

## (গ) ৰত্নকান্ত বৰকাকতী

অসমীয়া ৰোমাণ্টিক কাব্যৰ দ্বিতীয় তৰংগৰ এজন শীৰ্ষস্থানীয় কবি হ'ল ৰত্নকান্ত বৰকাকতী। বৰকাকতীৰ কাব্যকৃতি সংখ্যা সাপেক্ষ নহয় গুণ-সাপেক্ষহে। তেওঁৰ তিনিখনেই মাথোঁ কবিতা পুথি— শেৱালি (১৯৩২) 'তৰ্পণ (১৯৫১) আৰু 'চন্দ্ৰহাৰ (১৯৬৩)। অৱশ্যে তেওঁ কবিতাৰ উপৰি ৰচনা কৰিছিল নাটক আৰু ভিনসুৰীয়া প্ৰবন্ধপাতি যিবোৰে আখৰ-জোঁটনিৰ পৰা আৰম্ভ কৰি ফ্ৰয়েড আৰু য়ুঙৰ লিবিডো (Libido)-ৰ বিচাৰলৈকে সামৰি লৈছে। তেওঁ আছিল এজন নিৰ্ভীক আৰু ক্ষুৰধাৰ সমালোচক।

১৯৭৭ চনত তেওঁৰ গদ্য ৰচনাসমূহৰ এখন সংকলিত ৰূপ প্ৰকাশ পায 'ৰত্নকান্ত বৰকাকতীৰ গদ্য সম্ভাৰ নামেৰে। এই গ্ৰন্থখন পাঠ কৰিলেই বুজা যায বৰকাকতী আছিল এজন অধ্যয়নশীল জ্ঞানলিপ্সু, উপনিষদ আৰু দৰ্শন শাস্ত্ৰৰ গভীৰ অনুৰাগী আৰু ভাৰতীয় ঐতিহ্যৰ এজন সাৰ্থক উত্তৰাধিকাৰী। বৰকাকতীৰ বিশেষ পৰিচয় আছিল ইংৰাজী আৰু বাংলা সাহিত্যৰ সৈতে। তদুপৰি পৃথিৱীৰ অন্যান্য বহুতো মনীষীৰ চিন্তা জগতৰ লগতো তেওঁ পৰিচিত হৈছিল। এই সকলোৰে উৰ্ধ্বত ৰবীন্দ্ৰনাথৰ কাব্যাদৰ্শই কবিক বাৰুকৈয়ে প্ৰভাৱান্বিত কৰিছিল। 'আলাপ নামৰ কাব্য-নাটকৰ পাতনিত কবিয়ে কৈছে

> এই ক্ষুদ্ৰ লেখক জগত কবি ৰবীন্দ্ৰনাথৰ একাগ্ৰ শিষ্য আৰু সেই অগ্নিময প্ৰাণৰ জ্বলন্ত প্ৰভাৱেৰেই ভস্মাবৃত হৃদযো অনুপ্ৰাণিত। [১০৫]

চিন্তাশীল গদ্যৰচনা আৰু যুক্তি-নিৰ্ভৰ সমালোচনাত বৰকাকতীৰ যথেষ্ট দক্ষতা থাকিলেও তেওঁৰ সাধাৰণ আৰু সৰ্বোত্তম পৰিচয় এজন কবি হিচাপেহে। কবিয়ে মোৰ আত্মভাষা নামৰ ৰচনাখনিৰে তেওঁৰ জীৱনৰ সংক্ষিপ্ত পৰিচিতি আৰু ঘটনা পৰম্পৰাৰ চমু ইতিবৃত্ত দাঙি ধৰিছে। বৰকাকতীৰ জন্ম হয় নগাঁৱৰ ঢিং মৌজাৰ অন্তৰ্গত আঠগাঁৱত ১৮৯৭ চনৰ ২০ জুনত। তেওঁৰ পিতৃৰ নাম ৰায়চাহাব ভূধৰ বৰকাকতী। ১৯১৫ চনত নগাঁও চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি তেওঁ কটন কলেজত ভৰ্তি হয়। তাৰ পিছত কলিকতালৈ গৈ প্ৰথমতে ৰিপণ কলেজত আৰু পিছত কিছুদিন হুগলী কলেজতো পঢ়িছিল। কিন্তু সেই সময়ত মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ উত্তাল গতিবেগত কলিকতাৰ স্কুল-কলেজসমূহ বন্ধ হৈ যোৱাৰ

---

১০৫। ভূমিকা যোগেন্দ্ৰনাৰায়ণ(সম্পা°) ৰত্নকান্ত বৰকাকতীৰ গদ্য সম্ভাৰ 'আলাপ

উপক্ৰম হোৱা বাবে তেখেতেও পঢ়া শুনা এৰি দেশসেৱাৰ কামত ব্ৰতী হয়। এই সম্পৰ্কে বৰকাকতীয়ে লিখিছে

> চাওতে চাওতে ১৯২১ চনত অসহযোগ আন্দোলনৰ প্ৰবল ধুমুহাত গোটেই ভাৰতবৰ্ষত দল্ দোপ্ হেন্দোলদোপ্— একে দিনাই কলিকতাৰ ১৫ হেজাৰ ছাত্ৰই কলেজ এৰে মহাত্মাৰ বক্ততাত কলিকতা মহানগৰী মুখৰিত হয়। চি আৰ দাশে ছাত্ৰবিলাকক ক'লে— Through up your hopes in the Bay of Bengal গতিকে সিমানতে মোৰ ছত্ৰভঙ্গ যদিও National বা জাতীয় বিদ্যাপীঠৰ জৰিয়তে বি এ ডিগ্ৰী ল'বলৈ হেপাহ মেলিছিলোঁ সেযা অলপ দিনৰ ভিতৰতে ভূমিস্যাৎ হ'ল। [১৬]

বৰকাকতী অসমীযা ৰোমাণ্টিক কালৰ ভৰপকৰ কবি। তেওৰ কবিতাৰ প্ৰধান উপজীব্য হ'ল প্ৰেম। অৱশ্যে অম্বিকাগিৰীৰ দৰে বৰকাকতীয়ে তেওৰ 'আত্মভাষা'ত তেওৰ ব্যক্তিগত জীৱনৰ প্ৰেম পবৰ সামান্যতম ই˳গিতো দি যোৱা নাই। তথাপি যিহেতু কবিতাই হ'ল কবিৰ জবানবন্দি অথবা কাব্যই হ'ল কবিৰ ঘাই পৰিচয— সেযে তেওৰ কবিতাৰ ভাব ভাষা আৰু ক্ৰম অনুধাৱন কৰি তেওৰ জীৱনত প্ৰেমৰ অবিসম্বাদী প্ৰভাৱ সম্পৰ্কে ধাৰণা কৰি ল'ব পাৰি। বৰকাকতীৰ কবিতাগুচ্ছ কবিৰ এনে এখন অন্তৰ দাপোণ য'ত চকু থ'লেই ফটফটীয়াকৈ দেখা যায় তেওৰ অন্তৰ বাহিৰ আৰু প্ৰেমৰ বোল সনা কবিৰ কবিমানস। বিশেষকৈ শেৱালি কাব্য গ্ৰন্থখনিত কবিৰ প্ৰেম সম্পৰ্কীয দৃষ্টিভ˳গী আৰু স্বৰূপ সুন্দৰভাৱে ফুটি উঠিছে। জীৱনদৰ্শনৰো সম্যক আভাস পোৱা যায এই স˳কলনৰ জৰিযতে। এই ক্ষেত্ৰত হেমন্তকুমাৰ শৰ্মাই শেৱালি সম্পৰ্কে কৰা মন্তব্য অতি যথাৰ্থ বুলি ক'ব পাৰি

> শেৱালি কবি ৰত্নকান্ত বৰকাকতীদেৱৰ সাহিত্যিক জীৱনৰ কীৰ্তিস্তম্ভ। শেৱালি ফুলৰ দৰেই কবিৰ শুভ্ৰ কোমল আৰু আৱেগ ঢলা সৌন্দৰ্যপিযাসী মনৰ ভাবোচ্ছ্বাসৰাশি প্ৰকাশ পাইছে শেৱালি'ত সন্নিৱিষ্ট বিভিন্ন কবিতাৰ মাজেদি। শেৱালি বৰকাকতীৰ অন্তৰ দাপোণ। শেৱালি'ক এৰি কবি বৰকাকতীক ভাবিব নোৱাৰি আৰু কবি বৰকাকতীক ভাবিলে শেৱালি'ৰ কথা আপোনা-আপুনি মনলৈ আহে। শেৱালি'তেই তেওৰ কবি প্ৰতিভাৰ চৰম বিকাশ ঘটিছে। শ্বেলীৰ বিষয়ে টেনিছনে কোৱাৰ দৰে বৰকাকতীৰ বিষয়েও ক'ব পাৰি— His poetry is the expression of the man himself'। বৰকাকতী ডাঙৰীয়াই 'চন্দ্ৰহাৰ আৰু 'তৰ্পণ নামে আন

১০৬। পূৰ্বোক্ত গ্ৰন্থ মোৰ আত্মভাষা

দুখন কবিতা পুথি লিখিলেও স্বৰূপতে তেখেতৰ কবিতাৰ সকলো বৈশিষ্ট্য শেৱালিতে প্রকাশ পাইছে। ১৭

শেৱালি'ত সৰ্বমুঠ একাশিটা কবিতা সংকলিত হৈছে। সমালোচক যজ্ঞেশ্বৰ শৰ্মাই শেৱালি'ৰ কবিতা পৰিচিতি হিচাপে লিখা পৰিক্ৰমা'ত এই কবিতাসমূহক বিষয়বস্তু অনুসৰি পাঁচোটা শ্রেণীত ভাগ কৰিছে প্রেম বা ভালপোৱাৰ কবিতা কবি আৰু কাব্য সম্বন্ধীয় শোকৰ কবিতা পৌৰাণিক তথা ঐতিহাসিক কথা আৰু জীৱনৰ সমস্যা সম্বন্ধে তেওৰ চিন্তাৰ কাব্যময় প্রকাশ।

অসমীয়া ৰোমাণ্টিক প্রেমকাব্যত তিনি ধৰণৰ প্রেমিক কবি দেখা যায়। একশ্রেণীৰ কবিযে যৌৱনত প্রেমৰ সম্ভাৰ লৈ আগুৱাই গৈ দয়িতাৰ দ্বাৰা প্রত্যাখ্যাত হৈ অথবা নানা কাৰণত যুগ্মজীৱন যাপন কৰিবলৈ অসমৰ্থ হৈ বৈবাহিক জীৱনত আবদ্ধ হৈছে আন ৰমণীৰ লগত কিন্তু পূৰ্বৰ প্রেয়সীৰ স্মৃতি পাহৰিব নোৱাৰি মানসীৰূপে তেওঁকেই কাব্যকাননত ঠাই দিছে। বেছিভাগ কবিযেই এই শ্রেণীৰ অন্তর্গত হ'লেও অম্বিকাগিৰী ইযাৰ সার্থক দৃষ্টান্ত। আন একশ্ৰেণী কবিয়ে বাঞ্ছিত প্রেয়সীৰ পৰা যথোপযুক্ত সঁহাৰি নাপাই সামাজিক বাধা অতিক্রম কৰিব নোৱাৰি চিৰকুমাৰ হৈযে জীৱন যাপন কৰিছে আৰু জীৱনৰ শেষ দিনলৈকে পূৰ্বৰ দযাহীনা দযিতাৰ স্মৃতিকেই হৃদযত স্থান দিছে। যতীন্দ্রনাথ দুৱৰা এই শ্রেণীৰ উত্তম নিদর্শন। আৰু একশ্রেণীৰ কবিযে ঘটনাক্রমে পূৰ্বৰ প্ৰিযাকেই পৰিণীতাৰূপে লাভ কৰি তেওৰ লগতেই সংসাৰ পতাৰ সুযোগ লাভ কৰিছে। স্বাভাৱিকতে এই শ্রেণীৰ কবিযে প্রাক বিবাহকালৰ উন্মাদনা বিয়াৰ পিছত হেৰুৱাই পেলাইছে আৰু বিবাহিতা স্ত্রীৰ মাজত পূর্ণতা নাপাই অৱশেষত মানসীৰ সন্ধানত উদ্‌বাউল হৈছে। এই শ্রেণী কবিৰ প্রতিভূ হ'ল ৰত্নকান্ত বৰকাকতী।

শেৱালি'ৰ অন্তর্ভুক্ত কবিতাবোৰৰ বেছিভাগেই প্রেমৰ কবিতা। প্রেম পর্যায়ৰ এই কবিতাসমূহক তিনিটা ভাগত ভগাব পাৰি কবি জীৱনত প্ৰিয়াৰ আগমন ঘটাৰ পূর্বাৱস্থাৰ কবিতা আগমন ঘটাৰ সমযছোৱাৰ কবিতা আৰু প্ৰিযতমা আঁতৰি যোৱাৰ অর্থাৎ মানসীলৈ পৰিণত হোৱাৰ পৰৱৰ্তী অৱস্থাৰ কবিতা। কবিয়ে যৌৱনত ভৰি নৌ-দিওতেই এদিন তেওৰ ভাবীপ্রিযাক দেখা পাইছিল। সেইদিনা কবিৰ অন্তৰ নতুন চিন্তা ভাবনা আৰু অজান পুলকত শিহৰি উঠিছিল। প্রথম দর্শনৰ এই প্রভাৱ কবি জীৱনত বহুদিন স্থায়ী হৈছিল। ভাবীপ্ৰিয়াক দেখাৰ আগত কবিৰ হৃদয়-সৰসী

১৭। শৰ্মা হেমন্তকুমাৰ সাহিত্য বিচিত্ৰা

আছিল নিস্তৰংগ প্ৰিয়াৰ অনুৰাগে তাত ঢৌৰ খলকনি তুলিলে। ১৯১০ চনত লিখা এটি কবিতাত কবিয়ে লিখিছে

তেতিয়া কৈশোৰ প্ৰশান্ত সাগৰ
জোৱাৰ নউ
এনেতেই তুমি আহি অকস্মাৎ
তুলিলা ঢউ। [১৮]

আৱেগ আকুল কিশোৰ প্ৰাণত এবাৰ প্ৰেমৰ জোৱাৰ উঠিলে যৌৱন উৱলি নোযোৱালৈকে আৰু সেই ভাবতৰংগ স্তিমিত নহয। কৈশোৰৰ এই প্ৰেমৰ উন্মাদনাই বৰকাকতীকো উটাই-বুৰাই নিছিল। প্ৰিযাৰ প্ৰেমমদিৰাত আসক্ত কবিযে প্ৰেমৰ ৰাগীত থৰকাচুটি হেৰুৱাইছিল

উটি বুৰি প্ৰাণে নাপায কূল
নেদেখে একোকে জগত সংসাৰ
দিন নে ৰাতি
জোন বেলি তৰা নাই বসুন্ধৰা
নুমায জ্যোতি। [১৯]

বাল্য কৈশোৰত মাটিৰ ঘৰ সাজি ধূলি-বালিৰে সৈতে খেলি থকা কবিৰ প্ৰাণ কাৰোবাৰ মধুৰ মাতত সাৰ পাইছিল। অকস্মাতে অন্তৰৰ সুসুপ্ত প্ৰণয় এনেদৰে জাগি উঠাৰ কথা কেবাটাও কবিতাত ফুটি উঠিছে। ১৯১৩ চনত লিখা এটি কবিতাত কবিয়ে লিখিছে

এদিন হঠাতে মধুৰ হাৱাত
উঠিল প্ৰণয জাগি
মধুৰ আশা মধুৰ ভাষা
হাৱায হাৱায় লাগি। [১১]

'বিশ্বহৰণ কবিতাটিত বৰকাকতীৰ প্ৰেমভাবনাৰ দুটি পৰ্যায পোৱা যায়— প্ৰেমিকাৰ আগমনৰ পূৰ্বাৱস্থা আৰু আগমনৰ পৰৱৰ্তী অৱস্থা। সৌন্দৰ্যপ্ৰিয সকলো মানুহকে প্ৰকৃতিৰ উপাদানে আপ্লুত কৰে। বৰকাকতীৰ প্ৰাণ মনো আকৰ্ষিত হৈছিল

---

১০৮। বৰকাকতী ৰত্নকান্ত শেৱালি তেতিয়া
১০৯। পূৰ্বোক্ত গ্ৰন্থ
১১০। পূৰ্বোক্ত গ্ৰন্থ দুদিন আহে যায়

প্ৰকৃতিৰ অনিন্দ্য ৰূপত। প্ৰিয়াৰ আগমনৰ পূৰ্বে প্ৰকৃতিয়েই আছিল তেওঁৰ বাবে আনন্দৰ ৰহঘৰা আৰু শান্তি প্ৰদায়িনী। জোন বেলি আকাশ-বতাহ নৈ-নিজৰা ফুলৰ হাঁহি আদিৰ লগত কবিয়ে সহজেই একাত্মতা অনুভৱ কৰিছিল। কিন্তু হঠাৎ প্ৰেয়সীৰ আগমনে কবিৰ জীৱন ওলট পালট কৰি দিলে। প্ৰেয়সীৰ ৰূপৰ চমকে প্ৰকৃতিৰ সকলো সৌন্দৰ্যকে ম্লান কৰি পেলালে। কবি সম্পূৰ্ণৰূপে প্ৰিয়াগত হৈ পৰিল। গোটেই প্ৰকৃতি যেন তেওঁৰ চকুৰ আগৰ পৰা অদৃশ্য হৈ গ'ল। কবিয়ে প্ৰেয়সীক উদ্দেশ্যি লিখিছে

'যিদিনা হন্তে
চকু ছাটমাৰি
তুমি উজলিলাঁ
মোৰ
সেই দিন ধৰি
যেন নিলা হৰি
তিল তিলক'ই
সকলোবোৰ। ১১১

মৰণশীল জীৱন আৰু যন্ত্ৰণাপীড়িত জড-জগতৰ সীমা পাৰ হৈ এক শাশ্বত আৰু সুন্দৰ আলোকময় জগতৰ ধ্যানত মগ্ন হোৱা কবিসকলৰ দৰেই বৰকাকতীৰ কবিতাতো দেখা যায় এই সৌন্দৰ্যলোকৰ পৰা ৰূপাতীত অলৌকিক জগতৰ ৰসলোকলৈ উত্তৰণৰ প্ৰয়াস। এই দুই লোকৰ মাজত আছে কামনা-বাসনাপূৰ্ণ কবিৰ মানৱীপ্ৰেমৰ বহু বিচিত্ৰ অভিব্যক্তি আৰু সৌন্দৰ্যৰ প্ৰতি এক আকুল দৃষ্টিভংগী। ধাউতি নামৰ কবিতাটিত কবিৰ সৌন্দৰ্যপিয়াসী মনৰ অভিব্যক্তি ঘটিছে। আধা ফুলা ফুল ভাবতে লুকোৱা এষাৰিমাত ছঁযাময়া বিজুলীৰ দৰে এখন্তেক দেখা মিলনত বিৰহ মেঘৰ আঁৰত জ্বলা ৰূপহী জোন কাঁইটেৰে বেৰি থকা ফুল আৰু ৰিণিকি ৰিণিকি শুনা গীতৰ লহৰীত যি সৌন্দৰ্য থূপ খাই থাকে তাৰ তুলনা নাই এনে সৌন্দৰ্যৰ প্ৰতিয়েই কবিৰ ধাউতি প্ৰবল।

কেতিয়াবা কবিয়ে প্ৰকৃতি ৰাণীকে প্ৰেয়সী হিচাপে বিচাৰি ফুৰিছে। এনে অৱস্থাত কবিৰ প্ৰেয়সী আৰু প্ৰকৃতিৰ মাজত কোনো ভেদাভেদ নোহোৱা হৈ পৰিছে। 'চন্দ্ৰবদন 'তুমি 'যদি তেওঁ আদি কবিতা এই শ্ৰেণীৰ উৎকৃষ্ট নিদৰ্শন। 'তুমি কবিতাত ইয়াৰ অভিব্যক্তি

---

১১১। পূৰ্বোক্ত গ্ৰন্থ বিশ্বহৰণ

তুমি কি মেঘৰ
  বিজুলী লহৰ
সাগৰ ঢউ
  ফুলৰ ঘ্ৰাণ কুহুৰ ধ্বনি?
নতু আকাশৰ
  লতা সুবৰ্ণৰ
পৰিছিলা ধৰা
  আহোঁতে নামি। [১১২]

সৌন্দৰ্য বস্তুনিৰ্ভৰ নহয় দৃষ্টিনিৰ্ভৰহে। ব্যক্তিৰ ভাব অনুভূতিৰ লগত সম্পৃক্ত নহ'লে সৌন্দৰ্যৰ কোনো অস্তিত্ব নাই। অৰ্থাৎ বস্তুৰ সৌন্দৰ্য মানৱ অন্তৰৰ সৌন্দৰ্যৰে বহি প্ৰকাশ মাথোন। কোনো বস্তুৰ প্ৰতি অনুৰাগ থাকিলেহে বস্তুটো সুন্দৰ হৈ উঠে। সেযে মনৰ ৰ আৰু সুৰভিৰ ওপৰত নিৰ্ভৰ কৰে নাৰী বা পুৰুষৰ সৌন্দৰ্য। মুঠতে সৌন্দয বহু পৰিমাণে প্ৰেমাতুৰ মনৰ সৃষ্ট অভিব্যক্তি। বিশ্বকবি ৰবীন্দ্ৰনাথে নাৰীসৌন্দৰ্য সম্পৰ্কে মানসী কবিতাত ধুনীয়াকৈ এই কথা ব্যক্ত কৰিছে

শুধু বিধাতাৰ সৃষ্ট নহ তুমি নাৰী'
পুৰুষ গডেছে তোৰে সৌন্দৰ্য সঞ্চাৰি
আপন অন্তৰ হতে
*** *** *** *** *** ***
সঁপিযা তোমাৰ পৰে নূতন মহিমা
অমৰ কৰিছে শিল্পী তোমাৰ প্ৰতিমা। [১১৩]

বৰকাকতীৰো কবিমনৰ ৰঙেৰেই ৰাঙলী হৈ উঠিছে প্ৰেয়সীৰ দেহ মন। সেযে তেওৰ বাবে প্ৰেযসী ইমান ধুনীযা তুলনাহীন

মনে যাক চিনে চকুৰে চিনায়
সেযেহে হবলা তোমাৰ চকুত
  ইমান মউ? [১১৪]

বৰকাকতীৰ প্ৰেম কবিতাত প্ৰেমৰ বাবে গভীৰ ব্যথা করুণ হতাশা মধুৰ সন্দেহ আদি সূক্ষ্মভাববোৰ অংকিত হৈছে। তেও প্ৰিয়াৰ পৰা প্ৰেম প্ৰতিদান নিবিচাৰে।

---

১১২। পূৰ্বোক্ত গ্ৰন্থ 'তুমি
১১৩। ঠাকুৰ ৰবীন্দ্ৰনাথ ৰাখী মানসী
১১৪। বৰকাকতী ৰত্নকান্ত শেৱালি সি দুটি চকু

তেওঁ যে প্ৰিয়ালৈ ভালপোৱা নিবেদন কৰিব পাৰিছে সিয়েই যথেষ্ট। প্ৰিয়াৰ প্ৰেমত তেওঁ ইমানেই মজিছে যে প্ৰিয়া অবিহনে তেওঁৰ জীৱন আলোকবিহীন

তোমাৰ প্ৰেমৰ বিনে অন্ধ কবি
নেদেখে যে বিশ্ব-ছবি
নুশুনে যে গান। [১১৫]

বৰকাকতীৰ বেছিভাগ কবিতাৰ প্ৰতিপাদ্য বিষয় যদিও চঞ্চল প্ৰেম তথাপি তাৰ মাজেৰেই প্ৰকাশিত হৈছে প্ৰেমৰ চিৰন্তন আবেদনসমূহ— আনন্দ উল্লাস হাহি কান্দোন প্ৰশ্ৰয় প্ৰত্যাখ্যান ত্যাগ তপস্যা তৃষ্ণা তন্ময়তা অতৃপ্তি আৰু বিৰহ বেদনা। কিছুমান কবিতাত দেহজপ্ৰেমৰ আকৃতি ফুটি উঠিলেও তাত সৌন্দৰ্যলিপ্সু কবিমানসো প্ৰতিফলিত নোহোৱাকৈ থকা নাই। 'চন্দ্ৰহাৰ'ৰ এটি কবিতাত কবিয়ে কৈছে, তেওঁৰ প্ৰেমিকাই প্ৰত্যক্ষ ঈশ্বৰ। তেওঁৰ ওঠৰ স্পৰ্শত প্ৰকাশ পায় ঈশ্বৰৰ মহিমা

প্ৰত্যক্ষ ঈশ্বৰ ৰূপে তেন্তে প্ৰাণ প্ৰিয়
আঁহা লৈ চুমা স্বৰ্গ অনন্ত চুম্বন
দুটি অধৰত হ'ক আজি মহিমাৰ
অনবদ্য সৃজনৰ ৰহস্য স্ফুৰণ। [১১৬]

কেতিয়াবা কবিয়ে অনিন্দ্যসুন্দৰী প্ৰিয়াৰ দেহ মিলনৰ মাজেদি আত্মাৰ মিলন কল্পনা কৰিছে কিয়নো দেহ মিলনৰ মাজেৰেই আত্মাৰ মিলন সম্ভৱ হৈ উঠে। কবিয়ে দেহৰ মায়াক অতিক্ৰম কৰি আত্মাৰ সৈতে মিলিবৰ কাৰণেই দেহৰ মিলন কামনা কৰিছে। সেইবাবেই প্ৰেয়সীৰ প্ৰতি অংগৰ বাবে তেওঁৰ প্ৰতি অংগ কান্দি উঠিছে

সেই হে কান্দে মোৰ প্ৰতি অঙ্গ
তব প্ৰতি অঙ্গলৈ। [১১৭]

---

১১৫। পূৰ্বোক্ত গ্ৰন্থ ছবি নে কবি
১১৬। বৰকাকতী ৰত্নাকান্ত চন্দ্ৰহাৰ স্বে মহিম্নি।
১১৭। বৰকাকতী ৰত্নকান্ত শেৱালি আত্মাৰ মিলন
তুলনীয় প্ৰতি অঙ্গ কাঁদে তব প্ৰতি অঙ্গ তৰে।
প্ৰাণেৰ মিলন মাগে দেহেৰ মিলন।
হৃদয়ে আচ্ছন্ন দেহ হৃদয়েৰ ভৰে

হৃদয় লুকানো আছে দেহেৰ সায়ৰে।
(ঠাকুৰ ৰবীন্দ্ৰনাথ কড়ি ও কোমল দেহেৰ মিলন)

সৌন্দৰ্যৰ প্ৰতি প্ৰবল আকৰ্ষণ প্ৰেয়সীৰ সৈতে অনুৰাগ অভিমানৰ খেলা চলি থাকোঁতেই এদিন বহু বাঞ্ছিতা প্ৰিয়া কবিৰ জীৱনত পৰিণীতাৰূপে আবিৰ্ভূতা হ'ল। পূৰ্বৰ মনোমত প্ৰেয়সীয়েই কবিৰ ঘৰ শুৱনি কৰিলেহি প্ৰেয়সী কবিৰ বাহু বন্ধনত ধৰা পৰিল। কবিৰ অশান্ত হৃদয়ত পত্নীয়ে বোৱাই দিলে পূত প্ৰেমৰ অমিযধাৰা। ইমান দিনৰ আশা ভাষা জল্পনা-কল্পনা আৰু ভালপোৱা বাস্তৱত পৰিণত হ'ল। কবিৰ হৃদয ভৰি পৰিল অনাস্বাদিত পুলকেৰে।

কবিৰ হৃদযত উথলি উঠা এই ভাব তৰংগৰ কথা ধৰাপৰা নামৰ কবিতাটিত কবিয়ে ব্যক্ত কৰিছে। পত্নীৰূপে প্ৰেয়সীক পোৱাৰ পিছত কবিয়ে যেন অনুভৱ কৰিছে— সকলো ফুলৰ সুৰভি একেটি ফুলতে স্তুপীকৃত হৈছে, কবিৰ অংগে অংগে অনংগ পৰাগে খেলা কৰিছে। যি সৰ্বব্যাপিনী বালা আছিল বিজুলী মালাৰ দৰেই চঞ্চল চন্দ্ৰালোকত যাৰ বুকুৰ আঁচল খহি পৰিছিল নীলাকাশত নাচি থাকোঁতে যাৰ স্তনহাৰ ছিগি পৰিছিল যিযে আছিল নগ্ন মধুৰ সেই বিশ্ববিলীনা স্বৰ্গৰ নাৰী আজি বাস্তৱত কবিৰ পৰিণীতা। কবিযে বিমুগ্ধ বিস্ময়েৰে কৈছে

তনু ধৰি ধৰা
দিলা নেকি মোক
মানুহৰ বেশে
অতনু পৰাণ সখী। ১১৮

কবিৰ ধৰাপৰা কবিতাটিত প্ৰেয়সীৰ ৰূপ নিৰ্মাণৰ ক্ষেত্ৰত ৰবীন্দ্ৰনাথৰ 'উৰ্বশী কবিতাৰ প্ৰভাৱ অনুভৱ কৰা যায। 'উৰ্বশী'ত পোৱা যায— 'তব স্তনহাৰ হতে নভস্থলে খসি পড়ে তাৰা ধৰাপৰা'ত আছে 'স্তনহাৰ যাৰ ছিগি পৰিছিল নাচোঁতে নভত তৰা মুকুতাৰ মণি 'উৰ্বশী'ত আছে— 'অখিল মানস স্বৰ্গে অনন্ত ৰঙ্গিণী হে স্বপ্ন সঙ্গিনী ধৰাপৰা'ত আছে— সেই বিশ্ববিলীনা স্বৰ্গ ললনা দিঠকতে আজি সেইদৰে— 'উৰ্বশী'ত পোৱা যায— 'দিগন্তে মেখলা তব টুটে আচম্বিতে অযি অসম্বৃতে ধৰাপৰা'ত পোৱা যায— 'চন্দ্ৰলোকত কঁপিছিল যাৰ তন্দ্ৰাবিলীন বুকুৰ আঁচল আধা।

প্ৰাক বিবাহ কালৰ প্ৰেমাকাংক্ষাৰ এটি পৰিণতি লক্ষ্য কৰা যায— ধৰাপৰা আৰু 'ঘৰজেউতি নামৰ কবিতা দুটিত। অশান্ত হৃদয়ৰ উন্মত্ত কলৰৱ যেন শুচিস্নিগ্ধ দাম্পত্য প্ৰেমৰ পবিত্ৰ সংগমত আহি শান্ত হৈছে। কবিয়ে উপলব্ধি কৰিছে বিধাতাৰ অপৰূপ নাৰী সৃষ্টিৰ সাৰ্থকতা। 'ঘৰজেউতি'ত তেও কৈছে

---

১১৮। বৰকাকতী ৰত্নকান্ত শেৱালি ধৰাপৰা

'অতুলন নাৰী সৃষ্টি
ধৰাৰ বিভূতি
মানবী ৰূপেৰে দেৱী
মৰততে সৰগৰ
ঘৰতেই ঘৰৰ জেউতি। [১১৯]

'বিশ্ববিলীনা 'স্বৰ্গললনা 'সৰ্বব্যাপিণী বালা'ক ঘৰজেউতিৰূপে লাভ কৰিলেও কবিৰ প্ৰেমে পূৰ্ণতা নাপালে। পাৰ্থিৱ নাৰীৰ মাজত প্ৰেমৰ পৰিপূৰ্ণতা কোনো ৰোমাণ্টিক কবিয়েই বিচাৰি পোৱা নাছিল। সেইবাবেই তেওলোকে আপোন মনৰ মাধুৰী সানি মনতে গঢ়ি লৈছিল সৌন্দৰ্য লাৱণ্যময় এক আচৰিত পুলকময় নাৰীমূৰ্তি। সৌন্দৰ্যমথিত সেই অপৰূপ নাৰীমূৰ্তিৰ দেহ-যমুনাৰ পাৰত থিয় হৈ প্ৰেমাঞ্জলি নিবেদন কৰি থাকোঁতেই আন এক অনুভূতিযে ছা পেলায কবিৰ মানসপটত। সেই অনুভূতিয়েই হ'ল অতীন্দ্ৰিয অনুভূতি বিশ্বানুভূতি।

বৰকাকতীৰ প্ৰেম ৰোমাণ্টিক সৌন্দৰ্যলোকৰ পৰা আৰম্ভ কৰি মানবীপ্ৰেমৰ মাজেৰে আগুৱাই গৈ অৱশেষত অতীন্দ্ৰিয ৰসলোকত উত্তীৰ্ণ হৈছে। তেওৰ অতীন্দ্ৰিযবাদী ভাবধাৰাপুষ্ট প্ৰেম পাৰ্থিৱপ্ৰেমৰেই সমুন্নত ৰূপ মাথোন। তেওৰ আধ্যাত্মিক ভাবধাৰা বিশিষ্ট কবিতাসমূহতো অবিভাজ্যৰূপে মিহলি হৈ আছে নাৰী— পুৰুষৰ পাৰ্থিৱপ্ৰেম। সেইকাৰণেই সমালোচকসকলে তেওৰ কবিতাত পাৰ্থিৱপ্ৰেমৰ দিশটোতে অধিক গুৰুত্ব দিছে।[১২] পাৰ্থিৱপ্ৰেমৰ সীমাবদ্ধতা তথা অপূৰ্ণতাৰ বাবেই কবিযে ইন্দ্ৰিযাতীত সৌন্দৰ্যৰ প্ৰতি আকৰ্ষিত হৈছিল। এই অপাৰ্থিৱপ্ৰেমৰ পৰিণতি পাৰ্থিৱমিলনত নহয অনন্ত বিৰহতহে সম্ভৱ। সেই কাৰণে বিৰহক কবিয়ে অপাংক্তেয বুলি ভবা নাই 'বিৰহৰ গৌৰৱ নামৰ কবিতাটিত বিৰহৰ জযগান এইদৰে ঘোষিত হৈছে

হে মোৰ হৃদয চোৰ
মহাশূন্য ভৰি যদি
নুঠিলহেঁতেন আজি
তোমাৰ বিৰহ হাঁয
ভুবনে ভুবনে বাজি
তৰায তৰায় মোৰ

---

১১৯। পূৰ্বোক্ত গ্ৰন্থ ঘৰজেউতি

১২০। beauty of his poetry chiefly resides in earthly love between men and women Most of the poems of his sevali centre round anacreontic love (Barua B K History of Assamese Literature)

তেন্তে ই বুকুৰ জুই
সুদূৰ আকাশ ছুই
জ্বলিলহেঁতেন ক'ত
অগ্নিবীণা বাজি। [১২১]

বিৰহত প্ৰেম ব্যাপ্ত হয়। মিলনত প্ৰেম কেন্দ্ৰীভূত আৰু সংকুচিত হয়। মিলনৰ আনন্দও স্বল্পস্থায়ী পৰিবৰ্তে প্ৰেমৰ বেদনা দীৰ্ঘস্থায়ী। কবিৰ হৃদয়তো নামি আহিছে বিৰাট প্ৰেম বিচ্ছেদৰ বাবেই। মায়া-মৃগৰ দৰে অকস্মাতে আঁতৰি যোৱা প্ৰেয়সীক দেখা পাইছে প্ৰকৃতিজগতৰ সকলোতে। নীলিমাৰ মধুৰিমা মধুবসন্তৰ মৃদুহিল্লোল তটিনীৰ কুলুকুলু গান ফুলৰ সৌন্দৰ্য সকলোতে এতিয়া প্ৰিয়াৰ অৱস্থান

এতিয়া নাই আকাৰ তোমাৰ
সৰ্ববিযপি গলা
সৰ্বৰূপতে এতিয়া যে তুমি
আকৌ মোৰেই হলা। [১২২]

ইংৰাজী কবি ওৱৰ্ডছৱৰ্থেও প্ৰিযতমা লুচী (Lucy)ৰ বিয়োগত প্ৰকৃতিৰ মাজতেই তাইৰ অস্তিত্ব অনুভৱ কৰিছিল

No motion has she now no force
She neither hears nor sees
Roll d round in earth s diurnal course
With rocks and stones and trees! [১২৩]

জাগতিক সৌন্দৰ্যৰ প্ৰতি বিস্ময় বিমুগ্ধ দৃষ্টি ৰোমাণ্টিক কবিতাৰ এটি ঘাই বৈশিষ্ট্য। ৰোমাণ্টিক কবিসকলে প্ৰকৃতি মানুহ অতীত মধ্যযুগ ঈশ্বৰ প্ৰেম নাৰী শিশু সকলোৰে প্ৰতি মেলি ধৰিছিল বিস্ময়পূৰ্ণ দৃষ্টি। বৰকাকতীৰ কবিতাতো বিশ্বজগতৰ সকলোৰে প্ৰতি বিস্ময-বিমুগ্ধ দৃষ্টি প্ৰকাশ পাইছে। প্ৰায়বোৰ কবিতাতে কবিয়ে এক বিশেষ নাটকীয ভংগিত তেওঁৰ মানসপটত উজলি উঠা বিস্ময়ভাব প্ৰকাশ কৰিছে। মহেন্দ্ৰ বৰাৰ মতে এই কবিতাবোৰৰ সামৰণি পৰে ৰহস্যময়তাৰ আভাস থকা নিগূঢ় তত্ত্ব কথাৰ দাৰ্শনিক সমিধানেৰে। [১২৪]

---

১২১। বৰকাকতী ৰত্নকান্ত  শেৱালি বিৰহৰ গৌৰব
১২২। পূৰ্বোক্ত গ্ৰন্থ  সৰ্বৰূপত
১২৩। Palgrave s The Golden Treasury  A slumber did my spirit seal Lines 5 8
১২৪। বৰা মহেন্দ্ৰ (সম্পা°)  অসমীয়া কবিতা চয়ন ভূমিকা

বৰকাকতীৰ দাৰ্শনিক চিন্তাস্ৰোত থকা আৰু সৃষ্টি-ৰহস্যৰ ৰহস্যময়তাৰ ক্ষীণ প্ৰভাবপুষ্ট এনেবোৰ কবিতাৰ ভিতৰত 'মহিমা 'শিলাৰূপ 'ভাব 'লুকাই-লুকাই প্ৰকাশ বাধা 'দুটি মানুহ 'উন্মনা কেনি 'কিয় প্ৰশ্ন 'উত্তৰ আদিৰ নাম উল্লেখ কৰিব পাৰি।

সত্য আৰু সুন্দৰৰ অন্বেষণত কবি-প্ৰাণ আকুল। আলহুৱা কবি হিয়াত নানাভাৱে নানা বেশে নানা-ৰূপে পৰশি গৈছে, সেই সুন্দৰৰ সৈতে কবিয়ে মিলি যাব বিচাৰিছে। কিন্তু কবিৰ হিয়াত কঁপনি তুলি চঞ্চল সুন্দৰ আতৰি যায়। কবিৰ হিয়াৰ কঁপনিয়ে সুন্দৰক কঁপাই তুলিব নোৱাৰিলেও কবিয়ে তেওক উপাসনা কৰি যাব কাৰণ সুন্দৰ যে তেওৰ অতিকৈ বাঞ্ছিত প্ৰিয়—

মনো মন্দিৰত পূজিম শিৱ
অ মোৰ গৰ্ব
অ মোৰ সাধনা
অ মোৰ স্বৰ্গ
অ মোৰ প্ৰিয়। [১২৫]

সৌন্দৰ্যলিপ্সু কবিৰ কবিতাত জোনৰ প্ৰসংগ বাৰে বাৰে আহিছে। তেও সুন্দৰৰ উপমা দিবলৈ গৈযে চন্দ্ৰক টানি আনিছে। তেওৰ বহু কবিতাত ইন্দু চন্দ্ৰ জোন আদি সমাৰ্থক শব্দৰ বহুবাৰ উল্লেখ আছে। 'চিৰসুন্দৰ কবিতাটিত কবিয়ে চিৰসুন্দৰক জোনটিৰ দৰে সুন্দৰ বুলি উল্লেখ কৰিছে

জোনটিৰ দৰে চিৰসুন্দৰ তেও
চিৰ সুদূৰত
ইন্দুৰ দৰে
চিৰসুন্দৰ। [১২৬]

প্ৰিয়জনৰ বিয়োগত অন্তৰ্বেদনা প্ৰকাশ কৰা কবিতাসমূহ শোক গীত ব' এলিজি (Elegy) নামে খ্যাত। ৰত্নকান্ত বৰকাকতীয়ে লিখা তিনিটা শোক-কবিতাৰ মাজেৰে কবি অন্তৰৰ বিষাদ প্ৰকাশিত হৈছে। কবিৰ শিশু কন্যাৰ অকাল মৃত্যুৰ অৰ্থ বিচাৰি লিখা 'অৰ্থ নামৰ কবিতাটোত সংযত কৰুণৰস অনুৰণিত হৈছে। কবি-ভ্ৰাতৃৰ বিয়োগত লিখা 'ভাইটি কবিতাত কবিৰ ভ্ৰাতৃ-হৃদয় শোকাকুল হৈ উঠিছে। এই বিয়োগ বেথাৰ মাজেৰে কবিৰ মনলৈ আহিছে সুখ দুখ বিজড়িত অতীতৰ

---

১২৫। বৰকাকতী ৰত্নকান্ত — শেৱালি সুন্দৰ
১২৬। পূৰ্বোক্ত গ্ৰন্থ — চিৰসুন্দৰ

স্মৃতি। পূৰ্ণিমাৰ জোনৰ দৰেই ভাইটি আঁতৰি গৈছে সংসাৰৰ পৰা কিন্তু পূৰ্ণিমাৰ জোন আকৌ ওলাব মাথোঁ ভাইটি আৰু কোনো দিনেই উভতি নাহিব। ঘনপিনদ্ধ কেইটামান শাৰীৰ মাজেৰেই কবিয়ে নিজৰ ভাইটিৰ বিয়োগ-ব্যথাক সৰ্বজনীন ৰূপ দিবলৈ সক্ষম হৈছে। এনে এটি পংক্তি হ'ল

'তই মোৰ কোন
পূৰ্ণিমাৰ জোন?
জোন গলে পূৰ্ণিমাৰ
ওলায় আকৌ ঘূৰি
তই গলে পুনু মোৰ
নোলালি যে সোণ। (শেৱালি ভাইটি পৃ ৬)

কবিৰ এসময়ৰ অগ্ৰজপ্ৰতিম বন্ধু, শুভাকাংক্ষী দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাৰ মৃত্যুত ৰচিত এটি শোক-কবিতা হ'ল 'স্বৰ্গীয় চন্দ্ৰনাথ শৰ্মা । কবিতাটোত ব্যক্তিগত সৌহাৰ্দ্যৰ স্মৃতি ৰোমন্থনজনিত বেদনাৰ সুৰ ধ্বনিত হৈ তাৰ মাজেৰে ব্যক্তিগত শোক উথলি উঠিলেও পৰম আকাংক্ষা আৰু প্ৰত্যাশাও ধ্বনিত হৈছে। কবিৰ মতে তেওৰ মৃত সুহৃদ তেওৰ পৰা আঁতৰি যোৱা নাই বিশাল অনন্ত জলধিৰ এটি ক্ষুদ্ৰ ঢৌ মাথোন সমুদ্ৰত মাৰ গৈছে। ভাৰতীয় জন্মান্তৰবাদত অটল বিশ্বাসী কবিয়ে মৃত্যুৰ মাজেৰে পৰলোকত আকৌ দুই বন্ধুৰ মিলন হ'ব বুলি আশা কৰিছে

খেলিম পুনৰ কোনোবা দেশত
নতুন চিনাকি
নতুনকই
হযতো তেতিয়া গভীৰ স্নেহত
মিলিম আত্মা
গভীৰ হৈ। [১২৭]

কবিতাটিত শ্যেলীৰ শোক কবিতা এডনেইচ'ৰ সামান্য প্ৰভাৱ পৰা যেন লাগে। কীটছৰ অকাল মৃত্যুত শ্যেলীযেও শোকগ্ৰস্ত হৈ এঠাইত লিখিছে

Peace Peace! he is not dead he doth not sleep–
He hath awakened from the dream of life [১২৮]

---

১২৭। পূৰ্বোক্ত গ্ৰন্থ স্বৰ্গীয় চন্দ্ৰনাথ শৰ্মা

১২৮। Hutchinson Thomas(Ed.) : Shelley Poetical Works Adonais xxxix Lines 1 2

কবি আৰু কবিতা সম্পৰ্কীয় কেইটামান কবিতাত কবিৰ বিস্ময়বোধ আৰু ৰহস্যময় ভাবধাৰা প্ৰকাশ পাইছে। 'সকীয়নি নামৰ কবিতাটিত কবিয়ে সৰ্বসাধাৰণতকৈ কবি স্বভাৱ যে সুকীয়া তাকে প্ৰকাশ কৰিছে। কবিৰ অনুভূতি আনতকৈ তীব্ৰ তেওলোক ভবিষ্যৎ দ্ৰষ্টা। আনৰ অন্তৰত ৰেখাপাত কৰিব নোৱৰা ঘটনাযো কবি অন্তৰত দোলা দিয়েহি। প্ৰকৃতিৰ সকলো অনুষংগই কবিক আকুল কৰে। কবিয়ে লিখিছে

মোক যে সদায সকীয়াই থাকে
প্ৰকৃতিখনে
তোমাকনো একো বাতৰি তাৰ
নিদিয়েনে?
নকৰে তোমাক বকুলে আকুল
তোমাৰ মনত বনৰ ফুল
নাহাঁহে এদিনো লগাই ভুল? [১২৯]

বিশ্বজগত আনন্দৰ মেলা ইযাত আছে অনন্ত মাধুৰী অনন্ত গান। তৈত্তিৰীয উপনিষদত কোৱা হৈছে, আনন্দৰ পৰাই ভূতসমূহ জন্মিছে, আনন্দৰ দ্বাৰাই সিহঁত জীযাই আছে আৰু আনন্দতেই সিহঁত প্ৰৱেশ কৰি আছে।[১৩] সৰ্বসাধাৰণে এই আনন্দ-গীতিৰ উমান প্ৰত্যক্ষভাৱে নাপালেও সংবেদনশীল কবিসকলে সেই আনন্দ মাধুৰী পান কৰি ধন্য হয়। এই সন্দৰ্ভত ৰবীন্দ্ৰনাথে কৈছে

> I have had my invitation to this world s festival and thus my life has been blessed My eyes have seen and my ears have heard [১৩১]

বিশ্বমাধুৰী পান কৰি ধন্য হোৱা সেই কবিসকলে সৰ্বসাধাৰণকো সেই অমৃতমাধুৰী পান কৰাব বিচাৰে অথচ বৈষযিক সুখত প্ৰমত্ত মানুহে অনন্তৰ সেই মাধুৰী আস্বাদন কৰিবলৈ সমৰ্থ নহয। এই ব্যৰ্থতাই কবিৰ প্ৰাণ আকুল কৰি তোলে

---

১২৯। পূৰ্বোক্ত গ্ৰন্থ সকীয়নি

১৩০। আনন্দাদ্ধ্যেব খল্বিমানি ভূতানি জায়ন্তে।
আনন্দেন জাতানি জীবন্তি।
আনন্দং প্ৰযন্ত্যভিসংবিশন্তীতি।
(তৈত্তিৰীয় উপনিষদ ৩/৬)

১৩১। Tagore Rabindranath Gitanjali with an introduction by W B Yeats, 1912 Song No Xvi Lines 1 3

'ইমান মাধুৰী ইমান ৰস
নোৱাৰোঁ যে মই
অকলই কৰিব পান।
*** *** *** *** ***
অনন্তে ধ্বনিছে বিপুল যন্ত্রে
আকাশ বতাহ কতনা তন্ত্রে
ঐক্যতান
কোনেও যে তাত নিদিযে কাণ। [১৩২]

জীৱন আৰু জগত সম্পৰ্কে কবিৰ আছিল সুগভীৰ দৃষ্টিভংগী। বিশ্বজগতত দুই বিপৰীতধৰ্মী মানুহৰ ক্ৰিয়াশীলতাৰ স্বৰূপ প্ৰকাশক তেনে এটি কবিতা হ'ল 'দুটি মানুহ। এক শ্ৰেণীৰ মানুহে পাৰ্থিৱ জগতৰ সুখ-দুখ হাঁহি-কান্দোন ধন-জন জীৱন যৌৱন ঘৰ সংসাৰ অৰ্থ প্ৰতিপত্তি আদি বৈষয়িক লাভ লোকচানৰ খতিয়ান কৰি থাকে ফলত তেওলোকৰ বেজাৰৰ অন্ত নাথাকে তেওঁলোকৰ জীৱন আৰু কৰ্মধাৰা মৃত্যুৰ লগে লগেই জগতৰ পৰা নিশ্চিহ্ন হৈ যায়। আন এক শ্ৰেণীৰ মানুহ পাৰ্থিৱ সুখ-দুখৰ উৰ্দ্ধত থাকে তেওলোকে সপোন দেখে আৰু জগতৰ হিত সাধনত ব্ৰতী হয। তেওলোক অলস নহয় কৰ্মঠ শাৰীৰিক মৃত্যুই তেওলোকৰ কৰ্মধাৰাক স্তব্ধ কৰিব নোৱাৰে। কাৰণ শাৰীৰিক মৃত্যু হ'লেও তেওলোকৰ আত্মিক মৃত্যু নহয় নিজৰ সৃষ্টিৰ মাজতে তেওলোকে চিৰদিন জীয়াই থাকে। সৃষ্টিৰ ভঙা গঢ়াৰ তালে তালে তেওলোকৰ ৰূপ সলনি হয় মাথোন। কবিৰ ছন্দ-বন্ধনত মানুহৰ এই দুইৰূপ এনেদৰে ফুটি উঠিছে

এটি ঘৰত / দুটি মাথোন
দুটি মানুহ ধৰে / এটি খেলে
লুকাই সপোন / এটি জ্বলি মৰে।
*** *** *** *** *** ***
এটি লৰে /বহুবেশে
ভঙা-গঢ়াৰ / তালে তালে
ইটি মৰে /দেশে দেশে
ক্ষণে ক্ষণে/কালে কালে। [১৩৩]

---

১৩২। বৰকাকতী বন্ধুকান্ত শেৱালি কবিৰ চিন্তা
১৩৩। পূৰ্বোক্ত গ্ৰন্থ : দুটি মানুহ

বহুতেই কবিতাটোত ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'দুই পাখি' নামৰ কবিতাটোৰ ছাঁ পৰা বুলি ক'ব খোজে। আকৌ 'দুই পাখি'ৰ ব্যাখ্যা প্ৰসংগত অনেকেই উপনিষদৰ এটি বিখ্যাত শ্লোকক আধাৰ হিচাপে দেখুৱাব খোজে। শ্লোকটি হ'ল

'দ্বা সুপৰ্ণা সযুজা সখায়া সমানং বৃক্ষং পৰিষস্বজাতে।
তয়োৰণ্য পিপ্পল, স্বাদ্বত্ত্যনশ্নন্যোহভিচাকশীতি।। [১৩৪]

শ্লোকটিৰ অৰ্থ সদায় সংযুক্ত আৰু পৰস্পৰ সখ্য ভাবাপন্ন সুন্দৰ দুটি চৰাই (জীৱাত্মা আৰু পৰমাত্মা) একেটা দেহবৃক্ষকে আশ্ৰয় কৰি পৰস্পৰ আঁকোৱালি ধৰি আছে। তেওঁলোকৰ ভিতৰত এটিয়ে (জীৱ) বিচিত্ৰ সোৱাদযুক্ত (সুখ-দুখাত্মক কৰ্মফল) ভোজন কৰে আনটিয়ে (পৰমাত্মা) একোকে ভোগ নকৰি কেৱল দৰ্শন কৰে।

জীৱাত্মা আৰু পৰমাত্মা সদায় একেলগ হৈ থাকে কোনেও কাকো এৰি থাকিব নোৱাৰে। উভয়েই একেটি দেহবৃক্ষক আলিংগন কৰি আছে। ঈশ্বৰ-নিৰপেক্ষ হৈ জীৱ স্বকীয়াভাৱে থাকিব নোৱাৰে। কিন্তু জীৱই যেতিয়া নিজকে ঈশ্বৰৰ পৰা স্বতন্ত্ৰ ভাবি 'মই কৰ্তা' এই অভিমান হেতু সংসাৰৰ বিবিধ কৰ্মত লিপ্ত হয় তেতিয়াই তেও আসক্তিজনিত কৰ্মৰ ফলস্বৰূপ সুখ দুখ ভোগ কৰে। ঈশ্বৰে কিন্তু কৰ্মত সম্পূৰ্ণ নিৰ্লিপ্ত হৈ কেৱল দৰ্শন কৰে। তেও অধ্যক্ষৰূপে অৱস্থান কৰে কোনো কৰ্মত লিপ্ত নহয় গতিকে তেওঁক সুখ-দুখ কৰ্মফলো ভোগ কৰিব নালাগে। [১৩৫]

উদ্ধৃত ব্যাখ্যাৰ সৈতে বৰকাকতীৰ 'দুটি মানুহ' আৰু ৰবীন্দ্ৰনাথৰ 'দুটি পাখি' কবিতাৰ বিশেষ মিল নাই। 'দুই পাখি' কবিতাৰ ব্যাখ্যা প্ৰসংগত ৰবীন্দ্ৰনাথে লিখিছে

> বাড়িৰ বাহিৰে আমাদেৰ যাওয়া বাৰণ ছিল এমন কি বাড়িৰ ভিতৰেও আমৰা সৰ্বত্ৰ যেমন খুশি যাওয়া আসা কৰিতে পাৰিতাম না। সেই জন্য বিশ্বপ্ৰকৃতিকে আড়াল আবডাল হইতে দেখিতাম। বাহিৰ বলিয়া একটি অনন্ত প্ৰসাৰিত পদাৰ্থ ছিল যাহা আমাৰ অতীত অথচ যাহাৰ ৰূপ-শব্দ গন্ধ দ্বাৰ-জানালাৰ নানা ফাক ফুকৰ দিয়া এদিক ওদিক হইতে আমাকে চকিতে ছুঁইয়া যাইত। সে যেন গৰাদেৰ ব্যবধান দিয়া নানা ঈশাৰায় আমাৰ সংগে খেলা কৰিবাৰ নানা চেষ্টা কৰিত। সে ছিল মুক্ত আমি ছিলাম বন্ধ মিলনেৰ উপায় ছিলনা। আজ (ভৃত্য শ্যামেৰ অংকিত) সেই খড়িৰ গণ্ডি

---

১৩৪। মুণ্ডক উপনিষদ ৩/১/১।

১৩৫। উদ্ধৃত শ্লোক শ্লোকাৰ্থ আৰু ব্যাখ্যাখিনি অতুলচন্দ্ৰ সেন সম্পাদিত 'উপনিষদ অখণ্ড'ৰ অন্তৰ্গত 'মুণ্ডক উপনিষদ (৩/১/১)'ৰ পৰা লোৱা হৈছে।

মুছিয়া গেছে, কিন্তু গণ্ডি তবু ঘোচে নাই। দূৰ এখনো দূৰে বাহিৰ এখনো বাহিৰেই। বড়ো হইয়া যে কবিতাটি লিখিয়াছিলাম তাহাই মনে পড়ে—

খাঁচাৰ পাখি ছিল সোনাৰ খাঁচাটিত
বনেৰ পাখি ছিল বনে।" ১৩৬

উপনিষদৰ ব্যাখ্যাত থকা কৰ্মফল জীৱাত্মা পৰমাত্মা সম্পৰ্ক আদি কোনো কথাই 'দুই পাখি'ৰ ব্যাখ্যাত নাই। 'দুই পাখি'ৰ মূল বক্তব্য হৈছে— গণ্ডিবদ্ধতাই হ'ল মুক্ত উদাৰ বহিঃ প্ৰকৃতিৰ সৈতে একাত্মতা লাভৰ প্ৰধান অন্তৰায়— এই ভাবৰ প্ৰদৰ্শন।

আনহাতে বৰকাকতীৰ 'দুটি মানুহ'ত উল্লিখিত দুই শ্ৰেণীৰ মানুহেই সক্ৰিয় উপনিষদৰ পৰমাত্মাৰ দৰে কেৱল নীৰৱ দৰ্শক নহয়। বৰকাকতীৰ এটি মানুহ আত্মিক আৰু মহৎ কল্যাণত ব্ৰতী তেওঁলোক মহাপুৰুষ কৰ্মবীৰ কালোত্তীৰ্ণ প্ৰতিভাধৰ অমৰ। আনটি বৈষয়িক আৰু নিজৰ লাভালাভত প্ৰমত্ত স্বাৰ্থপৰ। কালে তেওলোকক মৃত্যুৰ লগেই লগেই মচি নিয়ে। গতিকে বৰকাকতীৰ কবিতাটো 'দুই পাখি অথবা উপনিষদৰ শ্লোকটিৰ আধাৰত ৰচিত নহয় একান্ত মৌলিক সাৰ্থক ৰচনা।

বৰকাকতীৰ কবি মানসত প্ৰাচ্য পাশ্চাত্য উভয় দেশৰ কবিয়েই ছায়াপাত কৰিছে। বিশেষকৈ ইংৰাজী ৰোমাণ্টিক আৰু ভিক্টোৰীয় যুগৰ কেবাজনো কবিৰ কবিতাৰ প্ৰতি বৰকাকতী অনুৰক্ত আছিল। শেৱালি'ৰ অন্তৰ্ভুক্ত দুটা ভাঙনি কবিতা পোৱা যায় তাৰে প্ৰেমতত্ত্ব নামৰ কবিতাটো শ্যেলীৰ Love s Philosophy'ৰ আৰু 'সূৰ্যাস্তৰ পূৰ্বে নামৰ কবিতাটো প্ৰাক-ৰাফেলীয় গোষ্ঠীৰ কবি চুইনবাৰ্ণৰ Before sunset কবিতাৰ ভাঙনি। ইয়াৰ উপৰি ভিক্টোৰীয় যুগৰ কবি ব্ৰাউনিঙৰ এটি কবিতাৰ আলমত ৰচিত হৈছে 'ফুলৰ চাকি নামৰ কবিতাটো।

ভাৰতীয় বৈষ্ণৱ সাহিত্যৰ প্ৰতিও বৰকাকতীৰ আছিল গভীৰ অনুৰাগ। এই অনুৰাগৰ বাবেই তেওৰ কবিতাত বাৰে বাৰে ভুমুকি মাৰিছে 'বাঁহী 'বৃন্দাবন গোপ গোপী 'নাগৰ 'ৰস আদি শব্দ আৰু প্ৰসংগই

১। ঘৰ এৰে ৰাধিকাই
গকুলৰ ছঁয়াময়া
বাঁহীটিৰ স্বৰে। ১৩৭

---

১৩৬। ঠাকুৰ ৰবীন্দ্ৰনাথ সোনাৰতৰী (ৰচনা প্ৰসংগ)
১৩৭। বৰকাকতী বস্তুকান্ত শেৱালি ছঁয়াময়া

২। 'বাঁহী যদি বাজ আকউ এবাৰ
বাজ তেনে তই
গোকুলৰ সেই মোহন বেণু। [১৩৮]

৩। 'ৰসৰ নাগৰ
জানা তুমি
ৰসৰ খেলা। [১৩৯]

৪। শুনি সি বাঁহীৰ ধ্বনি আজি নৰ-নাৰী
জগতত বৃন্দাবন বিচাৰি বলিযা
ছিদ্ৰ ধৰি ইন্দ্ৰিয়ৰ মোৰো ই প্ৰাণত
বাজি সি বাঁহীযে কৰে হিযা মতলীযা। [৪]

বৈষ্ণৱ কাব্যৰ প্ৰতি কবিৰ গভীৰ অনুৰাগ থাকিলেও বৈষ্ণৱ ধৰ্ম-দৰ্শন আৰু আৰাধনা পদ্ধতিৰ সৈতে তেওৰ ধৰ্মদৰ্শন আৰু আৰাধনা পদ্ধতিৰ বিশেষ মিল নাই। বৈষ্ণৱসকলৰ আৰাধ্য দেৱতা স্বয়ং কৃষ্ণ। আনহাতে কবিযে যিজনক পূজা কৰে তেও চিৰ-ৰহস্যাবৃত— চিৰসুন্দৰ 'নিতে নব ৰূপ তাৰ

'মই পূজো কাৰোবাক কবকে নোৱাৰোঁ
এই দেখোঁ এই নাই ভূলোকে দ্যুলোকে
নিতে নৱ ৰূপ তাৰ
নিতে অগোচৰ। [১৪১]

কিন্তু জগতৰ সৌন্দৰ্যৰ মাজেদি জীৱকুলৰ প্ৰাণৰ মাজেদি যিজনৰ ৰূপ বিশ্বজগতত প্ৰকাশি উঠিছে, তেওৰ ৰূপৰ স্থিৰতা নাথাকিলেও তেৱেঁই যে সকলো ৰূপৰ আধাৰ— ৰসৰ নাগৰ কৃষ্ণ তেনে এটি ভাবো প্ৰকাশ নোহোৱাকৈ থকা নাই।

ভাৰতীয পৰম্পৰাৰ ধ্বজাবাহক কবি ৰবীন্দ্ৰনাথৰ কাব্যিক দৰ্শনৰ প্ৰভাৱ বৰকাকতীৰ কবিতাত স্বাভাৱিকভাৱেই লক্ষ্য কৰা যায। অৱশ্যে কবিতাতকৈ বৰকাকতীৰ গদ্যতহে ৰাবীন্দ্ৰিক প্ৰভাৱ অধিক স্পষ্ট বুলি অনুভৱ কৰাৰ থল বিদ্যমান। কবি ৰবীন্দ্ৰনাথৰ কবিমানস সম্পৰ্কে বৰকাকতীযে লিখিছে

---

১৩৮। পূৰ্বোক্ত গ্ৰন্থ বাঁহী
১৩৯। পূৰ্বোক্ত গ্ৰন্থ উত্তৰ
১৪০। বৰকাকতী ৰত্নকান্ত চন্দ্ৰহাৰ স্বে মহিম্নি।
১৪১। বৰকাকতী ৰত্নকান্ত শেৱালি মোৰ পূজা

> ৰবীন্দ্ৰ কবি বিহঙ্গ উধাও হৈছিল অনন্ত আকাশলৈ যাৰ অন্নজল আছিল— উপনিষদ ফল-মূল— বৈষ্ণৱ কবিতা ৰ'দ-বতাহ-বায়ুমণ্ডল আছিল ইংৰাজী এলিজাবেথীয় যুগৰ ৰোমাণ্টিক কাব্য-সাহিত্য আৰু নানা জ্ঞান বিজ্ঞানৰ ৰ'দ কাঁচলিৰে মানব জীৱন। [১৪২]

কবিগুৰু সম্পৰ্কে বৰকাকতীয়ে কৰা মন্তব্যটি কবিৰ ৰবীন্দ্ৰ অনুৰাগৰ স্বাভাৱিক প্ৰকাশ বুলি ক'ব পাৰি। শেৱালি'ৰ অন্তৰ্গত 'উৰ্মিলা 'শকুন্তলা বিদায় 'তাজমহল 'কবীন্দ্ৰ ৰবীন্দ্ৰ দৰ্শন আদি কবিতাকেইটা ভাৰতীয় ঐতিহ্য পৰম্পৰা আৰু ৰবীন্দ্ৰানুৰাগৰ উজ্জ্বল নিদৰ্শন। 'উৰ্মিলা কবিতাটি ৰবীন্দ্ৰনাথৰ 'কাব্যেৰ উপেক্ষিতা প্ৰবন্ধটিৰ 'উৰ্মিলা অংশৰ মনোৰম কাব্যৰূপ বুলিব পাৰি। ৰবীন্দ্ৰনাথে উক্ত প্ৰবন্ধটিত লিখিছে

> যেদিন অযোধ্যা অন্ধকাৰ কৰিয়া দুই কিশোৰ ৰাজভ্ৰাতা সীতাদেবীকে সঙ্গে লইয়া তপস্বীবেশে পথে বাহিৰ হইলেন সেদিন বধূ উৰ্মিলা ৰাজহৰ্ম্যেৰ কোন্ নিভৃত শয়নকক্ষে ধূলিশয্যায় বৃন্তচ্যুত মুকুলটিৰ মতো লুণ্ঠিত হইয়া পটিয়াছিল তাহা কি কেহ জানে। সেদিনকাৰ সেই বিশ্বব্যাপি বিলাপেৰ মধ্যে এই বিদীৰ্ণমান ক্ষুদ্ৰ কোমল হৃদযেৰ অসহ্য শোক কে দেখিয়াছিল। যে ঋষি-কবি ক্ৰৌঞ্চ বিৰহিণীৰ বৈধব্য দুখ মুহূৰ্তেৰ জন্য সহ্য কৰিতে পাৰেন নাই তিনিও একবাৰ চাহিয়া দেখিলেন না। সীতাৰ অশ্ৰুজলে উৰ্মিলা একেবাৰে মুছিয়া গেল। [১৪৩]

বৰকাকতীৰ কবিতাত এই কাহিনীৰ অনুপম প্ৰকাশ ঘটিছে এনেদৰে

> "যিদিনা তপস্বী-বেশে/দুই ৰাজভ্ৰাতা
> বাজ হ'ল সীতা স'তে/আন্ধাৰি অযোধ্যা
> সিদিনা উৰ্মিলা তুমি/ৰাজহৰ্ম্য-তলে
> কিদৰে লুণ্ঠিতা হ'লা/কোনেবা দেখিলে?
> *** *** *** *** *** ***
> ক্ৰৌঞ্চ-বিৰহী দুখত/আৰ্দ্ৰ যি হৃদয়
> সিও যে নাচালে ঘূৰি/উৰ্মিলা-বিলই।
> *** *** *** *** ***

---

১৪২। ভূঞা যোগেন্দ্ৰনাৰায়ণ (সম্পা') বহ্নকান্ত বৰকাকতীৰ গদ্য সম্ভাৰ বেলিৰ পোহৰ
১৪৩। ঠাকুৰ, ৰবীন্দ্ৰনাথ প্ৰাচীন সাহিত্য কাব্যেৰ উপেক্ষিতা

ত্যাগমন্ত্ৰ জঁপিয়ে নে
চিৰ মৌনী হলাঁ?
সীতা অশ্ৰু-সাগৰতে
ঢাক খাই ৰলা? [১৪৪]

বৰকাকতীৰ 'তাজমহল কবিতাটিতো বিশ্ব কবিৰ 'শাজাহান কবিতাটিৰ প্ৰতিধ্বনি শুনা যায। অৱশ্যে দুযোটা কবিতাৰ ভাবধাৰাৰ সামান্য পাৰ্থক্য আছে। তদুপৰি ৰবীন্দ্ৰনাথৰ 'শাজাহান'ৰ গভীৰ দাৰ্শনিকতাৰ পৰিৱৰ্তে 'তাজমহল'ত দেখা যায এক বিস্ময় বিমুগ্ধ দৃষ্টিভংগীহে। বিস্মিত কবিযে তাজমহল নেদেখাকৈযে বুজি পাইছে যে 'তাজমহল চিৰন্তন বিৰহীৰ অন্তৰৰ পুঞ্জীভূত ৰঙা তেজ মৰ্মভেদী ব্যথা

তাজ তুমি ৰঙা তেজ
বিৰহীৰ অন্তৰৰ
গোট মাৰি শিলা হোৱা
মৰ্মভেদী ব্যথা
লেখা নাই আখৰেৰে
পাথৰেৰে ৰচি থোৱা
এটি নৱ যুগমীযা
বৃহৎ কবিতা। [১৪৫]

সমালোচক মহেন্দ্ৰ বৰাৰ মতে বৰকাকতীৰ তাজমহল'ক ৰবীন্দ্ৰনাথৰ 'শাজাহান'ৰ পাদটীকা বুলি অভিহিত কৰিব পাৰি। [১৪৬]

ৰত্নকান্ত বৰকাকতীৰ 'বিশ্বহৰণ কবিতাটিৰ ওপৰতো ৰবীন্দ্ৰনাথৰ 'আশংকা কবিতাটিৰ প্ৰভাৱ লক্ষ্য কৰা যায। ৰবীন্দ্ৰনাথে 'আশংকা'ত লিখিছে

কত-না শোভা কত-না সুখ
কত-না ছিল অমিয মুখ
নিত্য-নব পুষ্পৰাশি/
ফুটিত মোৰ দ্বাৰে
*** *** *** *** *** ***
আকাশ ছিল ধৰণী ছিল
আমাৰ চাৰি ধাৰে। [১৪৭]

---

১৪৪। বৰকাকতী ৰত্নকান্ত — শেৱালি ঊৰ্মিলা
১৪৫। পূৰ্বোক্ত গ্ৰন্থ — তাজমহল
১৪৬। বৰা মহেন্দ্ৰ (সম্পাঃ) — অসমীয়া কবিতা চয়ন ভূমিকা
১৪৭। ঠাকুৰ ৰবীন্দ্ৰনাথ — মানসী আশংকা

বৰকাকতীয়ে লিখিছে

মোকেই চাই
হিয়া বিয়াকুল
হাঁহিছিল কত
প্ৰভাতৰ ফুল
নিশা কান্দিছিল তৰা
যেইপিনে চাও
সেই পিনে দেখোঁ
মোৰেই সকলো
মোৰেই মাথোঁ
মোৰেই বসুন্ধৰা। [১৪৮]

ৰবীন্দ্ৰনাথৰ দৰেই বৰকাকতীৰ কবিতাত বৰ্ণিত প্ৰেমৰ মাহাত্ম্যও হ'ল তনুৰ আধাৰত অতনুৰ আৰতি। তেওঁৰ কবিতাত প্ৰেম জীৱন চেতনাৰ সাৰ্থকতম পৰিণতিৰূপে চিত্ৰিত হৈছে। তেওঁৰ কাব্যিক প্ৰতিভাৰ গভীৰত অন্তৰ্লীন হৈ আছে জগত আৰু জীৱনৰ প্ৰতি সুগভীৰ প্ৰেম। এই প্ৰেমে পাঠকৰ হৃদযতো সঞ্চাৰিত কৰে অসীমতাৰ অনুভূতি। একাষাৰত ক'বলৈ হ'লে বৰকাকতীৰ প্ৰেমভাবনা পৰিস্ফুট হৈছে— ব্যক্তিপ্ৰেমৰ ৰূপত প্ৰকৃতিপ্ৰেমৰ ৰূপত আৰু পৰিণতি লভিছে ৰহস্যময় চিৰসুন্দৰৰ প্ৰতি থকা অতীন্দ্ৰিয়প্ৰেমৰ ৰূপত।

## (ঘ) গণেশ গগৈ

অসমীয়া ৰোমাণ্টিক কাব্য-জলধিৰ তৃতীয় তৰংগভুক্ত এজন উল্লেখযোগ্য কবি হ'ল গণেশ গগৈ। যিবোৰ গুণ আৰু বৈশিষ্ট্যৰ বাবে এজন কবিক ৰোমাণ্টিক বুলি ধৰি ল'ব পাৰি তেনে গুণ আৰু বৈশিষ্ট্যৰেই সমৃদ্ধ হ'ল কবি গণেশ গগৈ। ব্যক্তি হৃদয়ৰ আকুল আৰ্তি কল্পনা-বিলাস সৌন্দৰ্যানুৰাগ প্ৰেম প্ৰকৃতিপ্ৰীতি জাতীয়তাবোধ অধ্যাত্মবোধ আদি ৰোমাণ্টিক কবিতাৰ প্ৰায় সকলোবোৰ অনুষংগই তেওঁৰ কবিতাত অনাবিল ৰূপত প্ৰতিভাত হৈছে। এইবোৰৰ ভিতৰত সবাতোকৈ উজ্জ্বল আৰু সহৃদয় হৃদয়-সংবাদীৰূপে প্ৰকাশ পাইছে প্ৰেমানুৰাগৰ কবিতাসমূহ। প্ৰেমৰ বাৰে-বৰণীয়া ৰূপ বৈচিত্ৰ্য তেওঁৰ কবিতাত ফুটি উঠিছে।

---

১৪৮। বৰকাকতী ৰত্নকান্ত        শেৱালি বিশ্বহৰণ

সমালোচক মহেন্দ্ৰ বৰাই প্ৰেমিকাৰ প্ৰতি বিৰহী কবিৰ মনোৰম ভৎসনা ব্যৰ্থ প্ৰেমিকৰ পৰম একাকীত্বৰ অনুভূতি আৰু বিধ্বস্ত সৌন্দৰ্যৰ যিকোনো অভিব্যক্তিত বিফল প্ৰেমৰ প্ৰতিফলন দৰ্শন গঁগৈৰ কবিতাৰ প্ৰধান উপকৰণ বুলি কৈছে।[১৪৯] মহেশ্বৰ নেওগে গণেশ গঁগৈৰ প্ৰেম অধিক ইন্দ্ৰিয়গ্ৰাহ্য (Sensuous) আৰু প্ৰেমাস্পদৰ শৰীৰৰ অংগে অংগে তেওৰ বাবে আকৰ্ষণ থকা বুলি কৈছে।[১৫] সাধাৰণতে গঁগৈৰ কবিতাত প্ৰেমৰ আকুলতা মিলন-বাসনা স্বপ্ন স্বপ্ন ভংগ প্ৰেমত পৰি দগ্ধ হোৱা অন্তৰৰ আক্ষেপ আৰু সান্ত্বনা বিৰহে দেই পুৰি নিযা হৃদযৰ কাতৰতা বিচ্ছেদৰ অৱস্থা আৰু প্ৰেমৰ জয়গান উচ্চাৰিত হৈছে।

গণেশ গঁগৈৰ প্ৰেম-কবিতাৰ উৎস তেওৰ ব্যক্তিগত জীৱনৰ প্ৰেম অভিজ্ঞতা। ল'ৰালিৰে পৰা চিনাকি এজনী কুমাৰীৰ প্ৰতি থকা তেওৰ মৰম যৌৱনৰ দুৱাৰডলিত আহি গভীৰ প্ৰেমলৈ ৰূপান্তৰিত হয। ছোৱালীজনীৰ পৰিযালৰ সৈতেও গঁগৈৰ ভাল সম্পৰ্ক আছিল। ছোৱালীজনীৰ ককাযেক আছিল তেওৰ নলে গলে লগা বন্ধু। সেই সম্পৰ্কৰ আঁত ধৰিয়ে তেও প্ৰাযে তেওলোকৰ ঘৰলৈ অহা যোৱা কৰিছিল আৰু ছোৱালীজনীৰ লগত কথা-বতৰাও পাতিছিল। ছোৱালীজনীৰ কণ্ঠ আছিল অতিশয সুললিত। এদিন তেও পিযানো বজাই গোৱা 'বিলত তিৰে বিৰাই পদুমৰ পাহি ঐ — প্ৰচলিত গীতটো শুনি কবিৰ অন্তৰ বাৰুকৈযে তেওৰ প্ৰতি আকৰ্ষিত হয। তেওৰ অন্তৰত প্ৰেমৰ উপলব্ধি গাঢতৰ হৈ উঠে।

ছোৱালীজনীযেও গঁগৈক ভাল পাইছিল। গণেশ গঁগৈৰ এটি প্ৰেমিক মন থকাৰ উপৰি আছিল অভিনয আবৃত্তি চিকাৰ আৰু খেল ধেমালিত অসাধাৰণ দক্ষতা। তদুপৰি তেও আছিল প্ৰাণ চাঞ্চল্যেৰে ভৰপূৰ এজন তজবজীযা সুদৰ্শন যুৱক। কিন্তু ইমানবোৰ গুণৰ অধিকাৰী হোৱা সত্বেও প্ৰধানত যিটো কাৰণত কবিলৈ ছোৱালীৰ বাপেকে নিজৰ ছোৱালীক বিযা নিদিলে সেই কাৰণটো হ'ল— সৰুৰে পৰাই থকা গঁগৈৰ ৰাগীযাল বস্তু সেৱনৰ বদভ্যাস। প্ৰচুৰ মদ খোৱাৰ ফলতে কবি এদিন আক্ৰান্ত হ'ল টি বি বেমাৰত আৰু অতি কম বযসতে সেই বেমাৰত তেওৰ মৃত্যু হ'ল। এই সম্পৰ্কে কবি-ভ্ৰাতৃ শ্ৰীতৰুণ চন্দ্ৰ গঁগৈযে গণেশ গঁগৈৰ চমু জীৱনী'ত লিখিছে

> আজি আমি এইটো স্বীকাৰ কৰিবলৈ বাধ্য যে যদিও গণেশ গঁগৈৰ মৃত্যু হৈছিল টি বি ৰোগত তেওক বহুত দিন আগৰে পৰাই তিল্‌তিলকৈ

১৪৯। বৰা মহেন্দ্ৰ (সম্পা ) অসমীয়া কবিতা চযন ভূমিকা
১৫ । নেওগ মহেশ্বৰ অসমীয়া সাহিত্যৰ ৰূপৰেখা

> নাশ কৰিছিল নিচা খোৱা বেমাৰে। আনকি তেওঁ ভালপোৱা ছোৱালীগৰাকীৰ দেউতাকে তেওঁলৈ ছোৱালী নিদিয়াৰো সেইটোৱেই প্ৰধান কাৰণ আছিল। [১৫১]

অকালতে জীৱনবন্তি নিৰ্বাপিত হোৱা এইগৰাকী প্ৰতিভাবান কবিৰ জন্ম হৈছিল যোৰহাট নগৰত ১৯০৭ চনৰ ২৮ ডিচেম্বৰত আৰু মৃত্যু হৈছিল ১৯৩৮ চনৰ ২১ আগষ্টত। মাত্ৰ দেৰকুৰি বছৰ কালত জীৱননাটৰ সামৰণি পৰা এই কবিগৰাকীৰ দ্বাৰা ৰচিত 'শকুনিৰ প্ৰতিশোধ 'দক্ষযজ্ঞ 'হৰিশ্চন্দ্ৰ 'কাশ্মীৰ কুমাৰী আদি মঞ্চসফল নাটক আৰু 'লাচিত জেৰেঙাৰ সতী 'কমলা কুঁৱৰী 'কুৰি শতিকা আদি কেবাখনো নাটিকা পোৱা যায। তদুপৰি যিটো কাৰণত গণেশ গগৈ অসমীয়া সাহিত্যৰ বুৰঞ্জীত অম্লান ভাস্বৰ হৈ আছে আৰু থাকিব চিৰকাল সেযা হ'ল তেওঁৰ কাব্য-সাহিত্যলৈ দিয়া অনন্য অৱদান। তেওঁৰ আন সকলো প্ৰতিভাকে চেৰাই গৈছে তেওঁৰ কবি-প্ৰতিভাই। গগৈৰ দ্বাৰা ৰচিত কবিতা পুথি তিনিখন— পাপৰি (১৯৩৪) 'স্বপ্নভঙ্গ (১৯৩৬) আৰু 'ৰূপজ্যোতি (১৯৪৫)। ইযাৰ উপৰি এই তিনিখন কাব্য সংকলনত স্থান নোপোৱা বহুতো অপ্ৰকাশিত গীত আৰু কবিতা সম্প্ৰতি (১৯৯০ চনত) প্ৰকাশ পোৱা গণেশ গগৈৰ ৰচনা সম্ভাৰ নামৰ গ্ৰন্থখনিত সংযোজিত হৈছে। গ্ৰন্থখনিৰ সম্পাদক দিলীপ কুমাৰ দত্তই গণেশ গগৈৰ বাবে ৰহণীযা কবিতাসমূহক ছযটা ভাগত ভাগ কৰিছে

১। প্ৰেম কবিতা— এই শিতানত আছে আঠাইশটা কবিতা।
২। জাতীয প্ৰেমৰ কবিতা— ইযাত আছে নটা কবিতা।
৩। প্ৰকৃতি প্ৰেমৰ কবিতা— এই শিতানত আছে আঠোটা কবিতা।
৪। আৰ্য-সংস্কৃতিৰ আদৰ্শ শীৰ্ষক কবিতা— এই পৰ্যাযত আছে সাতোটা কবিতা।
৫। কবি-কবিতাৰ আদৰ্শ— এই শিতানত আছে সাতোটা কবিতা।
৬। আন আন কবিতা— এই পৰ্যাযত আছে এঘাৰটা কবিতা।

গণেশ গগৈৰ প্ৰেম কবিতা জাতিষ্কাৰ হৈ উঠিছে তেওঁৰ প্ৰেমিকাক কেন্দ্ৰ কৰিযে। এই প্ৰেমভাবনাৰ সৰ্বোত্তম প্ৰকাশ ঘটিছে তেওঁৰ পাপৰি নামৰ দীঘলীযা কবিতাটোত। কবিতাটোৱে গগৈৰ প্ৰেম পৰিক্ৰমাৰ এটি স্পষ্ট ছবি দাঙি ধৰিছে। পূৰ্ব পৰিচিত কোনো এক যুৱতীৰ কণ্ঠত এটি গীত শুনিয়েই কবি সচকিত হৈ উঠিছে, তেওঁৰ যৌৱনে সাৰ পাইছে, প্ৰেমভৰা হৃদযৰ দুৱাৰ খুলি গৈছে। অতীত

---

১৫১। দত্ত দিলীপ কুমাৰ (সম্পা ) গণেশ গগৈৰ ৰচনা সম্ভাৰ

স্মৃতি ৰোমন্থনৰ যোগেদি কবিয়ে তেওৰ প্ৰেম পৰিক্ৰমাৰ যি ছবি দাঙি ধৰিছে, তাৰ মাজেৰেই তেওৰ সমগ্ৰ প্ৰেমভাবনাৰ স্বৰূপ বহু পৰিমাণে উপলব্ধি কৰা যায়। মউসনা সুমধুৰ গীত গোৱা অনিন্দ্যসুন্দৰী সেই যুৱতীগৰাকীলৈ যৌৱনৰ পূৰ্ণ অৰ্ঘ্যৰূপে কবিয়ে যি প্ৰেম নিবেদন কৰিছিল তাৰ মাজত কোনো অবিলতা বা উদ্‌ভ্ৰান্ততা নাছিল সেই প্ৰেম আছিল কাম গন্ধহীন পূত পবিত্ৰ। মধ্যযুগত সহজীয়া মাৰ্গৰ কবি চণ্ডীদাসে নিজৰ প্ৰেয়সীক কামনাবিমুক্ত অন্তৰেৰে বেদমাতা গায়ত্ৰী'ৰ উচ্চাসনত বহুৱাই তেওকেই 'উপাসনা ৰস বুলি বৰ্ণনা কৰাৰ দৰে গণেশ গগৈয়েও নিজৰ প্ৰেয়সীকে অন্তৰৰ প্ৰেম গংগাজলেৰে পূজা কৰিব বিচাৰিছে

সেয়েই তুলসী মোৰ          সেয়ে মোৰ গঙা-জল
তাতেই দুবৰি আছে, আছে বেলপাত
তাতেই নিতউ জ্বলে          প্ৰণয়ৰ ধূপ-দীপ
সেযেই নৈবেদ্য মোৰ তোমাৰ পূজাত। [১৫২]

কিন্তু যৌৱনৰ পূৰ্ণ অৰ্ঘ্য অকাতৰে মানৱী প্ৰতিমালৈ আগবঢ়াই দিলেও কবি প্ৰাণৰ 'যাচি দিয়া যৌৱনৰ আদি পূজাভাগ গৰবিনী দয়িতাই গ্ৰহণ নকৰিলে। কবি অন্তৰত গুমৰি উঠিল আক্ষেপ অভিমান। কবিৰ প্ৰেমভাবনাৰ সুঁতি সলনি হ'ল। কবিৰ মানৱীদেবী মানসীলৈ ৰূপান্তৰিত হ'ল। প্ৰেমৰ সাধনাও আগতকৈ অধিক হ'ল। একলব্যক গুৰু দ্ৰোণে প্ৰত্যাখ্যান কৰিলেও একলব্যই দ্ৰোণকে গুৰু হিচাপে জ্ঞান কৰি নিৰলাত সাধনা কৰাৰ দৰে কবিয়েও প্ৰেমিকাৰ দ্বাৰা প্ৰত্যাখ্যাত হৈ নিৰলাতে প্ৰেয়সীক আৰাধনা কৰিবলৈ মনস্থিৰ কৰিছে

নিজানত বহি তাতে          অন্তৰ বেদীত মোৰ
নিৰাকাৰ কিবা এটি এনেযে পূজিম
তুলসী অশুচি হ'ল          অশুচি দুবৰি বন
চিৰ-ব্যৰ্থ জীৱনৰ ৰঙাজবা দিম। [১৫৩]

কবিয়ে শেষবাৰৰ কাৰণে নিজৰ অন্তৰতে ঘটা বিচিত্ৰ পৰিৱৰ্তনৰ কথা সুঁৱৰি কৈছে— কামনাৰ ইন্ধনপূৰ্ণ প্ৰেয়সীৰ ওঠত 'আঙুৰৰ ৰঙা ৰস থাকিলেও তাৰ প্ৰতি তেওৰ কোনো কৌতূহল আৰু নাই প্ৰেয়সীৰো সেই সম্পৰ্কে কোনো আগ্ৰহ থকা বাঞ্ছনীয় নহয়। এইদৰেই কবিয়ে বিচ্ছেদ বিৰহকে সাদৰে গ্ৰহণ কৰি দেহজপ্ৰেমৰ প্ৰতি থকা ক্ষীণ দোদুল্যমানতা ত্যাগ কৰি দেহাতীত প্ৰেমৰ প্ৰতি আগ্ৰহী হৈ উঠিছে। দৰাচলতে এই কবিতাটোৱেই গণেশ গগৈৰ প্ৰেমভাবনাৰ ঘনীভূত ৰূপৰ প্ৰকাশ।

---

১৫২। পূৰ্বোক্ত গ্ৰন্থ          পাপৰি
১৫৩। পূৰ্বোক্ত গ্ৰন্থ

'স্বপ্ন' কবিতাটিৰ মাজেৰে কবিৰ ইন্দ্ৰিয়গ্ৰাহ্য প্ৰেমজগতৰ সিপাৰৰ অতীন্দ্ৰিয় প্ৰেমজগতৰ ছবি ফুটি উঠিছে। কবিৰ ব্যক্তিগত দুখ বেদনাৰে ভৰা নি সংগ জীৱনযাত্ৰাত সংগিনী হোৱা ৰহস্যময়ী নাৰীগৰাকীয়ে হ'ল কবিৰ মানসীপ্ৰিয়া। প্ৰেয়সীৰ পৰা আঁতৰি অহা কবিয়ে এনেদৰে অকলশৰীয়া যাত্ৰাপথত প্ৰেয়সীক লগ পোৱাত কবিৰ শূন্য-হৃদয়ত পূৰ্বস্মৃতি জাগি উঠিছে। কবিয়ে নিয়তিৰ বিধানতে প্ৰেয়সীৰ লগত হোৱা তেওঁৰ বিচ্ছেদক মানি লৈয়ো আক্ষেপ নকৰাকৈ ৰ'ব পৰা নাই। কবিৰ এই আক্ষেপৰ সুৰ অতি মৃদু প্ৰেয়সীৰ আগত কৈ থাকিলেও ই বহু পৰিমাণে আত্মকথনৰ দৰে। প্ৰিয়াৰ লগত হোৱা বিচ্ছেদক তেওঁ সম্পূৰ্ণৰূপে আৰু হৰিষচিত্তে মানি ল'ব পৰা নাই। কাৰণ তেওঁ বিশ্বাস কৰিছিল পুৰুষ আৰু প্ৰকৃতিৰ মিলনতেই মানৱজীৱন ধন্য হৈ উঠে পূৰ্ণ হৈ উঠে। অৱশ্যে ভাৰতীয় অধ্যাত্ম ভাবাদৰ্শৰ প্ৰতি অটল বিশ্বাসী কবিয়ে অৱশেষত মিলনতকৈ বিচ্ছেদকেই শ্ৰেষ্ঠ আৰু শ্ৰেয় বুলি কৈছে। তেওঁ উপলব্ধি কৰিছে সৃষ্টি শ্ৰেষ্ঠ মানৱক বিৰহ বিচ্ছেদৰ অগ্নি পৰীক্ষাৰ মাজেৰে উত্তীৰ্ণ হ'বলগীয়া হয় জীৱন আৰু জগতৰ মহৎ সত্য উপলব্ধি কৰিবলগীয়া হয়। পুৰুষ-নাৰীৰ দেহ মিলনৰ মাজেৰে বৰ বেছি প্ৰেয় লাভ হ'ব পাৰে শ্ৰেয় লাভ তাত সম্ভৱ নহয়। অনন্ত বিচ্ছেদৰ মাজেৰেই মানুহে শ্ৰেয় লাভ কৰিব পাৰে। জগতৰ মহান কাব্য গাথা ৰচিত হৈছে— কীৰ্তি মহল গঢ়ি উঠিছে বিচ্ছেদ আক্ৰান্ত হৃদয়ৰ অমিত প্ৰেৰণাতেই। এই কথা উপলব্ধি কৰিয়েই কবিয়ে প্ৰেয়সীক কৈছে

সখা মোৰ! কওঁ শুনা      সৃষ্টি শ্ৰেষ্ঠ মানৱক
কবিয়ে কবিতা লিখি কৰিলে পাগল
সেয়েহে তোমাকে মোকে      নিমিলালে মৰতত
নেপালো কোনোৱে পিব 'যমুনাৰ জল। [১৫৪]

কবি গগৈয়ে দেহজ আৰু দেহাতীত প্ৰেম সম্পৰ্কে দ্ব্যৰ্থহীন সমিধান নোপোৱাৰ ফলতে এই পৰ্যায়ত লিখা প্ৰায়বোৰ কবিতাতে আক্ষেপ আৰু ক্ষীণ অভিযোগৰ অৱতাৰণা কৰিছে। পাপৰিৰ স্বপ্ন কবিতাটিতো ভাবৰ এই দোদুল্যমানতা লক্ষ্য কৰা যায়। কবিতাটিত অপাৰ্থিৱ কল্পলোকত কবি আৰু প্ৰেয়সীৰ কথোপকথন চিত্ৰিত হৈছে। স্বৰ্গীয় অপৰূপ পৰিমণ্ডলত লগ পোৱা প্ৰেয়সীক কবিয়ে মৰতৰ মৰম বেথাৰ কথা সুধিছে, তাৰ সকৰুণ সুৰ জানো প্ৰেয়সীৰ স্মৃতি বীণত বাজি নুঠে? এই বুলি প্ৰশ্ন কৰিছে। এই প্ৰশ্নৰ দ্ব্যৰ্থহীন উত্তৰ দিছে প্ৰেয়সীয়ে এনেদৰে

১৫৪। পূৰ্বোক্ত গ্ৰন্থ

মৰতৰ পাপৰিত? নেপালো একোকে সখা
একেদিনে ফুলকলি য'ত জহি যায়
পাপৰি'ৰ চিন চাৱ থাকিব কিহত তেনে
নাই সখা নাই তাত একোৱেই নাই।"[১৫৫]

মৰতৰ প্ৰেম পাপৰিৰ কোনো স্থায়িত্ব নাই একে দিনাই তাত ফুল কলি সম্পূৰ্ণ বিকশিত নৌহওতেই জহি যায়। অৱশ্যে প্ৰেয়সীয়ে দিয়া এই উত্তৰত কবি আশ্বস্ত হ'ব পৰা নাই। 'মৰমৰ মোহ লগা বোল আছে কাৰণেই মানুহে মৰমৰ আদান প্ৰদান কৰে বুলি কবিয়ে ভাবে। কবিয়ে এই কথাও বিশ্বাস কৰে যে মৰমৰ মোল বুজিলে তাৰ মাজত স্বাৰ্থপৰতা নাথাকিলে মৰ্ত্যপ্ৰেমৰ মাজতে প্ৰেমে প্ৰাণ পাই উঠিব পাৰে। সেই প্ৰেমে শাওনৰ ক'লা মেঘ আঁতৰাই শৰতৰ নিৰ্মল আকাশৰ সম্ভেদ আনি দিয়ে। তেতিয়া জীৱনৰ যত ক্লেশ দুখ হিংসা দ্বেষ আদিও দূৰতে বিদূৰ হয়।

'স্বপ্নভংগ কবিতাটো গণেশ গগৈৰ প্ৰেম কবিতাৰ এক অনৱদ্য পুষ্প অৰ্ঘ্য। সকলো দ্বিধা দ্বন্দ্বৰ উৰ্ধ্বলৈ উঠি গৈ কবিয়ে এই কবিতাটিত নিজকে এজন অপাৰ্থিৱ প্ৰেমৰ সন্ধানী হিচাপে চিনাকি দিবলৈ সমৰ্থ হৈছে। প্ৰেয়সীৰ বাবে অধিক আগ্ৰহেৰে কদম গছৰ তলত প্ৰতীক্ষাৰত কবিয়ে আত্মকথনৰ দ্বাৰা নিজৰ প্ৰেমভাবনাৰ স্থিতি স্পষ্ট কৰি লৈছে। কবিয়ে 'ৰাঙলী ওঠৰ 'লৱনু দেহা'ৰ আৰু 'ৰূপৰ সুৰভি'ৰ সৰ্বনাশা মৰ্ম উদ্ধাৰ কৰিবলৈ সমৰ্থ হৈছে। সীতাৰ ৰূপত মুগ্ধ হৈ ৰাৱণৰ সৰ্বস্বান্ত হোৱা অৱস্থাটো কবিৰ মনলৈ আহিছে। 'ৰূপৰ জোৱাৰ দেখিলে বিনাশ অৱশ্যম্ভাবী বুলি কবিয়ে বুজি পাইছে। সেয়ে কবিৰ এতিয়া 'ৰূপ দেখি আৰু নমজে মন। প্ৰকৃত প্ৰেমৰ বাবে হেঙুলী ওঠৰ নালাগে মদিৰা তাৰ বাবে লাগে 'বুকুৰ মৰমী মউ'হে। কবিয়ে আৰু এটি সত্যক দৃঢতাৰে স্বীকাৰ কৰিছে— সেই সত্যটো হৈছে, বিৰহে আনি দিয়া পূৰ্ণতাৰ কথা। যি বিৰহ অনন্ত কাল ধৰি সমগ্ৰ জগত জুৰি ধ্বনিত প্ৰতিধ্বনিত হৈ আছে— সেই বিৰহক কবিয়ে প্ৰাণেৰে বৰণ কৰি লৈছে। বিৰহৰ অগ্নিপৰীক্ষাৰ মাজেৰেহে পাৰ্বতী পৰমেশ্বৰ মিলন সম্ভৱ হৈ উঠে। সকলো দু খ-কষ্ট বিৰহ মিলনক অতিক্ৰম কৰি যি প্ৰেম প্ৰাণ পাই উঠে সেই প্ৰেমেই স্থায়ী চিৰশাশ্বত। সেই প্ৰেমেই কবিৰ কাম্য। সেয়ে কামনা বাসনা নহয় মাথোঁ অন্তৰৰ মিলহে কবিৰ কাম্য অন্তৰৰ মিল হ'লেই উমা মহেশ্বৰৰ মিলন-ৰূপ প্ৰতিভাত হৈ উঠিব

---

১৫৫। পূৰ্বোক্ত গ্ৰন্থ পাপৰিৰ স্বপ্ন

প্ৰাণৰ দাপোণ দুয়ো মেলি চাম
একেৰাগে পাম দুয়োটি ৰূপ।"[১৫৬]

গণেশ গগৈৰ প্ৰেমভাবনাৰ আন এটি দিশ হ'ল দেহ-ৰূপৰ প্ৰতি আকৰ্ষণ। এই আকৰ্ষণ ইংৰাজ কবি কীটছৰ দেহজ আকৰ্ষণৰ দৰে তীব্ৰ আৰু যৌনগন্ধী নহয়। কীটছৰ কবিতাত অভিব্যক্ত ইন্দ্ৰিয়-বিলাসিতা সম্পৰ্কে নিম্নলিখিত কবিতা পংক্তি দুটিৰ পৰাই ধাৰণা ল'ব পাৰি। দুয়োফাকি কবিতাৰেই লক্ষ্য হ'ল কবিৰ প্ৰেয়সী ফেণী ব্ৰাউন। প্ৰথমটিত কবিয়ে কৈছে

O let me once more rest
My soul upon that dazzlıng breast!
Let once again these achıng arms be plac d,
The tender gaolers of thy waıst! "[১৫৭]

আৰু দ্বিতীয়টিতো কবিয়ে একেদৰেই কৈছে

O let me have thee whole all all be mıne!
That shape that faırness that sweet mınor zest
Of love your kıss – those hands those eyes dıvıne
That warm whıte lucent mıllıon pleasured breast
Yourself your soul ın pıty gıve me all
Wıthhold no atom s atom or I dıe [১৫৮]

প্ৰেমিকাৰ প্ৰতি ভালপোৱাৰ গভীৰতা থাকিলেও কীটছৰ কবিতাত দৈহিক মিলন কামনাৰ উদগ্ৰ বৰ্ণনা আছে, আনহাতে গগৈৰ কবিতাত প্ৰিয়তমাৰ ৰূপৰ প্ৰতি আকৰ্ষণ থাকিলেও তাত উৎকট দেহ-বিলাসৰ প্ৰশ্ৰয় নাই। গগৈৰ কবিতাত প্ৰেম আৰু সৌন্দৰ্য অংগাংগীভাৱে অন্বিত। এই সম্পৰ্কে সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে

প্ৰেম আৰু সৌন্দৰ্য কবিৰ দৃষ্টিত দুটা বেলেগ বস্তু নহয় প্ৰেমেই কবিৰ মনত সৌন্দৰ্যৰ দুৱাৰ মুকলি কৰি দিছিল। [১৫৯]

---

১৫৬। দত্ত দিলীপকুমাৰ (সম্পা°) গণেশ গগৈৰ ৰচনা সম্ভাৰ স্বপ্নভংগ
১৫৭। Forman H B (Ed ) The Poetıcal Works of John Keats Lınes To Fanny Lınes 48-51
১৫৮। পূৰ্বোক্ত গ্ৰন্থ Sonnet, To Fanny Lınes 5 10
১৫৯। শৰ্মা সত্যেন্দ্ৰনাথ ঃ অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত

ন্দন তাত্ত্বিক বিচাৰতো প্ৰেম আৰু সৌন্দৰ্যৰ সম্পৰ্ক বিচ্ছিন্ন নহয় ইটো আনটোৰ পৰিপূৰকহে। সৌন্দৰ্য অনুভৱৰ উপাদান সম্পূৰ্ণৰূপে ৰসিক মনৰ কল্পনা সৃষ্ট নহয় অৰ্থাৎ সৌন্দৰ্য ৰূপকাশ্ৰয়ী। দৈহিক স্তৰৰ পৰাই সৌন্দৰ্যবোধৰ উত্থান আৰু বিকাশ হয়। সৌন্দৰ্যৰ প্ৰথম স্পৰ্শ ইন্দ্ৰিয়াশ্ৰিত আৰু তাত শৰীৰৰ অৱদান সমধিক স্বীকৃত। সৌন্দৰ্যবোধত যেতিয়া শৰীৰ স্পন্দিত হয় তেতিয়াই বুদ্ধিৰ দৃষ্টি আলোকত ৰূপ আৰু বিভিন্ন ৰূপৰ সামঞ্জস্য আহি ধৰা দিয়েহি। সেয়ে আদি স্তৰত সৌন্দৰ্যসৃষ্টিত আৰু উপভোগত ৰূপৰ গুৰুত্ব অনস্বীকাৰ্য।

নাৰীদেহত এই ৰূপৰ সৰ্বোত্তম প্ৰকাশ শিল্পী সাহিত্যিকসকলে অনুভৱ কৰে। অন্তৰস্থ প্ৰেমে নাৰীদেহৰ এই ৰূপতৰংগক শৈল্পিক ৰূপ দিয়াত সাহায্য কৰে কাৰণ প্ৰেমে মানুহক কলাত্মক কৰি তোলে। গণেশ গগৈৰ প্ৰেম আৰু সৌন্দৰ্যবোধে প্ৰিয়াৰ ৰূপক এক অনিন্দ্যসৌন্দৰ্য সুষমাৰে মণ্ডিত কৰি তুলিছে। অনুৰাগৰ মায়া কাজল চকুত লগাই তেও প্ৰেয়সীলৈ চোৱাৰ বাবেই প্ৰেয়সীৰ ৰূপ সৌন্দৰ্য তেওঁৰ ওচৰত উদ্ভাসি উঠিছে। গগৈৰ মতেও সৌন্দৰ্য সৰ্বজয়ী আৱৰণ আভৰণে তাক বন্দী কৰি ৰাখিব নোৱাৰে। ৰূপৰ জেউতিক কোনেও বাধা দি ৰাখিব নোৱাৰে। যিদৰে এন্ধাৰে তৰা আঠুৱাৰে অৰুণ কিৰণক বাধা দিব নোৱাৰে কুৱলীৰ আৱৰণে পুবাৰ মলয় সমীৰণৰ গতি ৰোধিব নোৱাৰে আৰু ঘোপ মৰা ডাৱৰৰ বুকু ফালিও আকাশত জোন তৰা উজলি উঠে সেইদৰে উদ্ভিন্নযৌৱনা কবি প্ৰিয়াযো নিজৰ বিকশোন্মুখ যৌৱন-সম্ভাৰক ঢাকি ৰাখিব নোৱাৰে

কেঁচা সোণ বৰণীয়া তোমাৰ লৱনু তনু
দহিবটা খনিয়াৰে নোৱাৰা ঢাকিব
বিৰিঙি বিৰিঙি সখী মনোৰমা ৰূপলেখা
জোনাকী পৰুৱা হৈ জিলিকি আহিব। [১৬]

কবিয়ে কবিতাটিত প্ৰেয়সীৰ দেহ-লাৱণ্যৰ স্বৰূপ উন্মোচন কৰিছে। ইন্দ্ৰিয় বাসনাৰ ছিটিকনি কবিতাটোত পৰিছে যদিও তাৰ মাজত মিহলি হৈ আছে কবিৰ প্ৰেমানুভূতি আৰু সৌন্দৰ্যবোধ। আন আন কবিতাতো কবিৰ আৱেগ আৰু ভালপোৱাৰ লগত সৌন্দৰ্যতৃষ্ণা মিশ্ৰিত হৈ থকা দেখা যায়। এই দিশত আলোকপাত কৰি বিৰিঞ্চি কুমাৰ বৰুৱাই লিখিছে

---

১৬০। গণেশ গগৈৰ ৰচনা সম্ভাৰ ৰূপজ্যোতি

He wanted to dedicate his life to the realisation of beauty for which he had enough love and ardour [১৬১]

'বিফলতা নামৰ কবিতাটিত প্ৰেম আৰু সৌন্দৰ্যবোধ এক হৈ পৰিছে। কবিয়ে যৌৱনমদিৰ দৃষ্টিৰে প্ৰেয়সীৰ ৰূপ-ঐশ্বৰ্য অৱলোকন কৰিছে আৰু সেই যৌৱন মদিৰাৰ সুবাস ল'ব বিচাৰিছে

চকুৱে বিচাৰে মোৰ অপৰূপ ৰূপৰেখা
পৰাণে বিচাৰে মোৰ জীৱনৰ মোহ,
বুকুৱে আপোন সুৰে বিচাৰি বিচাৰি ফুৰে
মউ সনা চেনেহৰ কুমলীয়া কোঁহ। [১৬২]

কবিৰ দেহজ প্ৰেমৰ প্ৰতি থকা আকৰ্ষণৰ ৰূপ বিভিন্ন কবিতাত ফুটি উঠিছে। সেই প্ৰেমৰ পৰা বঞ্চিত হ'বলগীয়া হোৱাৰ বাবেই তেওঁ অনুতপ্ত নিৰাশাত ভগ্ন আৰু কিছু পৰিমাণে উদ্ভ্ৰান্তও হৈ পৰিছিল। বিপৰ্যস্ত কবিমানস সম্পৰ্কে মহেশ্বৰ নেওগে লিখিছে

বনগীতৰ দৰেই পাপৰি'ৰ কবিমন প্ৰিয়াৰ নিষ্ঠুৰ উদাসীনতাত আৰু অৱজ্ঞাত কাতৰ হৈ ভাগি পৰিছে আৰু শেষত গৈ নিয়তিৰ গ্লানিতে আশ্ৰয় লৈছে। [১৬৩]

অনুতাপত দগ্ধ কবিয়ে খেদোক্তি কৰিছে এইদৰে

'নাহে আৰু ঘূৰি সেই মিলন পূৰ্ণিমা
নুশুনো আৰু-তো সেই ধ্বনি সুমধুৰ
নামাতেহি আহা বুলি আঁকোৱালি ধৰি
নাই মৃদু পৰশন যুগল বাহুৰ। [১৬৪]

দেহজপ্ৰেমৰ আকুলতা থকা গগৈৰ আন এটি কবিতা হ'ল 'চিনাচিনি। পূৰ্ণিমাৰ জোনালী ৰাতিত প্ৰেয়সীৰ প্ৰতি কবিৰ দেহ-আকুলতা বৃদ্ধি পাইছে। ইন্দ্ৰিয়ৰ দ্বাৰা অনুভৱ কৰিব পৰা জোনাকে শৰীৰী ৰূপ ধাৰণ কৰিছে। জোনাকৰ এই শৰীৰী ৰূপ প্ৰেয়সীৰ ৰূপ হৈ ফুটি উঠিছে। এই শৰীৰী ৰূপৰ বাবেই মানুহৰ উচ্ছ্বাস চিৰন্তন অতৃপ্তি আৰু আবহমান কালৰ অন্তহীন আকুলতা। জোনাকৰ এই সৌন্দৰ্যই কবিৰ

---

১৬১। Barua, B K — History of Assamese Literature
১৬২। গণেশ গগৈৰ ৰচনা সম্ভাৰ — বিফলতা
১৬৩। নেওগ মহেশ্বৰ — অসমীয়া সাহিত্যৰ ৰূপৰেখা
১৬৪। গণেশ গগৈৰ ৰচনা সম্ভাৰ — অনুতাপ

মনলৈ আনি দিছে প্ৰকৃতি জগতত ঘটি থকা মিলনৰ ছবি নানা অনুষংগ আৰু ভাবৰ খেলি মেলি। পূৰ্ণিমাৰ জোনাকত কোনো আবিলতা নাই কোনো বাধা নাই। প্ৰকৃতিৰ অনুকূলতাই কবিক উদ্বেল আৰু দেহমুখী কৰি তুলিছে

এই হেন সুৱদী জোনাক যামিনী
নাই কাৰো বাধা নাই যে বিঘিনি
(আমাৰো) অধৰে অধৰে হওক চিনা চিনি
নাথাকো মিছাতে ৰ'ই। [১৬৫]

গগৈৰ কবিতাৰ আন এটি দিশত পোৱা যায় হতাশা আৰু ব্যৰ্থতাৰ গ্লানি মিশ্ৰিত পুনৰুক্তি। এই সম্পৰ্কে মহেন্দ্ৰ বৰাই লিখিছে

এওৰ কবিতা সহাৰি নোপোৱা প্ৰেমৰ এটি তপত হুমুনিযাহ হৈ সহৃদয হৃদযসংবাদী ৰূপত প্ৰকাশ পাইছে। [১৬৬]

যৌৱনৰ আশা ভাষা ভালপোৱাৰ সম্ভাৰ লৈ প্ৰেয়সীৰ ওচৰলৈ আগবাঢ়ি যোৱা কবিৰ প্ৰেম অৰ্ঘ্য প্ৰেয়সীয়ে গ্ৰহণ নকৰাৰ ফলতেই তেওঁৰ জীৱনলৈ এই শূন্যতা আৰু নিৰাশা নামি আহিছে। কবিয়ে চৌদিশত শ্মশানৰ ছা দেখা পাইছে

ভাগিল কপাল মোৰ
নপৰিল বুকু জুৰ
হিয়া ভাঙি প্ৰিয়া গুচি গ'ল
নীৰৱে নিৰলে পতা
মিলনৰ কুঞ্জলতা
একে দিনে মৰিশালি হ'ল। [১৬৭]

প্ৰেমত পৰি জ্বালা-যন্ত্ৰণা ভুগিবলগীয়া হোৱা আৰু শেষত প্ৰেয়সীক নোপোৱাৰ বাবে কবিৰ অন্তৰত অনুতাপ আৰু আক্ষেপ জাগিছে। বৰাগী হোৱাৰ বাসনা নাও মেলি আঁতৰি যোৱাৰ প্ৰৱণতাই দেখা দিছে। প্ৰেয়সীৰ ৰূপ যৌৱন তথা দেহজপ্ৰেমৰ প্ৰতি থকা আকৰ্ষণৰ বাবেই কবিৰ প্ৰাণত এই ধৰণৰ নিৰাশা নিৰ্বেদ আৰু পলায়নবাদী ভাবধাৰাই গা কৰি উঠিছে। আনকি এই পৰ্যায়ত কবিৰ মনলৈ কেতিয়াবা মৃত্যু চিন্তাও আহি পৰিছে।

---

১৬৫। পূৰ্বোক্ত গ্ৰন্থ — চিনাচিনি
১৬৬। বৰা মহেন্দ্ৰ — অসমীয়া কবিতা চয়ন ভূমিকা
১৬৭। গণেশ গগৈৰ ৰচনা সম্ভাৰ — ব্যৰ্থ পথিক

ৰোমাণ্টিক কবিসকল তীব্ৰ আবেগিক আছিল বাবেই সংসাৰৰ অভ্যন্ত পৰিবেশৰ লগত অলপমান অমিল হ'লেই তেওঁলোক অভিমানী হৈ উঠিছিল অচিনাকি জগতলৈ গৈ শান্তি পোৱাৰ কামনা কৰিছিল। তেওলোকে মৃত্যুক এক শান্ত শীতল অনন্ত স্তব্ধতা বুলি জ্ঞান কৰিছিল— য'ত সকলো জ্বালা-যন্ত্ৰণাৰ চিৰ অৱসান ঘটে। সেয়ে মৃত্যুক তেওলোকে পৰমসখা বুলিয়েই জ্ঞান কৰিছিল। কবিগুৰু ৰবীন্দ্ৰনাথে লিখিছে

'মৰণৰে তুহুঁমম শ্যামসমান
মেঘবৰণ তুঝ মেঘজটাজুট
*** *** *** *** *** ***
মৃত্যু অমৃত কৰে দান।
তুহুঁ মম শ্যামসমান।। [১৬৮]

মৃত্যু সম্পৰ্কে কীটছৰ ধাৰণাও আছিল অনুৰূপ। তেও কৈছে ”

Verse Fame and Beauty are ıntense ındeed
But Death ıntenser– Death ıs Lıfe s hıgh meed [১৬৯]

কেতিযাবা কবিৰ প্ৰেমৰ মোল নুবুজা অথবা কবিৰ প্ৰেমক প্ৰত্যাখ্যান কৰা প্ৰেযসীৰ প্ৰতি প্ৰতিশোধ লোৱাৰ বাসনাযো হৃদয়ত স্থান পাইছিল। সমাজৰ প্ৰতিও তেওলোকৰ প্ৰতিশোধ বাসনা জাগি উঠিছিল। এই প্ৰতিশোধৰ পথ হিচাপে তেওলোকে প্ৰতিবাদী ভূমিকা নলৈ আত্মহত্যা আৰু আত্মপীডনৰ পথ বাছি লৈছিল। এনে প্ৰৱণতাৰেই অভিব্যক্তি দেখা যায গণেশ গগৈৰ একাধিক কবিতাত।

১। যাতনাৰ লগতেই হাহাকাৰ কৰি
পেলাম এদিন মই জীৱনৰ ওৰ। [১৭]

২। পৰ্বতৰ শিখৰত কান্দি কান্দি আতুৰত
কেতিযাবা ভাবো মনে আত্মহত্যা কৰো। [১৭১]

ভাঙি পৰা হৃদয়েৰে অভিমানী কবিযে কেতিয়াবা অগ্ৰজ কবি যতীন্দ্ৰনাথ দুৱৰাৰ দৰেই নাও মেলি সিপাৰলৈ যাবলৈ ওলাইছে। দুৱৰাৰ দৰে গগৈৰ লক্ষ্যস্থান স্পষ্ট নহয। দুৱৰাই যিদৰে সোণোৱালী দেশৰ মধুৰ আহ্বান শুনি সেই দেশলৈ যোৱাৰ বাবে অন্তৰৰ প্ৰেৰণা লভিছে, গগৈয়ে তেনে কোনো সুদূৰৰ আহ্বান শুনা

১৬৮। ঠাকুৰ ৰবীন্দ্ৰনাথ — সঞ্চযিতা মৰণ
১৬৯। Forman H B (Ed ) — The Poetıcal Works of John Keats Sonnet Lınes 13 14
১৭০। গণেশ গগৈৰ ৰচনা সম্ভাৰ — অনুতাপ
১৭১। পূৰ্বোক্ত গ্ৰন্থ — সেই বুলি তুমি মোক বুজিব নোৱৰা

নাই। সেয়ে তেওৰ নাও মেলি যোৱাৰ প্ৰৱণতা আহিছে মাথোঁ প্ৰেয়সীক এৰি গুচি যোৱাৰ ইচ্ছাটোকে ফলৱতী কৰিবলৈ। প্ৰিয়াৰ প্ৰতি অভিমান আৰু আক্ষেপৰ সুৰো তাত নিহিত আছে

১। এন্ধাৰে মুন্ধাৰে নাও মেলি দিম ৰাতি দুপৰীয়া অকলে গ'ই। [১৭২]

২। লুইতৰ সোঁতে সোঁতে মযো যাও উটি সখী
বিৰহৰ ঢউ লেখি বিযাকুল হ'ই। [১৭৩]

৩। আদিহীন অনন্তত দে তোৰ নাও মেলি
বিশাল বিশ্বত তই অকলশৰীযা। [১৭৪]

গণেশ গগৈৰ কিছুমান কবিতাৰ মাজেৰে নিযতিৰ ওচৰত আত্মসমৰ্পণৰ ৰূপৰেখা ফুটি উঠিছে। প্ৰেযসীৰ উদাসীনতাই কবিক নিযতি আশ্ৰযী কৰি তুলিছে। 'নাৱৰীযা পূজাৰ আযোজন 'বিদায শেষ শয্যাত আৰু শেষ কবিতা'ত এই ভাব স্পষ্ট। এই পৰ্যাযৰ কবিতাত দুৱৰাৰ প্ৰভাৱ লক্ষ্য কৰা যায। 'বিদায কবিতাটিত নিযতিবাদৰ লগতে অধ্যাত্মবাদো প্ৰকট হৈ উঠিছে। বিশ্ব স˛সাৰ বাটত কবি যেন অকলশৰীযা পথিক। জীৱনৰ 'দুপৰীযা যৌৱনৰ লগৰীযে তেওৰ 'কলিজাৰ ৰঙা তেজ শুহি আঁতৰি গৈছিল। তেও বৰ্তমান নি স্ব ৰিক্ত। তথাপি এই বিদায লগনত প্ৰেযসী আহি উপস্থিত হোৱাত তেওৰ প্ৰতি কোনো অভিযোগ উত্থাপন কৰা নাই। ন্যাযদণ্ড মূৰ পাতি লৈ তেও 'কলীযা মেঘৰ ঢউ আৰু 'বলিযা ধুমুহা'ক সাৰথি কৰি পৃথিৱীৰ পৰা আঁতৰি যাব বিচাৰিছে।

নটা স্তৱকবিশিষ্ট কবিতাটিৰ ষষ্ঠ স্তৱকৰ পৰা আৰম্ভ হৈছে শোকাকুল প্ৰেযসীক সান্ত্বনা দিযাৰ মাজেৰে দাৰ্শনিক ভাবধাৰাৰ অৱতাৰণা। জীৱন-ৰহস্য জন্ম জন্মান্তৰৰ সম্পৰ্ক আত্মা পৰমাত্মা আদি বিষযসমূহো উল্লিখিত হৈছে। কান্দি থকা প্ৰেযসীক সান্ত্বনা দি কবিযে কৈছে

নকৰিবা প্ৰিযে শোক আছে যদি পৰলোক
বিনাশ নহয় যদি অবিনাশী প্ৰাণ
আজিৰ চেনেহ সুঁতি নেযায় এনেযে উটি
তোমাৰ প্ৰেমৰ প্ৰিযে পাবা প্ৰতিদান। [১৭৫]

---

১৭২। পূৰ্বোক্ত গ্ৰন্থ প্ৰলাপ
১৭৩। পূৰ্বোক্ত গ্ৰন্থ অপেক্ষা
১৭৪। পূৰ্বোক্ত গ্ৰন্থ নাৱৰীযা
১৭৫। পূৰ্বোক্ত গ্ৰন্থ বিদায়

কবিতাটি গীতাৰ দাৰ্শনিক ভাবধাৰাৰ ওপৰত আধাৰিত।[১৭৬]

কবি জীৱনৰ বিষাদ-বীক্ষাৰ এক নিৰ্মম জবানবন্দি হ'ল— শেষ কবিতা। আনন্দ-বেদনাৰ স্মৃতি কথন ইয়াত অতি সযংত আৰু গহীন সুৰত প্ৰকাশ পাইছে। প্ৰকাশভংগীৰ এই সংযমশীলতাই কবিতাটিৰ ভাবৰ গভীৰতাও বৃদ্ধি কৰিছে। কবিৰ অন্তৰত গুমৰি উঠা তপত হুমুনিয়াহে পাঠকৰ চিত্তকো স্পৰ্শ কৰিবলৈ সক্ষম হৈছে। কবিয়ে শেষবাৰৰ কাৰণে জীৱনৰ সমস্ত অপ্ৰাপ্তি অভিমান-আক্ষেপ নিৰাশা-নিৰ্বেদক জোঁকাৰি পেলাই নিযতিৰ ওপৰতে পৰম আস্থা স্থাপন কৰি স্বস্তি পাব বিচাৰিছে

দেহি ঐ। কোনে ক'ব কেতিযানো মেলি দিম
ৰাজহুৱা ঘাটটিত নাওখনি মোৰ
মলয়াৰ বা লাগি নাচিব নাৱৰ পাল
দেই পোৰা হিয়াখনি পৰি যাব জুৰ।[১৭]

প্ৰেযসীক কেন্দ্ৰ কৰিযেই গণেশ গগৈৰ কবিতাত আৱৰ্তিত হৈছে প্ৰেমৰ আনন্দ মিলনৰ আগ্ৰহ ইন্দ্ৰিযৰ ব্যাকুলতা আৰু বিচ্ছেদৰ অগ্নিময় জ্বালা। কবিৰ হৃদযত এফালে অনুভূত হৈছে সৌন্দৰ্য প্ৰশান্তি আনফালে দাহ আৰু যন্ত্ৰণা। দেহ আৰু মনৰ বাসনা আৰু নিৰ্বাণৰ দ্বৈত ৰূপৰ প্ৰকাশ ঘটিছে গগৈৰ কবিতাত। প্ৰেমেই তেওৰ কবিতাৰ মূল সুৰ প্ৰেমৰ ৰিক্ত বেদনাত তেওঁৰ কাব্যাকাশ ৰঞ্জিত। জীৱনলৈ নামি অহা ব্যৰ্থতাৰ বাবে তেও নিজৰ ভাগ্যকেই অৱশেষত দাযী কৰিছে। প্ৰেমৰ বাবেই তেওৰ নিজৰ জীৱনৰ নিৰাশ্ৰয ব্যৰ্থতা আহিছে, মাজে মাজে প্ৰেমৰ ৰিক্ততাক বিৰহৰ দাৰ্শনিকতাত আৰোপ কৰি শূন্যতা পাহৰিবলৈ চেষ্টা কৰিছে। বহু পৰিমাণে কবি এই দিশত সফলো হৈছে, অৰ্থাৎ দেহাতীত প্ৰেমলৈ তেওৰ প্ৰেম ৰূপান্তৰিত হৈ প্ৰকৃত প্ৰেমৰ জয় ঘোষণা কৰিবলৈ সমৰ্থ হৈছে। তেও প্ৰেযসীক এইদৰে ক'ব পাৰিছে

শুনা সখি মোৰ
আমি জগতত সদায জযী।[১৭৮]

এইদৰে গণেশ গগৈযে তেওৰ প্ৰেমভাবনাক দেহজপ্ৰেমৰ খটখটিৰে ক্ৰমে ওপৰলৈ তুলি নিছে আৰু অতীন্দ্ৰিযলোকত উপনীত হৈ দেহাতীত প্ৰেমৰ চিৰন্তন জয ঘোষণা কৰিছে।

---

১৭৬। অজো নিত্যঃ শাশ্বতোহয়ং পুৰাণো
ন হন্যতে হন্যমানে শৰীৰে।
(শ্ৰীমদ্ভগৱদগীতা ২ ২০)

১৭৭। গণেশ গগৈৰ ৰচনা সম্ভাৰ শেষ কবিতা

১৭৮। পূৰ্বোক্ত গ্ৰন্থ স্বপ্নভঙ্গ

দুৰ্গাধৰ দৰে গণেশ গগৈয়ো হ'ল অতীত স্মৃতি ৰোমন্থনকাৰী কবি। ৰোমাণ্টিক কবিৰ বাবে অতীত জীৱনৰ স্মৃতি ৰোমন্থনৰ উপযুক্ত পৰিবেশ হ'ল নিৰ্জন প্ৰকৃতি। এই নিৰ্জন প্ৰকৃতিয়েই কবি-হৃদয়ৰ গুপ্ত বিষাদ-বেদনাক মুখৰ কৰি তোলে। প্ৰকৃতিৰ সান্নিধ্যতে জীৱনৰ পৰা আঁতৰি যোৱা প্ৰিয়জনৰ শোক আৰু বিৰহক কবিয়ে গভীৰভাৱে অনুভৱ কৰিব পাৰে। নিৰ্জন প্ৰকৃতিৰ সৈতে কবিৰ নিঃসংগ ৰিক্তহৃদয়ৰ ভাবসন্মিলন ঘটে। ক্ষুদ্ৰ মানৱ জীৱনত প্ৰতি মুহূৰ্ততে সমাজৰ কঠোৰ শাসন আৰু তৰ্জন-গৰ্জন জননীৰ পুত্ৰ-শোক ব্যৰ্থ-প্ৰেমৰ যন্ত্ৰণা প্ৰিয়জনৰ বিচ্ছেদ-বেদনাই আঘাত হানে। নিৰ্জন প্ৰকৃতিৰ শান্ত পৰিবেশে কবিৰ ক্ষত বিক্ষত হৃদযৰ অব্যক্ত বেদনাৰ বিমোক্ষণ ঘটায়। কবিৰ শূন্য জীৱনলৈ কঢ়িযাই আনে ব্যাকুল বাঁহীৰ কৰুণ সুৰ।

যিহেতু প্ৰকৃতি চিৰদিনেই মানৱ অন্তৰৰ হাহি-কান্দোন আনন্দ বেদনা প্ৰকাশৰ পটভূমি সেইবাবেই কবি গগৈৰ সুখ-দুখ স্মৃতি বিজড়িত মনৰ বিচিত্ৰ অভিব্যক্ত প্ৰকৃতি শীৰ্ষক কবিতাৰ মাজেৰে ফুটি উঠা দেখা যায। অৱশ্যে গগৈৰ কবিতাত প্ৰকৃতি কেতিয়াও মূল বিষয নহয বিভিন্ন ভাব বৈচিত্ৰ্যৰ অনুষংগহে, আৰু বেছিভাগ ক্ষেত্ৰতে প্ৰকৃতি উদ্দীপন বিভাব হিচাপেহে চিত্ৰিত হৈছে।

'বিয়া নামৰ কবিতাটিত নীল-সৰসীত প্ৰাণ নচুৱাই ফুলি থকা কৰ্মলিনীক বুকুৰ মাণিকৰূপী অৰুণৰ বাবে প্ৰতীক্ষাৰতা হৈ থকা বুলি বৰ্ণনা কৰিছে। অৰুণ কমলৰ মাজত বিয়াৰ আয়োজন কৰা হৈছে, ডিমৰু ডালত বহি দহিকতৰাই এই শুভ অনুষ্ঠানৰ কথা বিঙিয়াই ঘোষণা কৰিছে। অনুষ্ঠানত ঘোষানাম আৰু 'উৰুলি'ৰ ব্যৱস্থাৰ মাজেৰে এখনি অসমীয়া সমাজৰ বিয়া অনুষ্ঠানৰ চিত্ৰকল্প ফুটাই তোলা হৈছে।

'নলিনী কবিতাত নলিনীক বিৰহিণীৰূপে অংকন কৰিছে। প্ৰিয় অৰুণৰ বিৰহত নলিনী তলমূৰ বুকুত তাইৰ বেদনা। প্ৰেমিক অৰুণে কাষলৈ নাহিব বুলি ৰাতিৰি পায়েই যেন তাই উচুপি কান্দিছে। কবিয়ে সান্ত্বনা দিছে— দিনমণি নিজেই আহি দেখা দিব ধৈৰ্য ধৰা। তেও আহিয়েই—

> প্ৰণয়ৰ মউসনা লুভীয়া ওঠেৰে
> গালৰ মদিৰা ঢৌ চুহি চুহি নিব। [১৭১]

উপৰ্যুক্ত দুয়োটি কবিতাতেই সংস্কৃত সাহিত্যৰ পুৰণি কবি প্ৰসিদ্ধিকেই ব্যৱহাৰ কৰা হৈছে। কবি প্ৰসিদ্ধিত সূৰ্য আৰু পদুমৰ মাজত থকা প্ৰেমিক-প্ৰেমিকাৰ সম্পৰ্কটো স্বতঃসিদ্ধভাৱে মানি লোৱা হৈছে। 'তটিনী কবিতাত নদীৰ কুলু কুলু সুৰৰ মাজত কবিয়ে চিৰন্তন বিৰহৰ সুৰ শুনিবলৈ পাইছে। 'বসন্ত কবিতাত কবিয়ে বসন্তৰ

১৭১। পূৰ্বোক্ত গ্ৰন্থ নলিনী

তিনিটা ৰূপৰ অৱস্থা বৰ্ণনা কৰিছে— বসন্ত পুৰণি বসন্ত আৰু নতুন বসন্ত। বসন্তৰ মাজত যেন সঞ্চিত হৈ আছে বহু কালৰ বিৰহ বেদনা

'অতীত কালৰ ব্যথা
নিকৰুণ কত কথা
গঁথা আছে গাঁঠিয়ে গাঁঠিয়ে। [১৮]

সেই বসন্ত এতিয়া পুৰণি হ'ল কুলি কেতেকীৰ কণ্ঠত মাধুৰী নাই ভোমোৰাৰ গুঞ্জনত ফুল কলি নুফুলে ফুলৰ সৌৰভতো নতুনত্ব নাই। সেযে কবিয়ে এটি নতুন বসন্তৰ কামনা কৰিছে, য'ত ফুলক চুহিব ফুলে বিৰিখত কুঁহিপাতে কবিতা বিলাব নিতৌ নতুন হৈ উঠিব বন উপবন। সেই নতুন বসন্তত কবিয়ে প্ৰকৃতিৰ আঁচলত কেচাসোণ বিচাৰি পাব আৰু—

পূজাৰ বেদীত পাব মদাৰেও শোভা
গোন্ধতে আমোল মোল হ'ব ৰঙা জবা। [১৮১]

প্ৰেমিক কবি গণেশ গগৈয়ে প্ৰকৃতিৰ বিভিন্ন উপাদানক আধাৰ হিচাপে লৈ তেওঁৰ বিচিত্ৰ প্ৰেমভাবনাৰেই কাব্যিক-ৰূপ দিছে।

গণেশ গগৈৰ কবিতাৰ আন এটি ধাৰা হ'ল জাতীয়তাবোধ তথা স্বদেশপ্ৰেম। পৰাধীন দেশৰ কবি হিচাপে কবিতাত স্বাধীনতা লাভৰ বাবে তীব্ৰ আকুলতা নাথাকিলেও জন্মভূমিৰ প্ৰতি তেওঁৰ গভীৰ আস্থা আৰু ভালপোৱা প্ৰকাশ পাইছে। কবিতাৰ মাজেৰে জাতীয়ভাবধাৰা জগাই তুলিবলৈ তেওঁ অতীত অসমৰ ঐতিহ্যমণ্ডিত কাহিনী আৰু জাতীয বীৰ-বীৰাংগনাৰ আত্মত্যাগৰ স্মৃতি অংকন কৰিছে। তেওঁ স্ব মহান আদৰ্শত উদ্বুদ্ধ হৈ স্বদেশৰ মানুহে নতুন দেশ গঢ়াৰ বাবে আগবাঢ়ি আহিব লাগে বুলি তেওঁ আহ্বান জনাইছে। 'ত্ৰয়োদশ শতিকাৰ সোণৰ অসম এনে ভাবধাৰাৰে এটি অনুপম কবিতা। কবিৰ জন্মভূমি অপৰূপা সুশোভিতা সুজলা সুফলা অলকাপুৰীৰ দৰেই সৌন্দৰ্যৰ লীলানিকেতন। কবিয়ে বিমুগ্ধ হৈ জন্মভূমিৰ গুণ বখানিছে

সেযে স্বৰ্ণধাম মোৰ সোণৰ অসম
মৰতৰ মহাতীৰ্থ সেয়ে জন্মভূমি। [১৮২]

---

১৮০। পূৰ্বোক্ত গ্ৰন্থ — বসন্ত
১৮১। পূৰ্বোক্ত গ্ৰন্থ — বসন্ত
১৮২। পূৰ্বোক্ত গ্ৰন্থ — ত্ৰয়োদশ শতিকাৰ সোণৰ অসম

কবিয়ে স্বদেশৰ সৌন্দৰ্য বৰ্ণনাৰ অন্তত স্মৰণ কৰিছে আহোম ৰাজত্বৰ আদি ৰজা চুকাফাক বীৰ ৰজা গদাধৰ সিংহক জেৰেঙাৰ পথাৰত স্বামীৰ বাবে দেশৰ বাবে প্ৰাণ আহুতি দিয়া জাতীয় বীৰাংগনা সতী জয়মতীক আৰু ৰাজ্যলোভী পাঠানৰ আক্ৰমণক প্ৰতিহত কৰা অসম তনয়া মূলাগাভৰুক। সেইদৰে কবিয়ে শ্ৰদ্ধাৰে স্মৰণ কৰিছে মোগলৰ দৰ্পচূৰ্ণ কৰি দিয়া বীৰ সেনাপতি লাচিত বৰফুকনৰ কীৰ্তিৰাজিক। আনহাতে কবিৰ ঘৃণা আৰু ধিক্কাৰবাণী উচ্চাৰিত হৈছে— জাতিদ্ৰোহী জ্ঞাতিদ্ৰোহী বদনৰ প্ৰতি যিয়ে স্বাধীন অসমলৈ শতৰুক মাতি আনি জননীৰ কপালত কলংকৰ কালিমা সানি দিছিল। সেই অসম জননীৰ বৰ্তমান লাঞ্ছনাৰ শেষ নাই

ৰাজ ৰাজেশ্বৰী মোৰ চেনেহী অসম
আজি দীনা পৰাধীনা ভিক্ষাৰিণী বেশ
দেহত এখনি বস্ত্ৰ সিযো যে মলিন
সহিছে নীৰৱে বহি যাতনা অশেষ। [১৮৩]

দেশ জননীক এই লাঞ্ছনাৰ পৰা উদ্ধাৰ কৰিবলৈ কবিয়ে অসমৰ পুৰুষশক্তিক লাচিতৰ তেজেৰে জাগি উঠিবলৈ আৰু নাৰীশক্তিক জয়া মূলাৰ আত্মত্যাগৰ আদৰ্শত উদ্বুদ্ধ হ'বলৈ আহ্বান জনাইছে।

জাতীয় বীৰাংগনা সতী জয়মতীৰ স্মৃতি সোৱৰণ কৰি লিখা কবিৰ আন দুটি কবিতা হ'ল— 'জয়া আৰু 'সতী জয়মতী। প্ৰথমটিত জয়াৰ আত্মত্যাগৰ মহান আদৰ্শ অসমীয়া বোৱাৰীসকলক দান কৰি দেশ সেৱকিনীৰূপে গঢ়ি তুলিবলৈ জয়াৰ প্ৰতি আহ্বান জনোৱা হৈছে, দ্বিতীয়টিত আহোম ৰাজত্বৰ বৰ্তমান অৱসান হ'লেও জয়াৰ অমৰ নাম চিৰকাল উচ্চাৰিত হৈ থাকিব বুলি কবিয়ে ঘোষণা কৰিছে। একেদৰেই মহান নেতা কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ মৃত্যুত শোকাভিভূত হৈ কবিয়ে লিখা 'কৰ্মবীৰ কবিতাটিৰ মাজেৰে নেতাগৰাকীৰ কৰ্মজীৱনৰ স্মৃতিচাৰণ কৰি তেওঁলৈ শ্ৰদ্ধা নিবেদন কৰিছে।

শ্ৰীশ্ৰীশংকৰদেৱ শীৰ্ষক কবিতাটিত কবিয়ে শংকৰদেৱ আৰু মাধৱদেৱৰ অসমীয়া জাতীয় জীৱনলৈ দিয়া অৱদান শ্ৰদ্ধাৰে সুঁৱৰিছে। পুণ্যভূমি অসম যেতিয়া অন্যায় অধৰ্ম আৰু পাপ তাপেৰে ভৰি পৰিল তেতিয়া 'শংকৰ মাধৱ দুটি স্থলপদ্ম ফুলি উঠি অযাচিতে আপোন সুৰভি দান কৰি 'অধৰ্মৰ ছায়া দূৰ কৰিলে

---

১৮৩। পূৰ্বোক্ত গ্ৰন্থ

'শংকৰে সিঁচিলে যত ধৰ্মৰ কঠিয়া
মাধৱে সিমানে ৰুলে অসম ভূমিত।
*** *** *** *** *** ***
লুইতত খলকনি উঠালে যেতিয়া
শংকৰৰ ৰসময়ী হেঙ্গুলীয়া তৰী
তৰীৰ টিঙ্গত বহি আছিল মাধৱ
ভাগৱতী ভকতিৰ গুৰি ব'ঠা ধৰি। [১৮৪]

অসমৰ জাতীয় উৎসৱ বিহু সম্পৰ্কে লিখা দুটি কবিতা 'বিহু উৎসৱ আৰু 'বিহু নেং'ৰ মাজেৰেও কবিৰ জাতীয়প্ৰেম প্ৰকাশি উঠিছে। কবিৰ জন্মভূমিৰ প্ৰতি অনাবিল ভালপোৱা অভিব্যক্ত হৈছে 'আমাৰ দেশ কবিতাটিৰ মাজেৰে। কবিয়ে জন্মগ্ৰহণ কৰা দেশখনক আপোন বুলি ভবাৰ আৰু ভালপোৱাৰ কৈফিয়ৎ দিয়াৰ প্ৰসংগত জনমভূমিৰ অতুলনীয় অৱদানৰ কথা বৰ্ণনা কৰিছে

যি দেশৰ জলবায়ু, শস্য ফলমূল
ওপজাৰ পৰা হ'ল আমাৰ আহাৰ
সি দেশ সদায় মোৰ সদায় আমাৰ
নিজা বুলি ভাবিবৰ আছে অধিকাৰ। [১৮৫]

জননী জন্মভূমিৰ প্ৰতি থকা কবিৰ ঐকান্তিক অনুৰাগৰ নিদৰ্শন গগৈৰ 'আই নামৰ কবিতাটো। কবিযে তেওঁৰ ওপজা ঠাই অসমক তীৰ্থস্থান বুলি অভিহিত কৰিছে। জন্মভূমিৰ পুণ্য পৰশ পাই কবিৰ জীৱন ধন্য। তেওঁৰ ধ্যান-ধাৰণা আৰু কল্পনাই জন্মভূমিৰ তুলনা বিচাৰি নাপায়। কবিৰ মতে জন্মভূমিৰ বাহিৰে আন কোনো স্বৰ্গ নাই সেয়ে তেওঁৰ চিৰসাধনাৰ চৰম লক্ষ্য ঠায়েই হ'ল জন্মভূমি আই। মাতৃৰ ৰূপ গুণত মুগ্ধ কবিযে গাইছে

'ৰূপত জননী তুই নিৰুপমা
গুণতো যে তোৰ তুলনা নাই।
স্বৰ্গ বিচাৰি নেযাওঁ জননী
আৰু যে স্বৰ্গ নাই
তয়েই আমাৰ চিৰ সাধনাৰ
চৰম লক্ষ্য ঠাই।" [১৮৬]

১৮৪। পূৰ্বোক্ত গ্ৰন্থ — শ্ৰীশ্ৰীশংকৰদেৱ
১৮৫। পূৰ্বোক্ত গ্ৰন্থ — আমাৰ দেশ
১৮৬। শৰ্মা যজ্ঞেশ্বৰ (সম্পাং) — শতপত্ৰ আই

গণেশ গগৈৰ দেশপ্ৰেমৰ অভিব্যক্তি থকা কবিতাবোৰৰ ভাব আৰু ভাষা অনাবিল সৰল আৰু স্পষ্ট। তেও জ্বলন্ত ভাষাৰে দেশপ্ৰেমৰ অনলগীত গোৱা নাই। কমলাকান্ত অম্বিকাগিৰী প্ৰসন্নলালক বাদ দিলে অসমীয়া ৰোমাণ্টিক আন সকলো কবিৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য।

## (৬) দেৱকান্ত বৰুৱা

অসমীয়া ৰোমাণ্টিক কাব্য অৰ্ণবৰ অন্তিম তৰংগৰ শ্ৰেষ্ঠজন প্ৰেমৰ কবি হ'ল দেৱকান্ত বৰুৱা। কলঙৰ নিৰ্জন পাৰত বহি প্ৰেম আৰু যৌৱনৰ আৰতি কৰা কবি বৰুৱাৰ জন্ম হয় ১৯১৪ চনত ডিব্ৰুগড চহৰত। পইত্ৰিশটা কবিতাৰ সংকলিত ৰূপ 'সাগৰ দেখিছা?' তেওঁৰ একমাত্ৰ কবিতা পুথি। ইমান কমসংখ্যক কবিতা লিখি বিপুল জনপ্ৰিয়তা আৰু খ্যাতিৰ উত্তুংগ আসনত বহিব পৰা কবি অসমীয়া কাব্যসভাত দ্বিতীয়জন নাই। প্ৰেম আৰু বিৰহৰ কাব্য হিচাপে সৰ্বভাৰতীয় স্তৰত কালিদাসৰ মেঘদূত'ৰ যি মূল্য আৰু খ্যাতি প্ৰেমবিষয়ক কাব্য সংকলন হিচাপে অসমীয়া কাব্য ৰসিকসকলৰ বাবে দেৱকান্তৰ 'সাগৰ দেখিছা?' একেই আদৰ আৰু চাহিদাৰ বুলি ক'ব পাৰি।

বিভিন্ন দিশৰ পৰা এই কাব্য-সংকলনে অভিনৱত্ব দাবি কৰাৰ থল আছে। প্ৰথমতে পূৰ্ববৰ্তী সকলো অসমীয়া ৰোমাণ্টিক কবিৰ প্ৰেমভাবনাতকৈ দেৱকান্তৰ প্ৰেম সম্পৰ্কীয় দৃষ্টিভংগী সম্পূৰ্ণ ভিন্ন আৰু অগতানুগতিক। দ্বিতীয়তে তেওঁৰ কবিতাৰ আংগিক ইংৰাজ কবি ৰবাৰ্ট ব্ৰাউনিঙৰ নাটকীয় স্বগতোক্তিৰ সফল ৰূপায়ণ ঘটিছে তেওঁৰ কবিতাত যিয়ে আনি দিছে তেওঁৰ কবিতাত নাটকীয়তা আৰু গতিময়তা। তৃতীয়তে তেওঁৰ কবিতাতেই অনুবৰ্তিত হৈছে ৰোমাণ্টিক উত্তৰ নতুন কবিতাৰ সংকেতধ্বনি যাৰ বাবে 'সাগৰ দেখিছা?' অসমীয়া ৰোমাণ্টিক কবিতা আৰু নতুন কবিতাৰ মাজৰ সংযোগ সেতুৰূপে চিহ্নিত। উক্ত গুণ বৈশিষ্ট্যৰে সমৃদ্ধ কাৰণে অসমীয়া কাব্য-সাহিত্যৰ বুৰঞ্জীত এই কাব্য সংকলনটিৰ ঐতিহাসিক ভূমিকা বাৰুকৈয়ে স্বীকৃত। 'সাগৰ দেখিছা?' ১৯৪৫ চনত পুথি আকাৰে প্ৰকাশ হৈ ওলালেও এই কবিতাসমূহ ৰচিত হৈছিল কুৰি শতিকাৰ তৃতীয় দশকত আৰু প্ৰায়বিলাকেই আৱাহন'ত প্ৰকাশ পাইছিল। পিছলৈ দ্বিতীয় সংস্কৰণত ইয়াৰ লগত সংযোজিত হয় পঞ্চম দশকৰ শেষ আৰু ষষ্ঠ দশকৰ মাজভাগত লিখা চাৰিটামান কবিতা।

অসমীয়া ৰোমাণ্টিক প্ৰেমকাব্য পৰিক্ৰমাত দেহাতীতপ্ৰেমৰ পৰশ নথকা অকল দেহজপ্ৰেমৰ আকুলতাৰে পূৰ্ণ কাব্য-সংকলন পাবলৈ নাই প্ৰায়বোৰ কবিৰ কবিতা প্ৰেমিকাৰ দৈহিকপ্ৰেমক কেন্দ্ৰ কৰি গঢ়ি উঠিলেও অৱশেষত সেই প্ৰেমভাবনাৰ লগত সম্পৃক্ত হৈছে অতীন্দ্ৰিয় প্ৰেমানুভূতি। এই ক্ষেত্ৰত একমাত্ৰ ব্যতিক্ৰম দেৱকান্ত বৰুৱাৰ 'সাগৰ দেখিছা? কাব্য সংকলনখনি। কবি বৰুৱাই তেওঁৰ কবিতাৰ মাজেৰে নাৰীপ্ৰেমৰ বিচিত্ৰ অভিব্যক্তি ফুটাই তুলিছে। নাৰীৰ শাৰীৰিক সৌন্দৰ্যসুষমা তথা দেহ-লাৱণ্যৰ কথা অকপটে ব্যক্ত কৰিছে। তেওঁ নাৰীৰ প্ৰতি পুৰুষৰ আকৰ্ষণক কেতিয়াও অগৌৰৱৰ বুলি ধাৰণা কৰা নাই। দেহ-বাস্তৱতাক তেওঁ সহজভাৱে স্বীকাৰ কৰি লৈছে। সেয়ে তেওঁৰ প্ৰেমত অতীন্দ্ৰিয়তাৰ সামান্য ছিটিকনিও পৰা নাই। অৱশ্যে দেহজ প্ৰেমক সাৰ্থক কৰি তুলিব পৰা নৰ-নাৰীৰ মন আৰু আত্মাক তেওঁ স্বীকাৰ কৰিছে। এই বিশ্বাসৰ প্ৰতিৰূপ তেওঁৰ দুই-এটি কবিতাত ফুটি উঠিছে। তথাপি ইও তেওঁৰ কাব্যৰ মূল সুৰ নহয়। প্ৰধানকৈ তেওঁ বিশ্বাস কৰে দেহজ প্ৰেমৰ মাজতে আছে যৌৱনৰ শেষ সাৰ্থকতা। সেয়ে নাৰী পুৰুষৰ অন্তৰত থকা আদিম প্ৰবৃত্তিক তেওঁ উপেক্ষা কৰা নাই। তেওঁৰ যৌৱনে দেহক অস্বীকাৰ কৰিব নোৱাৰে কাৰণেই দেহজ কামনাকো মৰ্যাদা দিছে। দুৰ্মদ যৌৱনক উপবাসত ৰাখিবলগীয়া অৱস্থা তেওঁ মানি লোৱা নাই আনহাতে পাশ্চাত্যৰ ভোগবাদী কবিসকলৰ দৰে (লৰেঞ্চ প্ৰমুখ্যে যিসকলৰ দ্বাৰা তেওঁ প্ৰভাৱিত) দেহক যথেচ্ছভাৱে ভোগ কৰিব পৰা নাই। এই বাবেই তেওঁৰ যৌৱন বিক্ষুব্ধ উদ্‌ভ্ৰান্ত আৰু নিৰন্তৰ দ্বন্দ্বত ক্ষত বিক্ষত তেওঁৰ অকপট স্বীকাৰোক্তি

মনৰ মানুহ মোৰ ভোকতে শুকায় কল্পনাৰ
ভাঙি কাৰাগাৰ
বুকুৰে বিচাৰে মোৰ তপত পৰশ প্ৰিয়তমা
বুকুৰ তোমাৰ। [১৮৭]

যৌৱনৰ ক্ষণ অস্তিত্বৰ বেদনাই কবিক মাজে মাজে চিন্তিত কৰি তুলিলেও তাৰ মাজেৰেই তেওঁ জীৱনৰ সান্ত্বনা আৰু সাৰ্থকতা বিচাৰি পাইছে। সেয়ে কবি দেৱকান্তৰ পৰিচয় এজন ইন্দ্ৰিয়গ্ৰাহ্য প্ৰেমৰ কবি হিচাপে। মূলত এনে কাৰণেই মহেন্দ্ৰ বৰাই তেওঁক 'তামসিক কবি আখ্যা দিছে। একে প্ৰসংগতে তেওঁ কৈছে

> এওঁৰ কবিতাত ইন্দ্ৰিয়প্ৰেমৰ সৰ্বোত্তম প্ৰকাশ ঘটিছে। এওঁৰ 'সাগৰ দেখিছা অসমীয়া কাব্য-সাহিত্যৰ এটি অপৰূপ বিস্ময়। [১৮৮]

---

১৮৭। বৰুৱা দেৱকান্ত সাগৰ দেখিছা ? ৰহস্য
১৮৮। বৰা মহেন্দ্ৰ (সম্পা) অসমীয়া কবিতা চয়ন ভূমিকা

প্ৰচুৰ অধ্যয়নশীল কবিগৰাকীৰ ওপৰত ই‚লণ্ডৰ 'হ্ৰদ অঞ্চলীয় কবি গোষ্ঠীৰ বিশেষ কোনো প্ৰভাৱ নাছিল। কিন্তু কবিমনৰ পথাৰখন সমৃদ্ধ হোৱাত প্ৰাক ৰাফেলীয় (Pre Raphaelite) অন্তত দুজন কবিৰ প্ৰভাৱ অনস্বীকাৰ্য। তাৰে এজন এই গোষ্ঠীৰ মধ্যমণিস্বৰূপ ৰছেটি (D G Rossetti ১৮২৮ ১৮৮২) আৰু আনজন হ'ল চুইন বাৰ্ণ (A C Swinburne ১৮৩৭ ১৯০৯)। প্ৰথমজনৰ কবিতাত দুৰ্ঘোৰ পাৰ্থিৱপ্ৰেম আৰু চূড়ান্ত আধ্যাত্মিকপ্ৰেম স্পন্দমান চিত্ৰ সৌন্দৰ্যৰ যোগেদি প্ৰকাশিত হৈছে। দ্বিতীয়জনৰ কবিতাত ঘ্ৰাণচেতনা অতি প্ৰখৰ য'ত বিধৃত হৈছে যৌৱনৰ মত্ত মদিৰ সুৰভি নিৰ্যাস সুন্দৰী যুৱতীদেহৰ গন্ধেৰে ভৰপূৰ মাদকতা। এওঁৰ ইন্দ্ৰিয় আকুলতা অৱশ্যে চিত্ৰধৰ্মী নাছিল আছিল স‚গীতধৰ্মী। আৱেগমত্ত ছন্দ-ঝ‚কাৰ আৰু শব্দধ্বনিযে তেওঁৰ কবিতা গতিশীল কৰি তুলিছে। প্ৰাচীন গ্ৰীচৰ নিযতিবাদৰ প্ৰভাৱো এই কবিজনাৰ কবিতাত লক্ষণীয দিশ।

কবিতাৰ দেহ নিৰ্মাণত আৰু ভাবক সমৃদ্ধ কৰাত উপৰ্যুক্ত দুজন কবিৰ উপৰি ভিক্টোৰীয যুগৰ শ্ৰেষ্ঠ প্ৰেমৰ কবি ব্ৰাউনি‚ (Robert Browning ১৮১২ ১৮৮৯) আৰু বি‚শ শতিকাৰ ই‚ৰাজ কবি লৰেঞ্চ (D H Lawrence ১৮৮৫ ১৯৩০) আছিল কবি বৰুৱাৰ আদৰ্শস্বৰূপ। বিৰিঞ্চ কুমাৰ বৰুৱাই এই সম্পৰ্কে লিখিছে

> If his poetic thought was influenced by D H Lawrence his poetic diction was no less influenced by the art of Rossetti and Swinburne [১৮৯]

ব্ৰাউনিঙৰ প্ৰভাৱ সম্পৰ্কে মহেশ্বৰ নেওগদেৱে লিখিছে

> ৰবাৰ্ট ব্ৰাউনিঙৰ ড্ৰেমেটিক মনোলগ্ বা নাটকীয নিৰ্জনোক্তিৰ ৰূপ আৰু গদ্যৰ সমীপবৰ্তী কাব্যশৈলী গ্ৰহণ কৰি দেৱকান্ত বৰুৱাই ৰোমাণ্টিক প্ৰেমৰ কবিতাত এটি অভিনব ভ গী প্ৰযোগ কৰিলে তাক যেন নতুন এক জীৱন দান কৰিলে। [১৯]

লৰেঞ্চৰ কবিতাৰ প্ৰধান বিষযবস্তু মানুহৰ আদিম আৱেগ আৰু মৌল প্ৰেৰণা। কবিতাত দুৰ্বোধ্যতাৰ তেওঁ বিৰোধী আছিল স্বত স্ফূৰ্ত সহজ-সৰল ঋজু প্ৰকাশভ‚গীযেই তেওঁৰ কবিতাৰ বিশেষত্ব। ১৯১৩ চনত প্ৰথম কাব্য-স‚কলন (Love Poems and others) প্ৰকাশৰে পৰা তৃতীয দশকৰ ভিতৰত তেওঁৰ প্ৰায

---

১৮৯। Barua B K History of Assamese Literature

১৯০। নেওগ মহেশ্বৰ অসমীয়া সাহিত্যৰ ৰূপৰেখা

সকলো কাব্য-সংকলনেই প্ৰকাশ হৈছিল। লৰেঞ্চৰ কবিতাৰ তীব্ৰ আদিম যৌন আবেগমথিত বিশেষত্বই তৃতীয় চতুৰ্থ দশকৰ বাংলা সাহিত্যৰ 'কল্লোল গোষ্ঠী (ৰবীন্দ্ৰ-বিৰোধী)ৰ কবিসকলকো বিশেষকৈ বুদ্ধদেৱ বসুক আকৰ্ষিত কৰিছিল। তীব্ৰভাৱে দেহগত আকৰ্ষণৰ স্বৰূপ প্ৰকাশক লৰেঞ্চৰ এটি কবিতা হ'ল Manifesto । কবিৰ আবেগ লাভাস্ৰোতৰ দৰেই ইয়াত নিৰ্গত হৈছে

But then another hunger
Very deep and ravening
The very body s body crying out
With a hunger more frightening more profound
Than stomach or throat or even the mind
Redder than death more clamorous
The hunger for the Women [১৯১]

বাংলা সাহিত্যৰ কল্লোল যুগৰ এজন প্ৰখ্যাত কবি সুধীন্দ্ৰনাথ দত্তৰ কবিতাতো শাশ্বতৰ বৃথা সন্ধানতকৈ মাংসল উন্মাদনাৰ নিবিড় সংবেদন ফুটি উঠিছে

মোদেৰ ক্ষণিক প্ৰেম স্থান পাবে ক্ষণিকেৰ গানে
স্থান পাবে হে ক্ষণিকা শ্লথনীবি যৌবন তোমাৰ
বক্ষেৰ যুগল স্বৰ্গে ক্ষণতৰ দিলে অধিকাৰ
আজি আৰ ফিৰিবনা শাশ্বতেৰ নিস্ফল সন্ধানে। [১৯২]

নাৰীৰ স্তনৰ মাজতে স্বৰ্গীয় শান্তি বিচাৰি পোৱা লৰেঞ্চেও কৈছে

Between her breasts is my home
between her breasts
There sides set on me chaos and bounce
but the fourth side rests
Sure on a haven of peace between the
mounds of her breasts [১৯৩]

---

১৯১। Pinto V D S (Ed) The Complete Poems of D H Lawrence (Vol I) Manifesto
১৯২। সুধীন্দ্ৰনাথ দত্তেৰ কাব্য সংগ্ৰহ অৰ্কেষ্ট্ৰা হৈমন্তী
১৯৩। Pinto V D S (Ed) The Complete Poems of D H Lawrence (Vol I) Song of a Man Who is Loved

অৱশ্যে ইংৰাজ বা আন পাশ্চাত্যৰ কবিসকলে যিদৰে কাব্যত উদ্দাম দেহজ আসক্তি আৰু যৌনাচাৰৰ পযোভৰ প্ৰদৰ্শন কৰিছে, তেনে মাত্ৰাতিৰিক্ত দেহাচাৰ দেৱকান্ত বৰুৱাৰ কবিতাত ফুটি উঠা নাই। মূলত তেও ভাৰতীয় ৰোমাণ্টিক কবি কাৰণেই তেওৰ মনত নাৰীদেহৰ খাঁজে খাঁজে বৈ থকা কামনাৰ ইন্ধনৰ লগতে নিটোল সৌন্দৰ্যৰ ধাৰণায়ো স্থান পাইছে। তদুপৰি তেওৰ পাৰিপাৰ্শ্বিকতাও আছিল ভাৰতীয় মধ্যবিত্ত মানস সুলভ নৈতিক সীমাবদ্ধতাৰ মাজতে বেষ্টিত। সেযে তেওৰ কবিতাত অভিব্যক্ত দেহ আৰু যৌৱনৰ বৰ্ণনাৰ মাজতো সৌন্দৰ্য আৰু মাধুৰীৰ মনোৰম বিকাশ পৰিস্ফুট নোহোৱাকৈ থকা নাই। আন ৰোমাণ্টিক কবিসকলতকৈ এই ক্ষেত্ৰত তেওৰ পাৰ্থক্য ইমানেই যে তেও এই মাধুৰীৰূপ দেখা পাইছে পাৰ্থিৱ জগতৰ শৰীৰী প্ৰিয়াৰ মাজত অতীন্দ্ৰিয়বাদী ৰোমাণ্টিক কবিসকলৰ দৰে ৰূপাতীত মানসীৰ মাজত নহয়।

দেৱকান্ত বৰুবাই প্ৰেমিকাক বিভিন্ন অভিধাৰে অভিহিত কৰিছে— প্ৰিয়া সখী লাহৰী ৰাণী সাদৰী মনোৰমা প্ৰভৃতি। তেওৰ প্ৰিয়া অনিন্দ্যসুন্দৰী। 'মনোৰমা কবিতাটিত প্ৰিয়াৰ ৰূপ সৌন্দৰ্যৰ নিখুঁত বৰ্ণনা কবিযে দাঙি ধৰিছে। প্ৰাচীন কবি প্ৰসিদ্ধিৰ সাহায্যত কবিযে তেওৰ প্ৰিয়াৰ অংগ প্ৰত্যংগৰ সৌন্দৰ্যৰ প্ৰাচুৰ্য প্ৰকাশ কৰিছে। প্ৰিয়াৰ 'দহোটি আঙুলি চপাকলি যেন / পদুমৰ ঠাৰি দুখনি হাত । এই প্ৰেয়সীযেই কবিৰ মৰুময় জীৱনত মৰুদ্যান আনন্দ প্ৰদাযিনী কবিতাৰ সুতিস্বৰূপ। প্ৰেয়সীৰ 'নিপোটল বুকু লাটুমণি ওঠ / দুযোপাৰি দাত ডালিম গুটি কবিৰ মন মুগ্ধকাৰী। কবিৰ প্ৰিযতমাৰ ৰূপৰ জেউতিযে চৌদিশ সচকিত কৰি তোলে প্ৰকৃতিৰ ৰাজ্যত প্ৰতিবিম্বিত হয তাৰ প্ৰতিচ্ছবি। কবি টেনিছনৰ প্ৰিযতমাই পথাৰত ভৰি দিযাৰ লগে লগে ডেইজি ফুল ফুলি উঠাৰ দৰেই কবি বৰুৱাৰ মনোৰমাৰ হাহিত কলং নৈ নাচি উঠে বিহমেটেকাই পাহি মেলে।

তেজ মঙহেৰে গঢ়া এই উদ্ভিন্ন যৌৱনা প্ৰেমিকাক কেন্দ্ৰ কৰিযেই আৱৰ্তিত হৈছে দেৱকান্ত বৰুৱাৰ প্ৰেমভাবনা। প্ৰেযসীৰ সৈতে দৈহিকমিলন প্ৰত্যাশী কবিৰ কামনা-বাসনা গুজৰি গুমৰি উঠিছে যৌৱন জলধিৰ বালিচাপৰিত নিষ্ফল বাসনাই কবিক বিক্ষুদ্ধ কৰি তুলিছে বাৰে বাৰে। প্ৰেযসীক কেন্দ্ৰ কৰি কবিৰ মনসাগৰত তৰংগাযিত হৈছে বাসনাৰ লক্ষ ঢউ। প্ৰেযসীৰ নিৰ্লিপ্ততাই কবিৰ হিযাক কৰি তুলিছে আৰু অশান্ত। নিজৰ বেদনা ভাৰাক্ৰান্ত হৃদযক উৰ্মিমুখৰ সমুদ্ৰৰ লগত ৰিজাই কবিযে কৈছে

মোৰ ই অন্তৰখনি সাগৰৰ দৰে নীলা বেদনাৰে—
দেখা নাই তুমি?
উঠিছে মৰিছে য'ত বাসনাৰ লক্ষ ঢউ তোমাৰেই
স্মৃতি সীমা চুমি। [১৯৪]

মৃত্যুৰ সীমাৰ ভিতৰত নাৰীদেহৰ মাজতে কবিয়ে বিচাৰি পায় অমৃতৰ কুম্ভ দেখা পায় প্ৰিয়তমাৰ অংগে অংগে নাচি উঠা বিশ্বৰ যৌৱন

তোমাৰ পাহিতে সখি।
বিশ্বৰ মাধুৰী শেষ
শেষ তাতে অমৃত গৰল। [১৯৫]

কবি দূৰণি তৰাৰ আলোকসন্ধানী হ'ব নিবিচাৰে তেজ মঙহৰ নাৰীৰ ৰূপহী ভংগীত যি দীপ্তি আছে তাকে পাবলৈ তেওঁ ব্যাকুল। তাকে নোপোৱালৈকে কবিৰ অন্তৰ্জগত অন্ধকাৰ মনৰ মানুহ ভোকতে মৃতপ্ৰায়। নাৰীৰ সৌন্দৰ্য মাধুৰী পান কৰাৰ বাবেই তেওঁৰ চিত্ত কামনা তাড়িত। অথচ কবিয়ে জানে প্ৰিয়তমাৰ দৈহিক লাৱণ্য কামনা-বাসনা কবিৰ যৌৱন সকলোবোৰেই ক্ষণস্থায়ী। সেইবাবেই কবিৰ প্ৰেমভাবনাৰ মাজত বেদনা নিহিত আছে। নিয়তিৰ নিৰ্মমতা সম্পৰ্কেও কবি সচেতন। কবিয়ে দেখিছে

সন্ধিয়া কোমল কৰা শেৱালিৰ মৃদুবাস মনোৰম
হাহি গোলাপৰ
মাৰ গই আছে তাতে কত শৰতৰ স্মৃতি লুপ্ত শোভা
কত বসন্তৰ। [১৯৬]

কবিয়ে এই কথাও জানে এদিন নিয়তিৰ হাতত মানুহ পৰাজিত হ'ব পৰাজিত হ'ব প্ৰেমিক প্ৰেমিকা তথাপি তেওঁ ক্ষণস্থায়ী জীৱনত নিয়তিৰ বিজয়ৰ বিপৰীতে মানুহৰ শৌৰ্য-বীৰ্য ঘোষণা কৰিছে

সৃষ্টিৰ দিনৰে পৰা নিয়তিৰ স'তে হেৰা মানুহৰ
সংগ্ৰাম অক্ষয়
আমি তাৰে স্মৃতি-স্তম্ভ সোৱৰাও মানুহৰ বীৰ্য আৰু
নিয়তিৰ জয়। [১৯৭]

---

১৯৪। বৰুৱা দেৱকান্ত — সাগৰ দেখিছা সাগৰ দেখিছা
১৯৫। পূৰ্বোক্ত গ্ৰন্থ — ওলগ
১৯৬। পূৰ্বোক্ত গ্ৰন্থ — অপ্ৰকাশ
১৯৭। পূৰ্বোক্ত গ্ৰন্থ — দেবদাসী

মানুহক বঞ্চিত কৰি ভোগৰ শ্ৰেষ্ঠাংশ দেৱতাৰ নামত উৎসৰ্গ কৰাৰ বিৰুদ্ধে কবিৰ তীব্ৰ ক্ষোভ প্ৰকাশ পাইছে দেৱদাসী কবিতাত। কবিৰ মতে দেৱতা ভোগী দেৱতা বিলাসী দেৱতা কৃতঘ্ন আৰু হিংসামত্ত। শৰীৰ মন উছৰ্গা কৰা অভাগিনী দেৱদাসীৰ প্ৰতি দেৱতাৰ অনুকম্পা নাই স্বৰ্গৰ সুন্দৰী ৰম্ভা তিলোত্তমাৰ প্ৰেমাঞ্জলিও লুটিখাই কান্দে দেৱতাৰ চৰণ তলত। সেয়ে কবিৰ মতে দেৱদাসীয়ে দেৱতাৰ উদ্দেশ্যে নিজকে উছৰ্গা কৰাৰ যুক্তি নাই, মানুহহে দেৱদাসীৰ প্ৰেমৰ উপযুক্তপাত্ৰ কাৰণ ধূলিময় ধৰণীত মানুহৰ শৌৰ্য-বীৰ্য আৰু অহংকাৰ দেৱতাতকৈ হীন নহয। তেজ মঙহেৰে গঢ়া মানুহৰো আছে কামনা-বাসনা বুভুক্ষা। কবিয়ে দেৱতাৰ মন্দিৰত নৃত্যৰতা দেৱতাৰ ভোগৰ নিমিত্তে উৎসৰ্গিতা দেৱদাসীক নি সংকোচে মনৰ কথা নিবেদন কৰিছে

'মাটিৰ সন্তান আমি মাটিৰ বুকুত ফুলা কাঁইটীয়া
ফুলৰ সুষমা
আমাৰ কাৰণে সখি। আমাৰ কাৰণে কান্দে গাভৰুৰ
ওঠৰ লালিমা। [১১৮]

বৈষ্ণৱ কবিতাত অভিব্যক্ত মৰ্ত্য মানৱ মানৱীৰ প্ৰেম আৰু বিৰহৰ চিৰন্তন গাথা দেৱতাৰ লীলাৰূপে পৰিচিহ্নিত আৰু পৰিগণিত হোৱাৰ ক্ষেত্ৰতো যেন মানুহক বঞ্চিত কৰা হৈছে,— এনে এক সূক্ষ্ম হৃদয়স্পৰ্শী অনুযোগ শুনা যায়— কবি ৰবীন্দ্ৰনাথৰ কণ্ঠত

শুধু বৈকুণ্ঠেৰ তৰে বৈষ্ণবেৰ গান।
পূৰ্বৰাগ অনুৰাগ মান অভিমান
অভিসাৰ প্ৰেমলীলা বিৰহ মিলন
বৃন্দাবন গাথা— এই প্ৰণয় স্বপন
একি শুধু দেবতাৰ।
এ সংগীত ৰসধাৰা নহে মিটাবাৰ
দীন মৰ্তবাসী এই নৰ নাৰীদেৰ
প্ৰতি ৰজনীৰ আৰ প্ৰতি দিবসেৰ
তপ্ত প্ৰেম তৃষা। [১১৯]

ব্ৰাউনিঙৰ দৰেই দেৱকান্তৰ কবিতাতো ওঠ আৰু চুমাৰ প্ৰসংগ বাৰে বাৰে আহিছে। প্ৰেমকেই সংসাৰৰ সাৰবস্তু বুলি ভবা আশা-আকাংক্ষা কামনা-সাধনাৰ চৰম ফল বুলি ঘোষণা কৰা ব্ৰাউনিঙে নাৰীৰ এটি চুম্বনকেই জীৱনৰ সমস্ত গৌৰৱ সকলো সত্য সৌন্দৰ্য আৰু মাধুৰ্যৰ ঘনীভূত নিৰ্যাস বুলি অভিহিত কৰিছে

---

১১৮। পূৰ্বোক্ত গ্ৰন্থ
১১৯। ঠাকুৰ ৰবীন্দ্ৰনাথ সোনাৰতৰী বৈষ্ণৱ কবিতা

Truth that s bnghter than gem
Trust that s purer than pearl –
Bnghtest truth purest trust ın the Unıverse
–All were for me
In the kıss of one gırl [২]

কামনা বুভুক্ষু অন্তৰেৰে কবি দেৱকান্তয়ো গাভৰুৰ ৰক্তিম অধৰত চুমা দিবলৈ লালাযিত হৈছে। কবিৰ বাবে গাভৰুৰ গোলাপী গাল লাটুমণি ওঠ আদি পৰম কামনীয। এই সম্পৰ্কে কবিৰ উক্তি

১। 'অমৃত আছে মৰু-মৰতত/গাভৰুৰ ৰঙা/ওঠতে (উৰ্বশী বিদায়)
২। তোৰ ওঠতে স্বৰ্গ কবিৰ অ মোৰ পূজাৰ ফুল (পূজাৰ ফুল)

কবিৰ সৌন্দৰ্যস্পৃহাও তীব্ৰ। বিশ্বৰ সকলো সুন্দৰ বস্তুতে কবি বৰুৱাই প্ৰিযাৰ সম্ভেদ বিচাৰে গোলাপৰ পৰশত বিচাৰোঁ প্ৰিয়াৰ স্পৰ্শ মলযাত/প্ৰিয়াৰ বাতৰি (অসাৰ্থক)। সকলোতে প্ৰিযাৰ পৰশন পোৱা কবি নজৰুল ইছলামেও প্ৰিয়াক উদ্দেশ্যি লিখিছে

যা কিছু সুন্দৰ হেৰি কৰেছি চুম্বন
যা কিছু চুম্বন দিযা কৰেছি সুন্দৰ—
—সে সভাৰ মাঝে যেন তব হৰষণ
অনুভব কৰিযাছি' ছুঁযেছি অধৰ
তিলোত্তমা তিলেতিলে'
তোমাৰে যে কৰেছি চুম্বন
প্ৰতি তৰুণীৰ ঠোঁটে। [২১]

দেৱকান্তৰ প্ৰেমৰ কবিতাত ক'তোৱেই অস্পষ্টতা নাই কোনো দাৰ্শনিক বা আধ্যাত্মিকতত্ত্বৰ দ্বাৰাও তেওৰ কবিতা ভাৰাক্ৰান্ত নহয। উদ্দাম কল্পনা আৰু বাস্তৱতাৰ নিৰাবৰণ প্ৰকাশত তেওৰ কবিতা অকৃত্ৰিম উজ্জ্বল। অৱশ্যে কিছুমান কবিতাৰ মাজেৰে তেওৰ গভীৰ মনোভংগী প্ৰকাশ পোৱাৰ উপৰি চৰম অতৃপ্তিবোধ আৰু তৎজনিত কাৰণত উৎপন্ন হোৱা বেদনা-ধ্বনি চেপা আৰ্তনাদৰ দৰে প্ৰকাশি উঠিছে। এই বেদনাৰ অন্যতম উৎস নিযতিৰ প্ৰভাৱক অস্বীকাৰ কৰিব নোৱৰা অসহায়তা। কবিযে জানে বিশ্বৰ মাধুৰী ৰাশি থূপখাই থকা প্ৰেযসীক কেন্দ্ৰ কৰি গঢ়ি তোলা তেওৰ হেঁপাহৰ ৰংমহল এদিন ধূলিত বিলীন হৈ যাব। এনে ভাবনাৰে সিক্ত এটি

২০০। The Poetıcal works of Robert Brownıng Asolando Summum Bonum Lınes 10 14
২০১। ইছলাম কাজী নজৰুল সঞ্চিতা অনামিকা

মৰ্মান্তিক কবিতা হ'ল— পৃথিৱী। এই কবিতাত কবিয়ে কৈছে— ফুলি উঠা পদুমবোৰ পাহি সৰে বসন্ত লেৰেলি যায় নীল আকাশত মাৰ যায় তৰা। কবি প্ৰিয়াৰো এদিন মৃত্যু হ'ব শেষ হ'ব প্ৰেম প্ৰীতি সকলো গল্প সকলো ব্যথা। প্ৰেয়সীৰ প্ৰেমৰ উত্তাপেৰে ৰক্তিম কবিতা হ'ব মাথোঁ শব্দৰ বিন্যাস। প্ৰেয়সীয়ে এই মৃত্যুভূমিত ক্ষন্তেকৰ বাবে শোভা বঢ়াই আছে। কোনেও জীৱনক অমৰ কৰিব নোৱাৰে। সেয়ে 'হাঁহি আৰু মৰণৰ অপূৰ্ব আভাৰে দীপ্ত এই বসুন্ধৰা'ত কোনো বস্তুৱেই স্থায়ী নহয়

নিৰুপায়। পৃথিৱীৰ শোভা ঢাকি আকাশৰ
বিষাদ নীলিমা
তুমি আৰু মই সজা প্ৰেমৰ পৃথিৱীখনি
মৃত্যু তাৰ সীমা। [২২]

যৌৱনৰ ক্ষণ অস্তিত্বৰ বেদনা আৰু মৃত্যু ভাবনাৰ পৰশ তেওঁৰ আন কবিতাতো পৰিছে। 'অপ্ৰকাশ কবিতাত কবিয়ে প্ৰিয়তমাক ফুলেৰে মালা গাঁথিবলৈ নিষেধ কৰিছে। কাৰণ কবিৰ মতে অন্তৰৰ অফুৰন্ত কথাবোৰ অস্থায়ী ফুলৰ মালাৰে ব্যক্ত কৰা নাযায়। কবিৰ দৃষ্টিত কোনো বস্তুৱেই চিৰস্থায়ী নহয়। শেৱালি গোলাপ সকলো এদিন কালৰ নিষ্ঠুৰ আঘাতত সৰি পৰিব। সেইদৰে মানুহৰ অপ্ৰকাশৰ অনন্ত বেদনাকো বুকুত ধাৰণ কৰি লোৱাৰ বাহিৰে উপায় নাই। নিয়তিৰ পৰিহাসত মানুহৰ অন্তহীন অনুভূতিৰ অকণি প্ৰকাশহে সম্ভৱ।

সেয়ে 'অসাৰ্থক কবিতাত— জীৱনৰ বহু ঘাত প্ৰতিঘাত পাৰ হৈ অহা কবিয়ে অৱশেষত নিজৰ ওঠযুৰি প্ৰিয়তমাৰ ওঠত স্থাপন কৰি সুখ পাব বিচাৰিছে, কাৰণ সকলো অসাৰ্থকতাৰ মাজত এয়েই মাথোঁ সত্য আৰু সাৰ্থক। কবিয়ে দুটি ওঠৰ মিলনতে স্বৰ্গীয় সুখ উপলব্ধি কৰিছে

ফুলিছোঁ পদুম দুটি ওঠতে লগাই ওঠ মনোৰমা।
তুমি আৰু মই। (অসাৰ্থক)

কেতিয়াবা কবিৰ অন্তৰত পাপবোধেও সামান্যভাৱে চুই গৈছেহি। তথাপি এই পাপক কবিয়ে বৰণ কৰি লৈছে, কাৰণ কবিৰ মনত প্ৰেয়সীয়ে স্বৰ্গ সকলো পাপ তাপৰ ঊৰ্দ্ধত। সেয়ে পাপবোধ জাগিলেও কবিয়ে দৃঢ়তাৰে ক'ব পাৰিছে

কি কৰিম? হ'ক পাপ ক্ষতি নাই মই পাম স্বৰ্গ তাতে
তুমি ৰ'বা তুমি। [২৩]

---

২০২। বৰুৱা দেৱকান্ত — সাগৰ দেখিছা পৃথিৱী

২০৩। বৰুৱা দেৱকান্ত — সাগৰ দেখিছা অসাৰ্থক

যি পৃথিৱীত প্ৰেয়সী থাকিব তাত আন সকলো নীতি-বোধ গৌণ। প্ৰিয়াৰ প্ৰতি এই দুৰ্দমনীয় আকৰ্ষণ ৰোমাণ্টিক প্ৰেমৰ এটি বিশেষ দিশ। এই উন্মত্ত আকৰ্ষণৰ বাবেই প্ৰেমিকে সমগ্ৰ ভুৱনময় দেখা পায় প্ৰেমিকাৰ প্ৰতিচ্ছবি। লাজ সম্ভ্ৰম সকলো ত্যাগ কৰি ওলাই যায় অনিৰ্দিষ্টৰ পথত। প্ৰিয়াবিহীন কলংপৰীয়া কবিৰো উতলা ফাগুন মৰহি যায় প্ৰভাতৰ জেউতি ম্লান হয় বিহুৰ উলহ-মালহ স্তব্ধ হয়। কবিৰ ভাষাত

'ফুলৰ মুখত বিৰিঙি উঠিল
কোমল হাঁহি,
তুমি নাই সখি৷ থৰ হ'ল পেঁপা
নিমাত বাঁহী। [২০৪]

কবিয়ে নাৰী সৌন্দৰ্যৰ বিজয় ঘোষণা কৰিছে 'তিলোত্তমা কবিতাটিৰ মাজেৰে। নাৰীদেহৰ মাজেৰেই শ্ৰেষ্ঠ ৰূপৰ বিকাশ ঘটে। তিলোত্তমা সেই নাৰী সৌন্দৰ্যৰ প্ৰতীক। বিশ্বভুবনত যৌৱনৰ যি চাঞ্চল্য ফুটি উঠে তাৰ মূলতো সৌন্দৰ্যৱতী এই নাৰী। এই ৰমণী-ৰূপৰ বাবেই ভায়ে ভায়ে সংঘটিত হয ৰক্তক্ষযী সংগ্ৰাম। স্বয়ং কামদেৱতাও বিশ্বজুৰি গুমৰি মৰে এই নাৰী সৌন্দৰ্যৰ বাবেই।[২০৫] কবিৰ মতে 'তিলোত্তমা অপৰূপা চেতাৰৰ গুঞ্জনধ্বনি মধুৰ আলাপ। তিলোত্তমা অধৰা ৰাংঢালী সুদুৰ্লভা। দৃপ্তফণা তেও কালনাগৰ শিৰত থকা মণি। অশ্ৰুম্লান বিৰহৰ মাজত তেও মিলনৰ বোল সানে। এই সৌন্দৰ্যৰ ওচৰত সকলো বশীভূত হয়। দেশ-কালৰ ব্যৱধানহীন এই সৌন্দৰ্য চিৰন্তন সৰ্বব্যাপ্ত। কবিতাটিৰ মাজেৰে ৰোমাণ্টিক কবিৰ সৌন্দৰ্যানুৰাগ প্ৰকাশ পাইছে।

'কলংপাৰত মাজনিশা কবিতাটি আসন্ন বিচ্ছেদত কাতৰ প্ৰেমিক হৃদযৰ বেদনাৰ বাণী-অৰ্ঘ্য। কলঙৰ নিজান পাৰত বহি কবিয়ে আনৰ পত্নী হ'বলৈ ওলোৱা প্ৰিযতমাৰ সৈতে শেষ দেখা কৰিবৰ বাবে প্ৰতীক্ষাত বৈ আছে। নানা বাধা বিঘিনি অতিক্ৰম কৰি অভিসাৰিকাৰ দৰে যেতিয়া প্ৰিযতমা আহি কবিৰ কাষত থিয় হৈছে, তেতিযা সকলো দ্বিধা দ্বন্দ্ব ভয়-শংকা ত্যাগ কৰি কবিৰ ওচৰতে বহিবলৈ কবিয়ে আহ্বান জনাইছে। কবিয়ে শেষবাৰৰ কাৰণে প্ৰাণভৰি প্ৰিয়তমাৰ মুখখনি চাই ল'ব বিচাৰিছে। তেও অদম্য প্ৰাণাৱেগক সংযত কৰি প্ৰিয়তমাক সুধিছে

---

২০৪। পূৰ্বোক্ত গ্ৰন্থ তুমি নাই
২০৫। 'বুভুক্ষু দেৱতা কাম গৰজিছে বিশ্বজুৰি।
সাগৰ দেখিছা তিলোত্তমা
তুলনীয 'সৃষ্টি মূলে আছে কাম সেই কাম দুৰ্জয় দুৰ্বাৰ।
মজুমদাৰ মোহিতলাল বিস্মৰণী পান্থ

তোমাৰ বিয়ালৈ আৰু কেইদিন বাকী? দহদিন? মাথোঁ
দহদিন আছে?
এনে দহ নিশা তুমি যাবা তোমাৰ বাটেদি মই যাম
মোৰ বাটে বাটে।[২৬]

কবিয়ে জানে বিয়াৰ পিছত নতুন ঘৰত প্ৰিয়তমাই চেনেহৰ শলিতাৰে যি ন চাকি জ্বলাব তাৰ পোহৰতে জীয়ৰী কালৰ সকলো সুখ দুখ আশা মিশ্ৰিত স্মৃতি ক্ৰমে মচখাই যাব। অতীত ভৱিষ্যতৰ এই সুখ দুখৰ স্মৃতি সুঁৱৰি কবিৰ অন্তৰ্জগত ক্ষত-বিক্ষত হৈছে, বেদনা ভাৰাক্ৰান্ত কবিৰ মুখেৰে ওলাই আহিছে মৰ্মন্তুদ বাণী

তুমি মোক পাহৰি পেলাবা মোৰ দোষ মোৰ গুণ হায়
মোৰ ভালপোৱা
পাহৰিবা তুমি সখি! আজিৰ নিশাৰ স্মৃতি পাহৰিবা
তুমি মোৰ হোৱা।[২৭]

এই নিৰ্মম বিধানতো কবি ভাঙি পৰা নাই কাতৰ হোৱা নাই। ওপৰন্তু তেও এই ভাবি গৌৰৱ কৰিছে যে মনোৰমাৰ হৃদয়ত তেৱেঁই প্ৰথম প্ৰেমৰ শিহৰণ আনি দিছিল। এয়ে তেওৰ জয় তেওৰ গৰ্ব। তথাপি কাব্যবিচাৰৰ ক্ষেত্ৰত কবিৰ বেদনাদীৰ্ণ হৃদযৰ পৰা ওলাই অহা এই করুণ সত্যোপলব্ধি— 'তুমি মোক পাহৰি পেলাবা কথাষাৰি চিৰকালৰ বাবে বিৰহৰ সুতীব্ৰ যন্ত্ৰণাৰ বাণী হিচাপেই সহৃদয় হৃদয সংবাদী হৈ ৰ'ব।

দেহজ আসক্তিৰ সঘন আকুলতাৰ মাজে মাজে কবি বৰুৱাই কেতিযাবা প্ৰেমিকাৰ প্ৰাণৰ পৰশৰ প্ৰযোজনীযতাও উপলব্ধি কৰিছে। কেতিযাবা প্ৰেমিকাৰ দেহৰ প্ৰতি তীব্ৰ আকৰ্ষণৰ বাবেই তাক দেৱীৰূপে আৰতি কৰাৰ অভীপ্সাও অন্তৰত জাগিছে। সেইবাবে বৰুৱাৰ কবিতাত বাৰে বাৰে আহিছে পূজাৰ প্ৰসংগ

'বুকুৰ বেদীত মোৰ
বন্তি জ্বলে তোৰ
নিংস্ব কবিৰ বিশ্ব-দুখৰ ফুল যে পূজাৰ তুমি
মৰণ যাচো ৰাণী তোমাৰ কমল চৰণ চুমি।[২৮]

কেইটামান কবিতাত কবিৰ দেহৰতি দেহ-আৰতিলৈ ৰূপান্তৰিত হৈছে। স্থূল ভোগাকাংক্ষাৰ আবিলতাৰ পৰা সূক্ষ্ম সৌন্দৰ্যলোকলৈ উত্তৰণৰ সযত্ন প্ৰয়াস

২০৬। সাগৰ দেখিছা — কলংপাৰত মাজনিশা
২০৭। পূৰ্বোক্ত গ্ৰন্থ
২০৮। পূৰ্বোক্ত গ্ৰন্থ — পূজাৰ ফুল

নাথাকিলেও এই লানি কবিতাত প্ৰেম আৰু সৌন্দৰ্যৰ স্বীকৃতিয়ে নতুনত্ব আনি দিছে। কবিয়ে বিশ্বাস আৰু দৃঢ়তাৰে কৈছে

'ক্ষন্তেকীয়া বিজুলীৰ শোভা
তুমিতো নহয়
বিজুলীৰ আঁৰে আঁৰে জ্বলি থকা যৌৱনৰ তুমি
দীপালী অক্ষয়। [২০৯]

প্ৰাক-ৰাফেলীয় কবিসকলৰ দৰে কবিয়ে কেতিয়াবা প্ৰেয়সীৰ সৈতে পৃথিৱী এৰি চিৰমিলনৰ কল্পলোকত থকাৰো সপোন ৰচনা কৰিছে। সেই দেশতো প্ৰেয়সীৰ সান্নিধ্যই কবিক সকলো পাহৰাই ৰাখিব। এই ভাবনাৰ মাজত যিদৰে আছে ৰোমাণ্টিক ভাবাবেশ সেইদৰে আছে বাস্তৱত সাৰ্থক হৈ নুঠা বাঞ্ছিত পৰিবেশ অৱচেতন মনত গঢ়ি লোৱাৰ স্পৃহা। কবিৰ কাংক্ষিত সেই সপোনপুৰীৰ ছবি এনেকুৱা

'মায়াময় সেই জগতত দিঠকৰ বহু আঁতৰত
অশ্ৰু য'ত হাহিৰ আপোন
তুমি আৰু মই সখি! দেশ কাল থাকিম পাহৰি
ৰঙা নীলা সাজিম সপোন। [২১০]

দেৱকান্ত বৰুৱাৰ অব্যবহিত পূৰ্বৰ বংগীয়-কবি বুদ্ধদেৱ বসুৰ কবিতাতো অনুৰূপ প্ৰতিচ্ছবি ফুটি উঠিছে

পৃথিবী ছাড়ায়ে সময় মাড়ায়ে যাব এবাৰ
*** *** *** *** *** ***
এসো চলে এসো যেখানে সময় সময়হীন
সময় ছিন্ন বিৰহে কাপেনা ৰাত্ৰি দিন। [২১১]

এটি প্ৰাৰ্থনা কবিতাত কবিয়ে নাৰীৰ পৰিবৰ্তিত ৰূপ দেখা পাইছে। যৌৱন অতিক্ৰান্ত হোৱা কবিয়ে কৈছে

পূৰ্বতে নাৰী হৃদয়ত আছিল দয়া-মমতাৰে সিক্ত প্ৰেম যি প্ৰেমৰ পোহৰত আত্মা উজলি উঠিছিল। আজিৰ যুৱতী নিষ্ঠুৰা কৃত্ৰিমতাৰে পূৰ্ণা তেওঁলোকৰ অন্তৰত প্ৰেম নাই আছে মাথোঁ পুৰুষক প্ৰলুব্ধ কৰি তুলিব পৰা দেহভংগিমা। অৱশ্যে ৰাজনৈতিকভাৱে সচেতন কবিগৰাকীয়ে এই কথা ভালদৰেই বুজি পায় যে

---

২০৯। পূৰ্বোক্ত গ্ৰন্থ — ৰহস্য
২১০। পূৰ্বোক্ত গ্ৰন্থ — ৰঙা এটি কৰবীৰ ফুল
২১১। বুদ্ধদেৱ বসু ৰচনা সংগ্ৰহ (৮ম খণ্ড) — কংকাৱতী শেষৰ ৰাত্ৰি

বুৰ্জোৱা সমাজ ব্যৱস্থাত নাৰীৰ কোনো স্বকীয়ত্ব নাথাকে। আজিৰ নাৰী এই পুঁজিবাদী সমাজ ব্যৱস্থাত লালিত পালিত বৰ্ধিত। সেয়ে তেওলোক বহু পৰিমাণে প্ৰেম হৃদয়বৃত্তি আদি সুকুমাৰবোধ আৰু নৈতিকতাৰ পৰা আঁতৰত। তেওলোক ধনীৰ বিলাস সামগ্ৰীস্বৰূপ। সেযে মধ্যবিত্ত জীৱনৰ সঁচা প্ৰেমৰ দাম ধনীৰ বিলাস সংগিনীৰূপী এই প্ৰেমিকাসকলে দিব নোৱাৰে। তেওলোকৰ ওঠ ৰঞ্জিত হয় নামী দামী কোম্পানীৰ কৃত্ৰিম প্ৰসাধন সামগ্ৰীৰে। কবিযে কৈছে

মই জানো হে বহু বল্লভা
জনতা ভুঞ্জিত সেই
দুখনি ওঠত
লিপ্‌ষ্টিক কোন কোম্পানীৰ। [২১২]

কবিযে নাৰীপ্ৰেমৰ এই বিৱৰ্তিত অৱস্থাৰ বাবে নাৰীক দাযী কৰা নাই আৰ্থ সামাজিক আৰু ৰাজনৈতিক ব্যৱস্থাৰ তেওলোক নিৰুপায বলি মাথোন।

বৰুৱাৰ কবিমানস নাযিকাৰ ৰূপ আৰু তাৰ বিৱৰ্তন সম্বন্ধে যিদৰে সজাগ সেইদৰে সজাগ নিজৰ অৱচেতন মানস সম্বন্ধেও। কবিযে বুজি পায তেওৰ যৌৱন এতিযা অন্তৰ্হিত হৈছে। 'বিষকন্যা' কবিতাটিত জীৱনৰ বিযলি বেলাত কবিৰ ক্লান্ত বিপৰ্যস্ত ৰূপ ফুটি উঠিছে। বাধক্যত উপনীত কবিযে জীৱনক এটি 'বঞ্চনা' বুলি আখ্যা দিছে। সেইদৰে ইমান দিনে জীৱনৰ চৰমসত্য আৰু পৰম আশ্ৰয়স্থল বুলি ভাবি অহা সুন্দৰী প্ৰেয়সীক বিষকন্যা বহুৰূপা নীলা নাগিনী বুলি অভিহিত কৰিছে। কবিৰ এই মৰ্মান্তিক উপলব্ধিৰ মাজেৰে কবিযে দুটি অন্তিম সত্যত উপনীত হৈছে। সেই সত্য দুটা হ'ল— নাৰীৰ প্ৰেম আৰু 'আত্মা'। নিন্দা খ্যাতি জয পৰাজয সকলো অসত্য ইযাৰ বিপৰীতে কবিযে কৈছে

সত্য মাথোঁ হে ছলনামযী। তোমাৰ গভীৰ প্ৰেম।
আৰু সত্য হে তুলনাহীনা। তোমাৰ দেহৰ খাঁজে খাঁজে
থকা/অনুপম/আত্মাৰ সুৰভি। [২১৩]

ইযাত প্ৰেমহীন দেহমিলনেই যিদৰে শেষ কথা নহয সেইদৰে দেহক বাদ দি আত্মিক প্ৰেমৰ অন্বেষণো বৃথা— এই তত্ত্বটোৱেই অভিব্যক্ত হৈছে। এই এটি মাত্ৰ কবিতাতে কবিৰ প্ৰেম সম্পৰ্কীয ধ্যান-ধাৰণাৰ স্পষ্ট ৰূপান্তৰ লক্ষণীয় হৈ উঠিছে।

দেৱকান্ত বৰুৱাৰ কবিমনৰ বহল পথাৰখন যিদৰে নিকা আৰু সমৃদ্ধ হৈছিল অসংখ্য দেশী আৰু বিদেশী কবিৰ কবিতা অধ্যযনৰ যোগেদি সেইদৰে পৰাধীন দেশৰ এজন যুৱক হিচাপে আৰু দেশৰ প্ৰতি থকা দাযবদ্ধতাৰ বাবে তেওঁৰ

২১২। সাগৰ দেখিছা — এটি প্ৰাৰ্থনা
২১৩। পূৰ্বোক্ত গ্ৰন্থ — বিষকন্যা

স্বাধীনতাকামী যুৱ মনটো দেশ হিতৈষণাৰে সমৃদ্ধ হৈছিল বহুতো নেতৃস্থানীয় আৰু দেশপ্ৰেমী লোকৰ ছত্ৰছায়াত। শৈশৱৰে পৰাই তেওঁ দেশৰ স্বাধীনতা সংগ্ৰামত যোগদান কৰিছিল যৌৱনত এই সম্পৰ্ক আৰু কটকটীয়া হয়। যৌৱনোত্তৰ কালত তেওঁ নিজকে দেশৰ আগশাৰীৰ নেতাৰূপে প্ৰতিষ্ঠিত কৰিবলৈ সক্ষম হৈছিল। তেওঁৰ অন্তত দুটি কবিতাত স্বদেশপ্ৰেমৰ স্মৃতিচিহ্ন অক্ষয় অম্লানৰূপে সঞ্চিত হৈ আছে। তাৰে এটা হ'ল 'লাচিত ফুকন আৰু আনটো হ'ল মোৰ দেশ মানুহৰ দেশ। প্ৰথমটো কবিতাত তেওঁৰ প্ৰাদেশিক জাতীয়তাবোধ দ্বিতীয়টো কবিতাত ৰাষ্ট্ৰীয় চেতনাবোধ প্ৰকাশ পাইছে।

'লাচিত ফুকন কবিতাটোত কবিয়ে এসময়ৰ ঐতিহ্যমণ্ডিত অসমৰ বীৰ নায়ক লাচিত বৰফুকনক শ্ৰদ্ধাৰে স্মৰণ কৰিছে, তেওঁলৈ বৰ্তমানে বিধ্বস্ত হৈ পৰা অসমৰ বাতৰি পঠাবলৈ কবি অন্তৰত ভাবৰ জোৱাৰ উঠিছে। প্ৰবল প্ৰতাপী আক্ৰমণকাৰী মোগলক পৰাহত কৰা লাচিত ফুকনে দেশ ৰক্ষাৰ বাবে মাতুল ঘাতক হ'ব লগা হৈছিল। লাচিতৰ এই অনন্য দেশপ্ৰেমে অসমীয়া জাতিৰ বুকুত জগাই তুলিছিল দুৰ্মদ যৌৱন। কবিয়ে গভীৰ উদ্বেগেৰে লক্ষ্য কৰিছে লাচিতৰ দৰে বীৰ প্ৰসৱিনী অসমী আইৰ বৰ্তমান দুৰৱস্থাৰ শেষ নাই। ব্যক্তি স্বাৰ্থ পৰশ্ৰীকাতৰতা নিজৰ সামান্য স্বাৰ্থ পূৰণাৰ্থে আত্মসন্মান আৰু স্বকীয়ত্ব বিসৰ্জন দিয়া অৰ্থ প্ৰতিপত্তি লাভৰ বাবে আবগাৰি দাৰোগাৰ চাবৰি বিচাৰি যোৱাৰ দৰে হীনকম অন্ধ-কুস স্কাৰত মগ্ন হোৱা আদি এশ-এবুৰি কেৰোণে অসমীয়াৰ গোটা জীৱন পংগু কৰি পেলাইছে। লাচিতৰ সেই অসম আজি আৰু নাই বুলি কবিয়ে আক্ষেপ কৰিছে

> তোমাৰ অসম নাই আৰু আজি জকাটোহে তাৰ বাকী।
> লুইতৰ এই বিশাল পাৰত নাই আৰু অসমীয়া
> মৰি হাজি ঢুকাল সকলো চিন চাব নাইকিয়া। [২১৪]

কবিয়ে নতুন ভাৰত গঠন কৰিবলৈ ওলোৱা তথাকথিত নেতাসকলকো বিদ্ৰূপ কৰিছে। এই তথাকথিত নেতাসকলে লাচিতৰ ৰণদুৰ্মদ ভাষা বুজি নাপায় তেওঁলোকৰ উদ্দেশ্য শত নাগপাশে বন্ধা দেশ উদ্ধাৰ নহয় এচেমব্লীলৈ যোৱা আৰু মন্ত্ৰী হোৱাহে একমাত্ৰ লক্ষ্য।

এনে এক বন্ধ্যা মৃতপ্ৰায় অৱস্থাৰ পৰা স্বদেশক ৰক্ষা কৰিবলৈ কবিয়ে আজি লাচিতৰ দৰে সমগ্ৰ জাতিকে নেতৃত্ব দিব পৰা বীৰৰ প্ৰয়োজন অনুভৱ কৰিছে। আশাবাদী কবিয়ে ডেকাতেজৰ কলৰোল শুনিছে, তেওঁলোকৰ প্ৰাণত থকা দেশপ্ৰেমৰ

২১৪। পূৰ্বোক্ত গ্ৰন্থ লাচিত ফুকন

জোৱাৰো তেওঁ লক্ষ্য কৰিছে। দেশৰ পুনৰুত্থানৰ বাবে এই ডেকা শক্তিক পৰিচালিত কৰিবলৈ লাগে মাথোন লাচিতৰ দৰে বীৰ সেনানীৰ ৰণ আহ্বান বাণী

দেশৰ কাৰণে আজিও বিনায় হেজাৰ ডেকাৰ হিয়া
দেশৰ সেনানী। আকৌ মাথোন এবাৰ হুকুম দিয়া
আকউ এবাৰ শুনোৱা তোমাৰ ৰণ আহ্বান বাণী
আকউ এবাৰ ৰঙা কৰি মৰো লুইতৰ বগাপানী। [২১৫]

কবিতাটিত নি সন্দেহে জাতীয় ভাবোদ্দীপক এটি শ্ৰেষ্ঠ কবিতা।

কবিৰ ৰাষ্ট্ৰীয় চেতনাসমৃদ্ধ কবিতাটো হ'ল মোৰ দেশ মানুহৰ দেশ। কবিতাটোত প্ৰকাশিত হৈছে কবিৰ ইতিহাস সচেতনতা দেশপ্ৰেম আৰু মানৱপ্ৰেম। বিশাল ভাৰত ভূ খণ্ড গঢ়ি উঠিছে বিভিন্ন জাতি উপজাতিৰ মহামিলনৰ ফলত। 'সৃজনৰ আৱেগত হাবি কাটি নগৰ সাজিছে এই দেশৰ মানুহেই। সেইবাবেই কবিৰ বাবে মানুহ আপোন। বিদেশী বিধৰ্মীয়ে বাৰে বাৰে এই দেশ আক্ৰমণ কৰিছে, হলদীঘাট পলাশী শৰাইঘাট তাৰেই সাক্ষী। এই দেশৰ মানুহেই পৰৰাজ্যলোভী সেই দস্যুদলৰ আক্ৰমণৰ বিৰুদ্ধে মাৰ বান্ধি থিয় দিছে— কেতিয়াবা হৈছে বিজয় কে তিয়াবা মূক পৰাভৱ। তথাপি দেশ ৰক্ষাৰ বাবে ভাৰতৰ মানুহে কেতিয়াও পিছ হুহকি যোৱা নাই।

ফাঁচীকাঠে মাতিছে আমাক
আমি তাৰ নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰা নাই। [২১৬]

স্বাধীনতা উত্তৰ ভাৰতত আকৌ নামি আহিছে আক্ৰমণ। এই আক্ৰমণ চীনা আক্ৰমণ। এই আক্ৰমণকো প্ৰতিহত কৰিবলৈ দেশৰ মানুহ সাজু হ'ব লাগে। আশাবাদী কবিয়ে দেখিছে যুৱক যুৱতীৰ দুবাহুত সঞ্চিত আছে অফুৰন্ত শক্তি। স্বদেশ ৰক্ষাৰ বাবে মৰণৰ এই উদগ্ৰ আহ্বানক দেশৰ মানুহে এইবাৰো হাহিমুখে বৰণ কৰিব। কবিৰ বিশ্বাস

যি মৰণে যুগে যুগে জীৱনক কৰিছে অমৰ।
তাৰ আমন্ত্ৰণ কোনে নেওচিব পাৰে? [২১৭]

কবিতাটো কবিৰ দেশপ্ৰেমৰ জ্বলন্ত স্বাক্ষৰ।

---

২১৫। পূৰ্বোক্ত গ্ৰন্থ
২১৬। পূৰ্বোক্ত গ্ৰন্থ মোৰ দেশ মানুহৰ দেশ
২১৭। পূৰ্বোক্ত গ্ৰন্থ

দেৱকান্ত বৰুৱা অসমীয়া ৰোমাণ্টিক কাব্য পৰম্পৰাৰ সাৰ্থক কবি। পূৰ্বৰ ৰোমাণ্টিক কবিৰ বিশুদ্ধ সৌন্দৰ্য চেতনা অমূৰ্ত অতীন্দ্ৰিয় প্ৰেমপৰায়ণতাৰ বিপৰীতে ৰোমাণ্টিক কাব্যবৃত্তৰ মাজত থাকিয়ে দেহগত প্ৰেমৰ বলিষ্ঠ স্বীকৃতি আৰু উদাত্ত যৌৱনৰ জযগানেৰে মুখৰিত দেৱকান্ত বৰুৱাৰ ৰোমাণ্টিক কাব্য ভাবনাই অসমীযা কাব্য সাহিত্যত এটি নতুন ধাৰা সৃষ্টি কৰিলে যদিও সি দীৰ্ঘম্যাদী নহ'ল কাৰণ যুগমানস তেতিযা ৰোমাণ্টিক কাব্য ভাবনাৰ অনুকূলে নাছিল। দ্বিতীয় বিশ্বযুদ্ধৰ প্ৰস্তুতি আৰু ধামখুমীযাত সমাজ বিৱৰ্তনৰ যি ৰূপ ফুটি উঠিল তাৰেই স্বৰূপ চিত্ৰণহে নতুন কবিসকলৰ আদৰণীয হ'ল। ৰোমাণ্টিক কবিতাৰ কল্পনা বিলাসিতা আৰু সুৰ বৈভৱ স্তিমিত হৈ পৰিল। দিশে দিশে নতুন কবিতাৰ শংখধ্বনি বাজি উঠিল।

সেইকাৰণেই যৌৱনৰ বিজয গীত গোৱা কবিযে দীৰ্ঘ জীৱন পৰিক্ৰমাৰ অন্তত বিযলি বেলাত বাটৰ কাষত আহি ক্ষন্তেকৰ বাবে থমকি ৰ'ব লগা হৈছে। তেও ৰোমাণ্টিক কাব্যধাৰৰ অৱক্ষযিত ৰূপ দেখা পাইছে, প্ৰতিকাৰহীন তেওৰ কাব্য ভাবনাৰ বিপৰীতে নতুন কবিতাৰ অনিবাৰ্য অপ্ৰতিৰোধ্য পদধ্বনিৰ আকৰ্ষণক তেও নেওচিব পৰা নাই।

'জানো। জীৱনৰ উদ্‌ভ্ৰান্ত ছন্দৰ তালে
উতলা কৰিছে মোক।
জানো মোৰ গতি নাই গতিৰ বাহিৰে। [২১৮]

কবিৰ প্ৰেমভাবনাৰো পৰিৱৰ্তন সূচিত হৈছে এই সমযৰে পৰা। দেশ-কাল সম্পকেও কবিযে নতুন দৃষ্টিভংগী গ্ৰহণ কৰিছে। সকলো সাৰ্থক শিল্পী সাহিত্যিকৰ শিল্পতেই যুগৰ প্ৰভাৱ প্ৰতিফলিত হোৱাৰ দৰেই আজন্ম ৰোমাণ্টিক ধ্যান-ধাৰণাৰে পুষ্ট দেৱকান্তৰ কবিমানসতো যুগৰ ছাযাপাত ঘটিল। তাৰেই স্মৃতিচিহ্ন তেওৰ 'লাচিত ফুকন 'আমি দুৱাৰ মুকলি কৰোঁ এটি প্ৰাৰ্থনা মোৰ দেশ মানুহৰ দেশ আৰু 'বিষকন্যা — এই এমুঠি কবিতা। এই সন্দৰ্ভত কবি মহেন্দ্ৰ বৰাৰ উক্তিৰে সামৰণি মাৰি ক'ব পাৰি

> সমযৰ হাত বুলনি সাৰ্থক কবিৰ কাব্যত পৰে দেৱকান্ত বৰুৱা সেই সত্যৰ নিদৰ্শন। তেখেতৰ 'আমি দুৱাৰ মুকলি কৰো নতুন কবিতাৰ কপালত ৰঙা সেন্দূৰৰ অকণি তিলক সন্ধ্যাকাশৰ সুদূৰ নি সংগ তৰাৰ দৰে। [২১৯]

---

২১৮। পূৰ্বোক্ত গ্ৰন্থ আমি দুৱাৰ মুকলি কৰোঁ
২১৯। বৰা মহেন্দ্ৰ নতুন কবিতা অৱতৰণিকা

## পঞ্চম অধ্যায়

# আলোচ্য কবিসকলৰ প্ৰেম-কবিতাৰ তুলনামূলক আলোচনা

অসমীয়া ৰোমাণ্টিক প্ৰেমকাব্যৰ স্বৰূপ বিশ্লেষণ প্ৰসংগত যি পাঁচগৰাকী কবিৰ আলোচনা বিশেষভাৱে কৰা হৈছে তেওঁলোক প্ৰতিজনেই প্ৰেমৰ কবি আৰু এক বা একাধিক দিশত প্ৰতিজনেই স্বে মহিম্মি'ৰূপে সুপ্ৰতিষ্ঠিত। অসমীয়া ৰোমাণ্টিক কাব্যধাৰা নি সন্দেহে তেওঁলোকৰ কাব্যিক প্ৰতিভাৰে ঐশ্বৰ্যশালী আৰু গৰিমামণ্ডিত হৈ উঠিছে।

আলোচ্য কেউগৰাকী কবিয়েই নাৰীপ্ৰেমৰ বৈচিত্ৰ্য আৰু বৈভৱ প্ৰদৰ্শনত বিশেষ পাৰদৰ্শিতা দেখুৱাব পাৰিছে। অম্বিকাগিৰী ৰায়চৌধুৰী যতীন্দ্ৰনাথ দুৱৰা ৰত্নকান্ত বৰকাকতী— এই তিনিজন কবিৰ প্ৰেম চেতনা আৰম্ভ হৈছে পাৰ্থিৱ নাৰীৰ প্ৰেম আকাংক্ষাৰ মাজেৰে আৰু পৰিণতি লাভ কৰিছে অতীন্দ্ৰিয় প্ৰেমৰ ৰসলোকত উত্তৰণৰ জৰিয়তে। অৰ্থাৎ এই সকল কবিৰ নাৰীপ্ৰেমৰ পৰম উৰ্ধ্বায়নৰ (Sublımatıon) শৈল্পিক প্ৰকাশ ঘটিছে অতীন্দ্ৰিয় চিন্তাৰ পৰিমণ্ডলত। এই দিশটোত তিনিওজন কবিৰ প্ৰেম সম্পৰ্কীয় দৃষ্টিভংগীৰ এটি সাধাৰণ মিল লক্ষ্য কৰা যায়। আলোচনাৰ প্ৰেক্ষাপটলৈ অহা আন এজন কবি গণেশ গগৈৰ কবিতাৰো আৰম্ভণিত পোৱা যায় নাৰীৰূপৰ আৰাধনা পৰিণতিত দেখা যায় অৰূপৰ সন্ধান প্ৰৱণতা। কিন্তু ৰূপাতীতলৈ উত্তৰণৰ এই ভাব পূৰ্বৰ তিনিগৰাকী কবিৰ ক্ষেত্ৰত যিমান স্পষ্ট গগৈৰ কবিতাত সিমান স্পষ্ট নহয়।

আনহাতে অম্বিকাগিৰীৰ কবিতাত অতীন্দ্ৰিয় ভাবানুভূতি যিদৰে অপূৰ্ব সুষমাৰে মণ্ডিত হৈ উঠিছে বাকী কোনো কবিৰ কবিতাতে সিমান নিটোল আৰু পূৰ্ণ ৰূপ পৰিগৃহীত হোৱা নাই। অম্বিকাগিৰীৰ 'তুমি কাব্য আৰু 'বীণা কাব্যৰ কেইটামান কবিতা অসমীয়া অতীন্দ্ৰিয়বাদী কবিতাৰ উৎকৃষ্টতম নিদৰ্শন। দুৱৰাৰ 'বনফুল'ৰ

এমুঠিমান কবিতা আৰু 'আপোন সুৰ'ৰ কেইটামান কবিতাৰ মাজেৰে ভূমাস্পৃহা তথা সোণোৱালী দেশৰ প্ৰতি প্ৰবল আকৰ্ষণ প্ৰকাশ পাইছে। বৰকাকতীৰ 'শেৱালি'ৰ অন্তৰ্গত কিছু কবিতা আৰু 'চন্দ্ৰহাৰ'ৰ এমুঠিমান কবিতাতো সীমাৰ সিপাৰৰ ছঁযাময় ৰূপৰ প্ৰতি ধাউতি প্ৰকাশ পাইছে। কিন্তু বৰকাকতীৰ প্ৰেম বিশেষভাৱে মিহলি আছে এক ৰহস্যময় ধূসৰতাৰ মাজত। তদুপৰি তেওঁৰ কবিতাত প্ৰকৃতি নাৰী আৰু ঈশ্বৰৰ সান মিহলি অৱস্থান অবিভাজ্যৰূপে সংশ্লিষ্ট হৈ আছে। গণেশ গগৈৰ দুই এটি কবিতাতো প্ৰেমে শাৰীৰিক কামনা-বাসনাক অতিক্ৰম কৰি অপাৰ্থিৱপ্ৰেমৰ স্তৰলৈ উন্নীত হৈছে। কিন্তু পাৰ্থিৱপ্ৰিয়া কেন্দ্ৰিক প্ৰেমৰ তুলনাত এই জাতীয় কবিতাৰ সংখ্যা অতি তাকৰ। দেৱকান্ত বৰুৱাৰ কবিতাত ক'তো অপাৰ্থিৱপ্ৰেমৰ জযগান ধ্বনিত হোৱা নাই উদ্ভিন্নযৌৱনা কান্তাৰ শাৰীৰিক প্ৰেম তথা ৰূপ-লাৱণ্যই তেওঁৰ প্ৰেম-কবিতাৰ পটভূমি।

নাৰীপ্ৰেমৰ উদ্দীপ্ত প্ৰকাশ প্ৰেমিকৰ দৃপ্ততা আৰু পৌৰুষ ঘোষিত হৈছে অম্বিকাগিৰী আৰু দেৱকান্ত বৰুৱাৰ কবিতাত। প্ৰেমিকাৰ প্ৰতি থকা দুৰ্বাৰ আকৰ্ষণে কবি ৰাযচৌধুৰীক উতলা কৰিলেও কৰ্তব্যচ্যুত কৰিব পৰা নাই। প্ৰেমৰ শক্তিত বলীযান হৈ প্ৰেমিকাৰ ওচৰত তেওঁ সগৰ্বে ঘোষণা কৰিছে

পৰ্বতকেও ওখ মোৰ বুক
সাগৰতকৈ দ হৃদযৰ চুক—
বিৰহৰ দগ্ধ শিখা যিমানে জ্বলাবা
সিমানে কাষত মোৰ পৰাজয হবা। [১]

দেৱকান্ত বৰুৱাৰ প্ৰেমভাবনাও সুস্থ আৰু সবল। সেযে আত্মপ্ৰত্যযী কবিযে প্ৰেমিকাৰ সৈতে চিৰদিনৰ বাবে হ'বলগীযা বিচ্ছেদ বিমূঢ় সন্ধিক্ষণতো চকুপানীৰে দুগাল তিযাই দিযা নাই। আন ৰোমাণ্টিক কবিৰ দৰে তেওঁৰ হৃদয শূন্য হৈ যোৱা নাই তেওঁ অতীন্দ্ৰিযবাদী হৈ অশৰীৰী মিলনৰ প্ৰত্যাশীযো হোৱা নাই। ইযাতেই কবি বৰুৱাৰ প্ৰেমভাবনাৰ স্বকীয ৰূপ আৰু পৌৰুষ ফুটি উঠিছে। তেওঁ বিচ্ছেদ মথিত প্ৰেমৰ খণ্ড মুহূৰ্তটোকে অনন্ত মুহূৰ্তলৈ ৰূপান্তৰিত কৰিবলৈ প্ৰযাসী হৈছে। ভিক্টৰিযান যুগৰ ইংৰাজ কবি ব্ৰাউনিঙে জীৱনৰ এক তাৎপৰ্যপূৰ্ণ সন্ধিক্ষণত আনন্দৰ আতিশয্যত গৰ্বিত হৈ কৈছিল

১। অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী বীণা মোৰ শক্তি

And Heaven just prove that I and she
Ride ride together forever ride? [২]

ব্ৰাউনিঙৰ কবিতাটিৰ নায়কে এই শেষ অশ্বাৰোহণ পৰ্বত উপলব্ধি কৰিছিল The instant made eternity ।[৩] প্ৰেমিকাৰ অন্তৰত প্ৰথম প্ৰেমৰ উন্মেষ জগাই দিব পৰাৰ দুৰ্লভ গৌৰৱত গৰ্বিত দেৱকান্ত বৰুৱাৰ কণ্ঠতো ঘোষিত হৈছে অনুৰূপ প্ৰত্যয়

মোৰ অহংকাৰ
প্ৰথম জগালো মযে তন্দ্ৰালসা গাভৰুক
মনোৰমা
হিযাৰ তোমাৰ। [৪]

প্ৰকাশভংগীৰ ক্ষেত্ৰতো ৰাযচৌধুৰী আৰু বৰুৱাৰ কবিতাত এক সমাৰ্থক ৰূপ প্ৰকটিত হৈছে। দুযোজনৰে কবিতাত বিৰহ-কাতৰ প্ৰেমিকৰ হিযা ভগা কাতৰতাৰ স্পন্দন নাই। আনহাতে যতীন্দ্ৰনাথ দুৱৰা আৰু গণেশ গগৈৰ কবিতাতেই আটাইতকৈ তীব্ৰৰূপে প্ৰিযা বিচ্ছেদৰ বিননিৰ সুৰ বাজি উঠিছে। চূডান্ত আৱেগপ্ৰৱণ কবি হিচাপে দুৱৰাৰ কবিতাত প্ৰেমৰ এই বেদনাবিধুৰ ছবি আনতকৈ তীব্ৰতৰ ৰূপত ফুটি উঠিছে। তেওঁৰ স্বভাৱ আছিল যিদৰে অতি লাজকুৰীযা ধৰণৰ সেইদৰে কবি মানসো আছিল অতি কোমল অনুভূতিশীল। বাস্তৱ জীৱনৰ দু খ দৈন্য আৰু সামাজিক ঘটনা প্ৰবাহৰ পৰা তেওঁ নিজকে আঁতৰাই ৰাখিব বিচাৰিছিল। 'অকলে আপোন মনে বহি নিৰলাত নিজৰ গান তেওঁ নিজেই শুনিছিল। প্ৰেযসীৰ মুখামুখি হৈ তেওঁ নিজৰ প্ৰেমৰ ন্যায্যতাকো দাবি কৰিব নোৱাৰি ব্যৰ্থতাৰ গ্লানিকে বুকুত ঠাই দিছিল। স্বভাৱ কোমল কবিযে বিৰহ যাতনাৰ ভাৰ হৃদযত বহন কৰি ক্লান্ত হৈ পৰিছিল আৰু প্ৰেযসীৰ স্মৃতি সুঁৱৰি গঢি তোলা আশাৰ ৰংঘৰক এটি ক্ষন্তেকৰ সপোন বুলি অভিহিত কৰিছিল

মিছা তোৰ আশাৰ কিৰণ
ক্ষন্তেক ধেমালি কৰি
কেনিবা আতৰি
নিমিষতে ভাঙি দিযে সুখৰ সপোন। [৫]

---

২। Young W T (Ed ) — Browning Poems The Last Ride Together Lines 109 10
৩। পূৰ্বোক্ত গ্ৰন্থ — Lines 108
৪। বৰুৱা দেৱকান্ত — সাগৰ দেখিছা কল পাৰত মাজনিশা
৫। দুৱৰা যতীন্দ্ৰনাথ — বনফুল শিলৰ সপোন

গণেশ গগৈৰ কবিতাতো প্ৰিয়া বিচ্ছেদত আতুৰ কবি-হৃদয়ৰ সকৰুণ বিননি উথলি উঠিছে। বিৰহে দেই পুৰি নিয়া কবি অন্তৰৰ হা-হুমুনিয়াহ গগৈৰ কবিতাত অতি তীব্ৰ

অভিশপ্ত পাপী মই চিৰ দুৰ্ভগীয়া
যাতনাই একমাত্ৰ লগৰীয়া মোৰ
যাতনাৰ লগতেই হাহাকাৰ কৰি
পেলাম এদিন মই জীৱনৰ ওৰ।

প্ৰেমত এনে ধৰণৰ নৈৰাশ্যপূৰ্ণ কাতৰ উক্তি বৰকাকতীৰ কবিতাত পাবলৈ নাই। অৱশ্যে হিয়াভাগি তেওঁৰ প্ৰিয়া গুচি যোৱাও নাই। কবিয়ে প্ৰেমত যি বিৰহ অনুভৱ কৰিছে সেই বিৰহৰ উৎস বহু পৰিমাণে স্ব-কল্পিত। তেওঁৰ প্ৰিয়া তথা পৰিণীতা ভাৰ্যাৰ মাজত অধৰা প্ৰেমৰ অভাৱ অনুভৱ কৰিযেই তেওঁৰ হৃদয় বিৰহ কাতৰ হৈ পৰিছে। গতিকে তেওঁৰ বিৰহত আছে অন্বেষণৰ তীব্ৰতা আৰু ব্যাপকতা। তেওঁৰ কবিতাত বিৰহৰ দগ্ধতা বা বেদনাৰ দহন নাই আছে অপ্ৰাপ্তিৰ শোচনাহে।

অসমীয়া ৰোমাণ্টিক কবিতাৰ প্ৰথম তৰংগৰ কবিসকলৰ কবিতাত যিদৰে প্ৰকৃতিয়ে বিশেষ গুৰুত্ব লাভ কৰিছিল পৰৱৰ্তী কবিসকলৰ কবিতাত তেনে গুৰুত্ব লাভ কৰা নাই। চন্দ্ৰকুমাৰ বেজবৰুৱা গোহাঞিবৰুৱা ৰঘুনাথ চৌধাৰী প্ৰমুখ্যে কবিসকলৰ দৰে প্ৰকৃতি বৰ্ণনা আলোচ্য পঞ্চ কবিৰ কবিতাত পাবলৈ নাই। তেওঁলোকে প্ৰত্যক্ষভাৱে প্ৰকৃতিৰ ৰূপ চিত্ৰণ আৰু প্ৰকৃতি বন্দনা শীৰ্ষক কবিতা লিখা নাছিল। তথাপি তেওঁলোকৰ কবিতাতো প্ৰকৃতিৰ উপস্থিতি অতি সূক্ষ্মভাৱে পৰিদৃষ্ট হয় আনকি তেওঁলোকৰ বহু কবিতাৰেই আধাৰ হ'ল বিনন্দীয়া প্ৰকৃতি।

অম্বিকাগিৰীয়ে প্ৰিয়াৰূপী ঈশ্বৰৰ সৌন্দৰ্য দেখা পাইছে প্ৰকৃতি জগতত। অসীম নীলাকাশ ভাহিফুৰা মেঘমালা বিজুলীৰ হাহি-সাতোৰৰণীয়া ৰামধনু, বিস্তীৰ্ণ সেউজী পথাৰ— এনে অসংখ্য প্ৰাকৃতিক উপাদানৰ মনোৰম উপস্থাপনা তেওঁৰ কবিতাত ঘটিছে। প্ৰকৃতিৰ অতি নিখুঁত ৰূপায়ণ ঘটিছে দুৱৰাৰ কবিতাত। প্ৰকৃতিক শিৰোনামা হিচাপে লৈ কোনো কবিতা নিলিখিলেও তেওঁৰ কবিতাত প্ৰকৃতি মানুহৰ সুখ দু খৰ আধাৰৰূপে চিত্ৰিত হৈছে। মানুহৰ অন্তৰ্বেদনা আৰু সুখৰ উল্লাস বুজাবলৈ প্ৰকৃতিক উপমা হিচাপে ব্যৱহাৰ কৰা হৈছে। দুৱৰাৰ কবিতাত তটিনীৰ কুলু কুলু সুৰ নিজৰাৰ

---

৬। গণেশ গগৈৰ ৰচনা সম্ভাৰ অনুতাপ

কলতান শৰতৰ শেৱালি মৌ মাখিৰ গুঞ্জন পখিলাৰ হাঁহি বসন্তৰ প্ৰকৃতি আকাশৰ ইন্দ্ৰধনু সাগৰৰ ঢৌ আদিৰ সঘন উপস্থাপনাই কবিৰ প্ৰকৃতি অনুৰাগৰ পৰিচয় দিয়ে।

বৰবাকতীয়েও প্ৰকৃতিক মুখ্য স্থান নিদিলেও উপেক্ষা কৰা নাই। নিসৰ্গৰ প্ৰতি তেওৰ কৌতূহল আৰু অনুৰাগ গভীৰ। প্ৰকৃতিৰ প্ৰতি কবিৰ প্ৰকাশ পাইছে এক বিস্ময় বিমুগ্ধ দৃষ্টিভংগী। প্ৰকৃতিক তেও সজীৱ বুলিয়েই জ্ঞান কৰিছে। তেওৰ মতে প্ৰকৃতিৰ সৈতে মানুহৰ সম্পৰ্ক অতি নিবিড। বিশ্ব প্ৰকৃতিৰ মাজত এক অনাদি অনন্ত আৰু অখণ্ড শক্তিৰ প্ৰভাৱক কবিয়ে স্বীকাৰ কৰিছে

মোক যে ইমান
ব্যাকুল কৰিছে
চৰাচৰে হায় দিবস ৰাতি
তুমিহে তাৰ নোপোবা উমান
নুশুনা বিৰাট বিশ্বগীতি ?

তদুপৰি বৰকাকতীৰ কবিতাতো চন্দ্ৰ সূৰ্য আকাশ বো নদী নিজৰা ফুল চৰাই আদিৰ সুন্দৰ ৰূপায়ণ ঘটিছে।

প্ৰকৃতিক বিষয় হিচাপে লৈ ৰচনা কৰা কবিতাৰ সংখ্যা গণেশ গগৈৰ কাব্য কাননত বিৰল যদিও এমুঠিমান কবিতাত কবিৰ ভাবানুষংগৰ সৈতে সম্পৃক্ত হৈ আছে প্ৰকৃতিৰ উপাদান। আনফালে বিজুলী ফুল তৰা সাগৰ আদি নৈসৰ্গিক উপাদানক উপমা হিচাপে ব্যৱহাৰ কৰাৰ বাহিৰে দেৱকান্ত বৰুৱাৰ কবিতাত প্ৰকৃতিৰ চিত্ৰণ নাই।

ফৰাচি বিপ্লৱৰ মুক্তিকামী আদৰ্শই ইংলণ্ডৰ ৰোমাণ্টিক কবিসকলক বিশেষকৈ ৱৰ্ডচৱৰ্থ বাযৰণ আৰু শ্যেলীক মুক্তিপ্ৰয়াসী কৰি তুলিছিল সমাজৰ অন্যায় অবিচাৰৰ বিৰুদ্ধে গৰ্জি উঠিবলৈ প্ৰেৰণা যোগাইছিল। ৰজা আৰু পুৰোহিততন্ত্ৰৰ বিৰুদ্ধে বাযৰণ শ্যেলীৰ যি ঘৃণা সেয়া মাথোঁ ব্যক্তিগত ধিক্কাৰেই নাছিল এটা যুগৰ এটা সামাজিক তথা সমষ্টিগত ঘৃণাৰেই বহি প্ৰকাশ তাত ঘটিছিল। সমাজৰ য'ত অন্যায় অবিচাৰ য'ত নিৰ্দয় নিষ্ঠুৰতাৰ প্ৰকাশ তেওলোকে দেখিছিল তাতেই তেওলোকে প্ৰতিবাদত গৰ্জি উঠিছিল। ৰাষ্ট্ৰযন্ত্ৰৰ স্বেচ্ছাচাৰিতাৰ বিৰুদ্ধে আৰু প্ৰথাগত ধৰ্মানুষ্ঠানৰ ভণ্ড অনুশাসনৰ বিৰুদ্ধে তেওলোকে বিদ্ৰোহৰ বাণী উচ্চাৰণ কৰিছিল।

---

৭। বৰকাকতী ৰত্নকান্ত শেৱালি সকীয়নি

ই লগুৰ কবিসকলৰ দৰে আমাৰ কবিসকলে মানৱত্মাৰ সকলো প্ৰকাৰ বন্ধনৰ বিৰুদ্ধে সৰব হ'ব পৰা নাছিল। পৰাধীন দেশৰ কবি হিচাপে আটাইৰে কবিতাত সাম্ৰাজ্যবাদী শাসন শোষণ আৰু অত্যাচাৰৰ বিৰুদ্ধে তীব্ৰ বিষোদগাৰ হোৱাটোৱেই স্বাভাৱিক আছিল। তথাপি তেওলোকে বাযৰণৰ দৰে ক'ব পৰা নাছিল—

> Give me a republic The king times are fast finishing there will be blood shed like water and tears like mist but the peoples will conquer in the end I shall not live to see it but I forsee it [৮]

কবি চন্দ্ৰকুমাৰ আগৰৱালাই যি মানৱ মুক্তিৰ কথা কৈছিল সেই মানুহ সাম্ৰাজ্যবাদী সামন্তবাদী শাসন শোষণৰ বলি হোৱা নিপীড়িত নিৰ্যাতিত মানুহ নহয মধ্যযুগীয কবি চণ্ডীদাসে কোৱা সেই নিৰ্বিশেষ মানুহহে। চণ্ডীদাসে কৈছিল

মানুষ মানুষ সবাই বলযে
মানুষ কেমন জন।
মানুষ ৰতন মানুষ জীৱন
মানুষ পৰাণ ধন। [৯]

'বীণ বৰাগী'ত যি বিপ্লৱৰ কথা কোৱা হৈছে সেযাও সংস্কাৰধৰ্মী বিপ্লৱহে— যি বহু পৰিমাণে ৰোমাণ্টিক ভাবালুতাৰ দ্বাৰা আচ্ছন্ন। সাম্ৰাজ্যবাদৰ বিৰোধিতা আৰু বঞ্চিত মানুহৰ সম অধিকাৰ প্ৰতিষ্ঠাৰ বাবে বৈপ্লৱিক আহ্বান ধ্বনিত হৈছিল কমলাকান্ত ভট্টাচাৰ্য প্ৰসন্নলাল চৌধুৰী আৰু অম্বিকাগিৰী ৰাযচৌধুৰীৰ কবিতাতহে।

দেশপ্ৰেমত উদ্বুদ্ধ কবি ৰাযচৌধুৰীযে সাম্ৰাজ্যবাদৰ বিৰোধিতা কৰি ভাৰতৰ স্বাধীনতা আন্দোলনত সক্ৰিয অংশগ্ৰহণ কৰাৰ ফলত কাৰাবৰণ কৰিবলগীযা হৈছিল। প্ৰকাৰন্তৰে ভাৰতবৰ্ষৰ ইংৰাজৰ জেলখানাই বহুতো মহৎ সাহিত্যৰ জন্ম দিছে। দেশপ্ৰাণ অম্বিকাগিৰীযে জেলখানাতে লিখি উলিওৱা 'কাৰাগাৰৰ গীত (Songs of the cell) তেনে এবিধ মহৎ সৃষ্টি। ভাৰতৰ স্বাধীনতা আন্দোলনলৈ পূৰ্ণ সহযোগ আগবঢোৱাৰ উপৰি কবিযে নিজৰ জাতি আৰু মাতৃভাষাৰ অৱমাননাৰ বিৰুদ্ধেও অতন্দ্ৰ প্ৰহৰী হৈ সদা সতৰ্ক দৃষ্টি ৰাখিছিল। তদুপৰি অকৰ্মণ্য জাতিক কৰ্ম প্ৰেৰণাৰে উদ্বুদ্ধ কৰি প্ৰগতিৰ পথত আগুৱাই নিবলৈও তেও অহোপুৰুষাৰ্থ কৰিছিল।

দুৱৰাই জীৱনত প্ৰেমকেই শ্ৰেষ্ঠ আসন দি জীৱন সংগ্ৰামৰ পৰা নিজকে দূৰত ৰাখিছিল। তথাপি দুই-এটি কবিতাত স্বদেশৰ প্ৰতি থকা তেওৰ গভীৰ অনুৰাগ

---

৮। Arnold Mathew (Ed) Poetry of Byron Preface

৯। জয়দেব বিদ্যাপতি চণ্ডীদাস পদাবলী সমগ্ৰ

অভিব্যঞ্জিত নোহোৱাকৈ থকা নাই। ‘মৰমৰ সুৰ’ৰ কেবাটাও কবিতাত স্বদেশৰ গৌৰৱমণ্ডিত ঐতিহ্য আৰু দেশৰ বীৰ-বীৰাংগনাৰ প্ৰতি কবিৰ গভীৰ শ্ৰদ্ধা নিবেদিত হৈছে। বৰকাকতীৰ কবিতাতকৈ গদ্য ৰচনাৰ মাজতহে স্বদেশ হিতৈষণা অধিক পৰিস্ফুট হৈছে। অতীত ঐতিহ্য আৰু কবিৰ ভাবনা চিন্তা বিষয়ক কবিতাবোৰত স্বদেশৰ প্ৰতি থকা অনুৰাগ ফুটি উঠিছে। জাতীযতাবোধ আৰু স্বদেশপ্ৰেমৰ এটি ক্ষীণ ধাৰা গণেশ গগৈৰ কবিতাত লক্ষ্য কৰা যায। তেওঁৰ ভালেকেইটা কবিতাত অসমৰ জাতীয বীৰ বীৰা৲গনা তথা মনীষীৰ স্মৃতিচাৰণ আছে। দেৱকান্ত বৰুৱাৰ দুটি কবিতাত স্বদেশপ্ৰেমৰ সোণালী স্ফুৰণ ঘটিছে। এই কবিতা দুটিৰ এটি ‘লাচিত ফুকন আনটো মোৰ দেশ মানুহৰ দেশ । বৰুৱাৰ কবিতাৰ এটি বলিষ্ঠ দিশ হ’ল— যৌৱনৰ জযগান। ভীৰুতা কাপুৰুষতাৰ বিপৰীতে তেওঁ যৌৱনৰ উদাত্ত মহিমা ঘোষণা কৰিছে

যৌৱন যৌৱন  
অস্ত্ৰৰ ঝন ঝন  
অশ্বৰ হ্ৰেযা-ৰৱ দুন্দুভি-নাদ  
ধ্ব৲সৰ আৰতি—  
পাৰ্থৰ সাৰথি  
উন্মাদ উন্মাদ আজি উন্মাদ। [১]

এই যৌৱনে আনকি নিযতিৰ বিৰুদ্ধেও বিদ্ৰোহী হৈ পৰিছে। কবি নজৰুল ইছলামে যিদৰে শ্যেলীৰ নিচিনাকৈ অত্যাচাৰী ভগৱানৰ বিৰুদ্ধে বিদ্ৰোহী হৈ উঠিছিল তেনেদৰেই দেৱকান্তযো দেৱতাৰ বিৰুদ্ধে বিক্ষুব্ধ হৈ উঠাৰ চিত্ৰ পোৱা যায দেৱদাসী প্ৰভৃতি কবিতাত। অৱশ্যে নজৰুলৰ দেৱতা য’ত সাম্ৰাজ্যবাদী ই৲ৰাজ বৰুৱাৰ দেৱতা সেই ঠাইত ধনী-বিলাসী পুঁজিপতিসকল।

অসমীযা ৰোমাণ্টিক কাব্য আন্দোলনৰ আৰম্ভণি পৰ্বৰ কবিসকলৰ কবিতাত প্ৰকৃতি-বন্দনা আৰু নাৰীপ্ৰেমৰ সমান্তৰালকৈ অভিব্যঞ্জিত হোৱা প্ৰত্যক্ষ ঈশ্বৰ বন্দনাও পৰৱৰ্তী কবিসকলৰ কবিতাত ক্ৰমে স্তিমিত হৈ আহিবলৈ ধৰে। এই কবিসকলৰ বাবে আধ্যাত্মিকতা কবিতাৰ বিষয হৈ থাকিলেও ঈশ্বৰৰ প্ৰস৲গ একেবাৰে গৌণ হৈ পৰিল। কিন্তু সেই বুলি সৰ্বব্যাপ্ত ঈশ্বৰৰ অস্তিত্ব সম্পৰ্কে অবিশ্বাস বা বিদ্ৰোহৰ মনোভাব তেওঁলোকে কেতিযাও প্ৰদৰ্শন কৰা নাই। এইসকল কবিৰ কবিতাত ঈশ্বৰৰ প্ৰকাশ ঘটিছে কেতিযাবা প্ৰিযাৰ ৰূপত আৰু কেতিযাবা প্ৰকৃতিৰ ৰহস্যময অস্তিত্বৰ মাজত।

---

১ । বৰুৱা দেৱকান্ত সাগৰ দেখিছা যৌৱন

অম্বিকাগিৰীৰ বাবে প্ৰেম-প্ৰিয়া-দেশ ভগৱানৰ মাজত বিশেষ কোনো পাৰ্থক্য নাই। যতীন্দ্ৰনাথ দুৱৰাৰ কবিমানসত মানৱী প্ৰেমৰ সমুন্নত অৱস্থাই হ'ল ঈশ্বৰপ্ৰেম। বৰকাকতীৰ কবিতাত ঈশ্বৰ চিৰসুন্দৰ চিৰচঞ্চল ৰহস্যময়। গণেশ গগৈৰ কবিতাত প্ৰত্যক্ষ ঈশ্বৰাভিব্যক্তি নাথাকিলেও ভাৰতীয় অধ্যাত্মবাদ তথা জন্মান্তৰবাদৰ প্ৰতি পৰম আস্থা আৰু বিশ্বাসৰ ভাবধাৰা মূৰ্ত হৈ উঠিছে। আনহাতে দেৱকান্ত বৰুৱাৰ কবিতাত দেৱতা তথা নিযতিৰ জয় ঘোষিত হ'লেও তাৰ বন্দনা নাই মানুহৰ শৌৰ্য আৰু বীৰ্যৰ সদম্ভ পৰিচযেই তাত প্ৰদৰ্শিত হৈছে।

যতীন্দ্ৰনাথ দুৱৰাৰ কবিতাত আন কোনো অসমীয়া ৰোমাণ্টিক কবিৰ কবিতাত সচৰাচৰ দৃষ্টিগোচৰ নোহোৱা দুটি দুৰ্লভ বিশেষত্ব ফুটি উঠিছে। তাৰে এটি 'নিযতিবাদ আনটো 'মৃত্যু চেতনা। মানৱ জীৱনত নিযতিৰ অমোঘ হস্তক্ষেপৰ ধাৰণা দুৱৰাৰ জীৱন অভিজ্ঞতাৰ পৰা আহৰিত হ'লেও ওমৰ খৈযামী ভাবধাৰাৰ দ্বাৰাহে ই অধিক দৃঢ হয। ওমৰ খৈযামৰ কাব্য চৰ্চা কৰোঁতে কৰোঁতে দুৱৰাযো যেন অনুভৱ কৰিলে

গৰ্জিলে সৰগে গহীন সুৰেৰে
নাই নাই কতো আলোক পথ
অন্ধ নিযতিৰ অন্ধ বিশ্বাসত
চলে মানৱৰ জীৱন ৰথ।[১১]

মৃত্যু চেতনা তেওৰ জীৱন অভিজ্ঞতাপ্ৰসূত যদিও দেশী বিদেশী বহুতো কবি সাহিত্যিকৰ লেখনিৰ প্ৰভাৱে তেওৰ মৃত্যু চেতনাত গাঢতা আনি দিছিল। ৰোমাণ্টিক কবিসকলৰ এই মৃত্যু-কামনা এক ধৰণৰ ৰোমাণ্টিক বিলাস হ'লেও বাস্তৱ জগতৰ অন্যায অত্যাচাৰৰ পৰা চিৰদিনৰ বাবেই আতৰি থাকিবৰ কাৰণে এনে বিলাস তেওলোকৰ তীব্ৰ হৈছিল বুলি অনুভৱ কৰাৰ থল আছে। আধুনিক কবিতাৰো কিছু কিছু ক্ষেত্ৰত মৃত্যু-চেতনাৰ কোবাল স্পৰ্শ অনুভৱ কৰা যায়। কাৰণ আধুনিক শিল্পৰ গভীৰতেই আছে এক যন্ত্ৰণাময নেতিবোধ। এই নেতিবোধ শূন্যতা আৰু হতাশাৰ পৰা উদ্ভুত। যন্ত্ৰণা পীড়িত সংবেদনশীল মানুহৰ মনলৈ এই মৰ্মান্তিক শূন্যতাবোধৰ পৰাই আত্মহত্যাৰ প্ৰৱণতা আহে। কাৰণ এই নিৰ্মম নিৰ্বেদ আৰু শূন্যতাবোধৰ পৰা অব্যাহতি পাবলৈ হ'লে আত্মহত্যা এক প্ৰকৃষ্ট উপায়। এই নিৰ্বেদ আৰু হতাশাই মানুহক কিদৰে আত্মহত্যাৰ পৰ্যাযলৈ লৈ যায় তাৰ এটি মৰ্মস্পৰ্শী বৰ্ণনা পোৱা যায় বংগীয কবি জীৱনানন্দ দাশৰ এটি কবিতাত

---

১১। দুৱৰা যতীন্দ্ৰনাথ ওমৰ তীৰ্থ

'জানি তবু জানি
নাৰীৰ হৃদয় প্ৰেম শিশু গৃহ-নয সবখানি
অৰ্থ নয কীৰ্তি নয স্বচ্ছলতা নয —
আৰো— এক বিপন্ন বিস্ময
আমাদেৰ অন্তৰ্গত ৰক্তেৰ ভিতৰে
খেলা কৰে
আমাদেৰ ক্লান্ত কৰে
ক্লান্ত কৰে
লাস কাটা ঘৰে
সেই ক্লান্তি নাই
তাই
লাস কাটা ঘৰে
চিৎ হ'যে শুযে আছে টেবিলেৰ পৰে। [১২]

দুৰবাৰ 'কথা কবিতা'তে মৃত্যু চেতনা আটাইতকৈ তীব্ৰৰূপ ধাৰণ কৰিছে।

আন এটি দিশতো দুৰবাৰ কবিতা অবিসম্বাদী। তেওঁৰ কবিতাতে গীতি কবিতাৰ লক্ষণ আৰু বৈশিষ্ট্যৰ নিভাজ আৰু চূড়ান্ত প্ৰকাশ ঘটিছে। গীতিধৰ্মিতাই ৰোমাণ্টিক কবিতাৰ আটাইতকৈ মনোৰম আৰু প্ৰযোজনীয় বৈশিষ্ট্য কাৰণ বিষযীৰ আত্মমগ্নতাই ৰোমাণ্টিকতা। গীতি-কবিতাত কবিয়ে নিজকেই শিল্পৰ বিষযীভূত কৰি তোলে বাবেই আত্মস্বৰূপৰ প্ৰকাশ ঘটে এই শ্ৰেণীৰ কবিতাত। এই শ্ৰেণী কবিতাত বাস্তৱ জীৱনৰ সামান্য ছাযাহে পৰে। বস্তু জগতৰ সামান্য স্পন্দনেই কবিৰ আৱেগ অনুভূতিৰে পূৰ্ণ অন্তৰত তোলে তীব্ৰ ভাব তৰংগ। সেই ভাব তৰংগতে অনুৰণিত হয কবিৰ নিজৰ অন্তৰৰেই আৱেগ উচ্ছ্বাস। কল্পনা সৌন্দৰ্য আৰু সংগীতৰ সোণালী ডেউকাত ভৰ দি কবিৰ ব্যক্তিগত অনুভূতিযে যি এক নিটোল ৰসমূৰ্তি ধাৰণ কৰে সংগীতময সেই বাকমূৰ্তিযেই গীতি-কবিতা। [১৩] অৰ্থাৎ কবি অন্তৰৰ সুতীব্ৰ অনুভূতিৰ পৰাই জন্ম হয গীতি-কবিতাৰ।

গীতি-কবিতা ছবিৰ দৰে সুন্দৰ আৰু গীতৰ দৰেই মধুৰ। কল্পনাৰ হেঙুল হাইতালেৰে সেই ছবি হৈ উঠে পৰিস্ফুট। ব্যক্তি জীৱনৰ হাহি-কান্দোন আশা নিৰাশা গীতি-কবিতাৰ বিষযবস্তুৰ অন্তৰ্গত। সুদীৰ্ঘ চৰণ নহয দীৰ্ঘ তপস্যা নহয

---

১২। জীবনানন্দ দাশেৰ শ্ৰেষ্ঠ কবিতা মহাপৃথিবী আট বছৰ আগেৰ একদিন
১৩। বন্দ্যোপাধ্যায অসিত বাংলা সাহিত্যেৰ সম্পূৰ্ণ ইতিহাস

গীতি-কবিতা শিল্পীৰ একে আঁচোৰতে অঁকা এক অনিন্দ্যসুন্দৰ ছবি। ইয়াৰ ৰূপ সংহত গতি অনলস লক্ষ্য একমুখী। ফ্ৰান্সিছ টাৰ্নাৰ পেলগ্ৰেভে গীতি-কবিতা সম্পৰ্কে কৈছে

> Each poem shall turn on some single thought feeling or situation [১৪]

মূল বিষযৰ বাহিৰে আন কোনো আনুষংগিক বিষয়ৰ অৱতাৰণা গীতি-কবিতাৰ গঠন প্ৰক্ৰিযাৰ পৰিপন্থী।

গীতি-কবিতাৰ এই বৈশিষ্ট্যসমূহ দুৱৰাৰ কবিতাত পূৰ্ণৰূপেই ফুটি উঠিছে। ব্যক্তি জীৱনৰ আশা নিৰাশা আৰু হাঁহি-কান্দোনৰ ছবি দুৱৰাই হৃদয়পাত্ৰত জুবুৰিয়াই প্ৰকাশ কৰিছে। দুৱৰাৰ কবিতাত কবিমানসৰ আন্তৰিকতা আৰু আত্মগত ভাবোচ্ছ্বাসৰ অখণ্ড প্ৰকাশ ঘটিছে। আনহাতে ভাষাৰ নমনীযতা পৰিপাটিত্ব সংযম স্নিগ্ধতা আৰু ব্যঞ্জনাৰ মাজেৰে ফুটি উঠিছে তেওঁৰ ভাবাৱেগৰ আন্তৰিকতা। কোমল ভাব-ৰসসিক্ত অনুভূতিৰ গভীৰত অৱতৰণশীল মন আৰু এই মনৰ তন্ময়তা প্ৰকাশৰ উপযোগী অমৃত-নিস্যন্দী সৌন্দৰ্য নিপুণ ভাষা— এই দুইৰ সংযোগে দুৱৰাক অসমীয়া ৰোমাণ্টিক কবিতাত শ্ৰেষ্ঠ গীতি-কবিৰ মৰ্যাদা দান কৰিছে।

গীতি-কবি হিচাপে আন দুজন সাৰ্থক কবি হ'ল— ৰত্নকান্ত বৰকাকতী আৰু গণেশ গগৈ। দুযোজন কবিৰ কবিতাতেই আপোন হৃদযৰ ব্যক্তিগত ভাবোচ্ছ্বাস আনন্দ বেদনা সুখ দুখ আদি সূক্ষ্ম অনুভূতিসমূহ ছন্দোবদ্ধ হৈ প্ৰকাশি উঠিছে। গোষ্ঠী চেতনাভুক্ত চিন্তাধাৰা অম্বিকাগিৰী আৰু কিছু পৰিমাণে দেৱকান্ত বৰুৱাৰ কবিতাত পৰিস্ফুট হ'লেও দুৱৰা বৰকাকতী আৰু গগৈৰ কবিতাত তাৰ প্ৰকাশ নাই বুলিযেই হয।

ৰোমাণ্টিক কবিতাৰ আন এটি প্ৰৱণতা হ'ল ইয়াৰ গতিশীলতা। গতিয়েই জীৱন আৰু স্থবিৰতাই মৃত-কল্প। সেয়ে সকলো মহৎ কবিৰ কবিতাৰ ছন্দে ছন্দে শুনা যায় চলাৰ পদধ্বনি। ভালপোৱাৰ আকুলতা অপ্ৰাপ্যক পোৱাৰ আকাংক্ষা পূৰ্ণতাৰ ফাললৈ আগুৱাই যোৱা— ৰোমাণ্টিক গীতি-কবিতাৰ এই জীৱন-লক্ষণ ফুটি উঠিছে, আলোচ্য পাঁচগৰাকী কবিৰ কাব্য-ভাবনাৰ মাজেৰেই। দুৱৰা আৰু বৰকাকতী এই দিশত অগ্ৰগণ্য যদিও অম্বিকাগিৰী আৰু দেৱকান্ত বৰুৱাৰ কবিতাতো

---

১৪। Palgraves The Golden Treasury Preface

এই সতেজ প্ৰাণ স্পন্দন লক্ষণীয়ৰূপে প্ৰতিভাত। বৰং দুৱৰা আৰু বৰকাকতী য'ত বিমূৰ্ত এক লক্ষ্যৰ উদ্দেশ্যে প্ৰধাৱিত তেনে ক্ষেত্ৰত ৰায়চৌধুৰী আৰু দেৱকান্ত বৰুৱা মাটিৰ পৃথিৱীৰ মাজত থাকিযেই আৰু যু।ধৰ্মক স্বীকাৰ কৰি লৈযেই আগবাঢ়িছে অভীষ্ট লক্ষ্যৰ অভিমুখে। চেতনাৰ স্তৰত আহি পৰা কালপ্ৰৱাহৰ আঘাতত ক্ষণিকৰ বাবে থমকি ৰ'লেও আৰু অন্তহীন পথক বিফল বুলি উপলব্ধি কৰিলেও দেৱকান্ত বৰুৱাই মুহূৰ্ততে কৈ উঠিছে

গতি নাই মোৰ গতিৰ বাহিৰে। [১৫]

এইদৰে ৰোমাণ্টিক কবিতাত অভিব্যক্ত প্ৰায় সকলোবোৰ বৈশিষ্ট্যই কম বেছি পৰিমাণে আলোচ্য পাঁচগৰাকী কবিৰ কাব্য পৰিক্ৰমাৰ মাজেৰে ফুটি উঠিছে।

সাহিত্যই সময় প্ৰবাহ আৰু যুগৰ প্ৰভাৱক আওকাণ কৰি চলিব নোৱাৰে কাৰণেই ফেনে ফুটুকাৰে দুকূল উপচাই পাৰ ভাঙি বৈ অহা ৰোমাণ্টিক কাব্যধাৰাৰ কোবাল স্ৰোতো সময়ত সম্পূৰ্ণৰূপে ৰুদ্ধ নহ'লেও প্ৰশমিত হ'ল। বিশ্বত সংঘটিত হৈ যোৱা দুটা প্ৰলয় কৰী বিশ্বযুদ্ধই সমাজ ব্যৱস্থাক বিধ্বস্ত কৰি দিয়াৰ লগতে বিশ্ববাসীৰ মন শংকাকুল কৰি তুলিছিল। ৰাষ্ট্ৰ সমাজ আৰু অৰ্থনৈতিক দিশত এই বিশ্বযুদ্ধই দ্ৰুত পৰিৱৰ্তন আনিছিল। ক'বলৈ গ'লে এই সময়ছোৱা আছিল প্ৰচণ্ড ভঙা গঢ়াৰ সময়। অৱক্ষয়িত আৰু জটিলতাৰে পূৰ্ণ এই সমাজৰ প্ৰতিচ্ছবি সাহিত্যত প্ৰতিফলিত হৈছিল— কবিতাতো ইয়াৰ বিবৰ্তিত ৰূপ ৰেখা ফুটি উঠিছিল। অৱশ্যে প্ৰথম বিশ্বযুদ্ধৰ কোনো আচোৰ অসমীয়া ৰোমাণ্টিক কবিতাত পৰা নাছিল। কিন্তু দ্বিতীয় বিশ্বযুদ্ধৰ সৰ্বগ্ৰাসী প্ৰভাৱে অসমীয়া সাহিত্যতো আমূল পৰিৱৰ্তন আনি দিছিল। অসমীয়া সাহিত্যতো প্ৰৱাহিত হৈছিল দিন সলনিৰ সোঁত। এই সোঁতে কঢ়িয়াই অনা কবিতাৰ লক্ষণ আৰু বিশেষত্ব আছিল অভিনৱ। এই নতুন কাব্যধাৰাৰ লক্ষণ সম্পৰ্কে বুদ্ধদেৱ বসুই লিখিছে

> একে বলা যেতে পাৰে বিদ্ৰোহেৰ প্ৰতিবাদেৰ কবিতা সংশয়েৰ ক্লান্তিৰ সন্ধানেৰ আবাৰ এৰই মধ্যে প্ৰকাশ পেয়েছে বিস্ময়েৰ জাগৰণ জীবনেৰ আনন্দ বিশ্ববিধানে আস্থাবান চিত্তবৃত্তি। আশা আৰ নৈৰাশ্য অন্তৰ্মুখিতা বা বৰ্হিৰ্মুখিতা সামাজিক জীবনেৰ সংগ্ৰাম আৰ আত্মিক জীবনেৰ তৃষ্ণা। [১৬]

---

১৫। বৰুৱা দেৱকান্ত — সাগৰ দেখিছা আমি দুৱাৰ মুকলি কৰোঁ

১৬। বসু বুদ্ধদেৱ — আধুনিক বাংলা কবিতা ভূমিকা

পূৰ্ববৰ্তী ৰোমাণ্টিক ধ্যান-ধাৰণা তথা কাব্য পৰম্পৰাৰ বিপৰীতে এই নব্য কাব্যধাৰাই আ.গিক আৰু ভাবৰ দিশত অভিনৱত্ব কঢ়িয়াই অনাৰ বাবেই মহেন্দ্ৰ বৰাই কৈছে

ব্যতিক্ৰমেই হৈছে নতুন কবিতাৰ নিয়ম। [১৭]

এই নতুন কাব্য ভাবনাই ৰোমাণ্টিক কবিতাৰ গতিপথ নিশকতীয়া কৰি দি যুগৰ সোঁতত আগুৱাই গ'ল। বা.লা সাহিত্যত স্বয়ং ৰবীন্দ্ৰনাথৰ বিপৰীতে ৰোমাণ্টিকতাৰ বিৰোধিতা কৰি নতুন কবি গোষ্ঠীয়ে (কল্লোল গোষ্ঠী) তেওলোকৰ কাব্যধাৰা সুপ্ৰতিষ্ঠিত কৰিলে। এই কবি গোষ্ঠীৰ ভিতৰুৱা অগ্ৰণী কবি বুদ্ধদেৱ বসু, জীৱনানন্দ দাশ সুধীন্দ্ৰনাথ দত্ত বিষ্ণু দে অমিয় চক্ৰৱৰ্তী আদিৰ কাব্য-ভাবনাৰ সৈতে সেই সময়ৰ অসমীয়া কবিসকলৰ আত্মিক যোগাযোগ ঘটিছিল। অমূল্য বৰুৱা ভবানন্দ দত্ত হেম বৰুৱা নৱকান্ত বৰুৱা প্ৰমুখ্যে কবিসকলৰ হাতত অসমীয়া নতুন কবিতাৰ ম.গলবোধন হৈছিল।

ৰোমাণ্টিক কাব্যধাৰাৰ এনে অৱক্ষয নামি অহাত অসমীয়া ৰোমাণ্টিক কবিসকলে ৰোমাণ্টিক ধ্যান-ধাৰণাৰে কাব্য চৰ্চাৰ উৎসাহ হেৰুৱাই পেলালে। কুণ্ঠাজড়িত ভাবেৰে হ'লেও পাঠক সমাজে নতুন কাব্যধাৰাক আদৰি ল'বলৈ সচেষ্ট হ'ল। আনকি যুগ-সন্ধিক্ষণৰ কবি দেৱকান্ত বৰুৱাৰ শেষ পৰ্যাযৰ কেইটামান কবিতাযো ৰোমাণ্টিক আৱেগ আৰু সৌন্দৰ্য-সুষমা হেৰুৱাই পেলালে। সেয়ে বহু নতুনত্বেৰে সমৃদ্ধ হৈযো তেওৰ কাব্যধাৰাই কোনো সাৰ্থক উত্তৰাধিকাৰী সৃষ্টি কৰিব নোৱাৰিলে।

তথাপি কেইজনমান কবিৰ কাব্যস্ৰোতে ৰোমাণ্টিক বৈশিষ্ট্যক বুকুত লৈ ক্ষীণভাৱে হ'লেও যুদ্ধোত্তৰ যুগৰ দুই দশকমানলৈকে প্ৰবাহিত হৈ আহিছিল। এই ধাৰাৰ কবি আছিল অম্বিকাগিৰী ৰায়চৌধুৰী নীলমণি ফুকন প্ৰসন্নলাল চৌধুৰী নলিনীবালা দেৱী আনন্দ চন্দ্ৰ বৰুৱা দেৱকান্ত বৰুৱা প্ৰভৃতি। এই ধাৰাটিৰ আধ্যাত্মিকতা অতীন্দ্ৰিয়বাদ আৰু স্বদেশপ্ৰেমৰ প্ৰকাশ ষাঠিৰ দশকলৈকে বৈ আছিল। এওলোকৰ ভিতৰতে দুই-এজনে নতুন কবিতাৰ আংগিক আংশিকভাৱে গ্ৰহণ কৰি সময় প্ৰবাহৰ গতিত আগবাঢ়িবলৈ ব্যৰ্থ চেষ্টাও কৰিছিল।

১৮৮৯ চনৰ পৰা দ্বিতীয় বিশ্বযুদ্ধলৈ— এই প্ৰায় পঞ্চাশ বছৰীয়া ৰোমাণ্টিক প্ৰেম-কবিতাৰ উত্তাপ বৰ্তমান অনুভূত নহ'লেও তাৰ ঐতিহাসিক প্ৰয়োজনীয়তা

---

১৭। বৰা মহেন্দ্ৰ নতুন কবিতা অৱতৰণিকা

আৰু মৰ্যাদা এতিযাও হ্ৰাস পোৱা নাই। এই কথা মন কৰিবলগীয়া যে ৰোমাণ্টিক কবিসকলে একমাত্ৰ প্ৰেম-কবিতাই ৰচনা কৰা নাছিল তেওলোকে অসমীয়া ভাষা আৰু ছন্দৰো নৱ-জীৱন দান কৰিছিল। তেওলোকেই সৃষ্টি কৰিছিল বৰ্তমানৰ অসমীয়া আধুনিক সাহিত্য। অসমীয়া ভাষাৰ অপৰিপুষ্ট আৰু অপৰিণত দেহত এটি পূৰ্ণ প্ৰাণ-শক্তিৰ অৱতাৰণা আৰু এই ভাষাৰ অতি প্ৰাচীন ভাব আৰু আ্‌গিকৰ ওপৰত এটি অভিনৱ ভাব আৰু ভাষাৰ প্ৰতিষ্ঠাৰ দৰে দুৰূহ কঠিন কামটোও তেওলোকে অতি নিষ্ঠা ত্যাগ আৰু সাধনাৰে সম্পাদন কৰিছিল। আধুনিক অসমীয়া কাব্যৰ অনিশ্চিত ধাৰাটোক নতুন সাজ পাৰ পিন্ধাই নতুন যুগৰ উৎস মুখত অতি যত্নেৰে তেওলোকে স্থাপন কৰিছিল। তেওলোকৰ কাৰণেই অসমীয়া কাব্য আকাশত তিমিৰ নাশি উজলি উঠিছিল ৰবিৰ কিৰণ।

এই কাৰণেই ৰোমাণ্টিক কবিতাৰ গতিধাৰা সম্প্ৰতি স্থবিৰ হৈ পৰিলেও অসমীয়া আধুনিক কাব্য ইতিহাসৰ স্ৰষ্টা অসমীয়া ৰোমাণ্টিক কবিসকলৰ কবি কৃতি চিৰদিনেই স্মৰণীয় হৈ থাকিব।

ষষ্ঠ অধ্যায়

# উপসংহাৰ

## (ক) পূৰ্বালোচিত অধ্যাযসমূহৰ সংক্ষিপ্তসাৰ

পূৰ্বালোচিত অধ্যাযসমূহত প্ৰেম আৰু প্ৰেম-কবিতাৰ আলোচনাৰ যোগেদি অসমীয়া ৰোমাণ্টিক প্ৰেম-কবিতাৰ স্বৰূপ প্ৰদৰ্শিত হৈছে। প্ৰথম অধ্যায়ত প্ৰেমৰ উৎপত্তি প্ৰাচ্য-প্ৰতীচ্যৰ প্ৰেমসম্পৰ্কীয় ধাৰণা প্ৰেমৰ সৈতে জড়িত আন দুটি অনুষংগ কাম আৰু বিৰহ ৰোমাণ্টিক প্ৰেম-কবিতাৰ বিভিন্ন ধাৰা প্ৰভৃতি সম্পৰ্কে আলোচনা কৰা হৈছে। ৰোমাণ্টিক কবিতাৰ ক্ষেত্ৰত প্ৰধানকৈ ইংলণ্ডৰ পাঁচগৰাকী কবি ৱৰ্ডচৱৰ্থ ক'লৰীজ শ্যেলী বায়ৰণ আৰু কীটছৰ কাব্য-কৃতি আৰু প্ৰেমভাবনাৰ বিভিন্ন দিশসমূহৰ ওপৰত আলোকপাত কৰা হৈছে।

প্ৰেম চিৰন্তন সাৰ্বজনীন আৰু সৰ্বকালিক হোৱাৰ দৰেই প্ৰেমৰ ব্যাপ্তি আনি দিয়া বিৰহো চিৰন্তন আৰু প্ৰেমৰ সৈতে অবিচ্ছেদ্যভাৱে সম্পৰ্কান্বিত। সেইদৰে শাৰীৰিক প্ৰেম ক্ষণস্থায়ী আৰু সীমিত পৰিধিৰ হ'লেও প্ৰেম জগতত তাৰো উপস্থিতি অনিবাৰ্য। ইংলণ্ডৰ ৰোমাণ্টিক কবিসকলৰ দৰেই প্ৰাচ্যৰ প্ৰতিভূস্বৰূপ কালিদাস ৰবীন্দ্ৰনাথ প্ৰমুখ বিশ্ববৰেণ্য কবিসকলে তেওঁলোকৰ প্ৰেমভাবনাত পাৰ্থিৱপ্ৰেমৰ স্বীকৃতি প্ৰদান নকৰাকৈ থকা নাই। কীটছৰ কবিতাত দেহগতপ্ৰেমৰ তীব্ৰ উচ্ছ্বাস থাকিলেও তাতো আত্মাৰ মিলন প্ৰসংগ অস্বীকৃত হোৱা নাই। মুঠতে প্ৰেমৰ সৃষ্টি ধূলিময় ধৰণীত গতি তাৰ ঊৰ্দ্ধমুখী। এসময়ৰ পাশৱ-কামনাই মানুহৰ ভালপোৱাৰ নিবিড় সাহচৰ্যত শেষলৈ পবিত্ৰ প্ৰেমৰ পূত আলোকেৰে বিধৌত হৈ উজলি উঠে— ঠিক পংকৰ পৰা পংকজৰ জন্ম হোৱাৰ দৰেই। প্ৰেমৰ অন্তিম স্থিতি আৰু চিৰন্তনতা সম্পৰ্কে শ্ৰীঅৰবিন্দই কোৱা নিম্নলিখিত উক্তিযাৰ অতিশয় প্ৰণিধানযোগ্য

All our earth starts from mud and ın sky
And Love that was once an anımal s desıre
Then a sweet madness ın the repturous heart
An ardent coradeshıp ın the happy mınd
Becomes a wıde spırıtual yearnıng s space
A lonely soul passıons for the Alone
The heart that loved man thrılls to the
Love of God [১]

প্ৰাচীন ভাৰতীয় সাহিত্যৰ প্ৰেম মধ্যযুগীয় দিব্য সুৰভিত কৃষ্ণৈকমুখী প্ৰেম আৰু এনেকি ৰোমাণ্টিক প্ৰেমতো প্ৰেমৰ এই উৰ্ধ্বমুখী শাশ্বত ৰূপেই বিধৃত হৈছে। অৱশ্যে ৰোমাণ্টিক প্ৰেমৰ বিস্তৃতি আৰু পৰিধি অতি ব্যাপক। প্ৰকৃতি নাৰী স্বদেশ ভগৱৎ আদি নানা বিষযত এই প্ৰেম বহুধা বিভক্ত হৈ প্ৰকটিত হৈছে। ৱৰ্ডচৱৰ্থ শ্যেলী ৰবীন্দ্ৰনাথ প্ৰমুখ কবিৰ কাব্যত এই বিস্তৃত প্ৰেমৰেই বৰ্ণ বৈচিত্ৰ্য লক্ষ্য কৰা হৈছে।

দ্বিতীয অধ্যায়ত আধুনিক অসমীযা সাহিত্যৰ প্ৰস্তুতি পৰ্ব আৰু ৰোমাণ্টিক যুগৰ পটভূমি সম্পৰ্কে আলোচনা কৰা হৈছে। বৃটিছ চৰকাৰৰ কূট-শিক্ষানীতিৰ ফলতেই অসমৰ আদালত আৰু পঢাশালিৰ পৰা অসমীযা ভাষা-সাহিত্য নিৰ্বাসিত হ'ব লগা হৈছিল। খ্ৰীষ্টধৰ্ম প্ৰচাৰ কৰিবলৈ অহা আমেৰিকান বেপ্টিষ্ট মিছনেৰীসকলৰ প্ৰচেষ্টা আৰু আনন্দৰাম ঢেকিয়াল ফুকন প্ৰমুখ কেইগৰকীমান স্বদেশপ্ৰেমী অসমীযা মনীষীৰ আশাশুধীযা চেষ্টাত প্ৰায চল্লিশ বছৰৰ পিছত (১৯৭৩) অসমত আকৌ অসমীযা ভাষা-সাহিত্যৰ প্ৰতিষ্ঠা হয়। আধুনিক অসমীযা ভাষা-সাহিত্যৰ প্ৰতিষ্ঠা আৰু সমৃদ্ধিত হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাৰ অৱদান অনস্বীকাৰ্য।

ই৲লণ্ডৰ কবিসকলৰ নব্য ৰোমাণ্টিক কাব্য আন্দোলনৰ পৰোক্ষ প্ৰভাৱৰ ফলতেই গঢি উঠিছিল ভাৰতীয় প্ৰাদেশিক ভাষা-সাহিত্যৰ ৰোমাণ্টিক চিন্তা চৰ্চা। ইউৰোপীয় জ্ঞান-বিজ্ঞান আৰু সাহিত্য-স৲স্কৃতিৰ সৈতে পৰিচিত তাৎকালিক মনীষীসকলে প্ৰথাগত ৰীতি-নীতিৰ বিৰুদ্ধে ধৰ্মৰ নামত ভণ্ডামিৰ বিৰুদ্ধে সমাজৰ প্ৰচলিত কু-আচাৰ কু-সংস্কাৰৰ বিৰুদ্ধে সৰৱ হৈছিল। ইয়াৰ লগতে জডিত হৈ আছিল ইংৰাজ অধীনস্থ ভাৰতৰ স্বাধীনতা স৲গ্ৰামৰ প্ৰসংগ। এফালে সংস্কৃতিগত

---

১। Srı Aurobındo Savıtrı Book X, Canto ııı

সংকট আৰু সংঘাত আনফালে পৰাধীনতাৰ নাগপাশৰ বন্ধনৰ পৰা মুক্তিৰ বাবে সংগ্ৰাম— এয়েই আছিল সেই সময়ৰ ভাৰতীয় নৱ-জাগৰণৰ মূল কথা।

তাৎকালিক ভাৰবৰ্ষৰ এই সাংস্কৃতিক-ৰাজনৈতিক উত্থান পতনৰ ধামখুমীয়া পৰিবেশ আৰু পৰিস্থিতিতে অসমৰ উচ্চশিক্ষা অভিলাষী কেইজনমান ছাত্ৰই কলিকতাক কেন্দ্ৰ কৰি গঢ়ি উঠা বংগীয় নৱ-জাগৰণৰ প্ৰভাৱত উদ্বেল হৈ অসমতো নতুন প্ৰাণৰ উন্মেষ জগাই তুলিবলৈ মানস কৰিছিল। আৰু অসমীয়া ভাষা-সাহিত্যলৈ পাশ্চাত্যৰ মুক্ত ভাবাদৰ্শ বোৱাই দি শক্তি সঞ্চাৰ কৰিবলৈ যত্নপৰ হৈছিল। লক্ষ্মীনাথ বেজবৰুৱাৰ নেতৃত্বত এইদৰেই অসমীয়া সাহিত্যাকাশত উদয় হৈছিল জোনাকী'ৰ। জোনাকী'ৰ পোহৰতে অসমীয়া কবিতা বিধৌত হৈ নতুন সাজ পৰিধান কৰিছিল আৰু এইদৰেই সৃষ্টি হৈছিল সাহিত্যৰ বুৰঞ্জীত এটি নতুন অধ্যায়— ৰোমাণ্টিক যুগ।

তৃতীয় অধ্যায়ত অসমীয়া ৰোমাণ্টিক কবিতাৰ বৈচিত্ৰ্য সম্পৰ্কে আলোচনা কৰা হৈছে। দৰাচলতে চন্দ্ৰকুমাৰ আগৰৱালাৰ পৰা দেৱকান্ত বৰুৱালৈকে— এই পঞ্চাশ বছৰৰ কাব্য পৰিক্ৰমাত প্ৰায় পঞ্চাশজনৰো অধিক কবিয়ে এই ৰোমাণ্টিক ধ্যান-ধাৰণা বিশিষ্ট কাব্য-সৰসীত অৱগাহন কৰি ৰোমাণ্টিক প্ৰেম-কবিতাৰ বিস্তৃতি ঘটাইছে। পাশ্চাত্য ভাবধাৰাক সাৰোগত কৰি কাব্য ৰচনাত ব্ৰতী হ'লেও অসমীয়া কবিসকলে ভাৰতীয় ঐতিহ্যগত দিশসমূহৰ দ্বাৰাহে প্ৰভূত পৰিমাণে প্ৰভাৱিত হৈছিল। প্ৰকৃতিৰ লীলাভূমি অসমৰ নদী পৰ্বত চৰাই পখিলা ফুল তৰাক লৈ কবিসকলে প্ৰকৃতি বিষয়ক কবিতা লিখিবলৈ স্বাভাৱিকতে সমল বিচাৰি পাইছিল। নাৰীপ্ৰেমৰ ক্ষেত্ৰত তেওলোকে পাৰ্থিৱ আৰু অপাৰ্থিৱ— উভয় দৃষ্টিভংগীকেই গ্ৰহণ কৰিছিল যদিও দেহ বিলাসৰ পৰিবৰ্তে সৌন্দৰ্যানুৰাগ আৰু দেহাতীত প্ৰেমৰ প্ৰতিয়ে তেওলোকৰ অনুৰাগ আছিল অধিক। স্বদেশপ্ৰেমৰ কবিতাত দুই ধৰণৰ অভিব্যক্তি দেখা যায়। ভাৰতীয় জাতীয়তাবোধ আৰু প্ৰাদেশিক চেতনাবোধ। ভাৰতীয় জাতীয়তাবোধ-সমৃদ্ধ কবিতাৰ যোগেদি তেওলোকে ভাৰতীয় আৰ্য সংস্কৃতিৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিছে আৰু প্ৰাদেশিক-চেতনা সমৃদ্ধ কবিতাৰ মাজেৰে অসম তথা অসমীয়াৰ উন্নতি আৰু ভাষা-সংস্কৃতিৰ শ্ৰীবৃদ্ধি কামনা কৰিছে। এক কথাত অসম তথা অসমীয়াৰ স্বকীয় মৰ্যাদা প্ৰতিষ্ঠা আৰু আনহাতে অখণ্ড ভাৰত ঐক্যৰ গৌৰৱদীপ্ত জয়গাথা— এই উভয় দিশতে কবিসকল সচেতন আছিল। অধ্যাত্ম-ভাবনাৰ দিশত অসমীয়া কবিসকল আছিল ভাৰতীয় অধ্যাত্ম পৰম্পৰাৰ সাৰ্থক উত্তৰাধিকাৰী।

চতুৰ্থ অধ্যায়ত পাঁচগৰাকী প্ৰেমৰ কবিৰ বিশেষ অধ্যয়নৰ যোগেদি তেওঁলোকৰ ৰোমাণ্টিক প্ৰেম-কবিতাৰ স্বৰূপ বিশ্লেষণ কৰা হৈছে। এই পাঁচগৰাকী কবিৰ ভিতৰত অম্বিকাগিৰী ৰায়চৌধুৰী যতীন্দ্ৰনাথ দুৱৰা আৰু ৰত্নকান্ত বৰকাকতীৰ প্ৰেম পাৰ্থিৱপ্ৰেম যমুনাৰ উৎসমুখৰ পৰা প্ৰবাহিত হৈ অপাৰ্থিৱপ্ৰেমৰ বিশাল অমিয়ধাৰাত মিলিত হৈছে। আন দুজন কবি গণেশ গগৈ আৰু দেৱকান্ত বৰুৱাৰ প্ৰেম কবিতাত দেহজপ্ৰেমৰ আকৃতি ফুটি উঠিছে যদিও শেষ পৰ্যায়ত তেওলোকৰ কবিতাতো ক্ৰমে দেহাতীতপ্ৰেমৰ প্ৰতি আকুলতা আৰু আত্মাৰ স্বীকৃতিৰ আভাস বিৰিঙি উঠিছে।

এই পাঁচগৰাকী কবিৰ কাব্য ভাবনাত নাৰীপ্ৰেমৰ দিশটোৰ বাহিৰে প্ৰকৃতি স্বদেশ ভগৱৎ আদি ৰোমাণ্টিক প্ৰেমৰ অন্যান্য দিশসমূহৰ অধিক পৰিস্ফুটন ঘটা নাই। অৱশ্যে অম্বিকাগিৰী ৰায়চৌধুৰীৰ কবিতাত নাৰীপ্ৰেমৰ সমান্তৰালকৈ স্বদেশপ্ৰেম আৰু ভগৱৎ প্ৰেম প্ৰবাহিত নোহোৱাকৈ থকা নাই। তথাপি প্ৰেম অৰ্থাৎ নাৰীপ্ৰেমৰ ক্ষেত্ৰতেই তেওলোক আটাইৰে কাব্য ভাবনাই এক অভাৱনীয় বিস্তৃতি লাভ কৰিছে। সেইবাবেই আটাইকেইজনকে অসমীয়া ৰোমাণ্টিক কাব্য-বুৰঞ্জীত প্ৰেমৰ কবি হিচাপে বিশেষভাৱে আখ্যায়িত কৰাৰ প্ৰয়াস কৰা হৈছে।

পঞ্চম অধ্যায়ত আলোচ্য পাঁচগৰাকী কবিৰ কাব্য-ভাবনাৰ সাদৃশ্য-বৈসাদৃশ্য তথা স্বকীয় দৃষ্টিভংগী সম্পৰ্কে এটি তুলনামূলক আলোচনাৰ প্ৰয়াস কৰা হৈছে। পাঁচগৰাকী কবিৰ কাব্য ভাবনাত স্বতন্ত্ৰতা থাকিলেও প্ৰথম তিনিগৰাকী কবিৰ প্ৰেম কাব্যধাৰাৰ মাজত বিশেষ দিশত ঐক্যসূত্ৰও লক্ষণীয় হৈ উঠিছে। প্ৰেমৰ অন্তিম পৰিণতি সম্পৰ্কে তিনিওজনৰ দৃষ্টিভংগী বহু পৰিমাণে সমভাবনাৰেই অনুৱৰ্তী। নাৰীপ্ৰেমৰ সোপানেৰে আগবাঢ়ি গৈ অৱশেতে ভূমাৰ বিশালতাত নিবেদিত হৈছে তেওলোকৰ প্ৰেমভাবনা। আনহাতে শেষৰ দুগৰাকী কবিৰ কাব্যত পাৰ্থিৱপ্ৰেমৰ বিস্তৃতি লক্ষণীয় হৈ উঠিলেও শাৰীৰিক প্ৰেমৰ অন্তৰালত ৰৈ থকা আত্মিক-প্ৰেমৰ গুৰুত্ব সম্পৰ্কেও কবিমানসৰ বিৱৰ্তিত ধাৰণাই গুৰুত্ব লভিছে।

অসমীয়া কাব্য-সাহিত্যত বিস্তৃতি আনি দিয়া ৰোমাণ্টিক প্ৰেম কবিতাৰ ধাৰা এই শতিকাৰ চল্লিশৰ দশকৰ পৰাই ক্ষীণ হৈ আহিবলৈ ধৰে। বন্তি নুমাই যোৱাৰ আগত শেষবাৰৰ বাবে এবাৰ ভমককৈ জ্বলি উঠি নুমাই যোৱাৰ দৰে অসমীয়া ৰোমাণ্টিক কাব্য-ভাবনাৰ শেষ কবি দেৱকান্ত বৰুৱাৰ কাব্য-ভাবনাতেই অসমীয়া ৰোমাণ্টিক প্ৰেম-কবিতাৰ বন্তিগছিৰো সোণালী আভা উজলি উঠি ক্ৰমে নিষ্প্ৰভ হৈ পৰে আৰু নতুন যুগৰ নতুন কবিতাৰ শংখধ্বনি বাজি উঠে।

## (খ) ৰোমাণ্টিক-উত্তৰ অসমীয়া কবিতাত প্ৰেমভাবনা ঃ

ৰোমাণ্টিকোত্তৰ কালৰ কবিতাত ভগৱৎপ্ৰেম সম্পূৰ্ণৰূপে বৰ্জিত হৈছে, অধ্যাত্ম ভাবধাৰাও কাব্যৰ বিষয়বস্তু হৈ থকা নাই। আনহাতে স্বদেশপ্ৰেমৰ পৰিধি আগতকৈ বিস্তৃত হৈছে। কাব্য-ভাবনাত আহিছে দেশ-কালৰ সীমা ভঙাৰ প্ৰৱণতা বিশ্ব-মানৱতাবাদ আৰু সাম্যবাদৰ প্ৰতি অনুৰক্ততা। শ্ৰেণীবিভক্ত সমাজৰ লাঞ্ছিত-নিপীড়িত দৰিদ্ৰসকলৰ প্ৰতি আৰু এনেকি ধনীৰ বিলাসৰ সামগ্ৰীত পৰিণত হোৱা অন্ধগলিৰ বেশ্যাজনীৰ প্ৰতিও সমাজ-সচেতন কবিসকলৰ অনুকম্পা আৰু গভীৰ মমত্ববোধ ফুটি উঠিছে। কিছুমান কবিতাত নিৰ্যাতিত জনতাক সংঘবদ্ধ কৰি কাংক্ষিত সোণালী সূৰ্য আজুৰি অনাৰ বাবে প্ৰতিজ্ঞাবাণীও উচ্চাৰিত হৈছে। বিপ্লৱৰ তেজাল ঘোঁৰা দেশ-বিদেশত দৌৰি ফুৰাৰ সপোন দেখিছে এই যুগৰ কবিয়ে। হীৰেন ভট্টাচাৰ্যৰ কবিতাত শুনা যায় তাৰেই প্ৰতিধ্বনি

মই কেতিযাবা
এতিযাও সপোনত সাৰ পাই উঠো
আফ্ৰিকানে তেলেংগানা ক'ৰবাত
সেই ঘোঁৰা যেন হিলদ'ল ভাঙি লৰিছে
আৰু তোমাৰ চাবুকত চমকি উঠিছে
নিৰ্জন ৰাতিৰ ক্লীবতা। [২]

প্ৰকৃতি সম্পৰ্কেও নতুন যুগৰ কবিসকলৰ দৃষ্টিভংগীৰ সলনি হৈছে। নানা ধৰণৰ উপমা প্ৰতীক চিত্ৰকল্প আৰু অন্যান্য আনুষংগিক ভাবনাক চিত্ৰিত কৰাৰ বাবে কবিসকলে প্ৰকৃতিৰ উপাদানৰ আশ্ৰয় লৈছে যদিও ৰোমাণ্টিক কবিসকলৰ দৰে প্ৰকৃতি-বন্দনাৰ প্ৰৱণতা তাত একেবাৰেই নাই। এই যুগৰ কবিতাৰ মূল প্ৰতিপাদ্য বিষযেই হ'ল মানুহ। এই কাৰণে যথাৰ্থ আধুনিক অসমীয়া কবিতা বুলিলে যুদ্ধোত্তৰ যুগৰ কবিতাকেই বুজোৱা হয় যিহেতু আধুনিক কবিতাৰ প্ৰধান বৈশিষ্ট্যই হ'ল— কাব্যত দেৱতাৰ পৰিৱৰ্তে মানুহৰ বোধন। চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাত মানৱ বন্দনা থাকিলেও তাৰ সমান্তৰালভাৱে অধ্যাত্ম-ভাবধাৰাও প্ৰবাহিত হৈ আছিল আৰু সেইদৰে আন ৰোমাণ্টিক কবিসকলৰ কবিতাতো ঈশ্বৰ-ভাবনা কাব্যৰ অন্যতম বিষযবস্তুৰূপে বিবেচিত হৈ আহিছিল।[৩]

---

২। ভট্টাচাৰ্য হীৰেন — মোৰ দেশ মোৰ প্ৰেমৰ কবিতা শৰসন্ধান
৩। গোহাঁই হীৰেন — বিশ্বায়তন

দ্বিতীয় বিশ্বযুদ্ধৰ বিধ্বংসী পৰিস্থিতিত মানুহৰ বিশ্বাসৰ ৰহঘৰাত ফাঁট মেলিলে সমাজত অৰ্থনৈতিক ৰাজনৈতিক আৰু সামাজিক বিশৃংখলা আৰু জটিলতাই দেখা দিলে। ফলত প্ৰেমজগততো ৰোমাণ্টিকযুগৰ সেই সৰল-সহজ প্ৰেমভাবনাৰ পৰিবৰ্তে কৃত্ৰিম আৰু চিন্তাপ্ৰসূত প্ৰেমভাবনাৰ জটিলতাই দেখা দিলে। আৱেগৰ ঠাই অধিকাৰ কৰিলে চিন্তা আৰু বুদ্ধিনিষ্ঠতাই। প্ৰেমৰ ৰাজ্যতো হিয়া দিয়া-নিয়াৰ ক্ষেত্ৰত অৰ্থনৈতিক আৰু সামাজিক প্ৰেক্ষাপট বিচাৰ্য বিষয় হৈ পৰিল। আধুনিক যুগৰ প্ৰখ্যাত কবি নৱকান্ত বৰুৱাই লিখা দুটি শাৰীৰ মাজতে এই জাতীয় প্ৰেমৰ স্বৰূপ বিধৃত হৈছে

মৰমৰ বেহা চলে তৃপ্ত হয় জীৱনৰ খুচুৰা গ্ৰাহক
—প্ৰেমৰ দেৱতা নিৰূপায়। [৪]

এই যুগতে মাৰ্ক্সীয় ধ্যান-ধাৰণা ফ্ৰয়েডৰ মনস্তত্ত্ব আদিৰ প্ৰভাৱেও অসমীয়া কবিসকলক প্ৰৰোচিত কৰিলে। ফলত কবিতাত বস্তুবাদী দৃষ্টিভংগী যিদৰে ফুটি উঠিল সেইদৰে শাৰীৰিক প্ৰেমৰ উন্মাদনাও বাঢ়িল। এই দিশত বোদ্‌লেযাৰ লৰেঞ্চ এলিযট এজৰাপাউণ্ড প্ৰভৃতি ইউৰোপীয় কবিগোষ্ঠীৰ লগতে আধুনিক বংগীয কবিসকলৰ কাব্য ভাবনাৰ প্ৰভাৱ অসমীযা কবিসকলৰ ওপৰত পৰিছিল। তথাপি ইউৰোপীয আৰু বংগীয কবিসকলে যিদৰে কাব্যত উৎকট দেহজপ্ৰেম আৰু যৌনতাৰ আমদানি কৰিছে, অসমীযা কবিসকলে তেনে ধৰণৰ দেহ-বিলাসৰ প্ৰতি আসক্ত হোৱা নাই।

আধুনিক যুগমানসে আনি দিযা মানৱতাৰ অৱক্ষয় নৈতিক প্ৰমূল্যহীনতা তীব্ৰ অৰ্থনৈতিক সংকট আৰু বিধ্বস্ত সমাজ ব্যৱস্থাৰ বুকুত গঢ়ি উঠা নৰ-নাৰীৰ যি প্ৰেম সেই প্ৰেমৰ মাজত গভীৰ উদ্বিগ্নতাৰ বাহিৰে প্ৰশান্তি নাই। সেয়ে উত্তৰ ৰোমাণ্টিক কালৰ কবিজনৰ কণ্ঠত বাৰে বাৰে ধ্বনিত হৈছে যুগ যন্ত্ৰণাৰ হেঁচাত ক্লিষ্ট প্ৰেমৰ কাতৰতা

'আমাৰ কাৰণে যদি শান্তি আছে
*** *** *** *** *** ***
তামোলৰ পিক সনা আইতাৰ জধলা চুমাত।
আমাৰ কাৰণে শান্তি
জীৱিকাত জীৱনৰ আবিৰ সানিব খোজা এমুঠি মৰম।
আমাৰ কাৰণে শান্তি
পোণাটি বুকুত লৈ

---

৪। বৰুৱা নৱকান্ত মোৰ আৰু পৃথিৱীৰ ক্ৰুচত ডনজুৱান

ভাগৰুৱা শেতেলীত
পকোৱা মুগাৰে বোৱা লখিমীৰ ঘামচেঁচা ছাল। [৫]

এই ধৰণৰ যন্ত্ৰণা-দগ্ধ প্ৰেমৰ অনুভূতি প্ৰকাশ পাইছে হোমেন বৰগোহাঞিৰ এটি কবিতাত

'শান্তিৰ আশ্বাস নাই, জীৱনৰ ধ্ৰুপদী বিশ্বাস
আত্মাৰ ঐতিহ্য প্ৰেম বিষ-যন্ত্ৰণাত জৰজৰ। [৬]

এই যুগৰ প্ৰেমভাবনাৰ সৈতে অৰ্থনৈতিক সম্পৰ্ক জড়িত হৈ পৰাৰ বাবেই অফিচৰ ফাইলৰ মাজত বুৰ গৈ থকা নিম্নবিত্ত ঘৰৰ কেৰেণী শ্যেলীয়ে দিনৰ পিছত দিন প্ৰতীক্ষাত থাকিয়ো সুৰেলা কণ্ঠৰ কোনো ফোন নাপায় নাপায় মৰমী হাতেৰে লিখা নীলা খামৰ চিঠি। সেযে কবিৰ বঞ্চিত অৱচেতন সত্তাই কবিক বিদ্ৰূপেৰে কয়

সপোন দেখি দেখি শুই থাক কেৰেণী কবি।
এটা শতিকাৰ পাছত
তোমাৰ কবৰৰ ওপৰত পিয়নে চিঠি থৈ যাব
চিঠি আহিবই।

আধুনিক যুগৰ কবি হীৰেন ভট্টাচাৰ্যৰ কবিতাতো প্ৰেমৰ অভিব্যক্তি ফুটি উঠিছে অৰ্থনৈতিক প্ৰভাৱৰ স্বীকৃতি প্ৰদানৰ মাজেৰেই। ভোগালি নামৰ কবিতাটিত কবিযে প্ৰেম আৰু দাৰিদ্ৰ্যৰ নগ্নৰূপৰ মাজত এটি সমৰূপতা লক্ষ্য কৰিছে

'তুমিতো জানায়
এই কবিৰ আৰু একো নাই
এটাই মাথোঁ কামিজ
তাৰো ছিগো ছিগো চিলাই।

প্ৰেম নিশ্চয় এনেকুৱাই
আবৰণ খুলি হৃদয় জুৰায়। [৮]

প্ৰিয়া সম্পৰ্কে আধুনিক কবিসকলৰ পৰিৱৰ্তিত দৃষ্টিভংগী লক্ষণীয়। তেওঁলোকৰ নায়িকা তেজ মঙহৰ নাৰী। ৰোমাণ্টিক কবিতাৰ ৰহস্যময়ী মানসী

---

৫। পূৰ্বোক্ত গ্ৰন্থ — ৰোখিয়ামৰ খবি
৬। ফুকন নীলমণি (সম্পা°) — কুৰি শতিকাৰ অসমীয়া কবিতা ওফেলিয়া
৭। পূৰ্বোক্ত গ্ৰন্থ — মহেন্দ্ৰ বৰাৰ কেৰেণী শ্যেলীৰ চিঠি
৮। পূৰ্বোক্ত গ্ৰন্থ — ভোগালি

প্ৰিয়া আধুনিক প্ৰেম-কবিতাৰ পাতত নাম গোত্ৰলৈ উপস্থিত হৈছে। আধুনিক কবিসকলে নায়িকাৰ নামকৰণ কৰিছে ৰোমাণ্টিক কবিসকলৰ অতীন্দ্ৰিয় অমূৰ্ত নায়িকাক দেহী আৰু মূৰ্ত কৰি তোলাৰ বাবেই। অৰুন্ধতী মমতা অনুৰাধা ওফেলিয়া— যথাক্ৰমে নৱকান্ত বৰুৱা হেম বৰুৱা বীৰেশ্বৰ বৰুৱা আৰু হোমেন বৰগোহাঞিয়ে ব্যৱহাৰ কৰা একো একোটি নাম। ৰবীন্দ্ৰ উত্তৰ বংগীয় কবিসকলে প্ৰেয়সী তথা নায়িকাৰ নামকৰণ কৰিছে আৰু নায়িকাক অধিক দেহী কৰি তোলাৰ বাবে নামৰ সৈতে উপাধিও যুক্ত কৰিছে। বুদ্ধদেৱ বসুৰ অৰ্পণা কংকাবতী জীবনানন্দ দাশৰ সুৰঞ্জনা বনলতা সেন বিষ্ণু দেৰ মৈত্ৰেয়ী ঘোষ অলকা বসু সম্পূৰ্ণৰূপে বাস্তৱ নাৰীৰেই প্ৰতিভূ। কিন্তু ৰোমাণ্টিক যুগ আৰু আধুনিক যুগৰ সেতু বন্ধনৰ কবি দেৱকান্ত বৰুৱাৰ বাহিৰে আন কোনো অসমীয়া ৰোমাণ্টিক কবিয়ে এনে অৰ্থত নায়িকাৰ নামৰ উল্লেখ কৰা নাই।

## -(গ) ৰোমাণ্টিক কবিতাৰ ভৱিষ্যৎ ঃ

কল্পনাক প্ৰত্যাখ্যান প্ৰকৃতিৰ বিৰুদ্ধতা অনুপ্ৰেৰণাত অনাস্থা নৈৰ্ব্যক্তিকতাৰ আৰাধনা আদি বিৰুদ্ধ ভাবনাৰ দ্বাৰা ৰোমাণ্টিকতাক অস্বীকাৰ কৰি আধুনিক কবিতাৰ আবিৰ্ভাৱ হ'লেও আধুনিক কবিসকলেও স্বীকাৰ কৰি লৈছে যে কল্পনাই সেই মৌলিক শক্তি যাৰ সাহায্যতে বিচিত্ৰ অভিজ্ঞতাৰ সামঞ্জস্য বিধানৰ মাজেৰে সংগতিময অন্তৰ্জগত গঢ়ি উঠিব পাৰে। ৰোমাণ্টিক কবিসকলৰ দৰেই আধুনিক কবিসকলেও মানৱ চৈতন্যৰ ওপৰত দৃশ্যদ্ৰষ্টা সম্পৰ্ক আৰু অভিজ্ঞতাৰ তীব্ৰতাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। সেই কাৰণেই কাব্য-সমালোচকসকলে এই কথা ক'ব খোজে যে আধুনিক যুগৰ প্ৰতীকী আন্দোৰ্লন ৰোমাণ্টিচিজমৰেই পুনৰাৱৰ্তন। ৰচনাভংগীত ৰোমাণ্টিক কবিসকলৰ সৈতে প্ৰতীকবাদীসকলৰ বৈষম্য যিমানেই প্ৰকট নহওক কিয বিষযৰ ফালৰ পৰা তেওলোকো অন্তৰাশ্ৰযী অভিজ্ঞতা আৰু অনুভূতিৰ পক্ষপাতী।[৯] প্ৰতীকবাদী সকলো ৰোমাণ্টিক কবিৰ দৰেই দিব্যদৃষ্টি স্বপ্নভংগ আত্মোপলব্ধি প্ৰভৃতি দিশৰ অনুসন্ধানী।

সমগ্ৰ জগত আৰু জীৱনক সম্পূৰ্ণ স্বাধীন আৰু স্বকীয কল্পনাৰ অধীন কৰি আত্মপ্ৰত্যয়ৰ আনন্দত আশ্বস্ত হোৱাৰ যি গীতি প্ৰেৰণা তাৰ নামেই কবিৰ ব্যক্তিস্বাতন্ত্ৰ্য।[১০] ৰোমাণ্টিক কবিসকল ব্যক্তিস্বাতন্ত্ৰ্যত বিশ্বাসী আছিল। তেওলোকে

---

৯। আইয়ুব আবু সয়ীদ — পথেৰ শেষ কোথায

১০। মজুমদাৰ মোহিতলাল — আধুনিক বাংলা সাহিত্য

বাহিৰক নিজৰ অন্তৰৰ দ্বাৰা দেখিছিল জগতখন হৈছিল তেওঁলোকৰ নিজৰ ব্যক্তিগত। এই আত্মময়তাৰ পৰাই জন্ম লৈছিল কাব্যত ৰোমাণ্টিকতাৰ। ব্যক্তি স্বৰূপৰ প্ৰকাশেই ৰোমাণ্টিকতাৰ মূল কথা। ৰোমাণ্টিক কবিতাৰ সৈতে আধুনিক কবিতাৰ পাৰ্থক্য দেখুৱাবলৈ গৈ ৰবীন্দ্ৰনাথ ঠাকুৰে লিখিছে

> কাব্যত বিষযীৰ আত্মত আছিল ঊনৈশ শতাব্দীত বিংশ শতাব্দীত বিষয়ৰ আত্মতা। [১১]

কিন্তু 'বিষয়ীৰ আত্মতা আধুনিক কবিতাতো প্ৰবৰ্তমান ৰূপত প্ৰতিভাত হোৱা দেখা যায়। আত্ম-সচেতনতাৰ আদিশয্যাও আধুনিক কবিতাৰ অনু-পৰমাণুত নিহিত হৈ আছে। তাৰ লগতে মিহলি হৈ আছে ব্যক্তিগত হা-হুতাশ বেদনা আৰ্তি। সেয়ে নিৰ্মোহ দৃষ্টিভংগীৰে চালে আধুনিক কবিতাত ৰোমাণ্টিক কবিতাৰ সৰ্বাত্মক প্ৰভাৱ লক্ষ্য কৰা যায। এনেবোৰ কাৰণতে বিশ্বনাথ চট্টোপাধ্যায়ে লিখিছে The Romantic Tradition however is too strong and vital to lose its relevance in our time একে প্ৰসংগতে তেও উল্লেখ কৰিছে, — Mark Roberts-ৰ The Tradition of Romantic Morality (1973) গ্ৰন্থৰ শেষোদ্ধৃত এষাৰ উক্তি

> despite the new classical aspirations of such influential figures as T S Eliot we are still living in an essentially Romantic age [১২]

সেয়ে এতিযাও ব্যক্তি চেতনাৰ ৰঙেৰে ৰঙীন হৈ উঠা দেখা যায় কবিৰ বিশ্ব-বীক্ষা। ক'ৰবাত এই প্ৰকাশ হীৰেন ভট্টাচাৰ্যৰ দৰে অকপট আৰু ক'ৰবাত নৱকান্ত বৰুৱাৰ দৰে প্ৰচ্ছন্ন

১। মোৰ অনুভৱে অনুভৱে
তোমাৰ প্ৰেমৰ গুণগুণ শব্দ
এনেকৈ ৰু-ৰুৱাই জ্বলে
যে তাৰ ছাই ভৰি পৰে
মোৰ বুকুৰ ভিতৰে বাহিৰে। [১৩]

---

১১। ৰবীন্দ্ৰ ৰচনাৱলী (চতুৰ্দশ খণ্ড) জন্ম শতবাৰ্ষিক (সং) সাহিত্যেৰ পথে আধুনিক সাহিত্য
১২। Chatterjee Visvanath(Ed.) The Romantic Tradition
১৩। ভট্টাচাৰ্য হীৰেন মোৰ দেশ মোৰ প্ৰেমৰ কবিতা প্ৰেমৰ কবিতা

২। বাৰিষাৰ ৰাতি তোমাৰ কবিক
মনত পৰেনে অৰুন্ধতী?
*** *** *** *** *** ***
বহুতো আকাশ পাৰ হৈ অহা
ধুমুহা পাখীৰ এটি লহমাৰ নীড়—
বহুতো সপোন পাৰ হৈ অহা
কেঁচা টোপনিৰ ভিৰৰ মাজত
সেই এটা মাথোঁ
উজাগৰ ৰাতি —
মনত পৰেনে অৰুন্ধতী? [১৪]

অসমীয়া আধুনিক কবিতাত ৰোমাণ্টিকতাৰ এই প্ৰচ্ছন্ন উপস্থিতি লক্ষ্য কৰি মহেন্দ্ৰ বৰাই লিখিছে

> মাজে মাজে ধাৰণা হয় অসমীয়া কাব্যৰ ইতিহাসত দ্বিতীয় এটা ৰোমাণ্টিক যুগ আৰম্ভ হৈছে। মগজুৰ কবিতা আহি আকৌ এবাৰ হৃদয়ৰ দুৱাৰডলিত থিয় দিছেহি। নক'লেও চলে মগজুৰ ধূসৰ হ্ৰদত স্নান কৰি উঠি অহা সেইবোৰ ভাবধাৰা হৃদয়ৰ উমেৰে উমাল হৈ আশ্চৰ্য এক দীপ্যমান ৰূপত প্ৰকাশ পাইছে। [১৫]

সমাজৰ সৈতে সাহিত্যৰ সম্পৰ্ক অংগাংগীভাৱে অন্বিত। আনহাতে সমাজৰ স্ৰোতধাৰাৰো পৰিৱৰ্তন ঘটায় সময়ে। সমাজ সংসাৰৰ প্ৰতিটো ক্ষেত্ৰতেই পৰিৱৰ্তনৰ চিন পৰিস্ফুট। আওপুৰণি বুলি অৱজ্ঞাৰে পেলাই দিয়া ফেচন-কো সময়ৰ গতিধাৰাই আকৌ গ্ৰহণ কৰি আহিছে। এনে এক দৃষ্টিভংগীৰ পৰাই ক'ব পাৰি যে এসময়ৰ আবেগ আৰু কল্পনাসৰ্বস্ব প্ৰেম শান্ত-সমাহিত প্ৰকৃতিৰ প্ৰতি মানৱমনৰ আকুলতা জড় প্ৰকৃতিৰ মাজত বিৰাট প্ৰাণৰ তৰংগ হিল্লোল অতীতলৈ উভতি চোৱাৰ কৌতূহলী প্ৰৱণতা যুক্তি-বুদ্ধিতকৈ হৃদয়ৰ স্থান আগত বুলি ভাবিব পৰা মানসিকতা— যিবোৰ প্ৰতিফলিত হৈছিল ৰোমাণ্টিক কবিতাত সময়ৰ হাত বুলনিত সেই ৰোমাণ্টিক কাব্যধাৰাৰ আকৌ পুনৰুত্থান ঘটিব পাৰে উচ্ছল গতিময় ৰূপত অনুসৃত হৈ পাঠকৰ চিত্ত আলোড়িত কৰিব পাৰে।

---

১৪। বৰা মহেন্দ্ৰ (সম্পা) : নতুন কবিতা নৱকান্ত বৰুৱাৰ এটা প্ৰেমৰ পদ্য

১৫। পূৰ্বোক্ত গ্ৰন্থ মুখ বন্ধ

# গ্ৰন্থপঞ্জী

## সংকেত-সূচী

| | | |
|---|---|---|
| অ প্ৰ প | — | অসম প্ৰকাশন পৰিষদ |
| অ সা স | — | অসম সাহিত্য সভা |
| কলি | — | কলিকতা |
| গুৱা | — | গুৱাহাটী |
| গু বি | — | গুৱাহাটী বিশ্ববিদ্যালয় |
| ডিব্ৰু | — | ডিব্ৰুগড |
| ডি বি | — | ডিব্ৰুগড বিশ্ববিদ্যালয় |
| প্ৰ সম্পা | — | প্ৰধান সম্পাদক |
| সম্পা | — | সম্পাদিত |
| স | — | সংস্কৰণ |
| অনু | — | অনুবাদ |

## অসমীয়া


১। আগৰৱালা জ্যোতিপ্ৰসাদ — চন্দ্ৰকুমাৰ আগৰৱালা তেজপুৰ ১৯৬৭।

২। কটকী প্ৰফুল্ল — সাহিত্য আৰু সংজ্ঞা গু'বি ১ম প্ৰকাশ ১৯৭৯।

৩। গগৈ লীলা (সম্পা) — যতীন্দ্ৰনাথ দুৱৰা কবি আৰু কাব্য প্ৰতিভা ডিব্ৰু ১ম প্ৰকাশ ১৯৮৮।

৪। গোস্বামী যতীন্দ্ৰনাথ — সাহিত্য চিন্তা গুৱা ১৯৭১।

৫। গোস্বামী প্ৰফুল্লদত্ত (সম্পা) — কমলাকান্ত ভট্টাচাৰ্যৰ ৰচনাৱলী গুৱা ১৯৮২।

৬। গোহাঞি বৰুৱা পদ্মনাথ — পদ্মনাথ গোহাঞি বৰুৱা ৰচনাৱলী গুৱা' ২য় প্ৰকাশ ১৯৮৭।

৭। চেতিয়া যোগেন (সম্পা) — দুৱৰাৰ কাব্য প্ৰতিভা গুৱা' ২য় সং ঃ ১৯৯৩।

৮। ডেকা নমিতা — যতীন্দ্ৰনাথ দুৱৰা ডিব্ৰু ১ম প্ৰকাশ ১৯৮৭।

৯। তালুকদাৰ নন্দ — কবি আৰু কবিতা গুৱা ২য় সং ১৯৮৮।

১০। তালুকদাৰ নন্দ — সম্বাদপত্ৰৰ ৰ'দ কাঁচলিত অসমীয়া সাহিত্য গুৱা পুনৰমুদ্ৰণ ১৯৯১।

১১। দত্ত হৰেন্দ্ৰকুমাৰ — ৰোমাণ্টিচিজম্ আৰু গীতি মানস গুৱা° ১ম প্ৰকাশ ১৯৯৪।

১২। দত্ত দিলীপ কুমাৰ (সম্পা°) — গণেশ গগৈৰ ৰচনা সম্ভাৰ গুৱা ১ম তাওৰণ ১৯১৩ শক।

১৩। দাস যোগেশ (প্ৰ সম্পা°) — অম্বিকাগিৰী ৰায়চৌধুৰী গুৱা ১ম প্ৰকাশ ১৯৬৪।

১৪। নেওগ মহেশ্বৰ — অসমীয়া সাহিত্যৰ ৰূপৰেখা গুৱা ২য় প্ৰকাশ ১৯৬৪।

১৫। নেওগ মহেশ্বৰ (প্ৰ সম্পা) — সাহিত্য সমীক্ষা যোৰহাট ২য় স ১৯৮৬।

১৬। নেওগ হৰিপ্ৰসাদ (সম্পা) — অম্বিকাগিৰী ৰায়চৌধুৰী স্মৃতিগ্ৰন্থ যোৰহাট ১৯৬৮।

১৭। বৰকটকী বীৰেন — ইংৰাজ ৰমন্যাসিক কবিৰ কাব্য প্ৰতিভা ডিব্ৰু ১৯৮৬।

১৮। বৰগোহাঞি হোমেন (সম্পা) — বিংশ শতাব্দীৰ অসমীয়া সাহিত্য গুৱা ১ম সং ১৯৬৭।

১৯। বৰুৱা অতুলচন্দ্ৰ — অসমীয়া কাব্যত প্ৰেমৰ বোঁৱতী সুঁতি গুৱা ১ম সং ১৯৭০।

২০। বৰুৱা অতুলচন্দ্ৰ (সম্পা) — ভোলানাথ দাস ৰচনাৱলী গুৱা ১৯৭৭।

২১। বৰুৱা অতুলচন্দ্ৰ (সম্পা) — ৰঘুনাথ চৌধাৰী ৰচনাৱলী গুৱা ১ম প্ৰকাশ ১৯৮০।

২২। বৰদলৈ নিৰ্মলপ্ৰভা — কবিতা আৰু প্ৰকৃতি গুৱা ১ম প্ৰকাশ ১৯৮৭।

২৩। বৰপূজাৰী হেৰম্বকান্ত — আমেৰিকান মিছনেৰীসকল আৰু ঊনবি শ শতিকাৰ অসম গুৱা ১৯৮৩।

২৪। বৰপূজাৰী হেৰম্বকান্ত — অসমৰ নৱজাগৰণ অনা-অসমীয়াৰ ভূমিকা গুৱা ১ম প্ৰকাশ ১৯৮৭।

২৫। বৰা মহেন্দ্ৰ — ৰমন্যাসবাদ ১ম প্ৰকাশ ১৯৭৬।

২৬। বৰা হেম — ৰমন্যাসবাদ অসমীয়া কবিতা আৰু জনদিয়েক প্ৰধান কবি গুৱা ১ম প্ৰকাশ ১৯৯২।

২৭। বেজবৰুৱা লক্ষ্মীনাথ : বেজবৰুৱা গ্ৰন্থাৱলী (২য় খণ্ড) গুৱা ২য় প্ৰকাশ ১৯৮৮।

২৮। ভৰালী শৈলেন (প্ৰ সম্পাঃ) — অসমীয়া ভাষা সাহিত্য আৰু সংস্কৃতি বিষয়ক প্ৰবন্ধ সংকলন গু বি ১৯৮৯।

২৯। ভূঞা যোগেন্দ্ৰনাৰায়ণ (সম্পা°) — ৰত্নকান্ত বৰকাকতীৰ গদ্য সম্ভাৰ গুৱা ১ম প্ৰকাশ ১৯৭৭।

৩০। মালিক চৈয়দ আব্দুল : দুবৰা খায়য়াম নহ'ল কলিঃ ২য় প্ৰকাশ ১৯৮৩।
৩১। শৰ্মা কমলেশ্বৰ কবি চৌধাৰী আৰু চৌধাৰীদেৱৰ কবিতা গুৱাঃ ১ম প্ৰকাশ ১৯৮৫।
৩২। শৰ্মা বেণুধৰ (সম্পাঃ) হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী· যোৰহাট ১৯৭২।
৩৩। শৰ্মা মুকুন্দমাধৱ ধ্বনি আৰু ৰসতত্ত্ব গুৱা° ২য় সং ১৯৯১।
৩৪। শৰ্মা সত্যেন্দ্ৰনাথ অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত গুৱা ৮ ৪ৰ্থ সং ঃ ১৯৮৯।
৩৫। শৰ্মা সত্যেন্দ্ৰনাথ (সম্পা°) অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী গুৱা ১ম প্ৰকাশ ১৯৮৬।
৩৬। শইকীয়া কেশৱ দুজন অসমীয়া কবিৰ প্ৰেমৰ কাহিনী ১ম সং ১৯৮৬।
৩৭। শইকীয়া পূৰ্ণানন্দ হিতেশ্বৰ বৰবৰুৱাৰ কবি মানস গুৱা° ১ম প্ৰকাশ ১৯৮৭।

## কাব্য আৰু কাব্য সংকলন (অসমীয়া)

১। চৌধুৰী প্ৰসন্নলাল 'অগ্নিমন্ত্ৰ' গুৱা ১ম প্ৰকাশ ১৯৮২।
২। চৌধাৰী ৰঘুনাথ সাদৰী গুৱা ৬ষ্ঠ সং ১৯৭৯ দহিকতৰা ৪ৰ্থ তাঙৰণ ১৮৭৯ শক।
৩। দুৱৰা যতীন্দ্ৰনাথ বনফুল কলি ৪ৰ্থ তাঙৰণ আপোন সুৰ ষষ্ঠ সং ১৯৭২ মৰমৰ সুৰ ১ম প্ৰকাশ ১৯৭৬ কথা কবিতা ১ম প্ৰকাশ ওমৰ তীৰ্থ গুৱা ৭ম প্ৰকাশ ১৯৯৩।
৪। দেৱী নলিনীবালা সন্ধিয়াৰ সুৰ পাঠশালা ৪ৰ্থ প্ৰকাশ ১৮৯১ শক 'অলকানন্দা গুৱা ১ম প্ৰকাশ ১৯৬৭।
৫। নেওগ ডিম্বেশ্বৰ ইন্দ্ৰধনু, ১ম তাঙৰণ ১৮৫১ শক।
৬। নেওগ মহেশ্বৰ (সম্পা°) সঞ্চয়ন নতুন দিল্লী ১ম প্ৰকাশ ১৯৫৯।
৭। ফুকন নীলমণি (সম্পা°) কুৰি শতিকাৰ অসমীয়া কবিতা গুৱা° ১ম প্ৰকাশ ১৯৭৭।
৮। বৰকাকতী ৰত্নকান্ত শেৱালি গুৱা° ৪ৰ্থ তাঙৰণ ১৯৬৫।
৯। বৰদলৈ নিৰ্মলপ্ৰভা (সম্পা ) কবিতা মঞ্জৰী গু বি ১ম সং ১৯৯০।
১০। বৰবৰুৱা হিতেশ্বৰ তিৰোতাৰ আত্মদান তিনচুকীয়া ২য় প্ৰকাশ ১৯৭৩ যুদ্ধক্ষেত্ৰত আহোম ৰমণী (ঐ) ২য় প্ৰকাশ ১৯৭৪।
১১। বৰা মহেন্দ্ৰ (সম্পা°) অসমীয়া কবিতা চয়ন ডি° বি° ১০ম সং ১৯৮৭। নতুন কবিতা ডিব্ৰু ৩য় সং ১৯৮৭।
১২। বৰুৱা আনন্দচন্দ্ৰ বকুল বনৰ কবিতা গুৱা° ১ম প্ৰকাশ ১৯৭৬।
১৩। বৰুৱা দেৱকান্ত সাগৰ দেখিছা গুৱা° ৩য় প্ৰকাশ ১৯৭৬।

| | |
|---|---|
| ১৪। বৰুৱা নৱকান্ত | মোৰ আৰু পৃথিৱী ২য় প্ৰকাশ ১৯৯০। |
| ১৫। বৰুৱা বিনন্দচন্দ্ৰ | প্ৰতিধ্বনি শ্বিলং ২য় সং ১৯৪৯। |
| ১৬। বেজবৰুৱা লক্ষ্মীনাথ | কদম কলি গুৱা' ১ম প্ৰকাশ ১৮৩৫ শক। |
| ১৭। ভট্টাচাৰ্য হীৰেন | মোৰ দেশ মোৰ প্ৰেমৰ কবিতা গুৱা' তৃতীয় প্ৰকাশ ১৯৯০। |
| ১৮। শৰ্মা দুৰ্গেশ্বৰ | নিবেদন যোৰহাট নতুন সং ১৯৭৮। |
| ১৯। শৰ্মা যজ্ঞেশ্বৰ (সম্পা ) | শতপত্ৰ গুৱা ৬ষ্ঠ সং ১৯৭৯। |
| ২০। হাজৰিকা অতুলচন্দ্ৰ | তপোবন গুৱা ১ম তাঙৰণ ১৯৫৩ চন্দ্ৰামৃত (সম্পা ) গুৱা ১ম প্ৰকাশ ১৯৬৭। |

## বাংলা / সংস্কৃত

| | |
|---|---|
| ১। আইয়ুব আবু সয়ীদ | পথেৰ শেষ কোথায় কলি ৯ ৩য় স, ১৯৮৪। |
| ২। আইয়ুব আবু সয়ীদ | পান্থজনেৰ সখা কলি ৯ ১ম প্ৰকাশ ১৯৭৩। |
| ৩। আইয়ুব আবু সয়ীদ | ব্যক্তিগত ও নৈৰ্ব্যক্তিক কলি ৯ ১ম প্ৰকাশ ১৩৯৮ (বাংলা)। |
| ৪। ঘোষ জগদীশচন্দ্ৰ | শ্ৰীকৃষ্ণ ও ভাগৱত ধৰ্ম কলি ৭৩ ৫ম স' |
| ৫। ঘোষ সন্তোষকুমাৰ | ৰবীন্দ্ৰ চিন্তা কলি ৯ ১ম সং |
| ৬। চট্টোপাধ্যায় দেবিপ্ৰসাদ | ৰূপ ৰস ও সুন্দৰ কলি ৯ ১ম প্ৰকাশ ১৯৮৯। |
| ৭। চট্টোপাধ্যায় বংকিমচন্দ্ৰ | বংকিম ৰচনাৱলী (১ম ও ২য় খণ্ড) কলি ১৩৮৯। |
| ৮। জানা ভানুভূষণ | ৰোমাণ্টিকতা ও বাংলা কাব্যে ৰোমাণ্টিক ধাৰাৰ বিবৰ্তন কলি ১ম প্ৰকাশ ১৯৮৭। |
| ৯। জালান মোতিলাল (প্ৰকা') | শ্ৰীমদভগবদ্‌গীতা গোৰখপুৰ ১৯৮৩। |
| ১০। ঠাকুৰ ৰবীন্দ্ৰনাথ | প্ৰাচীন সাহিত্য কলি ১৩৯৫ বাংলা। |
| ১১। ঠাকুৰ ৰবীন্দ্ৰনাথ | ৰবীন্দ্ৰ ৰচনাৱলী জন্ম শতবাৰ্ষিকী স' (সপ্তম চতুৰ্দশ ও পঞ্চদশ খণ্ড) প্ৰকাশক পশ্চিমব গ চৰকাৰ ১৩৭১ বাংলা। |
| ১২। তৰ্কৰত্ন আচাৰ্য পঞ্চানন (সম্পা ) | বিষ্ণু পুৰাণম কলি' ৯ ১ম সং ১৩৯০। |
| ১৩। ত্ৰিপাঠী দীপ্তি | আধুনিক বাংলা কাব্য পৰিচয় কলি ৭৩ ৪ৰ্থ সং ১৯৮৮। |
| ১৪। দত্ত ৰমেশচন্দ্ৰ (অনু') | ঋগ্বেদ সংহিতা (১ম ২য় খণ্ড) কলি' ৭ ২য় প্ৰকাশ ১৯৮৭। |
| ১৫। দাসগুপ্ত, শশিভূষণ | বাংলা সাহিত্যেৰ নবযুগ কলি' ৭৩ ১৯৮৩। |
| ১৬। দাসগুপ্ত, সুৰেন্দ্ৰনাথ | সৌন্দৰ্যতত্ত্ব কলি ৭৩ ১ম চিৰায়ত সং ১৯৯২। |
| ১৭। দাস শ্ৰীহৰিদাস (সম্পা') | উজ্জ্বলনীলমণি নবদ্বীপ ৩য় সং ১৩৯৩ বাংলা। |

১৮। দেব নৰেন্দ্ৰ — ৰোবাইয়াৎ ই ওমৰ খৈয়াম কলি° ১৭শ সং ১৯৬৩।
২০। বন্দ্যোপাধ্যায় অসিতকুমাৰ — বাংলা সাহিত্যেৰ সম্পূৰ্ণ ইতিহাস পুনৰ্মুদ্ৰণ সং ১৯৯৩।
২১। বন্দ্যোপাধ্যায় শ্ৰীকুমাৰ — ইংৰাজী সাহিত্যেৰ ইতিহাস কলি° ৭ ৭ম সং ১৯৯১।
২২। বসু, অমলেন্দু — সাহিত্য চিন্তা কলি° ৬ ১ম প্ৰকাশ ১৩৭৯ বাংলা।
২৩। বসু, কাঞ্চন (সম্পা°) — জয়দেব বিদ্যাপতি চণ্ডীদাস পদাবলী সমগ্ৰ কলি ৯ ১ম প্ৰকাশ ১৯৮৬।
২৪। বসু, বুদ্ধদেব — তপস্বী ও তৰঙ্গিণী কলি° ১২ ৬ষ্ঠ মুদ্ৰণ ১৩৯৩।
২৫। বসু, বুদ্ধদেব — বুদ্ধদেব বসু ৰচনা সংগ্ৰহ (৮ম খণ্ড) কলি ৭৩ ১ম স°
২৬। বসু, শ°কৰী প্ৰসাদ — মধ্যযুগেৰ কবি ও কাব্য কলি ১৩ ৭ম সং ১৯৮৬।
২৭। বিদ্যাভূষণ ৰাজেন্দ্ৰনাথ (সম্পা ) — কালিদাসেৰ গ্ৰন্থাবলী কলি ১২।
২৮। ভট্টাচাৰ্য গুৰুদাস — সাহিত্য জিজ্ঞাসা কলি ৭ ১ম সং ১৩৬৬ বাংলা।
২৯। ভট্টাচাৰ্য দেবিদাস — বৈষ্ণব পদাবলী সাহিত্যেৰ পশ্চাৎপট ও উৎস গুৱা ১৯৭৪।
৩০। ভট্টাচাৰ্য পৰেশ (সম্পা ) — বৈষ্ণব পদসংকলন কলি ৯ ১ম সং ১৯৯১।
৩১। ভট্টাচাৰ্য পাৰ্বতীচৰণ — পাৰস্য সাহিত্য পৰিক্ৰমা কলি ১ম প্ৰকাশ ১৯৮৪।
৩২। মজুমদাৰ জীতেন্দ্ৰচন্দ্ৰ (অনু ) — প্ৰেম দাৰ্শনিক বিচাৰ কলি ১৩ ১৯৮৭।
৩৩। মিশ্ৰ অশোককুমাৰ — আধুনিক বা°লা কবিতাৰ ৰূপৰেখা কলি ৯ ১ম প্ৰকাশ ১৯৯১।
৩৪। মুখোপাধ্যায় উপেন্দ্ৰনাথ (সম্পা ) — শ্ৰীশ্ৰীচৈতন্যচৰিতামৃত কলি ৯ ৩য় মুদ্ৰণ ১৯৮৬।
৩৫। মুখোপাধ্যায় উপেন্দ্ৰনাথ (সম্পা ) — মনু সংহিতা কলি° ১২ ৩য় স ১৩০৯ বাংলা।
৩৬। মুখোপাধ্যায় দুৰ্গাশংকৰ — মোহিতলালেৰ কাব্য ও কবিমানস কলি° ৯ ১ম প্ৰকাশ ১৩৭৯ বাংলা।
৩৭। ৰায় অন্নদাশংকৰ — বাংলাৰ ৰেণেসাঁস কলি -৬ ১৩৮৮ বাংলা।
৩৮। শাস্ত্ৰী গৌৰীনাথ (সম্পাদক মণ্ডলীৰ উপদেষ্টা) — সংস্কৃত সাহিত্য সম্ভাৰ (৭ম খণ্ড) কলি ৯ ২য় প্ৰকাশ ১৯৮৬।
৩৯। সেন অতুলচন্দ্ৰ (প্ৰ সম্পা ) — উপনিষদ (অখণ্ড) কলি ৭ পুনৰ্মুদ্ৰণ ১৯৮৭।
৪০। সেন অশোক — ৰবীন্দ্ৰ কাব্য পৰিক্ৰমা কলি° ৯।

## কাব্য আৰু কাব্য সংকলন (বাংলা)


| | |
|---|---|
| ১। ইসলাম কাজী নজৰুল | সঞ্চিতা কলি -৬ |
| ২। ঠাকুৰ ৰবীন্দ্ৰনাথ | কড়ি ও কোমল ষষ্ঠ সং ১৩৭৬। সোনাৰ তৰী পুনৰমুদ্ৰণ ১৩৮৪। মানসী পুনৰমুদ্ৰণ ১৩৯৭। কল্পনা পুনৰমুদ্ৰণ ১৩৭০। নৈবেদ্য পুনৰমুদ্ৰণ ১৩৭৫। চিত্ৰ পুনৰমুদ্ৰণ ১৩৯৬। মহুয়া পুনৰমুদ্ৰণ ১৩৮৪। বলাকা পুনৰমুদ্ৰণ ১৩৭০। সঞ্চয়িতা পুনৰমুদ্ৰণ ১৩৯৬। গীতাঞ্জলি পুনৰমুদ্ৰণ ১৩৬৩। |
| ৩। দত্ত সুধীন্দ্ৰনাথ | সুধীন্দ্ৰনাথ দত্তেৰ কাব্য সংগ্ৰহ, ১ম ভাৰবি সং কলি ১৯৬৬। |
| ৪। দাশ জীবনানন্দ | জীবনানন্দ দাশেৰ শ্ৰেষ্ঠ কবিতা কলিঃ ৭৩ ২য় ভাৰবি সং ১৯৮৪। |
| ৫। বন্দ্যোপাধ্যায় শ্ৰীকুমাৰ(প্ৰ°সম্পা°) | উনবিংশ শতকেৰ গীতি সংকলন কলি ৭৩ ২য় সং ১৯৬৪। |
| ৬। বন্দ্যোপাধ্যায় হেমচন্দ্ৰ | কবিতাবলী কলি -৬ ১৩৭১ বাংলা। |
| ৭। বন্দ্যোপাধ্যায় ৰঙ্গলাল | ৰঙ্গলাল গ্ৰন্থাৱলী কলি ১২। |
| ৮। মজুমদাৰ মোহিতলাল | বিস্মৰণী জন্ম শতবৰ্ষ সং ১৯৮৮ কলি° ১৩। |
| ৯। মুখোপাধ্যায় অৰুণ (সম্পা ) | গোবিন্দ চন্দ্ৰ দাস কাব্যসম্ভাৰ কলি° ৭৩ ১ম প্ৰকাশ ১৩৮৬। |


## ENGLISH

### ABBREVIATIONS

| | | |
|---|---|---|
| Ed. | – | Edited/Editor |
| Edn. | – | Edition |
| Pub | – | Published |
| Cal | – | Calcutta |
| C U | – | Calcutta University |
| G U | – | Gauhati University |


| | |
|---|---|
| 1 Banerjee Srikumar | Critical Theories and Poetic Practice in the Lyrical Ballads C U 1965 |
| 2 Bowra, C M | The Romantic Imagination, OUP Newyork, 11th impression, 1950 |
| 3 Barua, B K. | History of Assamese Literature New Delhi 2nd impression, 1978 |
| 4 Bradley A.C | Oxford Lectures On Poetry Cal.-6 1st Indian Edn 1985 |


১। উল্লিখিত ৰবীন্দ্ৰনাথ ঠাকুৰৰ সমূহ কাব্যগ্ৰন্থই বিশ্বভাৰতী গ্ৰন্থন বিভাগৰ দ্বাৰা প্ৰকাশিত।

| | | |
|---|---|---|
| 5 | Carlton J H Hayes | Modern Europe to 1870 Newyork 7th printing, 1961 |
| 6 | Chatterjee Visvanath (Ed.) | The Romantic Tradition Cal 1st Edn 1984 |
| 7 | Dasgupta, Harendra Mohan | Studies in Western Influence on Nineteenth Century Bengali Poetry Cal 20 1969 |
| 8 | Das S K (Ed ) | Ninteenth Century Studies Cal 12 1st. Pub 1970 |
| 9 | Kanadey V R | Nature in Modern English Poetry New Delhi 1985 |
| 10 | Legouis & Cazamian | History of English Literature Macmillan India Ltd 1986 |
| 11 | Long, W.J | English Literature New Delhi 5th Reprinted, 1989 |
| 12 | Maine George F (Ed ) | Rubaiyat of Omar Khayyam rendered into English verse by Edward Fitzgerald, London and Glasgow Latest reprint 1959 |
| 13 | Misra Tilottama | Literature and Society in Assam New Delhi 1st Edn 1987 |
| 14 | Mukhopadhya P C | Journey of the Upanisadas to the West Cal 1st Pub 1987 |
| 15 | Neog Maheswar (Ed ) | Lakshminath Bezbaroa The Sahityarathi of Assam G U 1972 |
| 16 | Rickett A C | A History of English Literature New Delhi 1985 |
| 17 | Sarker Susobhan | On the Bengal Renaissance Cal -4 1985 |
| 18 | Sri Aurobindo | Sri Aurobindo Birth Centenary Library Volume (Vol 29) Pondicherry 1970 |
| 19 | Sri Aurobindo | Savitri Pondicherry 5th impression 1979 |
| 20 | Tagore Rabindranath | The Religion of Man London Edn 1931 |
| 21 | The Bible Society of India | The Holy Bible Bangalore 560001 |
| 22 | Thorndike Sybil (Foreworded) | The Complete Works of William Shakespeare London |
| 23 | Ward, A C (Ed ) | Man and Superman by Bernard Shaw The Orient Edn New Delhi 1969 |


## ENGLISH POETRY


| | | |
|---|---|---|
| 1 | Arnold, Mathew (Ed ) | Poetry of Byron London Reprinted 1922 |
| 2 | Barrow A E T (Ed.) | PANORAMA Delhi 1986 |
| 3 | Batey Charles (Ed.) | Eight Poets O U P London (Not mentioned) |
| 4 | Coleridge E H (Ed ) | Coleridge Poetical Works O U P Newyork, Reprinted, 1969 |
| 5 | Forman H B (Ed ) | The Poetical Works of John Keats O U P London Reprinted, 1946 |
| 6 | Hutchinson, Thomas (Ed ) | Shelley Poetical Works O U P London Reprinted, 1970 |

| | | |
|---|---|---|
| 7 | Lee Y H D P (Ed) | The Winchester Book of Verse London, 1st. Pub 1959 |
| 8 | OUP | The Poetical Works of Robert Browning O U P London 1st Pub 1905 Reprinted, Bungay 1953 |
| 9 | Page F (Ed) | Byron Poetical Works O U P London, 3rd Edn 1970 |
| 10 | Palgrave E T (Rd) | The Golden Treasury O U P Cal 7th impression 1985 |
| 11 | Pinto V D S & Robert, W (Ed) | The Complete Poems of D H Lawrence (Vol I) London, 1st Pub 1964 |
| 12 | Selincourt E D (Ed) | The Prelude O U P 2nd Edn Reprinted, 1985 |
| 13 | Tagore Rabindranath | Gitanjali (With an Introduction by W B Yeats) First Edn 1913 Macmillan Edn 1982 |
| 14 | Williams Oscar (Ed.) | Immortal Poems of English Language Newyork, 15th Edn 1964 |
| 15 | Young, W T (Ed) | Browning Poems Cal -6 1st Indian Edn 1984 |

## পত্ৰিকা-আলোচনী

**অসমীয়া :**

| | | |
|---|---|---|
| ১। | গোস্বামী কুমুদ (সম্পা ) | প্ৰকাশ অষ্টাদশ বছৰ প্ৰথম স খ্যা নবেম্বৰ ১৯৯২। |
| ২। | গোস্বামী কুমুদ (সম্পা ) | প্ৰকাশ তৃতীয-চতুৰ্থ স খ্যা জানুৱাৰী ফেব্ৰুৱাৰী ১৯৯৩। |
| ৩। | বৰুৱা ভবেন (সম্পা ) | সংলাপ দ্বিতীয় সংখ্যা। |
| ৪। | শইকীয়া চন্দ্ৰপ্ৰসাদ (সম্পা ) | গৰীয়সী পঞ্চম স খ্যা ১ম বছৰ ফেব্ৰুৱাৰী ১৯৯৪। |
| ৫। | হাফেজ ছামছি (সম্পা ) | অসম সাহিত্য সভা পত্ৰিকা একচত্বাৰিংশ বছৰ তৃতীয় সংখ্যা ১৯৮৫। |

**বাংলা**

| | | |
|---|---|---|
| ১। | ঘোষ অজিত (সম্পা ) | ৰবীন্দ্ৰ ভাৰতী বিশ্ববিদ্যালয় বাংলা বিভাগীয় পত্ৰিকা ১ম বৰ্ষ ১৯৮০। |
| ২। | ঘোষ সাগৰময় (সম্পা ) | দেশ জানুৱাৰী ১৯৮৮। |
| ৩। | বসু, অৰুণকুমাৰ (সম্পা ) | ৰবীন্দ্ৰ ভাৰতী পত্ৰিকা ২৪শ বৰ্ষ অখণ্ড সংখ্যা ১৯৯২ ৯৩। |

**English**

1 Journal of the University of Gauhati Vol XII No I (Arts) 1961


===X===

# নাম-নিৰ্ঘণ্ট



*অসমীয়া সাহিত্যলৈ*

**নৱজীৱন প্ৰকাশৰ অৰ্ঘ্য**



## সাহিত্য সমগ্ৰ

সম্পাদনা ড° উমেশ ডেকা
ড° নীলমোহন ৰায়

মূল্য ১২৫০০ টকা



## অসমীয়া মধ্যশ্ৰেণী

শৈলেন বৰকটকী

মূল্য ৭০ টকা